# ভাৰত-ভূমি



বিজয়চন্দ্ৰ ভাগৱতী

অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৩

প্ৰকাশক

চন্দ্ৰপ্ৰসাদ শইকীয়া

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৩

প্ৰথম প্ৰকাশ

ছেপ্টেম্বৰ, ১৯৭৬ চন

মূল্য : বাৰ টকা

মুদ্ৰক :

গুৱাহাটী প্ৰেছ প্ৰাইভেট লিমিটেড্

ভৰলুপাৰ : গুৱাহাটী-১

# ভূমিকা

অসমবাসীৰ আগত শ্ৰীবিজয়চন্দ্ৰ ভাগৱতীক নতুনকৈ পৰিচয় কৰি দিয়াৰ কোনো প্ৰয়োজন নাই। ভাৰতৰ স্বাধীনতা আন্দোলনৰ মূল প্ৰাণ-প্ৰৱাহৰ লগত ওতঃপ্ৰোতভাৱে জড়িত শ্ৰীভাগৱতীয়ে আপোন যোগ্যতাৰে এগৰাকী সৰ্বভাৰতীয় নেতাৰূপে ইতিমধ্যে প্ৰতিষ্ঠা লাভ কৰিছে। 'ভাৰত-ভূমি' গ্ৰন্থখনি তেখেতৰ মানুহ আৰু দেশৰ প্ৰতি থকা অকৃত্ৰিম আৰু অপৰিসীম ভাল পোৱাৰ ফলশ্ৰুতি।

স্বাধীনতা আন্দোলনৰ সময়ত ভাৰতবৰ্ষৰ কাৰাগাৰসমূহ আছিল মুক্তি যোদ্ধাসকলৰ কাৰাতীৰ্থ। কাৰাৰুদ্ধৰ সময়ছোৱাতে ভাৰতৰ কেবাগৰাকীও প্ৰাতঃ-স্মৰণীয় ৰাজনৈতিক ব্যক্তিয়ে ৰাজনৈতিক কৰ্মসঙ্কুল ব্যস্ত জীৱনৰ পৰা কিছুদিনৰ বাবে আহৰি লাভ কৰি গ্ৰন্থ অধ্যয়ন আৰু ৰচনাত প্ৰবৃত্ত হৈছিল। গান্ধী, নেহৰু, মৌলানা আজাদৰ সৰহখিনি গ্ৰন্থ জেল-জীৱনতে লেখা। শ্ৰীভাগৱতীয়েও ভাৰত-ত্যাগ আন্দোলনৰ সময়ত যোৰহাট জেলত তিনিবছৰ কাল অন্তৰীণ হৈ থকাৰ সময়তে 'পৃথিবীৰ বুৰঞ্জী' নাম দি এখন গ্ৰন্থ লেখিবলৈ লয়। বৰ্তমান গ্ৰন্থখনি সেই গ্ৰন্থৰে ভাৰত সম্পৰ্কীয় বিষয়ৰ এটি মনোগ্ৰাহী সংস্কৰণ। গ্ৰন্থখনিৰ শেষৰ-ফালে লেখকে অসম বুৰঞ্জীৰ টোকা বুলি এটা বেলেগ আধ্যা সন্নিবিষ্ট কৰিছে।

এই গ্ৰন্থখনি আন দহখন গতানুগতিক বুৰঞ্জীৰ দৰে নহয়। অৱশ্যে নিছক ঐতিহাসিক তথ্যপাতি সম্বলিত এখন বুৰঞ্জী লেখাৰ অভিপ্ৰায় লেখকৰ নাছিল। মূলত তেখেতে বিচাৰিছিল মানুহজাতিৰ জীৱনৰ কথা লিপিবদ্ধ কৰি-বলৈ আৰু সেইবাবেই গ্ৰন্থখনিত ৰজা-মহাৰজাৰ উত্থান-পতনতকৈ বিভিন্ন যুগত দেখা পোৱা ধৰ্ম-সভ্যতা-সংস্কৃতিৰ উত্থান-পতন, সামাজিক, অৰ্থনৈতিক অৱস্থা পৰিস্ফুট হৈছে, ঘটনাতকৈ তাৰ কাৰণ, প্ৰতিক্ৰিয়া আৰু প্ৰভাৱৰ তাত্ত্বিক আলো-চনাতহে লেখকে অধিক মনোনিবেশ কৰিছে। সেই দিশৰপৰা এই গ্ৰন্থৰ ধৰণ জৱাহৰলাল নেহৰুৰ 'Glimpses of World History' অথবা 'Discovery of India'ৰ দৰেহে হৈছে। গ্ৰন্থখনিত ভাৰতৰ মুক্তি সংগ্ৰামৰ কাহিনী বহলাই লিপিবদ্ধ কৰা হৈছে। এই সংগ্ৰামত লেখকে নিজেই এগৰাকী বিশিষ্ট যোদ্ধাৰ ৰূপত আত্ম-প্ৰকাশ কৰিছিল আৰু সেই বাবেই প্ৰত্যক্ষ অভিজ্ঞতালব্ধ ৰচনা হিচাপে এই গ্ৰন্থৰ এক স্বতন্ত্ৰ মূল্য আছে।

গ্ৰন্থখনি পঢ়ুৱৈ সমাজৰ আগত তুলি ধৰিবলৈ পাই আমি গৌৰৱ অনুভৱ কৰিছো আৰু ইয়াক প্ৰকাশ কৰিবলৈ অনুমতি দিয়া বাবে লেখকলৈ কৃতজ্ঞতা জনাইছো। আশাকৰো গ্ৰন্থখনে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব।

গুৱাহাটী
১৫ ছেপ্তেম্বৰ, ১৯৭৬

চন্দ্ৰপ্ৰসাদ শইকীয়া

# পাতনি

১৯৪২ চনৰপৰা ১৯৪৫ চনলৈকে তিনিবছৰ কাল যোৰহাট জেলত অন্তৰীণ বন্দী হৈ থাকোঁতে হাতত আছিল অপৰ্যাপ্ত সময়। জেলৰ বাহিৰত ভলণ্টিয়াৰ হৈ ঘূৰি ফুৰোঁতে সময়বিলাক ভালেই গৈছিল। কিন্তু জেলৰ ভিতৰত সময় নোযোৱা-নুপুৱা হ'ল। কিনো কৰো বুলি ভাব-চিন্তি থাকোতে মনত খেলালে মানুহ জাতিৰ জীৱন কথা লেখিবলৈ। বুৰঞ্জী হিচাপে কিতাপখন লেখিবলৈ লৈ ভাবিছিলো, যুদ্ধ বিগ্ৰহ বা ব্যক্তিগতভাৱে ৰজা বা বিশেষ বিশেষ লোকসকলৰ জীৱন-বৃত্তান্ত আলোচনা কৰাতকৈ বিভিন্ন যুগত সভ্যতা-সংস্কৃতিয়ে কি ৰূপ লৈছে আৰু তাৰ লগতে সামাজিক আৰু অৰ্থনৈতিক অৱস্থা কেনে সেই বিষয়ে আলোচনা কৰাৰ ভাৱ। ইতিহাসৰ ঘটনাৱলীতকৈ, ইতিহাসৰ তত্ত্ব বা অৰ্থ আলোচনাৰ কথাও ভাবিছিলো। কিন্তু কোনো এটাই ভালকৈ আয়ত্ত কৰিব নোৱাৰিলো। হয়তোবা ইতিহাস বুলিলেই কোনো এটা নিৰ্দিষ্ট সীমাত আৱদ্ধ হৈ থকা টান। এই আলোচনাৰ লগত প্ৰাসঙ্গিক হ'ব পাৰে বুলি ভাবি আন্তৰ্জাতিক খ্যাতিসম্পন্ন ঐতিহাসিক আৰ্ণল্ড জে টয়েনবিৰ Arnold J Toynbee কেইআষাৰমান কথা তুলি দিব খুজিছো। তেখেতে লেখিছে .

"There are three different methods of viewing and presenting the objects of your thought, and among them, the phenomena of human life. The first is the ascertainment and recording of 'facts', the second is the elucidation, through a comparative study of the facts ascertained, of the general 'laws', the third is the artistic re-action of the facts in the form of 'fiction'. It is generally assumed that the ascertainment and recording of facts is the technique of history and that the phenomena in the province of this technique are the social phenomena of civilisations, that the elucidation and formulation of general laws is the technique of science, and that, in the study of human life, the science is anthropology and the phenomena in the province of the scientific technique are the social phenomena of primitive societies, and lastly, that fiction is the technique of the drama and the novel and that the phenomena in the province of this technique are the personal relations of human beings. All this, in essentials, is to be found in the work of Aristotle

"The distribution of the three techniques between the three departments of study is, however, less watertight than might be supposed Thus history concerns itself with some but not all the facts of human life , and, on the other hand, besides recording facts, history also has recourse to fictions and makes use of laws History, like the drama and the novel, grew out of mythology, a primitive form of apprehension and expression in which—as in fairy tales listened to by children or in dreams dreamt by sophisticated adults—the line between facts and fiction is left undrawn "

এক হিচাপে মানুহৰ ব্যক্তিগত জীৱন-কাহিনীয়েই মানুহৰ ইতিহাস। কিন্তু ইয়ো সঁচা যে ব্যক্তিগত জীৱন-কাহিনীবিলাক গোটাই একেলগ কৰিলেই, জাতিৰ ইতিহাস ৰচনা কৰা নহ'ব। ব্যক্তিৰ সমষ্টিয়েই সমাজ যদিও ব্যক্তিৰ জীৱনেই সমাজৰ জীৱন নহয়। সমাজৰো এটা সুকীয়া জীৱন দৰ্শন আৰু কাহিনী আছে। মানুহৰ ব্যক্তিগত বা সামাজিক জীৱনত যিবিলাক ঘটনা ঘটি থাকে সেই সকলো সংগ্ৰহ কৰি তাৰ সঠিক বিবৰণ দিবলৈ ইতিহাসৰ চেষ্টা চলি আছে। প্ৰতিজন ব্যক্তিৰ জীৱন কথা আৰু প্ৰতিটো ঘটনাৰ ইতিবৃত্ত সংগ্ৰহ কৰা সম্ভৱ নহয়। সেই কাৰণে প্ৰতিনিধিমূলকভাৱে ব্যক্তি বা ঘটনাৰ হিচাপ লোৱাৰ বাহিৰে উপায় নাই। ইয়াৰ উপৰিও আন এটা কথালৈ মন কৰিবলগীয়া আছে। সেইটো হৈছে যে প্ৰতিজন মানুহৰ আৰু প্ৰতিটো ঘটনাৰ অন্তৰালত নানা ভাব আৰু অৱস্থাৰ ক্ৰিয়া প্ৰতিক্ৰিয়া আছে। এই সকলো বুজি তথ্য-পাতি আৰু খবৰ সংগ্ৰহ আৰু সম্পাদনা কৰাই ইতিহাসৰ কাম।

সি যিকি নহওক ইতিহাসৰ কিতাপ লেখাৰ অধিকাৰ মোৰ নাই। তথাপি অল্পবিদ্যাৰ যি সাহ, সেই সাহেৰে, বৰ বেছি একো নেভাবি, পৃথিৱীৰ বুৰঞ্জী বুলি কিছু কথা সংগ্ৰহ কৰিলো। জেলৰপৰা ওলোৱাৰ পিচত বহুত বছৰ সি তেনেকৈয়ে পৰি আছিল। ছপা কৰাৰ কথা ভাবিবলৈকে সাহ নাছিল। লেখা কাগজবিলাকো বৰ ভাল নাছিল। ক্ৰমে সেইবিলাক উৰুলি যাবলৈ ধৰিলে। তেতিয়া তাৰেপৰা ভাৰতবৰ্ষৰ অংশটো মোৰ লাজ লগা অতি বেয়া অকণি অকণি হাতৰ আখৰৰপৰা শ্ৰীমতী বিমল ভাগৱতীয়ে লেখি উদ্ধাৰ কৰিছিল। তেওঁৰ সেই কামত যিমান কষ্ট হৈছিল সেই কথা ভাবি, তেওঁলৈ ৰাজহুৱাভাৱে শলাগ জনাবৰ মন যায়, কিন্তু ঘৰৰ কথা, তাকে কৰিলে নিজকে নিজে শলগাহে হ'ব। তাৰ পিচত, কেবছৰমান আগতে, এবাৰ কিতাপখন ইতিহাসৰ লব্ধপ্ৰতিষ্ঠ অধ্যাপক, বৰ্তমান বিশ্বনাথ কলেজৰ অধ্যক্ষ সদানন্দ চলিহাদেৱক চকু ফুৰাই চাবলৈ দিছিলো। তেখেতে বিশেষ মৰম কৰি, কিতাপখন চাই-চিতি য'ত যি ভুল-চুক আছিল, সকলো শুদ্ধ কৰি দিছিল। ইয়াৰ কাৰণে চলিহাদেৱৰ ওচৰত মই বিশেষভাৱে কৃতজ্ঞ। তেখেতে চাই দিয়াৰ পিচত কিতাপখন ছপোৱাৰ কথা

ভাবিবলৈ সাহ হ'ল। কেৱা ঠাইতো কেবাবাৰো ছপোৱাৰ চেষ্টা কৰিলো; কিন্তু কামত নাহিল। অৱশেষত, অসম প্ৰকাশন পৰিষদে কিতাপখন ছপাবলৈ লৈছে। ইয়াৰ কাৰণে পৰিষদ আৰু পৰিষদৰ সুযোগ্য সচিব, চন্দ্ৰপ্ৰসাদ শইকীয়াৰ ওচৰত মই বিশেষভাৱে ধকুৱা আৰু অনুগৃহীত। তেখেতসকলে হাতত নোলোৱা হ'লে কিতাপখন ছপা হৈ ওলোৱাৰ কোনো আশাই নাছিল।

কিতাপখনৰ নাম দিয়া হৈছে 'ভাৰত-ভূমি'। ভাৰতৰ ইতিহাসৰ এটা বিশেষ সময়ত—গণ বিপ্লৱৰ সময়ত অন্তৰীণ হৈ থকা অৱস্থাত লেখা কিতাপ হিচাপে পঢ়ুৱৈ সমাজে দায়-দোষ মৰিষণ কৰিব—এই ভাৱ কৰিহে, 'ভাৰত-ভূমি' ছপাব দিবলৈ সাহ কৰিছিলো। পঢ়ুৱৈ সমাজে ইয়াক কেনেভাৱে লয়, কব নোৱাৰো। তেখেতসকলৰ বিচাৰৰ কাৰণে সশংকিতচিত্তে অপেক্ষা কৰিছো।

বিজয়চন্দ্ৰ ভ

# সূচী-পত্ৰ

# ভাৰত-ভূমি

আৰ্যসকল ভাৰতবৰ্ষ সোমোৱাৰ আগতেই ভাৰতবৰ্ষ সভ্যতাৰ জখলাত বহুতখিনি ওপৰলৈ উঠিছিল। কেইবছৰমান হ'ল, সিন্ধু প্ৰদেশৰ সিন্ধুনদী উপত্যকাত মহেঞ্জোদাৰো আৰু পশ্চিম পাঞ্জাবৰ হৰপ্পা—এই দুটুকুৰা ঠাই খান্দি তাৰ তলত আৰ্যসভ্যতাৰ বহুত দিনৰ আগৰ নগৰৰ ভগ্নাৱশেষ পোৱা হৈছে। সভ্যতা আৰু সংস্কৃতিসম্পন্ন জাতিৰ ইয়াত বসতি আছিল। বহুত বছৰৰ ক্ৰমবিকাশৰ ফলত তেওঁলোক এনে সভ্যতাৰ অধিকাৰী হৈছিল। চাৰি জন মানুহ এই নগৰ খন্দাৰ দায়িত্বত আছিল। মহেঞ্জোদাৰোৰ আহল-বহল ৰাস্তা-বিলাক, ঘৰ, আনকি ঘৰবিলাকৰ নলাবিলাক সুন্দৰ ইটাৰে পকা কৰা হৈছিল। গৃহস্থঘৰত সুকায়া-সুকাযাকৈ কুঁৱা আৰু পকা গা-ধোৱা ঘৰ আছিল। মহেঞ্জোদাৰোত বগা আৰু ৰঙা ৰং দিয়া লাইমষ্টনৰ ধুনীয়া মূৰ্তি আৰু হৰপ্পাত ছবিৰ আখৰৰ নমুনা পোৱা হৈছে। বেলুচিস্থানৰ "নাশত' মাছ অঁকা ঘট ওলাইছে। পণ্ডিত সকলে অনুমান কৰিছে যে, বেবিলনৰ লগত ভাৰতৰ এই সভ্যতাৰ সম্পৰ্ক আছিল। কিন্তু এই সম্পৰ্কে আজিও যথেষ্ট গৱেষণা হোৱা নাই। এই সভ্যতা পাঁচ হেজাৰ বছৰৰ আগৰ বুলি অনুমান কৰা হৈছে। কিন্তু হয়তো তাৰো আগৰ এই সভ্যতা। হয়তো মহেঞ্জো-দাৰো আৰু হৰপ্পাৰ বাহিৰে ভাৰতৰ আন অংশতো এই সভ্যতাৰ বিস্তাৰ হৈছিল।

## দ্ৰাবিড় সভ্যতা

মহেঞ্জোদাৰোৰ সভ্যতাৰ কথা বাদ দিলেও সেই সময়ত ভাৰতৰ দ্ৰাবিড় সভ্যতা যথেষ্ট উন্নত আছিল। দ্ৰাবিড়সকল আৰু আৰ্যসকল একে বংশৰ নহয় আৰু তেওঁলোকৰ ভাষা আৰ্য-সংস্কৃত ভাষাৰপৰা ওলোৱা নাই। তামিল তেলেগু, কানাড়ী আৰু মালয়ালম, এইকেইটা হৈছে দ্ৰাবিড় ভাষা। আজিও দক্ষিণ ভাৰতত এইকেইটা ভাষা চলে।

অতি পুৰণি এই ভাষাকেইটাৰ সাহিত্যৰ ভঁৰাল বৰ চহকী। তেলেগু ভাষাত বৈজ্ঞানিক প্ৰণালীত লিখা সঙ্গীতৰ এখন অতি পুৰণি কিতাপ আছে। কোনো কোনো পণ্ডিতৰ মতে সঙ্গীতৰ পুৰণি সংস্কৃত কিতাপতকৈ তেলেগু ভাষাৰ কিতাপখন উন্নত। দ্ৰাবিড়বিলাকে কেতিয়া আৰু কেনেকৈ ভাৰতত থিতাপি ল'লে, সেই সম্পৰ্কে আমি বিশেষ একো নাজানো। ইজিপ্ত বা মেছোপটেমিয়াৰ সভ্যতাতকৈ ভাৰতৰ মহেঞ্জোদাৰো বা দ্ৰাবিড় সভ্যতা পিচৰ বুলি ভাবিবৰ কাৰণ নাই। খৃঃ পূঃ চাৰি-পাঁচ হেজাৰ বছৰৰ আগৰ এই সভ্যতা। ঘাইকৈ দক্ষিণ ভাৰতত তেওঁলোকৰ বসতি আছিল। অৱশ্যে উত্তৰ ভাৰততো তেওঁলোকৰ বসতি আছিল যেন অনুমান হয়। অঘৰী আৰ্যদল আহি যেতিয়া ভাৰত সোমাল, তেতিয়া স্বাভাৱিকতেই ভাৰতৰ আদি অধিবাসী দ্ৰাবিড়বিলাকৰ লগত তেওঁলোকৰ সংঘৰ্ষ হৈছিল। আৰ্য-বিলাকে আহি উত্তৰ ভাৰতত বসতি লৈছিল। তাত থকা দ্ৰাবিড়-বিলাক যুদ্ধত হাৰি দক্ষিণলৈ হুহকি যাবলৈ বাধ্য হৈছিল। বিজেতা আৰ্যসকলে তেওঁলোকৰ গ্ৰন্থত বিজিত দ্ৰাবিড়সকলৰ সম্বন্ধে স্বাভাৱিকতেই ভালকৈ লিখা নাছিল। দক্ষিণ ভাৰতক তেওঁলোকে পাতাল বুলিছিল। দক্ষিণ আৰু উত্তৰ ভাৰতৰ মাজত ডাঠ হাবি আছিল। সেই কাৰণে এই দুই খণ্ডৰ মাজত অহা যোৱা বৰ নাছিল।

## নতুন ভাৰতীয় সংস্কৃতিৰ সৃষ্টি

পুৰাণৰ গল্প মতে আৰ্যধৰ্ম আৰু সভ্যতাৰ বাণী লৈ পোন প্ৰথমে অগস্ত্য ঋষি দক্ষিণ ভাৰতলৈ যায়। আৰ্যসভ্যতাৰ লগত দ্ৰাবিড় সভ্যতাৰ এনেকৈ সংমিশ্ৰণ ঘটে। ভাৰতলৈ অহা আৰ্যসকলৰ বহুতো আহিছিল পাৰস্য আৰু মেছোপটেমিয়াৰ পৰা। মেছোপটেমিয়া আৰু পাৰস্যৰ আৰ্যসকলে তেতিয়াৰ দিনতেই ঘৰবাৰী সাজিব জানি-ছিল আৰু সভ্য মানুহ আছিল। ভাৰতলৈ অহা অঘৰী আৰ্যসকল সেই সভ্যতাৰ বাহক আছিল। সম্ভৱতঃ সভ্যতাৰ ওখ খাপত উঠা ভাৰতৰ আদি অধিবাসীসকলৰ জীৱনী-শক্তি তেতিয়া কমি আহিছিল। কিন্তু অঘৰী আৰ্যদল তেতিয়াও দুৰ্দমনীয় আছিল। দুয়োদলে পৰস্পৰৰ ওপৰত নিশ্চয় প্ৰভাৱ বিস্তাৰ কৰিছিল। এনেকৈ ভাৰতত নতুন সভ্যতাৰ সৃষ্টি হ'ল। ভাৰতৰ সভ্যতাই এটা স্বকীয়া ধাৰা ল'লে। অবিচ্ছিন্নভাৱে এই ধাৰা এতিয়ালৈকে বৈ আছে। আজিৰ ভাৰতৰ

মানুহ হাজাৰ হাজাৰ বছৰৰ উত্তৰাধিকাৰী। মেছোপটেমিয়া (ইৰাক), ইজিপ্ত, গ্ৰীচ আদি পৃথিৱীৰ প্ৰাচীন সভ্যতাৰ সোঁত এদিন হঠাৎ বন্ধ হৈ গ'ল। অতীতৰ ইৰাক, ইজিপ্ত, আৰু গ্ৰীচৰ লগত আজি সেই সেই দেশৰ মানুহৰ যোগসূত্ৰ বিচাৰি পোৱা টান। কিন্তু ভাৰতত ইতিহাসে ঢুকি নোপোৱা সেই অতীত কালৰেপৰা একেটা সভ্যতাই চলি আহিছে। সাম্ৰাজ্যৰ পিচত সাম্ৰাজ্য উঠিল, পৰিল, নতুন নতুন জাতি আহিল, গ'ল। যান্ত্ৰিক সভ্যতাৰ এই যুগত ৰেল-জাহাজ আদি সোমাই ভাৰতৰ চেহেৰাও বদলি কৰিছে। জ্ঞানে গৰিমাৰে শ্ৰেষ্ঠ অতীতৰ সেই ভাৰতবৰ্ষ আজি নাই। দুশবছৰীয়া পৰাধীনতাৰ গ্লানি আৰু অপমানৰ বোজা সৌ সিদিনা মাথোন দলিয়াই পেলাই আজি ভাৰতবৰ্ষই অত্যন্ত খোপনিলে আৰু উদ্যমেৰে আত্মপ্ৰতিষ্ঠাৰ বাটত খোজ আগবঢ়াইছে। অতি আচৰিত কথা যে অশেষ ভাগ্য বিপৰ্যয়ৰ মাজতো ভাৰতীয় সংস্কৃতিৰ মূল ধাৰাৰ কোনো পৰিবৰ্তন আজিও ঘটা নাই। আজিও ভাৰতীয় জীৱনৰ ভেটি হৈছে সেই পুৰণিকালৰ সভ্যতা।

## ভাৰতৰ ইতিহাসত আত্মা

প্ৰাচীন কালত ইতিহাস লিখা দস্তুৰ মানুহৰ নাছিল। পিৰামিড, ভাস্কৰ্য, কবৰ আদিত সেই কালৰ দৈনন্দিন আৰু সামাজিক জীৱন ফুটাই তোলা অসংখ্য ছবি পোৱা গৈছে কাৰণে, লিখিত ইতিহাস নেথাকিলেও ইজিপ্ত আৰু মেছোপটেমিয়াৰ প্ৰাচীন সভ্যতাৰ বহুত কথা আমি জানিব পাৰিছো। মৃত্যুৰ পিচতো, এই একে জীৱনেই চলিব, এনে এটা বিশ্বাসৰ কাৰণে, কবৰবিলাক তেওঁলোকৰ সভ্যতাৰ ঘাই অঙ্গ হৈ পৰিছিল। এই কবৰবিলাকেই সেইকালৰ ইতিহাস। কিন্তু ভাৰতবৰ্ষত মৰাশ কবৰত নেৰাখি, পুৰি পেলোৱা হৈছিল। তেওঁলোকৰ সাংসাৰিক জীৱনৰ স্মৃতি চিন সেই কাৰণে আমি একো নেপাও। বিখ্যাত জাৰ্মান পণ্ডিত স্পেংলাৰ চাহাবে ভাৰতৰ সভ্যতা সম্পৰ্কে আলোচনা কৰি লিখিছে যে—ভাৰতবৰ্ষটো হৈছে 'ইতিহাসাতীত আত্মা' (a historic soul)।

প্ৰাচীন ভাৰতীয় সভ্যতা কিমান উন্নত আছিল তাৰ প্ৰমাণ দিয়ে বেদ, উপনিষদ, ৰামায়ণ, মহাভাৰত আদি অমৰ গ্ৰন্থৰাজিয়ে। যি জাতিয়ে এই গ্ৰন্থবিলাক লিখিব পাৰিছিল, তেওঁলোক নিশ্চয় ডাঙৰ আছিল। প্ৰাচীন ভাৰতীয় সমাজৰ গঠন আৰু নীতি-নিয়ম

সম্পৰ্কেও বহুত কথা আমি এই কিতাপবিলাকৰপৰা জানিব পাৰো। সাংসাৰিক জীৱনত সুখ-স্বচ্ছন্দতাৰ ফালৰপৰা ইজিপ্তৰ মানুহে কৰা উৎকৰ্ষৰ পৰিচয় আমি যেনেকৈ তেওঁলোকৰ পিৰামিড আৰু কবৰত পাও, তেনেকৈয়ে বেদ-বেদান্তই ভাৰতৰ আধ্যাত্মিক উন্নতিৰ পৰিচয় দিয়ে।

## আৰ্যসকল

ওৱেলচৰ মতে খৃঃ পূঃ ৩০০০ বছৰৰপৰা ১০০০ বছৰৰ ভিতৰত উত্তৰ-পশ্চিম ভাৰতৰ পৰ্বতমালাৰ বাটেদি আৰ্যসকল ভাৰতলৈ আহিছিল। ভাৰতত আৰ্যসভ্যতাৰ কথা আলোচনা কৰাৰ আগতে আৰ্যসকল কোন আৰু ক'ৰপৰা আহিল চোৱা যাওক। বেছিভাগ পণ্ডিতৰ মতে আৰ্যসকলৰ আদিবাসস্থান আছিল ডানিয়ুব নদীৰ অঞ্চল আৰু দক্ষিণ ৰাছিয়া। কাৰো কাৰো মতে এই মত নিৰ্ভুল নহয়। আৰ্যসকল ক্ৰমে পুব আৰু পশ্চিম ফালে যাবলৈ ধৰিলে, আৰ্যসকলৰ এটা ঠাল য়ুৰোপৰ ফালে যায়। আৰ্যসকল যোৱাৰ আগতে য়ুৰোপৰ বৃটেইন, ফ্ৰান্স, স্পেইন, দক্ষিণ ইটালী, গ্ৰীচ, এছিয়া-মাইনৰ আৰু উত্তৰ আফ্ৰিকাত ইমাৰিয়ান জাতিয়ে বসতি কৰিছিল। ইজিপ্তৰ মানুহৰ লগত এওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ আছিল। ডিম্বাকৃতিৰ আৰু দীঘল মূৰৰ এই জাতিৰ মানুহে নৰমাংস খাইছিল। এসময়ত এওঁলোকে গুহাত বাস কৰিছিল। ওখ বগা আৰ্যসকলৰ দল গৈ ক্ৰমে ইমাৰিয়ান (আৰু স্পেইনত থকা বস্কসকলকো—যদি পৃথক জাতি হয়) জাতিক জয় কৰে আৰু পশ্চিমলৈ খেদি পঠিয়ায়। এওঁলোকক "নৰ্ডিক কেল্ট" বুলি কোৱা হয়। ক্ৰমে কেল্টিক ভাষা কোৱা মানুহ আটলান্টিক পায়গৈ আৰু ইমাৰিয়ান জাতিৰ যিখিনি মানুহ শেষত বৈছিল গৈ, তেওঁলোক কেল্টিক জাতিৰ মানুহৰ লগত মিহলি হৈ যায়। কেল্টিক আক্ৰমণত আয়াৰলেণ্ডৰ অধিবাসীৰ জাতিগত কি পাৰ্থক্য ঘটিছিল, সেই সম্পৰ্কে মতানৈক্য আছে। স্পেইন আৰু আয়াৰলেণ্ডত কেল্ট জাতিৰ মানুহে যুদ্ধজয় কৰিছিল আৰু তেওঁলোকৰ ভাষা সেই ঠাইৰ মানুহৰ মাজত বলেৰে চলাইছিল। উত্তৰ ইংলণ্ডৰ মানুহৰ গাত কেল্টিক আৰ্য-তেজ বেছি নে আৰ্যযুগৰ আগৰ মানুহৰ তেজ বেছি, সেই বিষয়ে সন্দেহ আছে। চুটিকৈ ক'লা ওৱেলচৰ মানুহ আৰু আয়াৰলেণ্ডৰ এবিধ মানুহ জাতিত ইমাৰিয়ান। আজি কালিৰ পৰ্টুগালৰ মানুহো ইমাৰিয়ান জাতিৰ।

কেল্টসকলে কেল্টিক ভাষা কৈছিল। আৰ্য ভাষাৰ লগত ইমা-ৰিয়ান ভাষাৰ ব্যাকৰণ লগলাগি এই ভাষা হৈছিল। কেল্টিক ভাষাৰপৰা আকৌ গ'ল, ওৱেলচ, বৃটন, স্কটৃছ আৰু আইৰিচ, গেলিক আদি ভাষা ওলায়। যেতিয়া নৰ্ডিক কেল্টসকল পশ্চিমফালে বিয়পি পৰিছিল, সেই সময়তে নৰ্ডিক আৰ্যৰ আন এটা দলে ইটালী আৰু গ্ৰীচত থকা মাটি-চানেকীয়া বগা ( dark white ) ভূমধ্যসাগৰীয় জাতিৰ মানুহবিলাকক হেঁচা মাৰি ধৰেগৈ। তাত লেটিন আৰু গ্ৰীক্ ভাষাৰ উদ্ভৱ হয়। আৰ্যসকলৰ আন এটা দল বাল্টিকৰ ফালে আৰু স্কেণ্ডিনেভিয়া পাৰহৈ যায়। এওঁলোকে যি ভাষা কৈছিল তাৰেপৰা চুইডিচ, ডেনিচ, নৰওৱেজান আইচলেণ্ড, গথিক আৰু উজনি আৰু নামনি জাৰ্মানীৰ ভাষাৰ উৎপত্তি হয়। আৰ্যসকলৰ কেইটা-মান দল এনেকৈ পশ্চিমৰ ফালে যেতিয়া গৈছিল তেতিয়াই আৰ্য-সকলৰ আন এটা দল পুবপিনে বিয়পি পৰে। কাৰ্পেথিয়ান্ আৰু কৃষ্ণ সাগৰৰ উত্তৰ অঞ্চলত আৰ্যসকলে শ্লাভনিযান্ নামে এটা সুকীয়া ভাষা কৈছিল। এই ভাষাৰপৰা ৰুছ, চাৰ্বিযান, পোলিশ, চেক আদি ভাষা ওলায়। পুবলৈ অহা আৰ্যসকলৰে আৰু এটা দল এছিয়া-মাইনৰ আৰু পাৰস্যত বিযপি পৰে। এওঁলোকে কোৱা ভাষাৰপৰা পাৰস্যৰ পুৰণি জেণ্ড ভাষা আৰু সংস্কৃত ওলায়।

এতিয়া আমি দেখিলো যে, ইউৰোপীয়ান্, এমেৰিকান্, পাৰস্য আৰু ভাৰতৰ হিন্দুসকলৰ বেছিভাগ মানুহ একে তেজৰ আৰ্য জাতি। এতিয়া প্ৰাক-ঐতিহাসিক যুগৰ আৰ্যসকলে কেনে জীৱন-যাপন কৰিছিল চোৱা যাওক। আৰ্য-ভাষা সম্বন্ধে যত্নেৰে গবেষণা কৰি পণ্ডিতসকলে চাৰি-পাঁচ হেজাৰ বছৰৰ আগৰ আৰ্যসকলৰ জীৱন-প্ৰণালী সম্বন্ধে কিছুমান তথ্য উদ্ধাৰ কৰিছে। গাড়ী আৰু চকা বুজোৱা শব্দ সকলো আৰ্য-ভাষাতে পোৱা যায়। তাৰপৰা আমি এই সিদ্ধান্ত কৰিব পাৰো যে আদিআৰ্যসকলে গাড়ীৰ ব্যৱহাৰ জানিছিল। কিন্তু আটাইকিটা আৰ্য-ভাষাত ৰিম্, ধুৰা আৰু "স্পক্‌চ্" বা চকৰিৰ মাৰি বুজোৱা শব্দৰ উমৈহতীয়া ধাতু নাই। ইয়াৰপৰা বুজা যায় যে আদিআৰ্যসকলে গাড়ীৰ ব্যৱহাৰ জানিছিল যদিও সেই গাড়ীৰ চকাত "স্পক্‌চ্" বা চকৰিৰ মাৰি নাছিল। কুঠাৰেৰে গছৰ গা কাটি তেওঁ-লোকে চকা তৈয়াৰ কৰিছিল। আদিকালৰ গাড়ীবিলাক গৰুৱে টনা হৈছিল। আদিআৰ্যসকলে ঘোঁৰাত উঠিব বা ঘোঁৰা চলাব নেজা-নিছিল। নিৱলিঠিক মঙ্গলবিলাকে ঘোঁৰা পুহিছিল। নৱ প্ৰস্তৰ যুগৰ

আৰ্যসকলে গৰু পুহিছিল। নব্য প্ৰস্তৰযুগীয় আৰ্যসকলে গৰু খাইছিল, খোৱা নেখাইছিল। গৰুৰ সংখ্যা চাই এওঁলোকে সম্পত্তিৰ পৰিমাণ নিৰ্ণয় কৰিছিল। গৰুৱে টনা গাড়ীত মাল-বস্তু যি আছিল ভৰাইলৈ ঘাঁহনি বিচাৰি বিচাৰি এওঁলোক ঘূৰি ফুৰিছিল। তেওঁলোকে যেনে-কুৱা গাড়ী ব্যৱহাৰ কৰিছিল, আজিকালিৰ পৃথিবীত নিশ্চয় তেনে বেয়া গাড়ী পাবলৈ নাই। পিচৰ যুগত অশ্বৰী শ্ৰেণীৰ মানুহে ঘূৰি ফুৰা বিষয়ত বিশেষ দক্ষতা লাভ কৰিছিল। আৰ্যসকল ঘূৰি ফুৰি-ছিল যদিও পিচৰ অশ্বৰী শ্ৰেণীৰ দৰে ঘূৰি ফুৰা বিষয়ত তেওঁলোক সুসংগঠিত নাছিল। আদিআৰ্যসকলে ঘৰ সাজি লৈছিল বোকা আৰু খাগৰিৰে। তেওঁলোকে মৰা-শ পুৰিছিল। এই প্ৰথা ভাৰতত এতিয়াও আছে। কিন্তু তেওঁলোকৰ আগৰ ইমাৰিয়ান জাতিৰ মানুহে মৰা-শ কবৰত পুতি ৰাখিছিল। খেতিতকৈ আদিআৰ্যসকলৰ কাৰণে গৰু চৰোৱা ঘাঁহনিৰ প্ৰয়োজন বেছি আছিল। প্ৰথমতে তেওঁলোকে কাঠৰ কোৰেৰে মাটি চহাই খেতি কৰিছিল। পিচত বেঁকা গছৰ ডালেৰে নাঙলৰ দৰে কৰি গৰু লগাই তেওঁলোকে খেতি কৰিবলৈ শিকে। পথাৰতকৈয়ো তেওঁলোকে প্ৰথমতে ঘৰৰ ওচৰৰ বাগিছাতহে খেতি কৰিছিল। মাটি এটা একোটা দলৰ উমৈহতীয়া সম্পত্তি আছিল। সকলোৰে গৰু তাত চৰিছিল। ইতিহাসৰ যুগৰ ওচৰ নচপালৈকে তেওঁলোকে শিলৰ ব্যৱহাৰ নেজানিছিল। কিন্তু শিলৰ এবিধ ঘৰ সাজি তেওঁলোকে যশস্বী লোকসকলৰ মৰা-শ পোৱা ছাই ৰাখিছিল। আৰ্যসকলে নগৰ পাতি বহা নাছিল। তেওঁলোক ঘাঁহনি থকা ঠাইত দল হৈ বহিছিল। মানামত নেতাৰ তলত পৰস্পৰক সহায় কৰিবলৈ বিভিন্ন দল একগোট হৈছিল। বিপদৰ সময়ত গৰুৰ জাক লৈ গোট খাবলৈ তেওঁলোকে কেন্দ্ৰীয় ঠাইত বোকাৰ দেৱালেৰে ঘেৰাও কৰা কেম্প কৰিছিল। আদিতে পুৰোহিত শ্ৰেণীৰ মানুহেই যুদ্ধৰ সময়তো নেতৃত্ব লৈছিল। আৰ্যদলবিলাকে মৌ, চাউল আৰু আঙুৰৰ মদ কৰি খাইছিল। যুদ্ধত জয়লাভ কৰিলে বা শ্ৰাদ্ধৰ দিনা, বা ঋতু পৰিবৰ্তনৰ সময়ত তেওঁলোকে ভোজ পাতিছিল। বহুৱা বা মুখে মুখে গান আৰু শ্লোক গোৱা মানুহে ভোজত অতিথিসকলক আনন্দ দিছিল। এই স্বভাৱ কবি বা 'বাৰ্ড'সকলে অতীতৰ কাহিনী আৰু জীৱিত নেতাসকলৰ গুণগান কৰিছিল। ইতিহাসৰ ফালৰপৰা ইয়াৰ যথেষ্ট গুৰুত্ব আছে। স্বভাৱকবিসকলৰ মুখে মুখেই অতীতৰ কাহিনী যুগে যুগে চলি আহিছে। আদিআৰ্যসকলে লিখিব নেজানিছিল।

লিখিব জনা হোৱাৰ পিচতো হিচাব-পত্ৰ আৰু সাধাৰণ কথা-বতৰাহে লিখি ৰখা হৈছিল। তেতিয়াৰ মানুহে লিখাত প্ৰাণ নাই যেন পাইছিল। তেওঁলোকে স্বভাবকবিসকলৰ কথা শুনি বেছি ভাল পাইছিল। গতিকে লিখিব জনা হোৱাৰ বহুত পিচলৈকে স্বভাৱকবি সকলৰ প্ৰাধান্য আছিল। হোমাৰৰ ইলিযাদ কিতাপখন গ্ৰীচৰ ৰামায়া বুলিব পাৰি। এই কিতাপখনৰ কাহিনী খৃঃ পূঃ ১০০০ বছৰলৈকে গ্ৰীচত মুখে মুখে চলি আহিছিল। সম্ভৱতঃ খৃঃ পূঃ ৭০০ বা ৬০০ বছৰত 'বাৰ্ড'সকলৰ মুখে মুখে চলি অহা কাহিনীবিলাক লিপিবদ্ধ কৰা হয়। কিম্বদন্তী মতে হোমাৰ নামে এজন কণা স্বভাৱকবিয়ে "ইলিয়াড' আৰু "ওডিছী" নামে কিতাপ দুখন লিখিছিল। সম্ভবতঃ কণা-মানুহৰ ভিতৰত বহুতেই স্বভাৱকবিৰ ব্যবসায় লৈছিল। অধ্যাপক মিৰেচৰ মতে দল এৰি নেযাবৰ কাৰণে স্বভাব কবিসকলক কণা কৰি লোৱা হৈছিল। গ্ৰীচৰ দৰে ভাৰতৰ আৰ্য সকলে মুখৰ কথাবিলাক লিপিবদ্ধ কৰিছিল। দ্ৰাবিড়সকলৰ সংযোগলৈ আহি ভাৰতত আৰ্যসকলে মুখে মুখে ৰখা এই প্ৰথা হেৰুবায়।

আজিকালিৰ দৰে তেতিয়াৰ আৰ্য সমাজত প্ৰতিটো পৰিয়ালৰ কাৰণে বেলেগ বেলেগ ঘৰ নাছিল। একো একোখন ঘৰত তেতিয়া শ শ মানুহ আছিল। একোটা দল একোটা পৰিয়ালৰ দৰে আছিল। আজিকালিৰ দিনত পৰিয়ালবিলাক ভাগি সৰু সৰু হৈ গৈছে। কাৰণ, ৰাষ্ট্ৰ বা সমাজে ব্যক্তিগত পৰিয়ালৰ স্বাৰ্থৰক্ষা কৰিব বুলি আজিৰ মানুহ নিশ্চিন্ত। আদি যুগত মানুহে নিজক ৰক্ষা কৰিবলৈ ডাঙৰ ডাঙৰ দল হৈ থকাৰ প্ৰয়োজন আছিল। সেই কাৰণে ডাঙৰ ডাঙৰ দল একোটা তেতিযাৰ দিনত এটা পৰিয়ালৰ দৰে আছিল। ভাৰতৰ যুটীয়া পৰিয়ালৰ প্ৰথাৰ মাজত অতীত যুগৰ আৰ্য সমাজৰে এখন ছবি আমি দেখিবলৈ পাওঁ। অবশ্যে হাজাৰ হাজাৰ বছৰৰ সভ্যতাই এই প্ৰথাৰ ওপৰত যথেষ্ট প্ৰভাব পেলাইছে। যুটীয়া পৰিয়ালত বয়সত যিজন ডাঙৰ, তেৱেঁই মুৰব্বী। অতীত কালত একোটা দলৰ বুঢ়াৰ তলত দলৰ সকলো চলাৰ যি প্ৰথা, ই তাৰেপৰাই আহিছে। যুটীয়া পৰিয়াল এটা সমবায় অনুষ্ঠানৰ দৰে। হিন্দু যুটীয়া পৰিয়ালৰ বৰ্ণনা কৰি শ্ৰীভূপেন্দ্ৰ নাথ বসুৱে লিখিছে: "পৰিয়ালৰ সকলোৱে তেওঁলোকৰ উপাৰ্জনৰ ভাগ উমৈহতীয়া ভঁৰাললৈ দিব লাগে। বিধবা, মাউৰা ল'ৰা-ছোৱালী আৰু সম্বলহীন সম্পৰ্কীয় মানুহকো উমৈহতীয়া ভঁৰালৰপৰা ভৰণ-পোষণ দিয়া হয়। নিজৰ ল'ৰা-ছোৱালী

আৰু ভায়েক-ককায়েকৰ ল'ৰা-ছোৱালীক সমান চকুৰে চোৱা হয়। ইংৰাজী "কাজীন" শব্দৰ দৰে ভায়েকৰ ল'ৰাৰ কাৰণে আমাৰ ভাষাত সুকীয়া শব্দ নাই। মাদ্ৰাজৰ কোনো অঞ্চলৰ বাহিৰে ভাৰতত খুৰাকৰ জীয়েকক যিমানেই দূৰ সম্পৰ্কৰ নহওক, বিয়া নকৰায়। পৰিয়ালৰ সকলোৰে জীৱন-যাত্ৰাৰ খাপ সমান। উপাৰ্জন যাৰে যিমানেই নহওক, বিলাসিতা নাছিল। জীৱন-যাত্ৰা সহজ আছিল। মূল্যবান বনকৰা কাপোৰ পৰিয়ালৰ আটাইকেইগৰাকী তিৰোতাৰ কাৰণে যেনিবা কিনিব পৰা নাই, তেতিয়া যি এসাজ কাপোৰ আছে তাকে আটায়ে সময়ে সময়ে অদল-বদল কৰি পিন্ধিছিল। এনে কাপোৰ কেৱা পুৰুষো থাকে আৰু আগতে পূজনীয়সকলে লৈ যোৱা এই কাপোৰ সন্মানেৰে সৈতে গাত লোৱা হয়। কেবাজনো ভাই-ককাইৰ অৱস্থাপন্ন মজলীয়া খাপৰ পৰিযালত মই দেখিছো যে, তেওঁলোকৰ ঘৰত তুযোৰমান জোতা আছে আৰু বাহিৰলৈ যাবৰ সময়তহে সেই জোতা ব্যৱহাৰ কৰা হয়। পৰিয়ালৰ নিজা গোঁসাই ঘৰ আৰু সুকীয়া বিগ্ৰহ থাকে। এই বিগ্ৰহৰ প্ৰতি পৰিযালৰ সকলোৰে ভক্তি-মমতা বিশেষভাবে থকা দেখা যায়। পৰিযালৰ একোজন পুৰোহিত থাকে। পুৰোহিতক পৰিযালৰ এজন বুলি ধৰা হয়। একেটা পৰিয়ালেই বংশানুক্ৰমে পুৰোহিতৰ কাম কৰে। সেই দিনত চাকৰ-চাকৰণীবিলাকো পৰিযালৰ ভিতৰৰ একোজন সভ্য হোবাদি হৈ পৰিছিল। চাকৰণী ছোৱালীযে গৃহস্থ-গৃহস্থনীক দেউতা আৰু আই বুলি মাতে আৰু পৰিযালৰ ল'ৰা-ছোবালীবিলাকক ভাই-ককাইৰ দৰে সম্বোধন কৰে। পৰিয়ালৰপৰা তাইক বিয়াবাৰু দিয়া হয়। অবস্থাপন্ন গৃহস্থই ঘৰতে একোজন শিক্ষক ৰাখে। শিক্ষকজনে পৰিযালৰ ল'ৰা-ছোৱালীৰ উপৰিও গাঁবৰ আন ল'ৰা-ছোৱালীকো শিক্ষা দিয়ে। বেছি খৰছ কৰি স্কুলঘৰ সজা নহয়। কাৰোবাৰ চ'ৰাঘৰ বা ডাঙৰ গছৰ তলতে স্কুল বহিছিল। অৱনত শ্ৰেণীৰ ল'ৰায়ো অবাধে সেই স্কুলত যোগ দিব পাৰিছিল। বিশেষ উন্নত নহলেও, এই স্কুলবিলাকে জনসাধাৰণৰ মাজত শিক্ষা প্ৰচাৰত সহায়তা কৰিছিল। আন দেশত এনে প্ৰথা বৰ দেখা নাযায়। অতিথি সেৱা হিন্দু গৃহস্থই ধৰ্ম কাম বুলি ভাবে। দুপৰীয়াৰ অতিথিক সাক্ষাৎ ভগবান যেন জ্ঞান কৰা হয়। চাকৰ-চাকৰণীলৈকে পৰিয়ালৰ সকলোৰে খোৱা নোহোৱালৈকে ঘৰৰ গৃহস্থনী গৰাকীয়ে নেখাইছিল। কোনোৰা খাবলৈ নোপোৱা মানুহ হঠাৎ কিজানি ওলায়হি, সেই

ভাবি ছুপৰীয়া সময়খিনি পাৰহৈ নোযোবালৈকে গৃহস্থনী গৰাকীয়ে অপেক্ষা কৰিছিল। সকলোকে খুৱাই অটাই যি থাকে ছুপৰীয়াৰ পিচত তাকে তেওঁ খাইছিল।"

মিঃ ওৱেলচে লিখিছে যে, নব-প্ৰস্তৰ যুগৰপৰা মানৱ সমাজত যি ধৰণৰ গৃহস্থালি দেখা যায, ওপৰত বৰ্ণিত ভাৰতৰ হিন্দু পৰিয়ালৰ ছবিৰপৰা তাৰেই এটা আভাস পোৱা যায।

আৰ্যসকলৰ এটা দল ভাৰতবৰ্ষলৈ অহাৰ কথা আমি আগতে উল্লেখ কৰিছো। মৰণলৈ তেওঁলোকে ভয় নকৰিছিল। ছঃসাহসিক কাম কৰি তেওঁলোকে আনন্দ পাইছিল। অবিশ্ৰাম তেওঁলোকৰ অভিযান। পাহাৰ-পৰ্বত, নদ-নদী একো বাধা নেমানি তেওঁলোকে সমদলে আহি আহি ভাৰতৰ মাটিত ভৰি দিলে। সিন্ধু আৰু গঙ্গা নদীৰ পাৰৰ মহিমামণ্ডিত শোভাই তেওঁলোকক মুগ্ধ কৰি পেলালে। প্ৰকৃতিৰ এই বিপুল ঐশ্বৰ্য দেখি তেওঁলোকে অভিযানৰ কথা পাহৰি পিঠিৰ বোজা তাতে নমাই থলে। গঙ্গাৰ পবিত্ৰ পানীৰে হাত মুখ ধুই ডাঙৰ গছৰ তলত তেওঁলোকে জিৰণি ল'লে। জোনাক নিশা বিৰ্ বিৰকৈ বতাহ বলিছে। আনন্দত তেওঁলোক আপোন পাহৰা হ'ল। তেওঁলোকে তাতেই পৰম শান্তিৰে শুই পৰিল। ৰাতিপুৱা শুই উঠি পূব আকাশত দেখিলে জ্যোতিষমান সূৰ্যৰ উদয। ভক্তি গদ্ গদ্ কণ্ঠেৰে তেওঁলোকে স্তুতি আৰম্ভ কৰিলে "জবাকুসুম সঙ্কাশং কাশ্যপেযং মহাদ্যুতিম"। আফগানিস্তানৰপৰা আৰম্ভ কৰি উত্তৰ ভাৰতত বা আৰ্যবৰ্তত এনেকৈয়ে আৰ্যসকলৰ বসতি আৰম্ভ হ'ল। আৰ্যসকলৰ লগত যুদ্ধত হাৰ মানি দ্ৰাবিড়সকলে ঠাই এৰি দিব লগা হ'ল। আফগানিস্তান সেই দিনত ভাৰতৰ ভিতৰত আছিল। আফগানিস্তানক লৈ ভাৰতৰ উত্তৰ-পশ্চিম খণ্ডৰ নাম তেতিয়া আছিল গান্ধাৰ। ধৃত-ৰাষ্ট্ৰই গান্ধাৰৰ ৰজাৰ জীয়েকক বিযা কৰোৱাৰ কথা মহাভাৰতত উল্লেখ আছে।

## হিন্দু ধৰ্ম

হিন্দু ধৰ্ম কোনে, কেতিয়া প্ৰচাৰ কৰিলে? বৌদ্ধ, খৃষ্ট বা মুছলমান ধৰ্মৰ গুৰু বুদ্ধ, যীশুখৃষ্ট আৰু মহম্মদৰ দৰে হিন্দু ধৰ্মৰ মূলত কোনোবা এজন মহাপুৰুষ থকাৰ প্ৰমাণ পোৱা নাযায়। বেদেই হিন্দু ধৰ্মৰ মূল। বেদ কেৱল এজন মানুহে ৰচনা কৰা নাছিল।

হিন্দুৱে বিশ্বাস কৰিছিল যে, বেদ কোনো মানুহে লিখা নাই। ভগৱানৰ কৃপাত আপোনা-আপুনি ইয়াৰ প্ৰকাশ হৈছিল। এই কাৰণে বেদক শ্ৰুতি বোলা হয়। ইয়াৰ অৰ্থ এয়ে হ'ব পাৰে যে, বিজ্ঞজনে বহুত বছৰৰ সাধনা আৰু অভিজ্ঞতাৰ ফলত যিবিলাক সত্য উপলব্ধি কৰিছিল আৰু যিবিলাক বাণী মুখে মুখে চলি আহিছিল, তাকে বেদত সংগ্ৰহ কৰা হৈছিল। বিষ্ণুপুৰাণৰ মতে ব্যাসদেৱে তেওঁৰ চাৰিজন শিষ্য পৈল, বৈশম্পায়ন, জৈমিনি আৰু সুমন্তুৰ সহায়ত চাৰিখন বেদ সংগ্ৰহ কৰে। বেদব্যাসে বেদ ৰচনা কৰা নাছিল। তেওঁ বেদৰ সম্পাদন বা বিভাগ মাত্ৰ কৰিছিল। কোনো ব্যক্তি বিশেষক সেই কাৰণে বেদৰ গ্ৰন্থকাৰ বুলি কোৱা নহয়। যিসকল ঋষিৰ নাম বেদত উল্লেখ আছে তেওঁলোকে কেৱল ভগৱানৰ বাণী শুনাৰ সৌভাগ্য লাভ কৰিছিল। বেদৰ শব্দত অনন্তৰ অভিব্যঞ্জনা আছে। ই অনন্ত কালৰপৰা আছে। বেদ মানুহে লিখা নাই বোলাৰ ইয়েই কাৰণ বুলি মীমাংসাকে কয়। শ্ৰুতিৰ কথা ব্যাখ্যা কৰি ঋষিসকলে যি সাহিত্য সৃষ্টি কৰিছিল তাৰ নাম স্মৃতি। শ্ৰুতিৰ দৰে স্মৃতিক অলৌকিক বুলি ভবা নহয়। ব্যক্তি-বিশেষে স্মৃতি ৰচনা কৰিছিল। ব্যক্তিৰ জীৱন কাহিনী কিন্তু পোৱা নেযায়। ইয়াৰ কাৰণ এয়ে যে, প্ৰাচীন ভাৰতত ব্যক্তিগত জীৱনৰ ওপৰত বৰ গুৰুত্ব দিয়া নহৈছিল। যিমানেই ডাঙৰ মানুহ নহওক, তেওঁ তেওঁৰ সময়ৰ প্ৰতীকহে। প্ৰাচীন ভাৰতৰ পবিত্ৰ গ্ৰন্থৰ এই দুটাই বিভাগ— শ্ৰুতি আৰু স্মৃতি, ঋক, যজুৰ, সাম, আৰু অথৰ্ব এই চাৰিখন বেদ। প্ৰতিখন বেদাত তিনিধৰণৰ লিখা আছে ° (১) সংহিতা (২) ব্ৰাহ্মণম আৰু (৩) সূত্ৰম।

(১) বেদৰ সংহিতা ভাগত মন্ত্ৰ আছে। হোতাসকলে এই মন্ত্ৰ গাই যাগ যজ্ঞ কৰে। ঋক বেদৰ সংহিতা ভাগত ১০৫৮০টা পদৰ ১০১৭ টা সামবেদ সংহিতাত, ১৫৪৯ টা যজুৰ্বেদত আৰু অথৰ্ববেদ সংহিতাত ৭৬০ টা শ্লোক আছে। যজুৰ্বেদ সংহিতাত গদ্য আৰু পদ্য দুয়োধৰণৰ মন্ত্ৰ আছে। আনকিখন বেদে ঋকবেদৰ কিছুমান মন্ত্ৰ গ্ৰহণ কৰিছে।

(২) ব্ৰাহ্মণৰ উদ্দেশ্য হৈছে সংহিতাৰ মন্ত্ৰ প্ৰয়োগৰ বিধান দিয়া। ইয়াৰ তিনিটা ভাগ কৰিব পাৰি (ক) **বিধি**—এই ভাগত যাগ-যজ্ঞৰ প্ৰক্ৰিয়া দিয়া হৈছে। (খ) **অৰ্থবাদ**—এই ভাগত বিভিন্ন আলোচনা-বিলাকৰ লগত পৰম্পৰৰ সম্পৰ্ক আৰু তাৎপৰ্য দেখুৱা হৈছে।

(গ) **বেদান্ত**—ব্ৰাহ্মণৰ শেষ ভাগ কাৰণে ইয়াক বেদান্ত বা আৰণ্যকং বোলা হয়। ব্ৰাহ্মাসকলে বুঢ়া কালত হাবিলৈ গৈ কি কৰিব, সেই সম্পৰ্কে আলোচনা কৰাই মূল উদ্দেশ্য আছিল কাৰণে ইয়াক আৰণ্যকম্ বোলা হৈছিল। এই খণ্ডত যাগ-যজ্ঞৰ প্ৰণালীৰ ঠাইত, পৰমতত্ত্বৰ বিষয়ে আলোচনা পোৱা যায়। যাগ-যজ্ঞৰপৰা ক্ৰমে ওখ দাৰ্শনিক ভাবৰ বিকাশ হয়।

পিচত আৰণ্যকমৰ গুৰুত্বপূৰ্ণ অংশবিলাক ফালি বেলেগ কৰা হয়। বিভিন্ন বেদৰপৰা সংগ্ৰহ কৰি এনেকৈ একেলগে উপনিষদ উলিওৱা হয়। অৱশ্যে উপনিষদ বেলেগেও লিখা হয়। উপনিষদবিলাক পৃথিবীৰ শ্ৰেষ্ঠ দাৰ্শনিক গ্ৰন্থ। সময়ৰ লগে লগে প্ৰতিখন বেদকে কেন্দ্ৰ কৰি বহুতো বিজ্ঞজনে নতুন নতুন ব্যাখ্যা দি নতুন মতবাদ সৃষ্টি কৰে। কম বেছি পৰিমাণে উপনিষদৰ ওপৰতে ভেটি কৰি ভাৰতত বহুতো দাৰ্শনিক মতবাদ দেখা দিয়ে। তাৰ ভিতৰত ৬টা প্ৰধান, যেনেঃ গৌতমৰ ন্যায়, কণাদৰ বৈশেষিক, কপিলৰ সাংখ্য, পতঞ্জলিৰ যোগ, জৈমিনিৰ পূৰ্বমীমাংসা আৰু বাদৰায়ণৰ উত্তৰ মীমাংসা বা বেদান্ত। ওবেবাৰৰ মতে মুঠ ২৩৫ খন আৰু মেক্সমূলাৰৰ মতে মুঠ ১৭০ খন উপনিষদ আছে। বৰ্তমান ১৩ খন উপনিষদৰ কথা জনা যায়। কেইখনমান বিখ্যাত উপনিষদৰ নাম তলত দিয়া হ'ল। ঐতৰেয়, কৌশীতকী, ছান্দোগ্য, কেন, কঠ, বৃহদাৰণ্যক, ঈশ, তৈত্তিৰীয়, শ্বেতাশ্বতৰ, মৈত্ৰায়ণী, মুণ্ডক, প্ৰশ্ন, মাণ্ডুক্য।

বৈদিক সাহিত্য দুভাগত ভগাব পাৰি। এভাগ হৈছে কৰ্মকাণ্ড আৰু আনভাগ জ্ঞানকাণ্ড। সংহিতা আৰু ব্ৰাহ্মণমত যাগ-যজ্ঞৰ কথা আছে। সেইখিনি বেদৰ কৰ্মকাণ্ড। আৰণ্যকম আৰু উপনিষদত ব্ৰহ্মবিদ্যা সম্পৰ্কে আলোচনা কৰা হৈছে। এইখিনি জ্ঞানকাণ্ড। জ্ঞানকাণ্ডৰ প্ৰধান গ্ৰন্থ হৈছে উপনিষদ। আৰণ্যকম্ কৰ্মকাণ্ড আৰু জ্ঞানকাণ্ডৰ মাজৰ সেতুস্বৰূপ। কৰ্মকাণ্ডৰপৰা জ্ঞানকাণ্ডলৈ এটা ডাঙৰ পৰিৱৰ্তন। জীৱনৰ দৃষ্টিকোণ বেলেগ হয়। বাহিৰৰ বস্তুৰপৰা গভীৰতম ভাবলৈ এই পৰিবৰ্তন।

কৰ্মকাণ্ড আৰু জ্ঞানকাণ্ডৰ গ্ৰন্থকিখনৰ বয়স নিৰ্ণয় কৰা বৰ টান। পশ্চিমীয়া পণ্ডিতসকলে অনুমানৰ ওপৰত ভেটি কৰি যি তাৰিখ নিৰ্ণয় কৰিছে সি বিশ্বাসযোগ্য নহয়। বাল গঙ্গাধৰ তিলক আৰু জেকবিয়ে এই সম্পৰ্কে মূল্যবান গৱেষণা কৰিছে। সংহিতা আৰু ব্ৰাহ্মণমত থকা গ্ৰহ-নক্ষত্ৰৰপৰা এখেতসকলে এই সিদ্ধান্ত কৰিছে

যে, বেদৰ কৰ্মকাণ্ডৰ শ্লোকবিলাক খৃঃ পূঃ ৪৫০০ আৰু খৃঃ পূঃ ২৫০০ বছৰৰ ভিতৰত লিখা হৈছিল। ঋকবেদত উল্লেখ থকা পুনৰবসুৰ কথা বিশ্বাস কৰিলে, তিলকৰ মতে, ঋকবেদৰ প্ৰথম শ্লোক খৃঃ পূঃ ৬০০০ বছৰ মানত লিখা হৈছিল। তিলক আৰু জেকবিৰ মতে ব্ৰাহ্মণ-কিখন খৃঃ পূঃ ২৫০০ বছৰ মানত লিখা হৈছিল। অধ্যাপক কিথ প্ৰমুখ্যে কেইজনমান ইউৰোপীয পণ্ডিতে, তিলকে নক্ষত্ৰ গণনা কৰি বেদৰ বয়স নিৰ্ণয কৰা যুক্তি সমৰ্থন কৰা নাই।

বেদৰ কৰ্মকাণ্ডতকৈ উপনিষদবিলাক পিচৰ। অবশ্যে উপনিষদৰ বহুতো কথা বেদৰ মন্ত্ৰৰ সমান পুৰণি। ওপৰত নাম দিয়া ১৩ খন বিখ্যাত উপনিষদ খৃঃ পূঃ ২৫০০ আৰু খৃঃ পূঃ ১৬০০ বছৰৰ ভিতৰত লিখা হৈছিল। জ্যোতিষী গণনাৰ উপৰিও উপনিষদৰ বয়স নিৰ্ণয কৰাৰ আন যুক্তি আছে। জ্ঞানকাণ্ডৰ সংস্কৃত কৰ্মকাণ্ডৰ সংস্কৃতৰ দৰে। এই সংস্কৃত পাণিনিৰ আগৰ। উপনিষদৰ ভিতৰত মৈত্ৰী উপনিষদ শেহৰ। এই মৈত্ৰী উপনিষদো পাণিনিৰ আগৰ। পাণিনি খৃঃ পূঃ ৭ম শতিকাৰ মানুহ। গতিকে উপনিষদ খৃঃ পূঃ ৭ম শতিকাৰ আগতে লিখা হয। মেক্সমূলাৰ আৰু শ্ৰদাৰে এই যুক্তি সমৰ্থন কৰে। কোনো কোনো পণ্ডিতে তিলকৰ নক্ষত্ৰ চাই গণনা কৰাৰ যুক্তি অগ্ৰাহ্য কৰিছে। তেওঁলোকৰ মতে খৃঃপূঃ ১২০০ আৰু খৃঃপূঃ ৬০০ বছৰৰ ভিতৰত উপনিষদ লিখা হয। কাৰো কাৰো মতে উপনিষদৰ বয়স আৰু কম।

জনক আৰু মৈত্ৰেয়ীৰ গুৰু যাজ্ঞ্যবল্ক, শ্বেতকেতুৰ গুৰু উদ্দালক আৰুণি, সত্যকাম জাবালৰ গুৰু হৰিদ্ৰুমত, নাৰদৰ গুৰু সনৎকুমাৰ, উদ্দালক আৰুণিৰ গুৰু অশ্বপতি, বিৰোচন আৰু ইন্দ্ৰৰ গুৰু প্ৰজাপতি, ভৃগুৰ গুৰু বৰুণ আৰু নচিকেতাৰ গুৰু যম প্ৰমুখ্যে আধ্যাত্মিক জগতৰ তাৰকাবৃন্দৰ নাম আমি উপনিষদত পাওঁ। এওঁলোকে দিয়া শিক্ষাৰ বিষযে আমি বহুতো কথা পঢ়িবলৈ পাওঁ। কিন্তু তেওঁলোকৰ ব্যক্তিগত জীবন সম্পৰ্কে আমি একো নাজানো বুলিলেই হয। প্ৰকৃতপক্ষে এনে নামৰ মানুহ আছিল নে নাই ক'ব নোৱাৰি। আধ্যাত্মিক সত্য প্ৰতিপন্ন কৰাই উপনিষদৰ উদ্দেশ্য। ব্যক্তিবিশেষৰ জীৱনীত তেওঁলোকৰ আগ্ৰহ নাছিল। তথাপিও, ঋষিসকলৰ জীবন আৰু সেই সময়ৰ সামাজিক অৱস্থাৰ বিষযে উপনিষদৰপৰা আমি-এনেধৰণৰ কিছুমান কথা বুজিব পাৰো। যেনে—যাজ্ঞ্যবল্কৰ দুগৰাকী তিৰোতা আছিল। এগৰাকীৰ আধ্যাত্মিক বিষযত গভীৰ অনুৰাগ আছিল। জনকৰ ৰাজসভাত দাৰ্শনিক পণ্ডিতসকলৰ এখন সভা বহি-

ছিল। ভাৰতৰ বিভিন্ন ঠাইৰ পণ্ডিতসকল (তিৰোতাও) সেই সভাত যোগ দিছিল। পৰমজ্ঞান লাভ কৰাৰ পিচত বুঢ়াকালত যাজ্ঞ্যবল্কই তিৰোতা আৰু সম্পত্তি ত্যাগ কৰি বানপ্ৰস্থ অৱলম্বন কৰিছিল। আৰুণিৰ পুতেক শ্বেতকেতুক ১২ বছৰ বয়সত গুৰুৰ ঘৰলৈ শিক্ষাৰ কাৰণে পঠিওৱা হৈছিল। শ্বেতকেতুৱে বেদৰ জ্ঞান লাভ কৰি সকলো জানিলে, এনে এটা অহঙ্কাৰৰ ভাব লৈ ঘৰলৈ ঘূৰি আহিল। বাপেক আৰুণিয়ে পুতেকক প্ৰশ্ন কৰি জানিলে যে, পুতেকে ব্ৰহ্মজ্ঞান পোৱা নাই। আৰুণিয়ে পুতেকক ব্ৰহ্মজ্ঞান দিলে। অকপটভাৱে সত্য কথা কোৱাৰ কাৰণে গুৰু হৰিদ্ৰুমতে সত্যকামক প্ৰকৃত ব্ৰাহ্মণ বুলি সাদৰি লৈছিল। পিচত সত্যকাম এজন ডাঙৰ গুৰু হয়। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ই সৰ্বোচ্চ জ্ঞানৰ চৰ্চা কৰিছিল। সাধাৰণতে ব্ৰাহ্মণসকলে ব্ৰহ্মবিদ্যা বেছি জানিছিল বুলি স্বীকাৰ কৰা হৈছিল যদিও মাজে মাজে ব্ৰাহ্মণে পণ্ডিত ক্ষত্ৰিয়ৰপৰা শিক্ষা লাভ কৰিছিল। ৰজা জৈবলিয়ে মন্তব্য কৰিছিল যে ব্ৰাহ্মণৰ ভিতৰত তেওঁৰ শিষ্য আৰুণিয়েহে পোন-প্ৰথমে পুনৰ্জন্মৰ ৰহস্য জানিব পাৰিছে। তাৰ আগতে ক্ষত্ৰিয়সকলেহে এই ৰহস্য বুজিছিল।

এই কথাখিনি জুকিয়াই ল'লে আমি সেই সময়ৰ সামাজিক অৱস্থাৰ এখন ছবি আঁকিব পাৰো। উপনিষদৰ যুগত সমাজত তিৰোতাৰ স্থান ওপৰত আছিল। গাৰ্গী, মৈত্ৰেয়ী আদিয়ে দাৰ্শনিক আলোচনাত যোগ দিছিল। তিৰোতাই বেদৰ সূত্ৰ ৰচনা কৰাৰো প্ৰমাণ পোৱা গৈছে। উমা নামে এগৰাকী তিৰোতাই ইন্দ্ৰক আধ্যাত্মিক বিষয়ত শিক্ষা দিছিল। জাতি বিভাগ কঠোৰ নাছিল। বহুবিবাহৰ প্ৰচলন আছিল। শিক্ষাৰ প্ৰতি ধাউতি বৰ বেছি আছিল। পৰম জ্ঞান লাভ কৰিলে সন্যাস অৱলম্বন কৰাৰ দৃষ্টান্ত আছে। কিন্তু বেছিভাগ ক্ষেত্ৰতে এই পন্থা লোৱা নহৈছিল। বৈৰাগী জীৱন বাধ্যতামূলক নাছিল। ধৰ্ম আৰু দাৰ্শনিক বিষয়ে সঘনে আলোচনা হৈছিল। ধন আৰু সামাজিক মৰ্যাদা থাককেই বা নেথাককেই, জ্ঞানী আৰু চৰিত্ৰবান লোকক শ্ৰদ্ধা কৰা হৈছিল। বিদূৰৰ দৰে ভিক্ষাৰীক ৰজা মহাৰজাযো সন্মান কৰিছিল। 'ৰাজসভাত এজন পণ্ডিত বা সাধু সোমালহি, চক্ৰবৰ্তী ৰজাই তেতিয়া সিংহাসন এৰি আহি তেওঁক সেৱা জনালে'—এনে কথাৰপৰা বুজা যায় যে সাংসাৰিক মায়াৰ বান্ধোন চিঙি, জ্ঞান-চৰ্চা কৰি পবিত্ৰ জীৱন যাপন কৰা লোকৰ সন্মান বেছি আছিল। সত্য অন্বেষণৰ স্পৃহা প্ৰবল আছিল। প্ৰশ্ন নকৰাকৈ

কোনো কথা মানিবলৈ তেওঁলোকে টান পাইছিল। বিশ্ব-ৰহস্য উদ্‌ঘাটন কৰিবলৈ বৈজ্ঞানিকৰ মনোভাৱ লৈ তেওঁলোকে গবেষণা কৰিছিল আৰু নিৰ্ভীকভাবে তেওঁলোকৰ সিদ্ধান্ত ঘোষণা কৰিছিল। মুঠৰ ওপৰত এইটো গভীৰ মানসিক জাগৰণৰ যুগ। কিন্তু ইয়াৰ লগতে ক্ৰিয়াকাণ্ড আদিৰো প্ৰভাৱ দেখা যায়। সাধাৰণতে যাগ-যজ্ঞৰ নিয়ম-প্ৰণালীৰ ওপৰত বেছি জোৰ দিছিল আৰু আত্মাৰ কথা তেওঁলোকে নেভাবিছিল। উপনিষদে এই সময়ত নতুন জ্ঞানৰ পোহৰ দিয়ে। বেদৰ কৰ্মকাণ্ডৰ-পৰা ব্ৰহ্মবিদ্যাৰ আলোচনাত বেছি জোৰ দিয়া হয়।

উপনিষদৰ শিক্ষকসকল ভাৰতৰ কোন কোন ঠাইত আছিল সেই বিষয়ে আমি সবিশেষ একো গম নেপাওঁ। কুৰু, পাঞ্চাল, (মথুৰাৰ ওচৰৰ দেশ) কোশল, (অবধ) বিদৰ্ভ (বিন্ধ্য পৰ্বতৰ দক্ষিণৰ দেশ) আৰু বিদেহৰ (তিৰহুট) নাম উপনিষদত পোৱা যায়। যাজ্ঞ্যবল্ক আৰু জনক বিদেহৰ, আৰুণি আৰু জৈবলি পাঞ্চালৰ, অজাতশত্ৰু কাশীৰ। কুৰুক্ষেত্ৰৰ (আজিকালিৰ পাঞ্জাবৰ সীমাৰ শ্ৰী হিন্দ) পৰা বিদেহলৈকে গোটেইখনতে উপনিষদৰ শিক্ষকসকলে বাস কৰিছিল। এই অঞ্চলতে হিন্দু সংস্কৃতিৰ উৎপত্তি আৰু বিকাশ হয়। ইয়াৰ ভিতৰত বিদেহ, কাশী আৰু পাঞ্চাল বেছি বিখ্যাত আছিল।

উপনিষদৰ ঘাই কথাখিনি আমি এতিয়া আলোচনা কৰিম। এটা বিখ্যাত শ্লোকত এই কথাষাৰ আছে: 'মানুহে লাখ লাখ কিতাপত যি কৈছে মই আধাফাকি কথাতে তাক ক'ম। একমাত্ৰ ব্ৰহ্ম সত্য। পৃথিবীখন এটা মায়া, জীব ব্ৰহ্ম।' উপনিষদে কৈছে ব্ৰহ্ম 'একমেবাদ্বিতীয়ম্।' বিশ্বসংসাৰত ব্ৰহ্মৰ বাহিৰে আৰু ব্ৰহ্মক অতিক্ৰম কৰি আন একো নাই। ৰছী এডাল দেখি সাপ বুলি ভুল কৰাৰ দৰে, এই সংসাৰখন সত্য বুলি ভাবি মানুহে ভুল কৰে। মনৰ ভ্ৰম দূৰ হ'লে মানুহে বুজিব যে সংসাৰখন মায়া। মৰুভূমিত মৰীচিকা খেদাৰ দৰে মানুহে অজ্ঞানতাৰ কাৰণে এই সংসাৰত শান্তি বিচাৰে। একমাত্ৰ ব্ৰহ্মক জানিলেহে মানুহে শান্তি পাব পাৰে। মনৰ সকলো কামনা বিসৰ্জন দিব পাৰিলেহে মানুহে ব্ৰহ্মজ্ঞান লাভ কৰিব পাৰে। সংসাৰৰ সুখ-দুখ, জন্ম-মৃত্যু একোৱেই যেতিয়া মনক স্পৰ্শ কৰিব নোৱাৰা হয় আৰু ব্ৰহ্মক যেতিয়া একমাত্ৰ সত্য বুলি উপলব্ধি কৰিব পাৰে, তেতিয়াহে মানুহ মুক্তিৰ অধিকাৰী হয়। জীয়াই থকা অৱস্থাত তেওঁ জীৱন্মুক্ত—মৰিলে তেওঁ ব্ৰহ্মত লীন হৈ যায়।

ব্ৰহ্ম কি? ব্ৰহ্মৰ দুটা ভাগ আছে। এটা হৈছে স্বৰূপ আৰু আনটো শক্তি। পৰিবৰ্তনহীন বিমল চেতনাই হৈছে স্বৰূপ। ই স্বয়ংসম্পূৰ্ণ। আনপাক্ষে শক্তিয়ে স্বৰূপৰ ওপৰত নিৰ্ভৰ কৰিব লাগে। শক্তি দুটা অৱস্থাত থাকে। এটা শুই থকা আৰু আনটো সাৰ পাই থকা সক্ৰিয় অৱস্থা। শুই থাকোতে মানুহৰ শক্তি যেনেকৈ অসাৰ হৈ পৰি থাকে, তেনেকৈ গৰ্ভত থকা অৱস্থাত শক্তি ব্ৰহ্মত লীন হৈ থাকে। শক্তি যেতিয়া সক্ৰিয় হয়, তেতিয়াই নানা নামত এই বিশ্ব-সংসাৰৰ সৃষ্টি হয়। কিন্তু মূল আধাৰ নাথাকিলে শক্তি থাকিব নোৱাৰে। সেই কাৰণে জুই জ্বলোৱা কাঠৰ মাজত জুই যেনেকৈ লীন হৈ থাকে তেনেকৈ এই দৃশ্যমান বিশ্বসংসাৰৰ সকলোতে ব্ৰহ্ম আছে। বিশ্বৰ মাজেদি সমষ্টিগত হিচাপে চেতনাময় স্বৰূপৰ যি প্ৰকাশ, তাক ঈশ্বৰ বোলা হয়। বিশেষ বিশেষ অংশৰ মাজেদি চেতনাৰ প্ৰকাশেই হৈছে জীৱ। গতিকে জীৱ অজীৱ, চেতন অচেতন যিহকে বিশ্বত দেখা গৈছে সিযেই ব্ৰহ্মৰপৰা আহিছে আৰু ব্ৰহ্মৰ বাহিৰে কাৰো একো অস্তিত্ব নাই। সকলোতে ব্যাপি আছে যদিও ব্ৰহ্মৰ মূল সত্তা পদুম পাতৰ ওপৰত পানী থকাদি আছে। ব্ৰহ্মৰ সক্ৰিয় শক্তিয়ে যিযেই পৰিবৰ্তন নঘটাওক, ব্ৰহ্ম সদায় নিৰ্লিপ্ত। শক্তিৰ লগত সম্পৰ্ক নথকা হিচাপেই উপনিষদত ব্ৰহ্মক ধাৰণা কৰা হৈছে। এই অৱস্থাত ব্ৰহ্ম নিৰ্গুণ। শক্তিৰ লগত জড়িত হৈ থকা অৱস্থাত ব্ৰহ্ম সগুণ হয়। পৰম আৰু অপৰম্ বা বিদ্যা বা অবিদ্যা বুলিও ব্ৰহ্মক ভাগ কৰা হয়। ব্ৰহ্মৰ উচ্চ প্ৰকৃতি হৈছে সৎ-চিৎ-আনন্দ। উপনিষদৰ মতে ব্ৰহ্ম বুদ্ধিৰ অগোচৰ। সেই কাৰণে কৈছেঃ 'যতো বাচো নিবৰ্তন্তে। অপ্ৰাপ্য মনসা সহ। আনন্দং ব্ৰহ্মণো বিদ্বান। ন বিভেতি কদাচন'। উপনিষদে নেতিবাচক শব্দেৰে ব্ৰহ্মৰ স্বৰূপ বুজাবলৈ চেষ্টা কৰিছে। এই সম্পৰ্কে কৰা সমালোচনাৰ উত্তৰত ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছেঃ উপনিষদত ব্ৰহ্মক নেতিবাচক শব্দেৰে বৰ্ণনা কৰাত প্ৰায়ে আমি অভিযোগ শুনো। এজন অন্ধ মানুহে পোহৰৰ বৰ্ণনা সুধিলে, আমি ঠিক তেনেকৈয়ে পোহৰ বস্তুটো বৰ্ণনা কৰিবলৈ চেষ্টা নকৰিমনে? এনে ক্ষেত্ৰত আমি নক'মনে যে, পোহৰ হৈছে এনে এটা বস্তু, যাৰ শব্দ নাই, আকৃতি নাই, ওজন নাই, বাধা দিয়া শক্তি নাই ইত্যাদি। অৱশ্যে পোহৰ দেখা বস্তু। কিন্তু যাৰ চকু নাই, তেওঁক এই কথা কোৱাৰপৰা কি লাভ? আমাৰ বৰ্ণনা শুনি অন্ধ মানুহজনে বিশ্বাস কৰিব পাৰে বা আমাৰ মুখত কিব'

দোষ হৈছে বুলি ভাবিব পাৰে। অন্ধই বুজক নুবুজক, চকু থকা মানুহে নিশ্চয় ক'ব পাৰে যে পোহৰ থকাটো সত্য। আধ্যাত্মিক চকু থকা মানুহৰ সংখ্যা খুব কম হ'ব পাৰে, কিন্তু দৃষ্টিশক্তি নথকা মানুহৰ সংখ্যা বেছি হ'ল বুলিয়েই প্ৰমাণ নহয় যে পোহৰ নাই। ঈশ্বৰ বা ব্ৰহ্মৰ লগত অভিন্নতা প্ৰতিপন্ন কৰিবলৈ গৈ ঈশ্বৰক 'সোহং' নামো দিয়া হৈছিল। জৰথুষ্টিয়ান্ আৰু অল্ড টেষ্টামেণ্টৰ ইহুদীসকলেও ঈশ্বৰক এনে নাম দিছিল।

মানুহ আৰু ঈশ্বৰৰ ভিতৰত একত্ব আছে বুলি কৈয়েই উপনিষদৰ ঋষিসকল ক্ষান্ত থকা নাই। মানুহৰ জীৱনত সেই একত্ব কেনেকৈ প্ৰতিফলিত কৰিব পাৰি, তাকো তেওঁলোকে সযত্নে চেষ্টা কৰিছে। তেওঁলোকে দেখুৱাইছে যে মানুহে জীৱনত কিছুমান শৃঙ্খলাৰ মাজেদি গ'লে সম্পূৰ্ণ হ'ব পাৰে—ঈশ্বৰৰ দৰেই সম্পূৰ্ণ হ'ব পাৰে। এই বিষয়ে আলোচনা কৰি উপনিষদে জ্ঞানৰ তথ্য উদ্ঘাটন কৰিছে। তেওঁলোকৰ মতে ঈশ্বৰ সম্বন্ধে বিশেষ যি জ্ঞান, সিয়েই ঈশ্বৰ। মানুহৰ প্ৰকৃতিত থকা তামসিক আৰু ৰাজসিক গুণ বশ কৰি সত্বগুণৰ বলত মানুহ ব্ৰহ্মৰ ওচৰ চাপিব, আনকি ব্ৰহ্মৰ লগত লীন হৈ যাব পাৰে।

উপনিষদক ভেটি কৰি ভাৰতত ধৰ্ম আৰু দৰ্শনৰ নানা মতৰ জন্ম হৈছে। ভাৰতীয় দৰ্শনৰ কেবাটাও ঠাল আছে। তাৰে ভিতৰত নটা প্ৰধান। এই নটা ঠাল দুটা শ্ৰেণীত ভগাব পাৰি—এটা আস্তিক আৰু আনটো নাস্তিক। বেদান্ত মীমাংসা, সাংখ্য, যোগ, ন্যায়, বৈশেষিক, এই ছটা আস্তিক মতবাদ। চাৰ্বাক, বৌদ্ধ আৰু জৈন এই তিনিটা নাস্তিক। আস্তিক মতবাদে বেদক অভ্ৰান্ত বুলি মানি লৈছে আৰু বেদৰ বিশেষকৈ উপনিষদৰ শিক্ষা অনুযায়ী, তেওঁলোকৰ দাৰ্শনিক মতবাদ থিয় কৰাইছে। নাস্তিক মতবাদকিটাই বেদৰ কৰ্তৃত্ব স্বীকাৰ নকৰে। কিন্তু নাস্তিক মতবাদৰ ওপৰতো উপনিষদৰ প্ৰভাব নপৰাকৈ থকা নাই।

উপনিষদৰ ওপৰত ভিত্তি কৰি বাদৰায়ণে ব্ৰহ্মসূত্ৰ লিখে। এয়ে ঘাই বেদান্ত। ইয়াৰ সূত্ৰবিলাক টীকা নহ'লে বুজা টান। বিভিন্ন টীকাকাৰে ইয়াৰ বেলেগ বেলেগ অৰ্থ কৰিছে। ইয়াত তিনিটা প্ৰধান মত দেখা যায়:—(১) অদ্বৈতবাদ, শঙ্কৰাচাৰ্য ইয়াৰ ঘাই পৃষ্ঠপোষক, (২) বিশিষ্ট দ্বৈতবাদ (বহুৰ ভিতৰত এক), ৰামানুজ ইয়াৰ ঘাই পৃষ্ঠপোষক, (৩) দ্বৈতবাদ (ঈশ্বৰ আৰু জীৱ দুভাগ কৰি চোৱা), মধ্বাচাৰ্য

ইযাৰ ঘাই পৃষ্ঠপোষক। মানুহৰ লগত ঈশ্বৰৰ কি সম্পৰ্ক, এই ঘাই সমস্যাটো সমাধান কৰিবলৈ গৈয়েই এইকেইটা মতবাদৰ সৃষ্টি হৈছে। শঙ্কৰৰ অদ্বৈত্যবাদ মতে মানুহ আৰু ঈশ্বৰ অভিন্ন। বিশিষ্টাদ্বৈতবাদ মতে ঈশ্বৰ আৰু মানুহ মূলত অভিন্ন যদিও দুয়োৰে ভিতৰত পাৰ্থক্যও আছে। দ্বৈতবাদ মতে মানুহ আৰু ঈশ্বৰ মূলতেই বেলেগ। অদ্বৈত-বাদীযে জ্ঞানক আৰু দ্বৈতবাদীযে ভক্তিক প্ৰাধান্য দিযে।

বিশিষ্টাদ্বৈতবাদী আৰু দ্বৈতবাদীযে সৃষ্টিৰ ৰহস্য সম্পৰ্কে আলোচনা কৰি কয় যে বিশ্ব হৈছে ব্ৰহ্মাৰ পৰিণাম। অদ্বৈতবাদীৰ মতে বিশ্ব-সংসাৰ হৈছে মাযা। উপনিষদৰ সগুণ ব্ৰহ্মাৰ ওপৰত ভেটি কৰি দ্বৈত আৰু বিশিষ্টাদ্বৈতবাদীযে পৰিণাম তথ্যত উপনীত হৈছে। অদ্বৈতবাদীয়ে ব্ৰহ্মাৰ নিৰ্গুণ তথ্যৰ ওপৰত জোৰ দিযে। উপনিষদৰ শক্তি আৰু স্বৰূপ এই দুটা ভাগৰ সমন্বয় নকৰি এই দুটা মতবাদে একো একোটা অংশত বেছি জোৰ দিযা দেখা যায।

উপনিষদৰ মতে তিনি খাপৰ মুক্তি আছে। যেনে: সালোক্য, সাযুজ্য আৰু সাৰূপ্য। এই তিনি খাপৰ উপৰিও আছে নিৰ্বাণ। নিৰ্বাণ অৱস্থাত সসীম অসীমৰ লগত মিলি যায। দ্বৈতবাদীয়ে প্ৰথম দুবিধ মুক্তি স্বীকাৰ কৰে, কিন্তু পিচৰ বিধ নকৰে। এই দ্বৈত মতটো উপনিষদৰ মতৰ বিৰোধী বুলি কিছুমানে ভাবে। বিশিষ্টাদ্বৈত-বাদীযে নিৰ্বাণ অবস্থা স্বীকাৰ নকৰে। অদ্বৈতবাদীযে আটাইকেইটা খাপ স্বীকাৰ কৰে আৰু নিৰ্বাণ আধ্যাত্মিক জীবনৰ সৰ্বোচ্চ লক্ষ্য বুলি ভাবে।

বিশ্বৰ কেন্দ্ৰত কি নিগূঢ় সত্য আছে, তাক উদ্ধাৰ কৰাই হৈছে উপনিষদৰ মুখ্য উদ্দেশ্য। উপনিষদৰ ঋষিসকলে মানুহৰ আত্মাত বিশ্বৰ মুল বাস্তব সত্তাৰ অনুসন্ধান কৰিছিল। কাৰণ, তেওঁলোকে বিশ্বাস কৰিছিল যে মানুহৰ আত্মাই বিশ্বৰ শ্ৰেষ্ঠ সৃষ্টি। গতিকে মানুহৰ আত্মাৰ জ্ঞান লাভ কৰিব পাৰিলেই বিশ্বৰ মুল সত্তাৰ প্ৰকৃতি বুজা যাব। সেই কাৰণে তেওঁলোকে কৈছিল: 'আত্মানং বিদ্ধি'—নিজক জানিবলৈ চেষ্টা কৰা। মানুহৰ আত্মাৰ প্ৰকৃতি কি? যাজ্ঞবল্ক্যাই কৈছে, "আত্মা হৈছে জ্ঞান—জ্ঞাত বস্তু নহয়। আত্মাই দেখে, কিন্তু ইয়াক দেখা নাযায়, ই শুনে, কিন্তু ইয়াক শুনা নাযায়।

বৃহদাৰণ্যক আৰু ছান্দোগ্য আদি উপনিষদৰ মতে আত্মাক বুজি-বলৈ চেষ্টা নকৰি যাগ-যজ্ঞ পূজা-পাটল কৰাৰ একো লাভ নাই। কিন্তু কঠ, ঈশ আৰু মৈত্ৰী উপনিষদত যাগ-যজ্ঞক কিছু ঠাই দিয়া

হৈছে। যাগ-যজ্ঞক ঠাই দিলেও, ব্ৰহ্মসিদ্ধিৰ কাৰণে ই উপযোগী নহয় বুলি উপনিষদে ঘোষণা কৰিছিল। যাগ-যজ্ঞৰদ্বাৰা স্বৰ্গাদি লাভ হ'ব পাৰে, কিন্তু মুক্তি লাভ নহয়। যাগ যজ্ঞই পুনৰ জন্মৰপৰা মানুহক উদ্ধাৰ কৰিব নোৱাৰে।

উপনয়ন ভাৰতৰ অতি প্ৰাচীন পদ্ধতি। বামুণৰ ল'ৰাৰ ৮ বছৰমানত, ক্ষত্ৰিয়ৰ আৰু বৈশ্যৰ ল'ৰাৰ তাতকৈ কেবছৰমান পিচত উপনয়ন হৈছিল। ল'ৰাই যজ্ঞোপবীত লৈ ঘৰৰপৰা ওলাই গৈছিল আৰু কোনো উপযুক্ত গুৰুৰ ঘৰত থাকি সেই দিনাৰপৰা আধ্যাত্মিক শিক্ষা লাভ কৰিছিল। উপনিষদত উপবীত পৰিধান উৎসৱৰ ওপৰত যে সিমান জোৰ দিছে এনে নহয়, প্ৰকৃতপক্ষে ছাত্ৰৰ মনত শিক্ষা লোৱাৰ আগ্ৰহ কিমান তীব্ৰভাৱে দেখা দিছিল আৰু গুৰুক বিনা প্ৰশ্নই মানি লবলৈ সাজু আছিল নে নাই তা'লহে চকু দিয়া হৈছিল। উপনিষদ শব্দৰ অৰ্থৰপৰা বুজা যায় যে ছাত্ৰসকলে গুৰুৰ ওচৰত বহি শিক্ষা লাভ কৰাটো চলিত প্ৰথা আছিল। উপনিষদ শব্দ আহিছে সদ ধাতুৰপৰা। সদ ধাতুৰ অৰ্থ বহা, উপ মানে ওচৰত। গুৰুৰ ওচৰত বহি শিষ্যই লোৱা শিক্ষাৰপৰা উপনিষদ হৈছে। উপনিষদৰ মতে ব্ৰহ্মজ্ঞানৰ কাৰণে উপনয়ন আৰু তপস্যা, এই দুটা চৰ্ত। ছাত্ৰই গুৰুৰ ঘৰলৈ আহি বহুত দিন তপস্যা কৰিহে ব্ৰহ্ম বিদ্যা লাভ কৰিছিল। ইন্দ্ৰই ১০১ বছৰ তপস্যা কৰিহে প্ৰকৃত শিক্ষা পাইছিল। এই তপস্যাৰ অৰ্থ কি? যি সাধনাই মন পবিত্ৰ কৰে আৰু পবিত্ৰ কৰি মনক সত্যৰ পিনে ঢাল খুৱায়, সিয়েই তপস্যা। মন আৰু শৰীৰ দুয়োটাকে কিছুমান নিয়মৰ অধীনলৈ আনি তপস্যাৰ উদ্দেশ্য সিদ্ধ কৰা হয়। শৰীৰক এনেকৈ নিয়মৰ বশলৈ আনি শান্ত কৰা হয়। ধ্যানৰদ্বাৰা সূক্ষ্ম ধাৰণাৰ ক্ষমতা জগাই তোলাই মানসিক শৃঙ্খলাৰ উদ্দেশ্য। ইন্দ্ৰিয় প্ৰবৃত্তি জয় কৰি শৰীৰক শান্ত অৱস্থালৈ আনিবৰ কাৰণে প্ৰথমছোৱাত কঠোৰ শৃঙ্খলা মানিবলগা হৈছিল। কিন্তু দেহাক কষ্ট দিবলৈ কৰা তপস্যা উপনিষদে প্ৰশংসা কৰা নাই। ব্ৰহ্মক নজনাকৈ হাজাৰ হাজাৰ বছৰ তপস্যা কৰিলেও কেবল সামান্য লাভ হ'ব। ভৃগুৱে তেওঁৰ পিতৃক গুৰু হিচাপে লৈ তেওঁৰ নিৰ্দেশ মতে তপস্যা কৰিছিল। বৃহদ্ৰথৰ কোনো গুৰু নাছিল। এওঁ সংসাৰ ত্যাগ কৰি উদ্দেশ্যহীন হৈ হাবিয়ে হাবিয়ে ঘূৰি ফুৰিছিল আৰু কঠোৰ তপস্যা কৰিছিল। তপস্যাৰ বলত ভৃগুৱে উচ্চ ধাৰণা কৰাৰ ক্ষমতা লাভ কৰিছিল। আনপক্ষে বৃহদ্ৰথৰ তপস্যাৰ অৰ্থ হ'ল কেবল নিজক ক্লেশ দিয়া। ভৃগুৱে

ব্ৰহ্মজ্ঞান লাভ কৰি পৰম শান্তি পালে। বৃহদ্ৰথে দেখিলে যে তেওঁৰ অন্তৰখনত ফাক হৈ গ'ল। অসন্তুষ্ট হৈ তেওঁ কৈছিল, "শুকান পুখুৰীত টোবটোৰাই থকা ভেকুলীৰ দৰে মোৰ অবস্থা। পিচত শিক্ষকৰ নিৰ্দেশমতে তপস্যা কৰি বৃহদ্ৰথেও লক্ষ্য স্থান পাইছিলগৈ।"

উপনিষদৰ যুগত জীৱনক তিনিটা ভাগত বিভক্ত কৰা হৈছিল। ২৫ বছৰমানলৈকে আছিল শিক্ষাৰ কাল। তাৰ পিচত মাজভাগত সংসাৰৰ কাম। তৃতীয়তে সংসাৰ এৰি মুনি হৈছিল আৰু যোগৰ দ্বাৰা দেহত্যাগ কৰিছিল। সংসাৰৰ কাম এৰিবলৈ কেতিয়াও শিক্ষা দিয়া নহৈছিল, কেৱল সংসাৰৰ বস্তুত আসক্তি ত্যাগ কৰিবলৈ শিক্ষা দিয়া হৈছিল। কামনা-বাসনা ত্যাগ কৰি কাম কৰিলে সেই কাম বন্ধনৰ কাৰণ নহয়। গীতাৰ মূল শিক্ষা হৈছে এই অনাসক্তি যোগ। গীতাই কৈছে যে মনে মনে কামনা বাসনাৰ ভাব ৰাখি আত্ম-নিগ্ৰহ কৰিলে মিথ্যাচাৰ কৰা হয়। সেই যুগৰ কোনো সময়ত সাংসাৰিক কাম এৰি নিৰৰ্থক যাগ যজ্ঞ বা তপস্যাত বেছি মনোযোগ দিয়াৰ ভাব হয়তো দেখা গৈছিল। সেই কাৰণে গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক সাৱধান কৰি দিছে যে কৰ্তব্য নকৰি বহি থকাটো ধাৰ্মিকৰ জীৱনৰ লক্ষণ নহয়। গীতা উপনিষদৰ পিচত লিখা হয়। ছান্দোগ্য উপনিষদৰ মতে শৰীৰ আৰু মনৰ ওপৰত খোৱা বস্তুৰ প্ৰভাৱ আছে। নিৰ্মল চৰিত্ৰৰ বাবে পবিত্ৰ আহাৰ লাগে। ভগৱৎ গীতাত ইয়াকে অনুমোদন কৰিছে: "যি খাদ্যই স্বাস্থ্য, শক্তি আৰু সুখ দিয়ে, যিটো খাদ্যবস্তু নতুন ৰসতে ভৰপূৰ আৰু খাবলৈ ভাল লাগে," এনে খাদ্য খাব লাগে।

যিজনে ব্ৰহ্মজ্ঞান লাভ কৰে, তেওঁ মুক্ত পুৰুষ। তেওঁৰ শৰীৰ বা মন একোতে বন্ধন নাথাকে। ভোক বা পিয়াহে তেওঁক কষ্ট দিব নোৱাৰে। জৰা-ব্যাধি বা মৃত্যুৱে তেওঁৰ সুখ নষ্ট কৰিব নোৱাৰে। শৰীৰ যেতিয়ালৈকে থাকে তেতিয়ালৈকে শাৰীৰিক বিধানৰ তেওঁ বশ। কিন্তু শাৰীৰিক কষ্টই তেওঁক বিচলিত কৰিব নোৱাৰে। কাৰণ তেওঁ অনুভৱ কৰে যে ঈশ্বৰৰ লগত তেওঁৰ বীণাখন একেটা সুৰতে বন্ধা। এওঁ আচৰিত ক্ষমতা, অমৰত্ব আৰু পৰম শান্তি লাভ কৰে। বৃহদাৰণ্যক উপনিষদে গণনা কৰি কৈছে যে ধনে-জনে পৃথিৱীৰ সকলোতকৈ সুখী যিজন, তেওঁতকৈয়ো ব্ৰহ্মজ্ঞান লাভ কৰা পুৰুষৰ সুখ ১০০০০০০০০০০ গুণ বেছি।

উপনিষদৰ ব্ৰহ্মবিদ্যাৰ লগত পশ্চিমৰ ৰহস্যবাদৰ (mysticism) সাদৃশ্য আছে যদিও মূলত দুয়োটা বহুত বেলেগ। ভাৰতৰ যোগীসকলে

কেৱল নিজৰ আধ্যাত্মিক উন্নতিৰ কাৰণে চায় আৰু তেওঁলোক নিষ্ক্ৰিয় কাৰণে দেশৰ কামত নাহে বুলি কিছুমানে সমালোচনা কৰে। এই সমালোচকসকলৰ মতে পশ্চিমৰ যোগীসকলে আনক সহায় কৰে। এই তুলনা ঠিক নহয়। ইলিয়টে লিখিছে: "ইউৰোপ বা এছিয়া, ক'তো ৰহস্যবাদে ৰাজনৈতিক আৰু সামাজিক সংস্কাৰত পোনপটীয়া-ভাৱে সহায় কৰা নাই। সেইকেইটা তেওঁৰ ক্ষেত্ৰ নহয়। ধৰ্মৰ ক্ষেত্ৰত তেওঁৰ শিক্ষা বৰ কাৰ্যকৰী। ইউৰোপতকৈ এছিয়াত কৃতকাৰ্য হোৱা যোগীৰ সংখ্যা বেছি। এছিছিৰ চেণ্ট ফ্ৰান্সিচ্ আৰু ইগ্নেচিয়াচ লয়লা আদি ইউৰোপৰ ৰহস্যবাদীসকল যথেষ্ট প্ৰভাৱশালী আছিল।" তেওঁলোকে বহুত কামত যোগ দিছিল। কিন্তু সংগঠন বা মানসিক শক্তিত ভাৰতৰ গৌতমবুদ্ধ বা শঙ্কৰৰ লগত তেওঁলোকৰ তুলনা হ'ব নোৱাৰে।

সৃষ্টি হৈছে দৈৱশক্তিৰ সক্ৰিয় অৱস্থা। বিভিন্ন নাম আৰু ৰূপত—কাল আৰু ব্যাপ্তিত (time & space) দৈৱশক্তিৰ অন্তৰ্নিহিত বীজৰ বিকাশেই সৃষ্টি। দৈৱশক্তি কিছুসময় গুপ্তভাৱে থাকে, তাৰ পিচত সক্ৰিয় হয়। সক্ৰিয়ৰ পিচত আকৌ গুপ্ত হয়। গতিকে সৃষ্টিৰ একেবাৰে শেষ নাই। ইয়াৰ আদি-অন্ত নাই। কোনে ক'ব পাৰে গুটিৰপৰা গছ হৈছে নে গছৰপৰা গুটি হৈছে। উপনিষদত ইয়াকে সৃষ্টিৰ কল্পবাদ বোলা হৈছে। সৃষ্টি সম্পৰ্কে খ্ৰীষ্টানসকলৰ মতৰ লগত ইয়াৰ মৌলিক পাৰ্থক্য আছে। অধ্যাপক ডিউছেনে লিখিছে: "আমি বিশ্বাস কৰোঁ যে কোনো সময়ত সৃষ্টি হৈ গৈছে। কিন্তু বেদান্তবাদীসকলে ভাবে যে অনন্তকাল ধৰি কল্পে কল্পে বাৰে বাৰে বিশ্ব ব্ৰহ্মৰপৰা ওলাইছে আৰু ব্ৰহ্মত লীন গৈছে। অতীত আৰু ভৱিষ্যত কল্পবিলাকৰ জোখ নাই।"

কৰ্মফল হিন্দুধৰ্মৰ এটা ঘাই বৈশিষ্ট্য। মানুহে ভাল বা বেয়া যি কামেই নকৰক, তাৰ ফল এই সংসাৰতে বা ইয়াৰ পিচত ভোগ কৰিবই লাগিব। যাজ্ঞবল্ক্যই কৈছে, "তুমি যেনে ইচ্ছা কৰা, যি কাম কৰা আৰু যেনেকুৱা আচৰণ কৰা, এই সংসাৰত বা ইয়াৰ পিচত তুমি ঠিক তেনেই হ'বা।" কৰ্মফলৰ বিশ্বাসে অতি আদিম কালৰেপৰা ভাৰতীয় মনৰ ওপৰত আজিলৈকে প্ৰভুত্ব বিস্তাৰ কৰি আহিছে।

ৰসায়ন বা পদাৰ্থ বিজ্ঞানৰ ক্ষেত্ৰত শক্তিৰ সংৰক্ষণ তত্ত্বই (conservation of energy theory) নৈতিক মূল্য নথকা কামৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰে। এটা বল ঘৰৰ ওপৰলৈ দলি মাৰি দিলোঁ। বলটো গৈ ঘৰৰ চালত জিৰণি লৈ থকা অৱস্থাত শক্তি নাইকিয়া

নহ'ল। বলটো লৰাই দিলেই আকৌ বাগৰি মাটিত পৰিব। ঘৰৰ চালত থকা অৱস্থাত বলটোত শক্তি নিহিত আছিল। শক্তিৰ কেবল গঢ় বদলি হয়। ই কেতিয়াও ধ্বংস নহয়। কিন্তু নৈতিক মূল্য থকা মানুহৰ কামত conservation of energy theory নেখাটে। বুদ্ধিৰ ফালৰপৰা কাৰ্য-কাৰণৰ সন্তোষজনক কৈফিয়ৎ পালেও, ন্যায়পৰায়ণতাৰ নৈতিক দাবী ই পূৰণ নকৰে। মানুহৰ প্ৰকৃতিৰ বুদ্ধিৰ দাবী সত্য আৰু নৈতিক দাবী মিছা, এনে কথা আমি ভাবিব নোবাৰোঁ। কৰ্মফল মতবাদে বুদ্ধি আৰু নৈতিক দুয়োটা দাবী পূৰণ কৰে। কাৰণ, এইমতে অকল শাৰীৰিক ক্ষেত্ৰতে (পাৰ্থিব জগততে) নহয়, নৈতিক ক্ষেত্ৰতো প্ৰতিটো কামৰে প্ৰতিক্ৰিয়া দেখা দিবই।

জীবনৰ শেষত মানুহৰ চৰিত্ৰ বা ব্যক্তিত্ব হৈছে তেওঁৰ জীবনৰ কামৰ সমষ্টি। মৰিলে আত্মাৰ লগত এই কাম আৰু চৰিত্ৰৰ বাহিৰে আন একো নাথাকে। এই কাম আৰু চৰিত্ৰ অনুযায়ী তেওঁৰ পিচৰ জন্মত উচ্চ বা নীচ খাপ পায। কোনো এজন মানুহে যে বিশেষ গুণ বা প্ৰতিভা লৈ জন্ম গ্ৰহণ কৰে, তাৰ কাৰণ, তেওঁ আগৰ জন্মত ভাল কাম কৰিছিল। হিন্দুসকলে পৃথিবীত মানুহ আৰু মানুহৰ ভিতৰত প্ৰতিভাৰ পাৰ্থক্যৰ কাৰণ এনেকৈ নিৰ্ণয় কৰিছে। কিন্তু সমান সুযোগ নোপোৱাৰ কাৰণে যে সাংসাৰিক ক্ষেত্ৰত কোনেকৈ মানুহে দুখ ভোগ কৰে, তাক সদায় আমি দেখি আছোঁ। সেয়ে ব্যক্তিগত কৰ্ম-ফলৰপৰা বিশ্লেষণ কৰি পৃথিবীৰ দুখ-দৈন্যৰ ৰহস্য বুজিব নোৱাৰি। মানুহৰ ব্যক্তিগত জীবনত প্ৰতিভা বা বুদ্ধি আদিৰ যি অসাম্য, কৰ্ম-ফলৰ মতবাদে তাৰ এটা কৈফিযৎ দিবলৈ চেষ্টা কৰিছে, কিন্তু সামাজিক ক্ষেত্ৰত যিবিলাক অসাম্য আৰু দুখ দেখা দিছে, ব্যক্তিগত কৰ্মফলৰ মতবাদে তাৰ সন্তোষজনক কাৰণ নিৰ্ণয কৰিব নোৱাৰে।

উপনিষদে নৈতিকতাৰ খুব প্ৰশংসা কৰিছে। কিন্তু উপনিষদৰ ঋষিৰ মতে জীৱনৰ ই লক্ষ্য নহয়। ব্ৰহ্মজ্ঞানী নীতি-নিযমৰ ওপৰত সৰ্বোচ্চ ব্ৰহ্মজ্ঞান লাভ কৰিবলৈ নৈতিকতা হৈছে এটা প্ৰধান উপায়। ইউৰোপীয় দাৰ্শনিকৰ মতে নৈতিকতা হৈছে মনুষ্য জীৱনৰ লক্ষ্য। আনপক্ষে উপনিষদৰ ঋষিয়ে নৈতিক আৰু আধ্যাত্মিক জীৱনৰ মাজত পাৰ্থক্য লক্ষ্য কৰিছে। নৈতিক জীৱনত নানা বাধা নিষেধ আছে, কিন্তু আধ্যাত্মিক জীৱন সম্পূৰ্ণ স্বাধীন, গতিকে ই নৈতিক বা ধৰ্ম জীৱনতকৈ ওখ খাপৰ।

ছান্দোগ্য উপনিষদত কৈছে: "ব্ৰহ্মৰ ৰাজ্যত অশুভ একো

নাই। সেই ৰাজ্য যি পাইছেগৈ তেওঁৰ কাৰণেও অশুভ বা বেয়া একো নাই।” তেনেহ'লে এই পৃথিবীৰ দুখ-দৈন্য ক'ৰপৰা হ'ল? বিশ্ব স্ৰষ্টা ইযাৰ কাৰণে দাযী নহয়নে? উপনিষদৰ মতে বিশ্ব-স্ৰষ্টা শুভ-অশুভ সকলোৰে ওপৰত। একোৱেই তেওঁক স্পৰ্শ নকৰে। বেয়া বা ভাল দুযোটাৰে স্ৰষ্টা জীব। ঈশ্বৰে কৰ্মৰ নিযম অনুযাযী কেবল ইয়াক নিযন্ত্ৰণ কৰে। জ্ঞান লাভ কৰিলে অশুভ বুলি তেওঁৰ কাৰণে একো নাথাকে। তথাকথিত অশুভ কামতো তেওঁ ঈশ্বৰৰ লীলা দেখে। ব্ৰহ্মজ্ঞান লাভ কৰিলেই সকলো দুখ বা পাপ মোচন হয। এই মত-বাদ বিপদজনক বুলি কোনো কোনো সমালোচকে আপত্তি কৰিছে। তেওঁলোকে কৈছে যে অলৌকিক কিছুমান কথা জানিলেই সকলো পাপৰপৰা মুক্ত হ'ব বুলি কোৱাটো বিপদজনক। কিন্তু উপনিষদে পাণ্ডিত্যক ব্ৰহ্মজ্ঞান বুলি কোৱা নাই। ব্ৰহ্মজ্ঞান বুদ্ধিৰে পোৱা বস্তু নহয। ঈশ্বৰপ্ৰাপ্তি হৈছে লক্ষ্য। এই লক্ষ্য পালেগৈ উপাযবিলাকৰ কোনো প্ৰযোজন নেথাকে। সেইহে ভূমাৰ জ্ঞান লাভ কৰা পুৰুষ নীতি-নিযমৰ ওপৰত বুলি উপনিষদে ক'ব পাৰিছে।

জীবনৰ পিচত মৃত্যু। সৃষ্টিৰ ই এটা নিযম। ল'ৰা-বুঢ়া, ধনী দুখীয়া, উচ্চ নীচ কোনোৱে এই নিযমৰ হাত সাৰিব নোৱাৰে। সকলোৱেই মৃত্যুক ভয কৰে। সকলো দেশতে সকলো যুগতে মানুহে মৃত্যুৰপৰা ৰক্ষা পাবলৈ কৰুণভাৱে প্ৰাৰ্থনা কৰি আহিছে। উপনিষদৰ দৰে পৃথিবীৰ কোনো সাহিত্যতে মৃত্যু আৰু মৃত্যুৰ পিচৰ জীবন সম্পৰ্কে পুঙ্খানুপুঙ্খৰূপে আলোচিত হোৱা নাই। মৃত্যুৰ বৰ্ণনা কৰি ছান্দোগ্য উপনিষদত কৈছে: “যেতিয়া এজন মানুহ ঢুকায, তেতিযা তেওঁৰ কথা কোৱা আদি ইন্দ্ৰিয শক্তি • প্ৰাণত, প্ৰাণ তেজত আৰু তেজ ঈশ্বৰত লীন যায। তেতিযা মানুহজনৰ আত্মা তেওঁৰ হৃদয এৰি স্বৰ্গলৈ যায়। জ্ঞানীজন সূৰ্যৰপৰা ব্ৰহ্মলোকলৈ যায। অজ্ঞানী সূৰ্যলোকলৈকে যাব নোৱাৰে।”

উপনিষদৰ মতে মৃত্যু হৈছে সূক্ষ্ম আৰু স্থূল শৰীৰটোৰ পাৰ্থক্য। মৃত্যুৱে আত্মাৰ জীবনত কোনো ব্যতিক্ৰম ঘটাব নোৱাৰে, জীয়াই থকাৰ দৰে মৃত্যু হ'লেও থাকে। উপনিষদে কৈছে যে, প্ৰতিজন মানুহৰ শৰীৰ তিনিটা কোষেৰে গঠিত হৈছে (১) অন্নময় কোষ (স্থূল শৰীৰটো) (২) এই স্থূল শৰীৰৰ ভিতৰত সূক্ষ্ম শৰীৰ আছে যেনে (ক) প্ৰাণময় কোষ (প্ৰাণ, অপাণ, সমান, ব্যান, উদ্বান—এই পাঁচ ভাগত ই বিভক্ত)। (খ) সচেতন জীৱনৰ ইন্দ্ৰিয়—পাঁচটা জ্ঞানেন্দ্ৰিয় পাঁচটা কৰ্মেন্দ্ৰিয়।

এইকেইটা শাৰীৰিক ইন্দ্ৰিয় নহয়, মানসিক (গ) মন, (ঘ) বুদ্ধি (বিজ্ঞানময় কোষ), (৩) সূক্ষ্ম শৰীৰৰ ভিতৰত আৰু এটা অতি সূক্ষ্ম কোষ আছে। যেনে ঃ-আনন্দময় কোষ। ই আধ্যাত্মিক গুণৰ আধাৰ।

এই তিনিবিধ কোষৰ ভিতৰত মানুহ মৰিলে প্ৰথমটো ভাগহে নষ্ট হয। সূক্ষ্ম শৰীৰকেটা আত্মাৰ লগত থাকে আৰু ১১ খন তুবাৰৰ এখনদি সিপুৰীৰ নিৰ্দিষ্ট ঠাইলৈ যায। কিন্তু পৰমজ্ঞান লাভ কৰা পুৰুষৰ মৃত্যু এনে নহয। উপনিষদে কৈছে যে কামনা থকা মানুহৰ পুনৰ জন্ম হয আৰু কামনা নথকা জ্ঞানীপুৰুষ ব্ৰহ্ম-লোকলৈ যায। তেওঁৰ পুনৰ্জন্ম নহয। এনে পুৰুষ ব্ৰহ্মত লীন হয। অৰ্থাৎ তেওঁ মোক্ষ বা মুক্তি পায। হিন্দুসকলে পুনৰ্জন্মবাদত বিশ্বাস কৰে। উপনিষদৰ এই শিক্ষা। উপনিষদৰ পুনৰ্জন্মবাদৰ অৰ্থ এনে যে মৃত্যুৰ লগে লগে আমাৰ জীবনৰ অন্ত নপৰে। মৃত্যুৰ পিচত জীৱ সিপুৰীলৈ যায আৰু কৰ্মফল অনুসৰি আকৌ এই পৃথিবীত জন্ম লয। আমাৰ অতীত জীৱনে বৰ্তমান, আৰু বৰ্তমান জীৱনে ভবিষ্যত জীৱন নিৰ্ণয কৰে।

প্ৰতিদিনে কাম কৰি যেতিযা আমাৰ ভাগৰ লাগে, তেতিযা আমি শোওঁ। টোপনিত আমাৰ ফুৰিফুৰা চেতনা নোহোৱা হৈ থাকে। টোপনিৰ পিচত এই চেতনা-শক্তিৰ পুনৰ জন্ম হয। দিনে দিনে মানুহ এনেকৈয়ে মৰিছে আৰু জন্ম পাইছে। এনেকৈয়ে যেতিযা আমাৰ শৰীৰটো জুৰুলা হয আৰু জীবনৰ কামৰ কাৰণে অকামিলা হয়, তেতিযা ইযাক এৰি আত্মা আন এটা শৰীৰলৈ যায। যাজ্ঞবল্ক্যই কৈছে যে জোকে যেনেকৈ এটা মূৰেৰে এডাল ঘাঁহত ধৰি থাকি আনটো মূৰেৰে আনডাল ঘাঁহত আশ্ৰয বিচাৰে, সেইদৰে জীৱই এটা দেহা এৰি আন এটা দেহাত আশ্ৰয লয। গীতাত কৈছে° "বাসাংসি জীৰ্ণানি যথা বিহায, নবানি গৃহ্লাতি নৰো পৰাণি"—পুৰণি কাপোৰ এৰি মানুহে যেনেকৈ নতুন কাপোৰ লয়, তেনেকৈ জীৱই পুৰণি দেহ এৰি নতুন দেহত আশ্ৰয় লয়।

ভাৰতৰ বাহিৰতো যে পুনৰ্জন্মৰ বিশ্বাস নাই, এনে নহয। ইজিপ্তৰ ঋষিসকলে, গ্ৰীচৰ বিখ্যাত দাৰ্শনিক পাইথগৰাচ আৰু প্লেটোৱেও পুনৰ্জন্মবাদত বিশ্বাস কৰিছিল। বাইবেলত এনে বিশ্বাসৰ আভাস আছে। কিন্তু ভাৰতৰ উপনিষদৰ ঋষিসকলৰ দৰে সূক্ষ্মভাৱে এই প্ৰশ্নটো অতীত যুগত আন কোনো দেশতে আলোচনা হোৱা নাই। আজিকালিৰ দিনত ছাৰ উইলিয়ম ক্ৰুকচ্, অধ্যাপক উইলিয়ম জেমচ্,

ছাৰ অলিভাৰ লজ প্ৰমুখ্যে বিখ্যাত বৈজ্ঞানিক পণ্ডিতসকালে বিশ্বাস কৰে যে মৃত্যুৰ পিচত মানুহে সূক্ষ্মশৰীৰত বাস কৰে। ফৰাচী মনীষী কৰ্ণেল ৰচাচ, তীক্ষ্ণধী নীতিশাস্ত্ৰজ্ঞ পণ্ডিত অধ্যাপক লুটশ্লেবাচ্কী আৰু জাৰ্মানীৰ বিখ্যাত দাৰ্শনিক কবি গ্যেটেই পুনৰ্জন্মত বিশ্বাস কৰে।

উপনিষদৰ পুনৰ্জন্মবাদৰ আলোচনা বিশ্বাসৰ আযোগ্য বুলি আজিও কোনেও উৰাই দিব পৰা নাই। মৃত্যুৰ পিচত মানুহৰ কি হয়? এই প্ৰশ্নটোৱে আজিও মানুহৰ মনত তোলপাৰ লগাই আছে। আচৰিত কথা যে সভ্যতাৰ সেই আদি অবস্থাত ভাৰতৰ ঋষিসকলে এনে সূক্ষ্ম বিষয়ৰ আলোচনাও কৰিব পাৰিছিল। দৰ্শনৰ ক্ষেত্ৰত ভাৰত কিমান উন্নত আছিল, এনে কথা পৰিপাটিভাবে চিন্তা কৰিব পৰা ক্ষমতাই তাৰ প্ৰমাণ।

উপনিষদে ইন্দ্ৰিয় সুখ-সম্ভোগৰ নিন্দা কৰিছে আৰু মায়াময় এই সংসাৰক গুৰুত্ব দিয়াৰ পৰিবৰ্তে পৰকাল পুনৰ্জন্মবাদৰ পৃষ্ঠপোষকতা কৰিছে। এই কাৰণে কোনো কোনোৱে খ্ৰীষ্টান ধৰ্ম আদিৰ লগত তুলনা কৰি উপনিষদৰ দৰ্শন নিৰাশাবাদী বুলি ঘোষণা কৰে। কিন্তু উপনিষদে কোৱা নাই যে পুনৰ্জন্মবাদ জীবনৰ সমস্যাৰ চূড়ান্ত মীমাংসা। বাসনা, কামনা থকা অজ্ঞানীলোকৰ কাৰণেহে পুনৰ্জন্ম, জ্ঞানী-সাধু পুৰুষসকলৰ ভাগ্যত জ্যোতিৰ্ময়, আনন্দময় ব্ৰহ্মলোক। বাৰে বাৰে জন্মিব লাগিব আৰু দুখ-কষ্ট ভোগ কৰিব লাগিব, উপনিষদে দেখুওৱা জীৱনৰ এই ছবিখন ধূঁৱলি-কুঁৱলি যেন লাগে সঁচা, কিন্তু সেই উপনিষদেই বাৰে বাৰে জন্ম হোৱাৰ-পৰা ৰক্ষা পোৱাৰ উপায়ো দিছে। অতীতৰ প্ৰভাৱৰপৰা মুক্ত হৈ ভৱিষ্যতৰ বিমল শান্তি উপভোগ কৰাৰ পথ উপনিষদে দিছে। গতিকে উপনিষদৰ শিক্ষা নিৰাশাবাদী বুলি কোৱাটো ঠিক নহয়। ছাৰ চাৰ্লচ ইলিয়টে লিখিছে: "খ্ৰীষ্টান মতবাদতকৈ ভাৰতীয় ভাবধাৰা বেছি নিৰাশা-বাদী নহয়। ভাৰতৰ নিৰাশাবাদ বুদ্ধিমণ্ডিত, ভাবপ্ৰৱণ নহয়। খ্ৰীষ্টান-সকলৰ ধৰ্মগ্ৰন্থ 'নিউটেষ্টামেণ্ট' আৰু ভাৰতীয় চিন্তাধাৰাৰ লগত বিশেষ তেনে পাৰ্থক্য নাই। কাৰণ, দুয়োটা মতবাদেই কয় যে পৰম আনন্দ পাব পাৰি, কিন্তু ইন্দ্ৰিয় সম্ভোগৰদ্বাৰা এই আনন্দ লাভ নহয়। মূল পাৰ্থক্য হৈছে, ভাৰত আৰু নিউটেষ্টামেণ্টৰ লগত ইউৰোপীয় জাতিবিলাকৰ মনোভাবৰ। খ্ৰীষ্টধৰ্মৰ ৰক্ষণশীলতাই যিমানেই ঢাকি ৰাখিবলৈ চেষ্টা নকৰক, ইউৰোপীয় জাতিৰ মানুহৰ কাৰণে এই সংসাৰ-খনেই সকলো। এই সংসাৰখন মিছা বা অসাৰ বুলি কোৱা মতবাদ

ইউৰোপীয়সকলে ভাল নেপায়। মঠ-মন্দিৰত সন্ন্যাসী আজিও আছে যদিও, বেছিভাগ ইউৰোপীয় মানুহে সন্ন্যাসী জীৱন, ধ্যানৰ জীৱন অন্তৰৰপৰা আপোনা-আপুনি বেযা পায়। এই সংসাৰখন আৰু ইহ-জীৱন বেয়া বুলিলে তেওঁলোকে সহিব নোৱাৰে। যি দাৰ্শনিকে এই সংসাৰৰ উন্নতি অগ্ৰাহ্য কৰে, তেওঁক ইউৰোপীয মানুহে ভাল নেপায। অজানা কোনো লক্ষ্যৰ পিনে যোৱাটো আদৰ্শ হিচাপে ললে তেওঁলোকে সন্তোষ নেপায। ইহকাল-সৰ্বস্ব মনোভাৱৰ কাৰণে, এই সংসাৰৰ সুখ-সম্ভোগৰ কাৰণে তেওঁলোকে চেষ্টা কৰে। তেওঁলোকে এনে ধৰ্ম ভাল পায, যি ধৰ্মই এই সংসাৰৰ উন্নতিৰ পৃষ্ঠপোষকতা কৰে। ই মনোবৃত্তিৰ কথা। মানুহৰ এই মনোবৃত্তি সাধাৰণতে দেখা যায়। কাজেই, এনে ভাৱৰ অনুশীলন কৰাৰ প্ৰয়োজন নাই। কিন্তু এই সংসাৰখন অগ্ৰাহ্য কৰি আন এটা আদৰ্শ দাঙি ধৰাৰ মনোবৃত্তিহে অনু-শীলন কৰিবলগীযা। এনে আদৰ্শ ভাৰতৰ একচেটিয়া নহয়, কিন্তু পৃথিবীৰ আন ঠাইতকৈ ভাৰতে এই আদৰ্শ নিশ্চয় বেছি ভালকৈ বুজিছে আৰু সন্মান কৰিছে।

ভাৰতৰ গৌৰৱমণ্ডিত অতীত ইতিহাস বুজিব লাগিলে উপ-নিষদৰ ভাবধাৰাৰ লগত পৰিচয় হোৱা নিতান্ত প্ৰযোজন। গতিকে উপনিষদৰ ভাবধাৰা সম্পৰ্কে আমি চমুকৈ ওপৰত আলোচনা কৰিলোঁ। সেই আদিযুগত যি জাতিয়ে উপনিষদৰ দৰে ওখ দৰ্শন লিখিব পাৰি-ছিল, সভ্যতাৰ জখলাত নিশ্চয় তেওঁলোক বহুত ওপৰলৈ উঠিছিল। প্ৰফেচৰ এচ, চি, সেনে লিখিছে: "উপনিষদৰ দৰ্শন গভীৰ ধৰ্মমূলক। এই ধৰ্ম অতি উদাৰ আৰু আধ্যাত্মিক। উপনিষদৰ ধৰ্মই পূজা পাৰ্বণৰ বিধান দিয়া নাই বা মঠ-মন্দিৰ স্বীকাৰ নকৰে বা শাস্ত্ৰৰ বচন বেদ-বাক্য বুলি নলয়। পুৰোহিতৰ লগত এই ধৰ্মৰ সম্পৰ্ক নাই। সত্যৰ বাহিৰে আন কাৰো কৰ্তৃত্ব উপনিষদে গ্ৰাহ্য নকৰে। মানুহ আৰু মানুহৰ ভিতৰত, তিৰোতা-মুনিহৰ ভিতৰত উপনিষদে কোনো বৈষম্য স্বীকাৰ নকৰে। উপনিষদে জাতি-বৰ্ণ-নিৰ্বিশেষে সকলোৰে শান্তি আৰু মুক্তিলাভৰ কাৰণে চেষ্টা কৰিবলৈ পৰামৰ্শ দিছে আৰু কৈছে যে আত্মস্থ (যোগ) হোৱাই এই লক্ষ্য পোৱাৰ উপায়।"

উপনিষদৰ গভীৰ আধ্যাত্মিকতা আৰু বিশ্বব্যাপী শিক্ষাই প্ৰিন্স দাৰা চিকো, ফৰাচী মনীষী ডুগাৰো প্ৰমুখ্যে আজিৰ পৃথিৱীৰ বহুতৰে মনোযোগ আকৰ্ষণ কৰিছে। সুবিখ্যাত জাৰ্মান দাৰ্শনিক ছপেন্হাৱাৰে লিখিছে: "উপনিষদৰ দৰে উপকাৰী আৰু মনক ওপৰলৈ নিয়া গ্ৰন্থ

পৃথিৱীত ক'তো নাই। জীৱনত ই মোক শান্তি দিছে আৰু মৰিলেও ই মোক শান্তি দিব।"

## গৌতম বুদ্ধ

আজিৰ পৃথিৱীৰ বেছিভাগ মানুহে যিটো ধৰ্ম অনুসৰণ কৰে, সেই ধৰ্মৰ প্ৰতিষ্ঠাতা হৈছে গৌতম বুদ্ধ। খ্ৰীঃ পূঃ ষষ্ঠ শতিকাত হিমালয়ৰ নামনিত নেপালৰ সীমান্তত সৰু এখন ৰাজ্যৰ ৰাজপৰিয়ালত গৌতমৰ জন্ম হয়। ৰজাৰ ল'ৰা গৌতমৰ একোৰে অভাৱ নাছিল। সংসাৰৰ দুখ-কষ্টৰ কথা গৌতমে নেজানিছিল। ১৯ বছৰ বয়সতে তেওঁ এজনী দীপ-লিপ কুঁৱৰী যশোধৰাক (ভতিজা ছোৱালী) বিয়া কৰায়। মূৰৰ ওপৰত হিমৰ কিৰীটি পিন্ধি গিৰিশ্ৰেষ্ঠ হিমালয়, সন্মুখত মুকলি পথাৰ। খেতিয়কে নদীৰপৰা নলা কাটি আনি পানীৰে পথাৰ ওপচাই থৈছে। ৰাজপ্ৰাসাদৰ সুন্দৰ ফুলনিত বহি গৌতমে এই সৌন্দৰ্য উপভোগ কৰে। নাচ, গান, চিকাৰ আদি সংসাৰৰ সকলো সুখ-সম্ভোগ আৰু সৌন্দৰ্যৰ মাজত লালিত-পালিত হৈযো গৌতমে কিন্তু শান্তি নেপালে। গৌতমে দেখিলে — আজি যাৰ গালে-মুখে যৌবনৰ স্বাস্থ্য-শক্তি আৰু অহঙ্কাৰ ফুটি ওলাইছে, দুদিন পিচত তেওঁ বুঢ়া হয়, তেওঁৰ গাল-মুখ সোঁতোৰা-সোঁতোৰ হৈ পৰে। গৌতমে বুজিলে যে ৰজাৰ ল'ৰাৰ কাৰেঙৰ জীবনেই মানুহৰ সংসাৰ নহয়। মাৰি-মৰক, বাৰ্ধক্য আৰু মৃত্যুৱে এই সংসাৰত ৰাজত্ব কৰিছে। সংসাৰৰ দুখ-কষ্টৰ কাৰণ কি আৰু ইযাৰ প্ৰতিকাৰৰ উপায় কি, এনেবিলাক প্ৰশ্নই গৌতমৰ মনত আলোড়ন তুলিবলৈ ধৰিলে। ৰাজকাৰেঙৰ সুখ-সম্ভোগত তেওঁৰ তৃপ্তি নোহোৱা হ'ল। প্ৰথম সন্তানটি বুকুত সাবটি লৈ গোপা যেতিয়া শুই আছিল, তেতিয়া সংসাৰৰ সকলো বন্ধন ছিঙি থৈ গৌতম কাৰেঙৰপৰা ওলাল। জোনাক ৰাতি। সাৰথি চন্নক লগত লৈ গৌতম ঘোঁৰাত উঠিল। ওৰে ৰাতি গৈ পুৱা তেওঁ তেওঁলোকৰ ৰাজ্যৰ সীমা পাৰ হ'ল। তাতে নদীৰ পাৰত ঘোঁৰাৰপৰা নামি গৌতমে চন্নক অলঙ্কাৰ-পাতি, তৰোৱাল আদি দি ঘৰলৈ ঘূৰাই পঠিয়ালে। অলপ দূৰ গৈ গৌতমে ফটা-ছিটা কাপোৰ পিন্ধা এজন মানুহক লগ পালে। গৌতমে নিজৰ সুন্দৰ পোছাক দি মানুহজনৰ ফটা কাপোৰ সলাই ল'লে। সংসাৰৰ লগত সকলো বন্ধন ছিঙি পেলাই, গৌতমে এতিয়া

জ্ঞান অন্বেষণত মন দিলে। তেওঁ সাধু-সন্ন্যাসী আৰু বিখ্যাত পণ্ডিত-সকলৰ ওচৰলৈ গ'ল। তেওঁলোকৰ মীমাংসাই গৌতমৰ তীক্ষ্ণবুদ্ধিৰ জিজ্ঞাসাক সন্তুষ্ট কৰিব নোৱাৰিলে। সেই যুগৰ ৰীতি অনুযায়ী বিন্ধ্যাপৰ্বতৰ ওপৰত পাঁচজন শিষ্য লৈ তেওঁ আত্ম-নিগ্ৰহ কৰি কঠোৰ তপস্যা আৰম্ভ কৰিলে। একো নেখাই-নবৈ এজন সন্ন্যাসীয়ে কঠোৰ তপস্যা কৰাৰ কথা চাৰিওপিনে ফাটি-ফুটি গ'ল। কিন্তু এনে কঠোৰ তপস্যাৰ ফলত গৌতমে সত্যৰ মুখ নেদেখিলে। অনশনক্লিষ্ট গৌতমে এদিন ইফাল-সিফাল কৰি চিন্তা কৰি আছিল। হঠাৎ তেওঁ পিছলি পৰিল আৰু অজ্ঞান হ'ল। অলপ পিচত তেওঁ যেতিয়া চেতনা পালে, তেতিয়া তেওঁ বুজিলে যে শৰীৰক এনেকৈ কষ্ট দি জ্ঞান লাভ হ'ব নোৱাৰে। তেওঁ বুজিলে যে স্বাস্থ্যবান মানুহৰ সুস্থ মগজুৱেহে সত্যৰ অন্বেষণ কৰিব পাৰে। তেওঁ তেতিয়া সাধাৰণ খাদ্য আনিবলৈ শিষ্যসকলক আদেশ দিলে আৰু আত্ম-নিগ্ৰহ কৰিবলৈ অস্বীকাৰ কৰিলে। শিষ্য পাঁচজন আচৰিত হ'ল আৰু গৌতমৰ পতন হৈছে বুলি ভাবি, তেওঁলোকে তেওঁক এৰি গুচি গ'ল। কিছুদিনলৈ গৌতমে পোহৰ বিচাৰি হাবিয়ে হাবিয়ে ফুৰিলে। তেওঁ আগৰ তপস্যাৰ কঠোৰতা কমালে আৰু নতুন ধৰণৰ আত্মনিয়ন্ত্ৰণ পদ্ধতি অৱলম্বন কৰিলে। এদিন বিজুলী চমকাদি গৌতমৰ মনত সত্যৰ পোহৰ পৰিল। মানুহৰ দুখৰ কাৰণ আৰু তাৰ প্ৰতিকাৰৰ উপায় তেওঁ বুজিব পাৰিলে। গয়াত এজোপা গছৰ তলত বহি ধ্যান কৰি থাকোঁতে গৌতমে সত্যৰ পোহৰ পায়। তেতিয়াৰেপৰা গৌতমৰ নাম বুদ্ধ অৰ্থাৎ জ্ঞানী হ'ল। যিজোপা গছৰ তলত বুদ্ধই জ্ঞান লাভ কৰিছিল, সেইজোপা গছ বোধি-বৃক্ষ নামে জনাজাত হ'ল। এইজোপা গছ মৰিল, কিন্তু ইয়াৰ ওচৰতে হোৱা এজোপা ডাঙৰ আহত গছ এতিয়াও আছে। গছজোপাই বিশেষ সন্মান পায়। বোধিবৃক্ষৰ পবিত্ৰ স্মৃতি ৰাখিবলৈ লঙ্কাদ্বীপত খ্ৰীঃ পূঃ ২৪৫ চনতে এজোপা আহত গছ ৰোৱা হয়। সেই গছজোপা আজিও আছে। পৃথিবীৰ ভিতৰত এইজোপাই সকলোতকৈ পুৰণি গছ। গছজোপাৰ গুৰিত ওখ ভেটি বান্ধি দিয়া হৈছে, পানী-তৃনি দি যত্নেৰে গছজোপা জীয়াই ৰখা হৈছে।

গৌতমে নিজৰ মুক্তিৰ কাৰণে তপস্যা কৰা নাছিল। মানুহৰ দুখৰ বোজা যিমান পৰা যায়, কমোৱাই তেওঁৰ উদ্দেশ্য আছিল। জ্ঞান লাভ হোৱাৰ পিচত আৰু তেওঁ হাবিত নাথাকিল। কাশীলৈ আহি বুদ্ধই তেওঁৰ আগৰ শিষ্য পাঁচজন বিচাৰি উলিয়ালে। প্ৰথমতে তেওঁলোকে

বুদ্ধৰ ওচৰ চাপিবলৈ সঙ্কোচ কৰিছিল। কাৰণ, গৌতমে জানো তপস্যা ভঙ্গ কৰা নাছিল ? কিন্তু বুদ্ধৰ ব্যক্তিত্বই তেওঁলোকক জয় কৰিলে। তেওঁলোকৰ লগত পাঁচদিন বুদ্ধৰ আলোচনা হ'ল। অৱশেষত তেওঁলোকে স্বীকাৰ কৰিলে যে বুদ্ধই সত্যৰ পোহৰ পাইছে। বুদ্ধ সম্বোধনেৰে গৌতমক তেওঁলোকে গুৰু মানি ল'লে। ভাৰতৰ মানুহৰ বিশ্বাস যে যুগে যুগে ভগৱান পৃথিৱীত অৱতীৰ্ণ হয় আৰু মানুহক জ্ঞানৰ পোহৰ দিয়ে। গৌতম বুদ্ধকো ভাৰতৰ মানুহে শেহৰ অবতাৰ হিচাপে গ্ৰহণ কৰিলে। গৌতমে নিজে অৱতাৰবাদ বিশ্বাস কৰাৰ প্ৰমাণ নাই। তেওঁ নিজক কেতিয়াও বুদ্ধ বুলিও নকৈছিল।

কাশীকে কেন্দ্ৰ কৰি বুদ্ধই তেওঁৰ মত প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰিলে। কাশীৰ আশ্ৰমত বহি বুদ্ধই বাৰিষা তেওঁৰ শিষ্যসকলক শিক্ষা দিছিল। খৰালি শিষ্যসকল দেশে দেশে ওলাই যায় আৰু বুদ্ধৰ নতুন বাণী প্ৰচাৰ কৰে। আচৰিত কথা যে, জন্মস্থান ভাৰতকৈ আজি বৌদ্ধ ধৰ্ম আন দেশতহে প্ৰবলভাবে চলিছে। আজিৰ ভাৰতত বৌদ্ধধৰ্মী মানুহৰ সংখ্যা বৰ কম। কেতিয়া আৰু কিয় বৌদ্ধ ধৰ্ম ভাৰতত দুৰ্বল হৈ পৰিল, নিৰ্ণয় কৰা বৰ সহজ নহয়। বুদ্ধৰ মতবাদে যে ভাৰতত এদিন যথেষ্ট প্ৰভাৱ পেলাইছিল, তাত সন্দেহ নাই। বৌদ্ধধৰ্ম পূজা-পাৰ্বণ আদি ক্ৰিয়াকাণ্ডৰ প্ৰাধান্য থকা ব্ৰাহ্মণ্য ধৰ্মৰ বিৰোধী যদিও, এই দুয়োটা মতবাদৰ সমৰ্থকসকল পৰস্পৰৰ প্ৰতি সহিষ্ণু আছিল। ব্ৰাহ্মণ পণ্ডিত-সকলে বৌদ্ধ মঠ মন্দিৰত থাকি শিক্ষা লাভ কৰাৰ প্ৰমাণ পোৱা যায়। বিভিন্ন দাৰ্শনিক মতবাদ আৰু ধৰ্মৰ প্ৰতি সহিষ্ণুতা ভাৰতৰ এটা বৈশিষ্ট্য। ইউৰোপত মধ্যযুগত একেটা ধৰ্মৰে বিভিন্ন শাখাৰ প্ৰতিষ্ঠাৰ কাৰণে যেনেকৈ যুদ্ধ-বিগ্ৰহ হৈছিল আৰু এটা পন্থাৰ মানুহে আন পন্থাৰ মানুহক যেনেকৈ নিৰ্যাতন কৰিছিল, ভাৰতত কোনোকালেই তেনে অসহিষ্ণুতা প্ৰকাশ পোৱা নাই। ক্ৰিয়াকাণ্ডবিৰোধী বৌদ্ধধৰ্ম সমৰ্থন নকৰিলেও, হিন্দু পণ্ডিতসকলে বুদ্ধৰ ওথ দাৰ্শনিক মতবাদ সম্পৰ্কে আলোচনা কৰিছিল। সেই সময়ৰ ভাৰতীয় পণ্ডিতসকলে কোনো কথা বিনা প্ৰশ্নই মানি নলৈছিল। ঈশ্বৰ নাই বুলি কোনো পণ্ডিতে তৰ্ক কৰিলেও, সেই সময়ৰ ভাৰতবৰ্ষই উচপ্ খাই উঠিছিল। আস্তিক মতবাদৰ দৰেই নাস্তিকতাৰ সম্পৰ্কেও তেওঁলোকে নিৰ্লিপ্তভাৱে আলোচনা কৰিব পাৰিছিল। ভাৰতৰ প্ৰাণশক্তি যে সেই যুগত সুস্থ আৰু সবল আছিল, ইয়েই তাৰ প্ৰমাণ। অশোক আদি সম্ৰাটৰ

দিনতো বৌদ্ধধৰ্ম ভাৰতত প্ৰবল হৈ পৰে আৰু ব্ৰাহ্মণ্য ধৰ্ম কিছু দুৰ্বল হয়। ৭০০ খ্ৰীষ্টাব্দত কুমাৰিল ভট্ট আৰু তাৰ পিচত শঙ্কৰাচাৰ্যই উপনিষদৰ অদ্বৈতবাদৰ প্ৰচাৰ কৰে আৰু তাৰ ফলত পুনৰ ভাৰতত ব্ৰাহ্মণ্য ধৰ্মৰ অভ্যুত্থান হয়। ভাৰতত বৌদ্ধধৰ্মী মানুহৰ সংখ্যা কমিলেও, ব্ৰাহ্মণ্য ধৰ্মৰ ওপৰত বৌদ্ধধৰ্মৰ প্ৰভাৱ থাকি যায়। হিন্দু ধৰ্মৰ নামত সেই সময়ত যিবিলাক কুসংস্কাৰ আৰু ক্ৰিয়াকাণ্ড চলিছিল, বুদ্ধৰ মুখ্য অনুশীলনমূলক গবেষণাৰ ফলত, তাৰ বহুতখিনি কমিল। ভাৰতৰ বাহিৰে চীন, জাপান, মালয়, শ্যাম, তিব্বত আদি দেশত বৌদ্ধধৰ্মৰ প্ৰচাৰ হয় আৰু সেইবিলাক দেশত আজিও বৌদ্ধধৰ্মই প্ৰধান ধৰ্ম।

বুদ্ধই কিতাপ লিখা নাছিল। বুদ্ধৰ পৰলোকৰ বহুত পিচত তেওঁৰ উপদেশবিলাক সংগ্ৰহ কৰি পালি ভাষাত লিখা হয়। পালিৰ লগত মগধৰ কথিত ভাষাৰ বোধহয় সম্পৰ্ক আছিল। অসংখ্য টীকাবিলাক বাদ দিলে, পালিভাষাত লিখা বৌদ্ধ-ৰচনাবলীখিনি তিনি বিধৰ। ইয়াক 'ত্ৰিপিটক' বোলে।

বুদ্ধৰ মতবাদ উপনিষদৰ বিৰোধী হ'লেও, দুয়োৰো ভিতৰত কিছুমান কথাৰ মিল আছে। দুযোটা একেবাৰে বেলেগ হ'বই নোৱাৰে। কাৰণ, প্ৰতিটোৱেই ভাৰতীয় চিন্তাধাৰাৰপৰা ওলাইছে। উপনিষদৰ গবেষণাই বুদ্ধৰ শিক্ষাৰ কাৰণে বাট সুগম কৰি ৰাখিছিল বুলি ক'ব পাৰি। উপনিষদত দেখা দিয়া কোনো কোনো ভাব বুদ্ধই তাৰ শেষ সীমালৈ লৈ যায়। আদি উপনিষদৰ ভাৱধাৰা ব্যক্তিগত ঈশ্বৰ বিশ্বাসৰ পক্ষপাতী নাছিল। বুদ্ধই ব্যক্তিগত ঈশ্বৰৰ ধাৰণা একেবাৰে বাদ দিছে। উপনিষদত বহুত উক্তি আছে, যিবিলাক উক্তিত আত্মাক নৈতিবাচক শব্দেৰে নিৰ্গুণ হিচাপে বৰ্ণনা কৰা হৈছে। বুদ্ধই আত্মাৰ ধাৰণাও বাদ দিছে। প্ৰয়োগ প্ৰণালীত বিশেষ পৰিবৰ্তন ঘটিলেও বুদ্ধৰ শিক্ষাতো কৰ্মযোগত বিশ্বাস কৰাৰ কথা আছে। বুদ্ধৰ চিন্তাধাৰাৰ চমু আভাস তলত দিয়া হ'ল।

১। প্ৰতি মুহূৰ্ত্তে আমি গৰম-ঠাণ্ডা, পোহৰ-আন্ধাৰ, প্ৰেম-ঘৃণা, সুখ-দুখ অনুভৱ কৰোঁ। এই অনুভূতিবিলাক কোনো ইন্দ্ৰিয়ৰ নহয়। ইন্দ্ৰিয়াতীত আত্মাহে সকলো অনুভূতিৰ উৎস—এয়ে সাধাৰণ বিশ্বাস। বুদ্ধই অনুভূতিবিলাক স্বীকাৰ কৰে, কিন্তু ওপৰত কোৱা ধৰণে আত্মাৰ অস্তিত্ব স্বীকাৰ কৰাৰ প্ৰয়োজন বোধ নকৰে। আধুনিক ভাষাত ক'বলৈ গ'লে বুদ্ধই চেতনাৰ অৱস্থা স্বীকাৰ কৰে, কিন্তু মন স্বীকাৰ নকৰে। বুদ্ধৰ মতে, ভৌতিক দেহাৰ লগত অনুভূতি আৰু চিন্তাৰাশিয়েই হৈছে

আত্মা। ইয়াৰ সংহতিৰ বাহিৰে, আন আত্মাৰ অস্তিত্ব বুদ্ধই স্বীকাৰ নকৰে। সংস্কৃতত বুদ্ধৰ এই মতক 'নৈৰাত্মবাদ' বুলি বৰ্ণনা কৰা হৈছে। নৈৰাত্মবাদ বুজাবলৈ বৌদ্ধ সাহিত্যত কেবাটাও উপমা দিয়া কাহিনী আছে। ৰথৰ উপমা তাৰ ভিতৰত বিখ্যাত। গ্ৰীক্ ৰজা মিলিন্দৰ লগত বৌদ্ধভিক্ষু নাগসেনৰ কথোপকথন সম্পৰ্কে খ্ৰীষ্টযুগৰ আৰম্ভণিতে এখন কিতাপ লিখা হৈছিল। কিতাপখনৰ নাম হৈছে 'ৰজা মিলিন্দৰ প্ৰশ্নাৱলী'। ৰজা মিলিন্দ এদিন নাগসেনৰ ওচৰলৈ গৈছিল। ঋষিয়ে তেতিয়া নৈৰাত্মবাদ সম্পৰ্কে আলোচনা কৰিছিল। ঋষিয়ে ৰজা মিলিন্দক নৈৰাত্মবাদৰ কথাত প্ৰত্যয় নোযোৱা যেন দেখি সুধিলে, "মহাৰাজ, আপুনি খোজকাঢি আহিছে নে ৰথত আহিছে ?" মহাৰাজে ক'লে, "মই ৰথত আহিছোঁ।।" ঋষিয়ে ক'লে, "যদি ৰথত আহিছে, তেন্তে কওঁকচোন, ৰথ বুলিলে আপুনি কি বুজে। ৰথৰ সূত্ৰ এটা দিবনে ? ৰথৰ ধুৰাডালকে ৰথ বোলে নে ৰথৰ চকাকিটাকে ৰথ বোলে ?" মহাৰাজে তেতিয়া বুজিলে যে ৰথৰ চকা, ধুৰা বা আন কোনো অংশকে এটা এটাকৈ ধৰিলে ৰথ নহয়। ৰথখন হৈছে সকলোৰে সংযোগত। ঋষিয়ে তেতিয়া ক'লে যে আত্মাও সেইদৰে ভৌতিক আৰু চেতনাৰ (Psychical) বস্তুৰ সমষ্টিসূচক এটা নামহে। কিছুমান পদাৰ্থ লগ লাগি একো একোটা বস্তু হৈছে। সমষ্টি হিচাপেই সিহঁতৰ জীৱন। অকলে বিভিন্ন পদাৰ্থবিলাকৰ কোনো এটা লৈও সমষ্টি নহয। মনত ৰখা উচিত যে বুদ্ধৰ মতে আত্মা যেনেকৈ চেতনা আৰু ভৌতিক দেহাৰ সমষ্টি মাত্ৰ, তেনেকৈয়ে পাৰ্থিব জগতখনো কিছুমান পদাৰ্থৰ সমষ্টি মাথোন। আত্মা আৰু পাৰ্থিব জগতৰ ব্যাখ্যা তেওঁ একেধৰণেই দিছে। আত্মা বা পদাৰ্থ অকলশৰে সম্পূৰ্ণ নহয। কাজেই উপনিষদৰ আত্মাৰ ধাৰণাৰ লগত বুদ্ধৰ আত্মাৰ ধাৰণাৰ পাৰ্থক্য আছে। উপনিষদৰ আত্মা পাৰ্থিব জগতৰ অতীত কোনো এক সত্তা। উপনিষদৰ মতে অতীন্দ্ৰিয় এই সত্তা মানুহৰ সুখ-দুখৰ অনুভূতি বা ভৌতিক দেহাৰ সমষ্টি নহয়— মন, বুদ্ধি সকলোৰে অগোচৰ এই সত্তা।

২। বিভিন্ন গুণ বা পদাৰ্থ লগলাগি একো একোটা বাস্তব সত্তা হৈছে। কিন্তু একো-একোটা সমষ্টিৰ বাস্তৱ সত্তাৰ কথা আলোচনা কৰোঁতে আমি সময়ৰ কথা বাদ দিছোঁ।। বৌদ্ধ মতবাদ অনুযায়ী এই সমষ্টিবিলাক দুই মিনিটো একে হৈ নাথাকে। প্ৰতি মুহূৰ্ততে সমষ্টিবিলাকৰ পৰিবৰ্তন হৈছে। এই মতটো 'ক্ষণিকবাদ'

বুলি জনা যায়। ক্ষণিকবাদ বুজাবলৈ দুটা উপমা দিয়া হৈছে : এটা হৈছে নদীৰ পানী আৰু আনটো হৈছে চাকিৰ জুই। এখন নদীতে এজন মানুহে কেতিয়াও দুবাৰ গা ধুব নোৱাৰে। নদীৰ পানী অবিৰাম ব'ব লাগিছে। নদীখন দেখাত একে হৈ থাকে যদিও, প্ৰকৃতপক্ষে তাৰ পানী সদায় বেলেগ। চাকিটো জ্বলি আছে। একেকুৰা জুই জ্বলি আছেনে? নাই থকা। জুয়ে নিজে নিজক পুৰি শলিতাগছ জ্বলাই ৰাখিছে। সেইদৰে পৃথিবীৰ যাবতীয় বস্তু সদায় প্ৰতি মুহূৰ্ততে বদলি হ'ব লাগিছে। এই মুহূৰ্তত এজন মানুহ যেনে আছে পিচ মুহূৰ্তত তেওঁ তেনে হৈ নেথাকে। একেজন মানুহেই প্ৰতি মুহূৰ্ততে বদলি হৈছে। এটা বস্তু দুটা বেলেগ বেলেগ মুহূৰ্তত আমি একে যেন দেখোঁ, কিন্তু দৰাচলতে সাদৃশ্য আছে যদিও একেটা বস্তুৱেই বেলেগ বেলেগ সময়ত বেলেগ বস্তু, একে বস্তু নহয়। স্থিৰ সত্তা একো নাই আৰু সকলো অবিৰাম নদীৰ সোঁতৰ দৰে গৈ আছে, এই তথ্যটো সেই সময়ত প্ৰচলিত দুটা মতবাদৰ ভিতৰত আপোচ কৰি উলিওৱা হয় যেন লাগে। উপনিষদৰ মত আছিল যে বিশ্বত এটা মাত্ৰ প্ৰকৃত সত্তা আৰু তাৰ বাহিৰে সকলো মিছা। আনটো মত হৈছে যে আমি চকুৰে যি দেখিছোঁ সিহে সঁচা, তাৰ অতীত কোনো সত্তা নাই।

যদি আমি প্ৰতি মুহূৰ্ততে বেলেগ মানুহ হৈ পৰোঁ তেন্তে আমাৰ এই মুহূৰ্তৰ কামৰ কাৰণে পিচৰ মুহূৰ্তত কিয় জগৰীয়া হ'ম ? ক্ষণিকবাদ মানিলে মানুহৰ নৈতিক দায়িত্ব থাকে কেনেকৈ ? ইয়াৰ উত্তৰত বৌদ্ধ-সকলে কয় যে প্ৰতি মুহূৰ্তৰ অভিজ্ঞতা তাৰ পিচৰ মুহূৰ্তত মেৰ খাই থাকে। বুদ্ধই কোনো জীৱৰ পৰিবৰ্তনহীন একত্বত বিশ্বাস নকৰে, কিন্তু তাৰ ঠাইত নদীৰ সোঁতৰ দৰে লানি-নিছিগা অৱস্থাত বিশ্বাস কৰে।

উপনিষদৰ মতে আত্মা অবিনশ্বৰ, অজৰ-অমৰ, শাশ্বত। বুদ্ধই এনে আত্মাত বিশ্বাস নকৰে। কিন্তু ক্ষণে ক্ষণে পৰিবৰ্তন হ'লেও লানি নিছিগা সোঁতৰ দৰে আত্মাৰ এটা অৱস্থা স্বীকাৰ কৰিছে। গতিকে কোনো কোনো পণ্ডিতৰ মতে বৌদ্ধমতবাদেও পৰোক্ষভাৱে আত্মাৰ অমৰত্ব কল্পনা কৰিছে।

৩। বুদ্ধৰ মতে সংসাৰৰ দুখৰাশি নোহোৱা কৰাই জীৱনৰ মাই সমস্যা। সংসাৰৰ দুখৰ কাৰণবিলাক জানিব পাৰিলে দুখ মোচন কৰিব পাৰি বুলি তেওঁ বিশ্বাস কৰিছিল। বুদ্ধই তপস্যা কৰি এই জ্ঞান পায় যে কিছুমান প্ৰকৃতিক আৰু বুজিব পৰা কাৰণত দুখৰ উৎপত্তি আৰু এই কাৰণবিলাক দূৰ কৰিব পাৰিলেই দুখৰো নিবাৰণ হ'ব।

সংসাৰৰ প্ৰতিটো কথাৰে এটা কাৰণ আছে। কাৰণ নোহোৱাকৈ একো হোৱা নাই। গোলাপ ফুলটো ক'লা নহৈ ৰঙা হ'ল কিয়, তাৰো নিশ্চয় কাৰণ আছে। কাৰণসমূহ গৱেষণা কৰি মানুহে জানিব পাৰে। আজিকালি কাৰ্য-কাৰণৰ আইন (law of sufficient reason) ওলাইছে। আঢৈ হেজাৰ বছৰৰ আগতে বুদ্ধই আধুনিক এই আইনৰ দৰেই এটা ধাৰণা কৰিছিল।

৪। বুদ্ধৰ শিক্ষাৰ দুটা ঘাই নীতি হৈছে অনাত্মাবাদ আৰু ক্ষণিকবাদ। ইযাৰ ওপৰত ভেটি কৰি বুদ্ধই কাৰ্যকৰী ক্ষেত্ৰত মানুহক পৰামৰ্শ দিয়ে যে পৃথিৱীৰ সকলো বস্তু ক্ষণস্থায়ী আৰু বিনাশশীল। গতিকে এই বস্তুবিলাকৰ কাৰণে লালসা কৰা মিছা। যিমান সোনকালে সম্ভৱ আমি এই লালসাৰপৰা নিজক মুক্ত কৰিব লাগে। সংসাৰৰ বাহিৰা বস্তুৰ প্ৰতি লালসাতকৈও মানুহে নিজৰ আত্মাৰ অমৰত্বৰ কাৰণেই বেছি ইচ্ছা কৰে। বুদ্ধই শিক্ষা দিয়ে যে যিহেতু আত্মা বুলি একো নায়েই, আমি আত্মা অমৰ কৰাৰ এই লালসাৰপৰা নিজক মুক্ত কৰা উচিত। বুদ্ধৰ মতে এনে লালসা নোহোৱা কৰিব পাৰিলেহে দুখ মোচন হ'ব। নিজৰ আত্মাত বিশ্বাস কৰিলে আনৰ আত্মাতো বিশ্বাস আহি পৰে আৰু তাৰ ফলত সঙ্কীৰ্ণ প্ৰেম বা ঘৃণা আদি স্বাৰ্থপৰতাৰ ভাবৰ উদয় হয়। অজ্ঞানতাৰ কাৰণে মানুহে ভাবে যে তেওঁৰ এটা অমৰ আত্মা আছে আৰু তাৰ ফলত তেওঁ কষ্টভোগ কৰে।

উপনিষদৰ দৰে বুদ্ধয়ো শিক্ষা দিছিল যে সকলো দুখৰ কাৰণ অজ্ঞানতা। অজ্ঞানতাৰপৰা আসক্তি আৰু আসক্তিৰপৰা কাম। এয়ে সংসাৰ-চক্ৰ। উপনিষদ আৰু বুদ্ধ, দুয়ো এই বিষয়ে একমত যে প্ৰকৃত জ্ঞানৰদ্বাৰাহে দুখ নিবাৰণ হ'ব পাৰে। কিন্তু শব্দ একে হ'লেও উপনিষদ আৰু বুদ্ধৰ ধাৰণাৰ মাজত পাৰ্থক্য আছে। উপনিষদে কৈছে যে বিশ্বৰ সকলোৰে মূল সত্তা এটা বুলি নজনাই হৈছে অজ্ঞানতা। মানুহে মোহৰ জালত বিশ্বৰ বিভিন্ন মৰণশীল বস্তুত খামুচি ধৰি থাকে কাৰণে কষ্ট পায়। বুদ্ধৰ মতে তথাকথিত আত্মাৰ ধাৰণাটো যে মিছা, সেই কথা নজনাটোৱেই হৈছে অজ্ঞানতা আৰু তাৰ কাৰণেই মানুহৰ দুখভোগ।

৫। বুদ্ধৰ মতে প্ৰকৃত জ্ঞানৰদ্বাৰা অজ্ঞানতা অন্ধকাৰ দূৰ কৰিব পাৰি। দুখ নিবাৰণৰ ইয়েই একমাত্ৰ উপায়। প্ৰকৃত জ্ঞান লাভৰ কাৰণে আত্মশুদ্ধিৰ প্ৰয়োজন। আত্মশুদ্ধিৰ আঠটা পথ আছে, যেনে সম্যক

বা শুদ্ধ দৃষ্টি, সম্যক সংকল্প, সম্যক বচন, সম্যক কর্মান্ত, সম্যক আজীৱ, সম্যক ব্যায়াম, সম্যক স্মৃতি আৰু সম্যক সমাধি। বুদ্ধই সদায় কৈছিল যে তেওঁ কৈছে বুলিয়েই যেন কোনেও তেওঁৰ কথা মানি নলয়। নিজে যি উপলব্ধি কৰিছে, তাকেহে গ্ৰহণ কৰা উচিত। প্ৰতিজন মানুহে নিজৰ মুক্তিৰ কাৰণে নিজৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। গুৰুৱেও কেৱল পথহে দেখুৱাব পাৰে। জ্ঞানৰ কাৰণে প্ৰতিজনৰ নিজৰ শীল আৰু সমাধিৰ প্ৰযোজন। চিন্তা আৰু কামৰ সংযম নহলে সত্যৰ অনুভূতি হ'ব নোৱাৰে। শীল মানে হৈছে শুদ্ধ আচৰণ। সঁচা কথা কোৱা, আপোনাতে আপুনি সন্তুষ্ট হোৱা, অহিংসা শুদ্ধ আচৰণৰ ভিতৰত পৰে। সমাধি হৈছে সত্য সম্পৰ্কে নিজৰ অন্তৰত ধ্যান কৰাৰ প্ৰণালী। আনৰপৰা যি শিকা যায়, সমাধিস্থ মনে তাক নিজৰ অন্তৰত ধ্যান কৰি উপলব্ধি কৰে। শুদ্ধ জীৱন যাত্ৰাৰ প্ৰণালী, সংসাৰী আৰু সন্ন্যাসীৰ কাৰণে বেলেগ। ব্যক্তিৰ ক্ষমতা আৰু অভিৰুচি অনুযায়ী জীৱন যাত্ৰাৰ নিয়ম কৰি ল'ব লাগে। বুদ্ধই চৰম অৱস্থা বাদ দি মাজৰ পথ লবলৈ পৰামৰ্শ দিছিল। কাশীত শিষ্যসকলৰ লগত কৰা প্ৰথম আলোচনাত বুদ্ধই কৈছিল যে প্ৰকৃত আধ্যাত্মিক জীৱনৰ লগত ভালকৈ তাঁৰ বন্ধা এখন বেহেলা ৰিজাব পাৰি। বেহেলাৰ তাঁৰ বেছি টানকৈ বান্ধিলে বা ঢিলাকৈ বান্ধিলে সুৰ ভালকৈ নোলায়। নিয়মমতে তাঁৰ বান্ধিলেহে ভাল সুৰ ওলায়। সেই দৰে এফালে সুখ-সম্ভোগত গা উটুৱাই দিয়া বা আনফালে দেহাক কষ্ট দিয়া, দুয়োটা পদ্ধতিয়েই ধাৰ্মিকসকলে বাদ দিব লাগে।

৬। বুদ্ধৰ মতে নিৰ্বাণ লাভেই মানুহৰ জীৱনৰ উদ্দেশ্য হোৱা উচিত। নিৰ্বাণ লাভ হ'লে জীৱনৰ যি সোঁত, সি বন্ধ হয়। জ্বলি থকা চাকি এটা নুমাই যোৱাৰ লগত নিৰ্বাণৰ তুলনা কৰিব পাৰি। নিৰ্বাণপ্ৰাপ্ত জীৱৰ পুনৰ জন্ম নহয়। বৌদ্ধ নিৰ্বাণৰ লগত উপনিষদৰ মুক্তিৰ ধাৰণাৰ পাৰ্থক্য আছে। উপনিষদৰ মতে মুক্তি লাভ কৰা পুৰুষ ব্ৰহ্মত লীন হৈ যায়। বৌদ্ধধৰ্মত এনে ব্ৰহ্মৰ ধাৰণা নাই। সেই কাৰণে নিৰ্বাণ মানে জীৱৰ শেষ বা ধ্বংস বুজায়। কিন্তু যদি নিৰ্বাণত জীৱৰ সকলো শেষ হৈয়েই যায় তেন্তে তেওঁ কিয় আত্ম-শুদ্ধিৰ কাৰণে সাধনা কৰিব। বুদ্ধৰ শিক্ষাৰ মাই উদ্দেশ্য হৈছে মানুহক পবিত্ৰ জীৱন যাপন কৰিবলৈ উদগনি দিয়া। 'নিৰ্বাণ' মানে যদি জীৱৰ ধ্বংস হয়, তেন্তে পবিত্ৰ জীৱন যাপন কৰিবলৈ ক'ৰপৰা

প্ৰেৰণা পাব? সেই কাৰণে কোনো কোনো পণ্ডিতে কয় যে বৌদ্ধ নিৰ্বাণ মানে জীৱৰ ধ্বংস নুবুজায়। এওঁলোকৰ মতে নিৰ্বাণ মানে মুক্তিৰ দৰে পুনৰ্জন্মবিহীন পৰম শান্তিৰ অৱস্থা। আন এদল পণ্ডিতৰ মতে নিৰ্বাণ মানে দুখৰপৰা মুক্তি বুজায়। তেওঁলোকৰ মতে জীয়াই থকা অৱস্থাতে জ্ঞান লাভ কৰাৰ পিচত এজন মানুহে নিৰ্বাণ পাব পাৰে। উপনিষদৰ জীৱনমুক্ত পুৰুষৰ লগত বৌদ্ধ নিৰ্বাণৰ এই ব্যাখ্যাৰ সামঞ্জস্য দেখা যায়।

৭। বৌদ্ধসকলে পুনৰ্জন্মবাদত বিশ্বাস কৰে। তেওঁলোকে সনাতন আত্মাৰ অস্তিত্ব স্বীকাৰ নকৰে। এনে অৱস্থাত পুনৰ্জন্ম তেওঁলোকে কেনেকৈ মানে? কোনো কোনোৱে এই কাৰণে বৌদ্ধৰ মত পৰস্পৰ বিৰোধী বুলি কয়। কিন্তু কৰ্তা নোহোৱাকৈ যদি কাম হ'ব পাৰে, তেন্তে আত্মা নোহোৱাকৈও পুনৰ্জন্ম হ'ব পাৰে। বুদ্ধৰ মতে মৰণৰ পিচতহে যে পুনৰ্জন্ম, এনে নহয়। প্ৰতি মুহূৰ্ত্ততে নতুন নতুন জন্ম হ'ব লাগিছে। এটা চাকিৰপৰা আন এটা চাকি জ্বলালেহে যে পোহৰ আৰু তাপ এঠাইৰপৰা আন এঠাইলৈ যায, এনে নহয। এটা চাকি জ্বলি থকা অবস্থাত প্ৰতি মুহূৰ্ত্ততে তাপ আৰু পোহৰ বিকীৰণ হ'ব লাগিছে। এটা চাকিৰপৰা আন এটা চাকি জ্বলালে কেবল নতুন একুৰা জুই জ্বলোৱা হয।

কাম হৈছে, কিন্তু কৰ্তা নাই। এই মত ভাষাৰে বুজাবলৈ টান। পৃথিবীৰ দৰ্শনৰ ইতিহাসত বুদ্ধৰ দুপুৰুষমান পিচত প্ৰাচীন গ্ৰীচৰ হেৰাক্লিটাছ আৰু আধুনিক ফ্ৰান্সৰ বাৰ্গছোঁৰ দৰ্শনত এই ভাব দেখা যায। পোনপ্ৰথমে যাৰ মনত এই কথাটো খেলাইছিল, তেওঁৰ প্ৰতিভা নিশ্চয় অনন্যসাধাৰণ আছিল।

বুদ্ধই কৈছে যে বিশ্বৰ যাৱতীয় বস্তু ৰূপ, বিজ্ঞান, বেদনা, সংজ্ঞা আৰু সংস্কাৰ—এই পাঁচটা পদাৰ্থৰ সমষ্টি। ইয়াৰপৰাই বুদ্ধৰ 'দ্বাদশ নিদান' বা 'প্ৰতীত্য সমুৎপাদ'ৰ মত ওলাইছে। তেওঁৰ মতে পূৰ্বৰ জন্মৰ অবিদ্যা আৰু সংস্কাৰৰ ফলত ইহ জন্মত ক্ৰমে বিজ্ঞান, নামৰূপ, ষডায়তন, স্পৰ্শ, বেদনা, তৃষ্ণা, উপাদান আৰু ভাব—এই কেইটা অৱস্থাৰ সৃষ্টি হৈছে আৰু ইহ-জন্মৰ এই আঠটা অৱস্থাৰ ফলত পৰ-জন্ম ল'ব' লগা হয। পুনৰ্জাত হলে বাৰ্ধক্য আৰু জৰা-মৃত্যু আছেই। এই 'ভাব-চক্ৰ'ত পৰি প্ৰাণী মুহূৰ্তে মুহূৰ্তে জ্বলি থকা চাকিৰ দৰে সলনি হৈ আছে। বুদ্ধই 'জীব' (being) আৰু 'অজীৱ' (non-being), দুযোটা অৱস্থা অস্বীকাৰ কৰিছে, কিন্তু 'সমুৎপাদ'

(becoming) মানি লৈছে। বাস্তৱ একো যে বুদ্ধই নেমানিছিল, ইয়াৰপৰা সেই কথা আমি বুজিব নেলাগে। বুদ্ধই বাস্তৱ অৱস্থাৰ নতুন ব্যাখ্যা দিছিল। তেওঁৰ মতে প্ৰতি মুহূৰ্ততে পৰিবৰ্তন হৈছে আৰু প্ৰতিটো পৰিবৰ্তনতে আত্ম-বিনাশৰ বীজ লুকাই আছে।

সেইদৰে এজন মানুহে কৰা কাম মানুহজনৰ মৃত্যুৰ পিচতো চিৰদিনলৈ ৰৈ যায়। মৃত মানুহজনৰ পুনৰ অভ্যুত্থান নহলেও, তেওঁৰ ঠাইত সেই গুণবিলাক লৈ আন এজন মানুহৰ জন্ম হ'ব পাৰে। এযে যদি হয়, তেন্তে চৰিত্ৰ বা সংস্কাৰৰ পুনৰ জন্ম হয়। আত্মাৰ নহয়। এজন মানুহ মৰিলে তেওঁৰ চৰিত্ৰ থাকি যায় আৰু আন এজন মানুহৰ ওপৰত সি প্ৰভাব পেলায়। মানুহজনে তেওঁৰ আসক্তি সম্পূৰ্ণ-ৰূপে জয় কৰিব নোবাৰালৈকে এনেধৰণে পুনৰ্জন্ম হৈ থাকিব। পুনৰ্জন্মৰ এনে অৰ্থ কৰিলে বুদ্ধই কৰ্মবাদ সমৰ্থন কৰাত অসামঞ্জস্য দেখা নাযায়। কাৰণ, কৰ্মবাদৰ মূলকথাটো (অৰ্থাৎ যি কামেই কৰা যায় তাৰ ফল থাকি যাব আৰু কৰ্মফল ভোগ কৰিবই লাগিব) বুদ্ধয়ো মানে। অৱশ্যে হিন্দু বিশ্বাসৰ লগত বুদ্ধৰ কৰ্মবাদৰ পাৰ্থক্য আছে। হিন্দুসকলৰ বিশ্বাস যে কৰ্মফল অনুসৰি সুখ-দুখ কোনে কি পাব, ঈশ্বৰে সেইটো ঠিক কৰি দিয়ে। বুদ্ধৰ মতে কৰ্ম হৈছে নৈতিক জগতৰ অশৰীৰী আইন। নিজৰ প্ৰকৃতি অনুযায়ী স্ব-মতত এই আইনে কাম কৰে।

**চাৰিটা বৌদ্ধমতবাদ:** অতীত ভাৰতে সত্য আবিষ্কাৰ কৰিয়েই ক্ষান্ত নাছিল। যি সত্য আবিষ্কাৰ কৰিছিল তাক জীৱনত প্ৰতি-ফলিত কৰি তোলাই তেওঁলোকৰ লক্ষ্য আছিল। তত্ত্বজ্ঞানৰ উদ্দেশ্য আছিল মোক্ষ লাভ। মোক্ষ লাভৰ কাৰণে তেওঁলোকে সাধনা কৰি-ছিল। কোনো এটা বিষয় বুদ্ধিৰে জনাৰ ওপৰত তেওঁলোকে বিশেষ গুৰুত্ব নিদিছিল। দৃশ ধাতুৰপৰা দৰ্শন শব্দ ওলাইছে। ভাৰতীয় দৰ্শনে বুদ্ধিৰ অনুশীলনতকৈ আত্মাৰ দৃষ্টিত বেছি গুৰুত্ব দিছে। ভাৰ-তীয় দাৰ্শনিকৰ মতে পৰম জ্ঞান বুদ্ধিৰে পাব নোৱাৰে। সেই কাৰণে ঋষিয়ে কৈছে—"যতো বাচো নিবৰ্তন্তে অপ্ৰাপ্য মনষা সহ"। ভাৰতীয় দৰ্শন সেই কাৰণে যুক্তি-তৰ্ক বা লজিকৰ অতীত। ভাৰতত দৰ্শন আৰু ধৰ্মৰ ঘনিষ্ঠ সম্বন্ধ আছিল। অতীত গ্ৰীচ বা বৰ্তমান ইউৰোপত দৰ্শন বা 'ফিলছফি' কেৱল বুদ্ধিৰ বিষয়বস্তু। পশ্চিমৰ দৰে ভাৰ-তৰ দৰ্শন কৌতূহল নিবাৰণৰ কাৰণে হোৱা নাই। মানুহৰ জীৱনত যি দুখ-কষ্ট, যি নৈতিক দুখ, তাক নিবাৰণ কৰাৰ ভাব লৈয়েই ভাৰতীয়

দৰ্শনৰ উৎপত্তি। জীৱনৰ সমস্যাই অতীত ভাৰতৰ ঋষিসকলক বেছি কষ্ট দিছিল আৰু সেই সমস্যা সমাধানৰ কাৰণে তেওঁলোকে বাট বিচাৰিছিল। অতীন্দ্ৰিয় প্ৰশ্নৰ আলোচনা ভাৰতীয় দৰ্শনে কৰিছে। কিন্তু জীৱনৰ দুখ নিবাৰণৰ সমস্যাই ভাৰতীয় দৰ্শনৰ ঘাই প্ৰশ্ন।

বুদ্ধই বেছিকৈ জোৰ দিছিল কেনেকৈ মানুহে সংসাৰৰ দুখৰপৰা নিজক মুক্ত কৰিব পাৰে তাৰ ওপৰত। বুদ্ধই তেওঁৰ মতবাদৰ দাৰ্শনিক তথ্য আলোচনা কৰাত সৰ্বসাধাৰণৰ কামত লগা কথা বেছিকৈ প্ৰচাৰ কৰিছিল। শেহলৈ বৌদ্ধমতবাদ পাণ্ডিত্যপূৰ্ণ আলোচনাত পৰিণত হয়। তথ্য হিচাপে বৌদ্ধ দৰ্শনৰ অনুশীলন হয়। মানুহৰ চিন্তাৰ ইতিহাসত এই সূক্ষ্ম অনুশীলনবিলাক সদায় জিলিকি থাকিব। বৌদ্ধসকলৰ লগত সেই সময়ত হিন্দু পণ্ডিতসকলৰ তীব্ৰ বিৰোধিতাৰ ফলতেই এনে সূক্ষ্ম আলোচনা কৰাৰ প্ৰয়োজন হৈ পৰিছিল। শেহৰ পিনে বৌদ্ধধৰ্ম বৈভাষিক, সৌত্ৰান্তিক, যোগাচাৰ আৰু মাধ্যমিক এই চাৰিটা মতবাদ বা 'স্কুল'ত বিভক্ত হৈ পৰে।

প্ৰথম আৰু দ্বিতীয় শতাব্দীত এই চাৰিটা বৌদ্ধ মতবাদ সম্পৰ্কে বহুতো সংস্কৃত কিতাপ লিখা হয়। দিঙনাগ আৰু ধৰ্মকীৰ্তি বৈভাষিক মতৰ ঘাই পৃষ্ঠপোষক। দিঙনাগ ৫০০ খ্ৰীষ্টাব্দৰ মানুহ বুলি কোৱা হয়। ধৰ্মকীৰ্তি শঙ্কৰৰ আগৰ। এওঁ 'ন্যায়বিন্দু' নামে তৰ্কশাস্ত্ৰ সম্বন্ধে কিতাপ লিখে। কুমাৰলব্ধ (২০০ খ্ৰীষ্টাব্দ) সৌত্ৰান্তিক মতৰ প্ৰতিষ্ঠাতা। যোগাচাৰ মতৰ প্ৰধান শিক্ষক হৈছে অসঙ্গ আৰু বসুবন্ধু নামে দুজন ভাই-ককাই। সম্ভৱতঃ তেওঁলোক ৩০০ খ্ৰীষ্টাব্দৰ মানুহ। বসুবন্ধুৱে 'অভিধৰ্মকোষ' নামে এখন বিখ্যাত কিতাপ লিখে। বৌদ্ধমতবাদ সম্পৰ্কে এইখন এখন মুখ্য কিতাপ। যোগাচাৰ মতৰ সম্পৰ্কে লিখা এখন কিতাপ হৈছে লঙ্কাৱতাৰ। লঙ্কাৰ ৰাক্ষস ৰজা ৰাৱণক বুদ্ধই এই শিক্ষা দিছিল বুলি কাল্পনিক গল্প আছে আৰু তাৰপৰাই এই নাম হৈছে। মাধ্যমিক মতবাদৰ ঘাই পৃষ্ঠপোষক হৈছে সুবিখ্যাত নাগাৰ্জুন (১ খ্ৰীষ্টাব্দৰ অশ্বঘোষৰ শিষ্য আৰু কণিষ্কৰ গুৰু)। দৰ্শনৰ বিষয়ে লিখা নাগাৰ্জুনৰ 'মূল মধ্যমকাৰিকা' সংস্কৃত সাহিত্যত আটাইতকৈ মূল্যবান গ্ৰন্থ। এসময়ত নাগাৰ্জুনৰ যশ কালিদাসতকৈও বেছি আছিল।

বুদ্ধ সম্পৰ্কে স্বামী বিবেকানন্দই আমেৰিকাত দিয়া এটা বক্তৃতাত কৈছিল, "বুদ্ধ পুৰোহিত ৰাজত্বৰ বিৰোধী আছিল। অতীন্দ্ৰিয় মতবাদ বা ঈশ্বৰৰ তথ্য সম্বন্ধে তেওঁ অজ্ঞেয়বাদী আছিল। ঈশ্বৰ আছে নে নাই বুলি বহুতবাৰ তেওঁক প্ৰশ্ন কৰা হৈছিল, তেওঁ উত্তৰ

দিছিল যে তেওঁ সেই বিষয়ে একো নাজানে। এবাৰ ৫ জন ব্ৰাহ্মণ তেওঁৰ ওচৰলৈ এটা তৰ্কৰ মীমাংসাৰ কাৰণে আহিছিল। এজনে ক'লে, 'মোৰ শাস্ত্ৰত আছে যে ঈশ্বৰ এনেকুৱা।' প্ৰত্যেকজনেই নিজৰ নিজৰ শাস্ত্ৰৰ মতে ঈশ্বৰৰ কথা ক'লে। বুদ্ধই সকলো মন দি শুনি প্ৰশ্ন কৰিলে, 'তোমালোকৰ কাৰোবাৰ শাস্ত্ৰত আছেনে যে ঈশ্বৰে খং কৰে বা তেওঁ কাৰোবাক অনিষ্ট কৰে বা অপবিত্ৰ কিবা তেওঁত আছে?' ব্ৰাহ্মণকেইজনে উত্তৰ দিলে, 'মহাশয়, সকলো শাস্ত্ৰৰ মতে ঈশ্বৰ সৎ আৰু পবিত্ৰ।' তেতিয়া বুদ্ধই ক'লে, 'তেনেহলে প্ৰথমতে তোমালোক সৎ আৰু পবিত্ৰ নোহোৱা কিয়? ঈশ্বৰ কি তেতিয়া জানিব পাৰিবা।'

"এবাৰ বুদ্ধই এজন ৰজাক কৈছিল: 'যদি এটা ছাগলী পোৱালি বলি দিলে আপুনি স্বৰ্গলৈ যাব পাৰে, তেন্তে মানুহ বলি দিলে আপুনি আৰু ভাল ফল পাব। ছাগলী পোৱালিটোক ৰক্ষা কৰি মোক আপুনি বলি দিয়ক।' বুদ্ধৰ এই অন্তঃকৰণখনৰ হেজাৰ ভাগৰ এভাগো যদি মই পালোহেঁতেন বুদ্ধই ঈশ্বৰ বিশ্বাস কৰক বা নকৰক, সেইটো মোক নালাগে। তেওঁক বিচাৰ কৰিবৰ অধিকাৰ মোৰ নাই। ভক্তি বা জ্ঞানেৰে আন মহাপুৰুষসকলে যি সম্পূৰ্ণতা লাভ কৰিছিল, তেৰোঁ সেই অবস্থালৈ উঠিছিল। অনাসক্ত কামৰ জৰিয়তে যে সম্পূৰ্ণতা লাভ হয়, বুদ্ধ তাৰে নিদৰ্শন।" মহাত্মা গান্ধীয়ে বুদ্ধৰ বিষয়ে লিখিছে, "অপূৰ্ব ত্যাগ আৰু জীৱনৰ নিখুঁত পবিত্ৰতাৰ দ্বাৰা বুদ্ধই হিন্দুধৰ্মৰ ওপৰত এটা মচিব নোৱাৰা ছাপ ৰাখি গৈছে। এই মহান শিক্ষকৰ ওচৰত হিন্দুধৰ্ম ঋণী। বুদ্ধই হিন্দুধৰ্ম কেতিয়াও অগ্ৰাহ্য কৰা নাই। তেওঁ হিন্দুধৰ্মক নতুন জীৱন দিয়ে। বেদৰ কিছুমান কথাৰ তেওঁ নতুন ব্যাখ্যা দিয়ে। সেই সময়ত বেদৰ মূল শিক্ষাক ঢাকি ধৰি যিবিলাক উলুবন গজিছিল, বুদ্ধই তাক তুলি পৰিষ্কাৰ কৰি দিয়ে।

"মই বহুতবাৰ কোৱা শুনিছোঁ যে বুদ্ধই ঈশ্বৰ বিশ্বাস নকৰিছিল। মোৰ মতে এনে মত বুদ্ধৰ শিক্ষাৰ কেন্দ্ৰীয় ভাৱৰ বিৰোধী। সেই সময়ত ঈশ্বৰৰ নামত যিবিলাক বেয়া কাম হৈছিল, তাকেহে বুদ্ধই পৰিত্যাগ কৰিছিল। ঈশ্বৰ নামে ব্যক্তিৰ ঈৰ্ষা-দ্বেষ থাকিব পাৰে আৰু পৃথিৱীৰ ৰজাৰ দৰে তেওঁ মানুহৰ উপঢৌকন ল'ব পাৰে আৰু কাৰো প্ৰতি তেওঁ পক্ষপাতিতা দেখুৱাব পাৰে, ঈশ্বৰৰ এনে ধাৰণা বুদ্ধই অগ্ৰাহ্য কৰিছিল। নিজৰ সৃষ্টিৰ নিমাত জন্তুৰ কেঁচা তেজ নহ'লে, ঈশ্বৰ সন্তুষ্ট নহ'ব, এনে ধাৰণাৰ বিৰুদ্ধে বুদ্ধৰ আত্মা বিদ্ৰোহী হৈ

উঠিছিল। এই বিশ্বৰ অবিনশ্বৰ অনন্ত নৈতিক গৱৰ্ণমেণ্ট আছে বুলি বুদ্ধই জোৰ দি কৈছিল। বিনা সঙ্কোচে তেওঁ কৈছিল যে এই নৈতিক আইনেই স্বয়ং ঈশ্বৰ। ঈশ্বৰৰ আইনসমূহ অনন্ত আৰু তাৰ পৰিবৰ্তন নহয়। ঈশ্বৰৰপৰা সেই আইন ফালি বেলেগ কৰিব নোৱাৰি। তেওঁৰ সম্পূৰ্ণতাৰ ই অপৰিহাৰ্য চৰ্ত। বিশ্ব আইন আৰু ঈশ্বৰক সাধাৰণতে মানুহে বেলেগ বুলি ভাবে কাৰণে বুদ্ধই ঈশ্বৰ নেমানে বুলি ক'লে ভুল কৰা হয়।" আৰ-চি চিলদাৰ্ছ, ই মিউলাৰ, অধ্যাপক টি-ডব্লিউ ৰীজ ডেভিদ্‌চ্ আদিৰ যত্নত ১৯শ শতিকাৰ শেষ ভাগত পালি ভাষাৰ গৱেষণা হয় আৰু পালি পিটকবিলাকৰ অৰ্থ উলিয়াই বুদ্ধৰ অমূল্য শিক্ষাবিলাক উদ্ধাৰ কৰা হয়।

## ভাৰতৰ বস্তু-তান্ত্ৰিকতা

ভাৰতৰ বস্তু-তান্ত্ৰিক বা লোকায়ত দৰ্শনৰ ভিতৰত চাৰ্বাকবাদ বিখ্যাত। চাৰ্বাকবাদ নাম কিয় হ'ল বুজা নাযায়। কোনো কোনোৱে কয় যে এই মতবাদৰ প্ৰতিষ্ঠাতাই চাৰ্বাক নামে তেওঁৰ শিষ্যৰ আগত প্ৰথমে তেওঁৰ মত ব্যক্ত কৰে আৰু তাৰপৰাই চাৰ্বাকবাদ হয়। বৃহস্পতি ঋষিয়ে এই মতবাদৰ ওপৰত সূত্ৰ লিখিছিল।

কোনো যুগতেই বস্তু তান্ত্ৰিকতাই ভাৰতীয় ৰাইজৰ মন আকৰ্ষণ কৰিব পৰা নাই। ঈশ্বৰ মানকেই বা নেমানকেই, ভাৰতৰ প্ৰায়বিলাক দাৰ্শনিকে জ্ঞানকেই প্ৰাধান্য দিছে আৰু আধ্যাত্মিকতাৰ দৃষ্টিকোণৰপৰাই বিশ্ব-সংসাৰ আৰু মানুহৰ জীৱন অনুশীলন কৰিছে। জৈন আৰু বৌদ্ধসকলেও বেদ, পুৰোহিত আৰু হয়তো ঈশ্বৰো নেমানিব পাৰে, কিন্তু তেওঁলোক ইহকাল-সৰ্বস্ব বস্তু-তান্ত্ৰিকতাৰ অলপো পক্ষপাতী নহয়। বাসনা ত্যাগ কৰি প্ৰকৃত জ্ঞান লাভ কৰাৰ ওপৰতহে তেওঁলোকে জোৰ দিছিল। আত্ম-শুদ্ধি আৰু আত্ম-ত্যাগৰ ওপৰতেই এই দুই মতবাদ প্ৰতিষ্ঠিত।

ইহকাল-সৰ্বস্ব চাৰ্বাকবাদ ভাৰতত নিন্দাবাচক শব্দত পৰিণত হৈছিল, কিন্তু তথাপিও যে এনে এটা মতবাদৰ সৃষ্টি হৈছিল, তাৰপৰা ইয়াকে বুজা যায় যে অতীত ভাৰতত চিন্তাৰ স্বাধীনতা আৰু বিভিন্ন দৃষ্টিকোণৰপৰা দাৰ্শনিক গৱেষণাৰ স্পৃহা খুব বেছি আছিল। চাৰ্বাকবাদৰ মূলকথাকেইটা তলত দিয়া হ'ল।

প্ৰত্যক্ষ অনুভূতিৰ বাহিৰে আন কোনো প্ৰকাৰে প্ৰকৃততে জ্ঞান লাভ হ'ব নোৱাৰে। চকু, কাণ আদি ইন্দ্ৰিয়ই যিটো দেখা নাই, সেইটো সঁচা নহয়। অনুমানৰ ওপৰত একো প্ৰমাণ হ'ব নোবাৰে। ক্ষিতি, অপ, তেজ, মৰুৎ—এই চাৰিটা পদাৰ্থ লগলাগি যাৱতীয় বস্তুৰ সৃষ্টি হৈছে। হিন্দুসকলৰ দৰে চাৰি ভূতৰ লগত চাৰ্বাকে আকাশ যোগ দিয়া নাই। কাৰণ আকাশক ইন্দ্ৰিয়েৰে অনুভৱ কৰিব নোৱাৰি, মনেৰেহে অনুমান কৰিব পাৰি।

আত্মা বুলি সনাতন একো নাই। কিছুমান পদাৰ্থ লগলাগি ভৌতিক দেহা হয় আৰু চেতনাশক্তি এই ভৌতিক দেহাৰ লগত সদায় একেলগে থাকে। দেহাৰ পতন হ'লে, জীৱন কেতিয়াও থকা দেখা নাযায়। কাজেই জীৱ দেহাৰেই অঙ্গ বিশেষহে। মন পদাৰ্থৰে বা ভৌতিক দেহাৰে এটা অৱস্থা বিশেষ। সুখ-দুখ এইবিলাক দেহাৰ গুণ। কিন্তু ইয়াৰ বিৰুদ্ধে বহুতো যুক্তি আছে। চেতনা যদি দেহাৰহে গুণ বিশেষ, তেন্তে ই দেহাৰ লগত সদায় থাকিব লাগে। কিন্তু মানুহ যেতিয়া মূৰ্চ্ছা যায় বা গভীৰ টোপনিত পৰে, তেতিয়া দেহাত চেতনাশক্তি থকা দেখা নাযায়। যদি চেতনাৰ দৈবক্ৰমে দেহাৰ লগত সংযোগ হয়, তেন্তে চেতনা উৎপাদক দেহাতিৰিক্ত আন কোনোবা আছে। দেহা থাকে মানে চেতনা যে থাকে সেইটো সঁচা, কিন্তু দেহাৰ পতনৰ লগে লগে যে চেতনা নোহোৱা হয়, সেইটো নিশ্চয়কৈ কোনেও ক'ব নোবাৰে। পোহৰ নেথাকিলে, চকুৱে নেদেখে, কিন্তু সেইবুলি ক'ব নোবাৰি যে পোহৰৰ দৃষ্টি-শক্তি আছে। সেইদৰে দেহাক যন্ত্ৰ হিচাপে বা উপকৰণ হিচাপে লৈ চেতনাই আত্মপ্ৰকাশ কৰিব পাৰে।

চাৰ্বাকবাদে অতীন্দ্ৰিয় শক্তিত বিশ্বাস নকৰে। বিশ্ব-নিয়ন্ত্ৰক ঈশ্বৰ বা পুনৰ্জন্মবাদত এই মতবাদে বিশ্বাস নকৰে। পৰলোকৰ চিন্তা এৰি এই সংসাৰৰ কথা ভাবিবলৈ এই মতে শিক্ষা দিয়ে। সুখ সম্ভোগেই মানুহৰ জীৱনৰ উদ্দেশ্য। সমূহৰ কাৰণে ব্যক্তিৰ সুখ ত্যাগ কৰাৰ ধাৰণা মিছা। চাৰি পুৰুষাৰ্থৰ (ধৰ্ম, অৰ্থ, কাম, মোক্ষ) ধৰ্ম আৰু মোক্ষ বাদ দি (কাম) সুখ আৰু অৰ্থৰ ওপৰত এওঁলোকে জোৰ দিয়ে। জীৱনৰ প্ৰয়োজনত লগাৰ বাহিৰে, আন কিবা ভাল আছে বুলি এইমতে নাভাবে। জীৱনত দুখ আছেই, কিন্তু সেই-বুলিয়েই যিবিলাক সুখৰ প্ৰতি স্বাভাবিকতে আমাৰ ধাউতি আছে, তাৰপৰা নিজক বঞ্চিত কৰাৰ কোনো কাৰণ নাই। তুঁহ আছে বুলি

ভিতৰৰ চাউলটো কোনেও পেলাই নিদিযে। দুখ আছে কাৰণে সংসাৰৰ সুখ সেইদৰে বৰ্জন কৰাৰ অৰ্থ নাই। চাৰ্বাকে কৈছিল, যিমান পাবা ভোগ কৰা।

আত্ম-নিগ্ৰহমূলক কঠোৰ তপস্যা আৰু বৈৰাগ্য যেতিয়া ভাৰতত বহুলভাবে প্ৰচাৰ হৈছিল, তেতিযা চাৰ্বাকৰ দৰে মতবাদৰ কথা ওলোৱাটো আচৰিত কথা। ই প্ৰতিক্ৰিযামূলকো হ'ব পাৰে। কিন্তু ভোগবিলাসৰ নঙঠা উপাসনাক কোনো দাৰ্শনিক মতবাদত ঠাই দিব নোৱাৰি। চাৰ্বাকবাদৰ প্ৰথমছোৱাত ভোগ-বিলাসৰ চূড়ান্ত উপাসনাৰ কথা বোধহয নাছিল।

## চন্দ্ৰগুপ্ত মৌৰ্য

ৰামাযণ, মহাভাৰতত আমি সমগ্ৰ ভাৰতবৰ্ষত ৰাজত্ব কৰা চক্ৰবৰ্তী ৰজাৰ কাহিনী পাওঁ। কিন্তু ই হৈছে ইতিহাসে ঢুকি নোপোৱা যুগৰ কথা। ঐতিহাসিক যুগত চন্দ্ৰগুপ্ত মৌৰ্যই ভাৰতৰ পোনপ্ৰথম ডাঙৰ সম্ৰাট। এওঁ এখন ডাঙৰ আৰু শক্তিশালী সাম্ৰাজ্যৰ অধীশ্বৰ আছিল। হঠাৎ এনে এখন ডাঙৰ সাম্ৰাজ্য প্ৰতিষ্ঠা কৰাটো নিশ্চয সম্ভৱপৰ নাছিল। চন্দ্ৰগুপ্তৰ আগতে অতীতত বহুত দিন ধৰি বিভিন্ন প্ৰণালীৰে সৰু সৰু ৰাজ্যবিলাক লগলাগি ডাঙৰ ৰাজ্য গঢ়ি তুলিবলৈ আৰু ৰাষ্ট্ৰ পৰিচালনা বিদ্যাত উন্নতি কৰিবলৈ চেষ্টা কৰা হৈছিল।

আলেকজেণ্ডাৰে যেতিযা ভাৰত আক্ৰমণ কৰিছিল, তেতিযা পাটলিপুত্ৰত নন্দ পৰিয়ালৰ ৰজাই ৰাজত্ব কৰিছিল। পাটলিপুত্ৰ আছিল মগধৰ ৰাজধানী। মগধ হৈছে আজিকালিৰ বিহাৰ আৰু পাটলিপুত্ৰ হৈছে আজিকালিৰ পাটনা। নন্দ ৰজাৰ লগত তেওঁৰ সম্পৰ্কীয চন্দ্ৰগুপ্ত নামে এজন চতুৰ, উচ্চাকাঙ্ক্ষী আৰু কাৰ্যদক্ষ ডেকা আছিল। নন্দ ৰজাই চতুৰ চন্দ্ৰগুপ্তক নিৰ্বাসিত কৰিলে। আলেকজেণ্ডাৰৰ বিজয কাহিনী শুনি নিৰ্বাসিত চন্দ্ৰগুপ্ত তক্ষশিলালৈ গ'ল। এওঁৰ লগত বিষ্ণুগুপ্ত বা চাণক্য নামে এজন তীক্ষ্ণধী বামুণ আছিল। চন্দ্ৰগুপ্ত আৰু চাণক্যৰ দৰে মানুহে যি ঘটে ঘটক বুলি নিযতিৰ ওচৰত আত্মসমৰ্পণ কৰি বহি থাকিব নোৱাৰে। আলেকজেণ্ডাৰৰ দিগ্‌বিজয়ৰ কাহিনী শুনি সম্ভৱতঃ চন্দ্ৰগুপ্তৰো মনত বিজয অভিযানৰ অভিলাষ উদয হৈছিল। চন্দ্ৰগুপ্তৰ সামৰিক দক্ষতা আছিল আৰু তেওঁ চাণক্যৰ দৰে পৰামৰ্শদাতা পাইছিল। তেওঁলোকে তলে তলে এটা পৰিকল্পনা

কৰিলে আৰু উপযুক্ত সময়ৰ বাবে অপেক্ষা কৰি তক্ষশিলাতে নিভাজ মাৰি পৰি থাকিল। আলেকজেণ্ডাৰ ঢুকুৱাৰ খবৰ যেতিয়া পালে, তেতিয়া তেওঁলোকে বুজিলে যে সুযোগ উপস্থিত হৈছে। চন্দ্ৰগুপ্তই গ্ৰীক্ বাহিনীক পৰাস্ত কৰি উলিয়াই দিলে আৰু তক্ষশিলা দখল কৰিলে। ইয়াৰ পিচত চন্দ্ৰগুপ্তই পাটলিপুত্ৰলৈ অভিযান চলালে। নন্দ ৰজা যুদ্ধত পৰাস্ত হ'ল। আলেকজেণ্ডাৰ মৰাৰ পাঁচ বছৰৰ পিচতে খ্ৰীঃ পূঃ ৩২১ শতিকাৰ এই ঘটনা। এই বছৰৰপৰাই মৌৰ্য ৰাজবংশৰ আৰম্ভ। চন্দ্ৰগুপ্তক মৌৰ্য কিয় বোলে, ভালকৈ জনা নাযায়। কোনো কোনোৱে কয়, চন্দ্ৰগুপ্তৰ মাক মুৰাৰ নাম অনুসৰি মৌৰ্যবংশ নাম হয়। চন্দ্ৰগুপ্তৰ মাকৰ বাপেক, ৰজাৰ ম'ৰা-চৰাই ৰখীয়া আছিল। ম'ৰা চৰাই (সংস্কৃতত ময়ূৰ) ৰখীযাৰ বংশৰ ৰজা কাৰণেও মৌৰ্যবংশ নাম হয় বুলি কিছুমানে ভাবে।

চন্দ্ৰগুপ্তৰ ৰাজত্বৰ দিনত আলেকজেণ্ডাৰৰ সেনাপতি চেলিউকচে (এওঁ এচিয়া মাইনৰৰপৰা ভাৰতলৈকে আলেকজেণ্ডাৰৰ ৰাজ্যৰ উত্তৰাধিকাৰী হৈছিল) সিন্ধুনদী পাৰ হৈ ভাৰত আক্ৰমণ কৰিলে। চন্দ্ৰগুপ্তই তেওঁক বিষমভাবে ঘটুৱালে। যুদ্ধত হাৰি চেলিউকচে কাবুল আৰু হেৰাটলৈকে গান্ধাৰ বা আফগানিস্তানৰ এটুকুৰা এৰি দিবলৈ বাধ্য হয়। চন্দ্ৰগুপ্তই চেলিউকচৰ জীয়েককো বিয়া কৰায। এতিয়া কাবুলৰপৰা বঙ্গদেশলৈকে, আৰব সাগৰৰপৰা বঙ্গোপসাগৰলৈকে উত্তৰ ভাৰতবৰ্ষ আৰু আফগানিস্তানৰ এছোৱা চন্দ্ৰগুপ্তৰ ৰাজ্যৰ ভিতৰলৈ আহিল। দক্ষিণ ভাৰত আৰু সম্ভৱতঃ অসম চন্দ্ৰগুপ্তৰ সাম্ৰাজ্যৰ বাহিৰত আছিল। চন্দ্ৰগুপ্তৰ প্ৰকাণ্ড সাম্ৰাজ্যৰ ৰাজধানী আছিল পাটলিপুত্ৰ বা পাটনা।

চেলিউকচে তেওঁৰ দূত হিচাপে মেগাস্থিনিচক চন্দ্ৰগুপ্তৰ ৰাজসভালৈ পঠিয়াইছিল। মেগাস্থিনিচৰ বিৱৰণৰপৰা সেইদিনৰ ভাৰতবৰ্ষ সম্পৰ্কে আমি বহুত কথা জানিব পাৰোঁ।

## চাণক্য

চন্দ্ৰগুপ্তই বৃহৎ সাম্ৰাজ্য গঢ়ি তোলাৰ আৰু ভালকৈ পৰিচালনা কৰাত যদি কিবা কৃতিত্ব আছে, তেন্তে তাৰ বহুতখিনি চাণক্যই পাব-লগীয়া। চন্দ্ৰগুপ্তৰ মন্ত্ৰীৰ কাম কৰিছিল চাণক্যই। অতীতৰ গ্ৰীচত প্লেটো আৰু এৰিষ্টটল এই দুজন দাৰ্শনিকে পোন প্ৰথমে ৰাষ্ট্ৰীয় নীতি সম্পৰ্কে আলোচনা কৰিছিল। ভাৰতত কৌটিল্য বা চাণক্যৰ অৰ্থ-

শাস্ত্র সেই শাৰীৰ কিতাপ। চাণক্যৰ অৰ্থশাস্ত্রত সমাজ আৰু ৰাষ্ট্ৰ পৰিচালনা সম্পৰ্কে প্রায় সকলো কথা লৈ আলোচনা কৰা হৈছে। ৰজা, মন্ত্রী আৰু পাৰিষদবৰ্গৰ কৰ্তব্য, ৰাজসভাৰ পৰিচালনা-পদ্ধতি, চৰকাৰৰ বিভিন্ন বিভাগ, বেহা-বেপাৰ, নগৰ আৰু গাৱঁৰ শাসনকাৰ্য, আইন আৰু আদালত, সামাজিক আচাৰ, তিৰোতাৰ অধিকাৰ, বুঢ়া আৰু অসহায়সকলৰ ভৰণ-পোষণ, বিয়া আৰু বিবাহ-বিচ্ছেদ, কৰ-কাটল, সেনা আৰু নৌ-বাহিনী, যুদ্ধ আৰু শান্তি, কূটনীতি, কৃষি, শিপিনী বিদ্যা, শিল্পী বিদেশলৈ যোৱা পাৰপত্ৰ (passport) আৰু জেইল আদি বহুত বিষয়ে তাত আলোচনা আছে।

অভিষেকৰ দিনা ৰজাই প্ৰজাৰপৰা শাসনৰ ক্ষমতা লাভ কৰে। তেতিয়া প্ৰজাৰ সেৱা কৰিব বুলি প্ৰতিজ্ঞা কৰি তেওঁ ক'ব লাগে: "যদি মই প্ৰজাক উৎপীড়ন কৰোঁ তেন্তে যেন মোৰ স্বৰ্গহানি হয় আৰু সন্তি-সন্ততি একো নাথাকে।" ৰজাৰ দৈনিক কামৰ তালিকা বা ৰুটিনো অৰ্থশাস্ত্ৰত দিয়া আছে। ৰজাই জৰুৰী কামৰ কাৰণে সদায় সকলো সময়তে সাজু থাকিব লাগিব। কাৰণ ৰাজহুৱা কাম ৰজাৰ ইচ্ছা অনিচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰে। অৰ্থশাস্ত্ৰই কৈছে: "যদি ৰজা কামিলা হয়, তেন্তে প্ৰজাও কামিলা হ'ব। প্ৰজাৰ সুখেই ৰজাৰ সুখ। প্ৰজা যিহত সন্তুষ্ট হয়, তাকে তেওঁ ভাল বুলি ভাবিব, তেওঁ নিজে যিটো ভাল পায়, সেইটো নহয়।"

সেই অতীত যুগৰ ভাৰতবৰ্ষত ৰজা সম্বন্ধে মানুহৰ ধাৰণা কেনে আছিল, ইয়াৰপৰাই আমি বুজিব পাৰোঁ। ইজিপ্ত, মেছোপটেমিয়া, আদি প্ৰাচীন সভ্য দেশত ৰজা আছিল সৰ্বেসৰ্বা আৰু ৰজাক তাৰ মানুহে ঈশ্বৰৰ দৰে জ্ঞান কৰিছিল। কিন্তু ভাৰতত ৰজাক দেৱতাৰ ঠাই কেতিয়াও দিয়া হোৱা নাই। ভাৰতত জ্ঞানী, সাধু-সন্ন্যাসী পবিত্ৰ লোকৰ মান ৰজাতকৈ বেছি আছিল। ৰজাই বেয়া কাম কৰিলে, প্ৰজাই তেওঁক গুচাই আন এজনক ৰজা পাতিব পাৰিছিল। অৱশ্যে এইটো হৈছে আদৰ্শ অৱস্থাৰ এখন ছবি। ভাৰততো কিছুমান ৰজা এই আদৰ্শৰপৰা পিছলি পৰিছিল আৰু প্ৰজাক তেওঁলোকে কষ্ট দিছিল।

গ্ৰীচ আৰু ৰোমৰ দৰে গোলামী প্ৰথা ভাৰতত নাছিল। অৰ্থশাস্ত্ৰত আছে: "আৰ্য-তেজৰ কোনো লোকক কেতিয়াও কোনেও গোলাম কৰিব নোৱাৰিব।" ই এটা ভাল নীতিৰ কথা। কিন্তু আৰ্যসকলৰ মাজতহে ইয়াক সীমাবদ্ধ ৰখাত, সেই সময়ৰ ৰাজনৈতিক আৰু সামাজিক সঙ্কীৰ্ণতাও ইয়াত প্ৰকাশ পাইছে। কিয়নো, আৰ্যসকলৰ মাজত গোলাম

নেৰাখিলেও অনাৰ্যলোকক গোলাম কৰি ৰখাত সঙ্কোচবোধ কৰা নহৈছিল। হয়তো বিজেতা আৰু বিজিতৰ মাজৰপৰা এনে পাৰ্থক্য কৰা হৈছিল। কিন্তু যি অৱস্থাতে নহওক, ই দোষণীয় আৰু সভ্যতা বিৰোধী কথা আছিল।

## পাটলিপুত্ৰ

মৌৰ্য-সাম্ৰাজ্যৰ ৰাজধানী পাটলিপুত্ৰ এখন মহানগৰী আছিল। গঙ্গা-নদীৰ পাৰত ৯ মাইল দীঘল এই নগৰ। ঘৰবিলাক কাঠৰ আছিল। জুই লাগিলে নুমুবাবৰ কাৰণে ভাল ব্যবস্থা কৰা হৈছিল। ঘাই ৰাস্তাত ডাঙৰ ডাঙৰ পাত্ৰত পানী সদায় ভৰাই ৰখা হৈছিল। প্ৰতি গৃহস্থযো সেইদৰে জুই নুমুবাবৰ কাৰণে পানী, জখলা আদি আৱশ্যকীয় বস্তু ৰাখিব লাগিছিল।

কোনোবাই যদি নগৰৰ ৰাস্তাত অপৰিষ্কাৰ বস্তু পেলায, তেন্তে তেওঁক জৰিমনা কৰাৰ নিয়ম আছিল। ৰাস্তাত বোকা বা পানী জমা কৰি ৰাখিলেও জৰিমনা হৈছিল। পাটলিপুত্ৰ নগৰৰ কাম চলাবলৈ এখন মিউনিচিপালিটী আছিল। ৩০ জন সভ্যৰে মিউনিচিপাল কাউন্সিল গঠিত হৈছিল। ৰাইজে এওঁলোকক নিৰ্বাচন কৰিছিল। ৫ জনকৈ সভ্য লৈ ৬খন কমিটিত কাউন্সিলখন ভাগ কৰা হৈছিল। কমিটি-কিখনে শিল্প, হাতৰ কাম, বাটৰুৱা আৰু তীৰ্থযাত্ৰী আদিৰ কাৰণে ব্যবস্থা কৰা আদি কাম কৰিছিল। গোটেইখন কাউন্সিলে নগৰৰ স্বাস্থ্য, ৰাজহ, পানী, ফুলনি আৰু ৰাজহুৱা ঘৰ আদি সজোবাৰ কাম চলাইছিল। বিচাৰৰ কাৰণে পঞ্চাযত আছিল। আকালৰ সমযৰ কাৰণে ৰাজভঁৰালৰ আধা ধন সদায় আছুতীযাকৈ ৰখা হৈছিল।

২২০০ বছৰৰ আগেযে চন্দ্ৰগুপ্ত আৰু চাণক্যই এনে এখন সাম্ৰাজ্য গঢ়ি তুলিছিল। কৌটিল্যৰ অৰ্থশাস্ত্ৰ আৰু মেগাস্থিনিচৰ বিৱৰণৰপৰা সেই সময়ৰ ভাৰতৰ এখন ছবি আমি মনত আঁকি ল'ব পাৰো। পাটলিপুত্ৰকে কেন্দ্ৰ কৰি হাজাৰ হাজাৰ নগৰ আৰু গাৱঁত তেতিয়া ঐশ্বৰ্য আৰু জীৱনৰ প্ৰাচুৰ্য দেখা যায। উত্তৰ-পশ্চিম সীমালৈকে পাটলিপুত্ৰৰ মাজেদি ৰাজআলি আছিল। পথাৰলৈ পানী নিবলৈ বহুতো নলা কটা হৈছিল। এই কাম চলাবলৈ এটা বেলেগ বিভাগ আছিল। দলং, বন্দৰ, নাও আৰু জাহাজৰ কাম চলাবলৈ নৌ-বিভাগ আছিল। ভাৰতৰ জাহাজ সাগৰেদি ব্ৰহ্মদেশ আৰু চীনলৈ গৈছিল।

২৪ বছৰ ৰাজত্ব কৰাৰ পিচত খ্ৰীঃপূঃ ২৯৬ চনত চন্দ্ৰগুপ্তৰ পৰলোক ঘটে। চন্দ্ৰগুপ্তৰ পিচত পুতেক বিন্দুসাৰ ৰজা হ'ল। ২৫ বছৰ এওঁ

ৰাজত্ব কৰে। বাহিৰৰ পৃথিৱীৰ লগত পশ্চিম ইউৰোপ আৰু পশ্চিম এচিয়াৰ লগত সেইদিনত ভাৰতে বেহা-বেপাৰ চলাইছিল। ইজিপ্তৰ মানুহে ভাৰতৰ নীলেৰে কাপোৰ বোলাইছিল আৰু ভাৰতৰ মছলিন্ কাপোৰ তেওঁলোকৰ 'মামী'ৰ গাত দিছিল। বিহাৰত পুৰণি কালৰ কিছুমান বস্তু পোৱা গৈছে আৰু তাৰপৰা বুজা যায় যে মৌৰ্যযুগৰ আগতেই ভাৰতত এবিধ গ্লাছ তৈয়াৰ হৈছিল।

হেজাৰ বছৰৰো ওপৰ কাল ভাৰতবৰ্ষ শান্তিত আছিল। আলেকজেণ্ডাৰ আৰু চেলিউকচৰ চেষ্টা ব্যৰ্থ হোৱাত বাহিৰা কোনো শত্ৰুৱে ভাৰত আক্ৰমণ কৰা নাছিল। গ্ৰীচ, পাৰস্য, ৰোম আদি সেইসময়ৰ শক্তিশালী জাতিবিলাকে ভাৰতৰ লগত বন্ধুতা ৰাখিছিল। শান্তিৰ কোলাত বিশ্ৰাম লৈ ভাৰতে শিল্প-কলা, বেহা-বেপাৰ আদি সকলো ক্ষেত্ৰতে উন্নতি কৰিছিল। চন্দ্ৰগুপ্তৰ ৰাজসভালৈ অহা গ্ৰীক্ দূত মেগাস্থিনিচে লিখিছে যে ভাৰতৰ মানুহে সুন্দৰ বস্তু ভাল পাইছিল আৰু ওখ খুৰা লগোৱা জোতা ব্যবহাৰ কৰিছিল। ভাৰতৰ মানুহ সেই যুগত অকল যে ভাল নাবিক, ভাল ব্যবসায়ী আৰু নিপুণ শিল্পীয়েই আছিল এনে নহয়, তেওঁলোকে ৰসায়ন বিদ্যাও ভালকৈ জানিছিল আৰু সেই কাৰণে বিদেশৰ বজাৰত তেওঁলোকে প্ৰভুত্ব বিস্তাৰ কৰিব পাৰিছিল। কাপোৰত ৰং দিয়া বিষয়ে তেওঁলোকে বিশেষ প্ৰণালী উলিয়াইছিল। ইংৰাজী 'ইন্দিগো' (নীল) শব্দটো ভাৰতৰপৰা ওলাইছে। গছৰপৰা নীল ৰং উলিওৱাৰ বিশেষ পদ্ধতি ভাৰতৰ মানুহে আবিষ্কাৰ কৰিছিল। সম্ভৱতঃ ভাৰতৰ মানুহে লোহা বিশুদ্ধ কৰি তীখা কৰাৰ প্ৰণালী জানিছিল। তীখাৰ ভাল অস্ত্ৰ তেওঁলোকে তৈয়াৰ কৰিছিল। আলেকজেণ্ডাৰৰ আক্ৰমণ সম্পৰ্কে পাৰস্যৰ পুৰণি গল্পত যেতিয়াই ভাল তৰোৱাল বা ডেগাৰৰ কথা ওলাইছে তেতিয়াই কোৱা হৈছে যে সেইখন তৰোৱাল বা ডেগাৰ ভাৰতৰ। সেই দিনৰ ভাৰতে আন দেশতকৈ ভাল বস্তু তৈয়াৰ কৰিব জানিছিল, সেই কাৰণে বিদেশী বজাৰ ভাৰতৰ মানুহৰ দখলত আছিল। দক্ষিণ ভাৰতে জালুক (pepper) আৰু আন মছলাৰ বেপাৰ কৰিছিল। পুবৰ দ্বীপসমূহৰ পৰাও এই মছলা আহিছিল আৰু ভাৰত হৈ পশ্চিমলৈ গৈছিল। ৰোম আৰু পশ্চিম দেশত জালুকৰ বৰ মূল্য আছিল। ৪১০ খ্ৰীষ্টাব্দত এলেৰিক নামে গ'থ এজনে ৰোম নগৰ দখল কৰি ১৫০০ সেৰ জালুক লৈ গৈছিল। এই জালুক ৰোমে ভাৰতৰপৰা বা ভাৰতৰ জৰিয়তে নিছিল।

# অশোক

বিন্দুসাৰৰ পিচত খ্ৰীঃ পূঃ ২৬৮ চনত অশোক সিংহাসনত বহিল গোটেইখন উত্তৰ আৰু মধ্যভাৰত তেওঁৰ সাম্ৰাজ্যৰ ভিতৰত আছিল। তেওঁৰ ৰাজত্বৰ ৯ বছৰত অশোকে কলিঙ্গ আক্ৰমণ কৰিলে। দক্ষিণ আৰু দক্ষিণ-পূব ভাৰতবৰ্ষ তেওঁৰ সাম্ৰাজ্যৰ তললৈ অনাৰ উদ্দেশ্যেই বোধহয় তেওঁ এই অভিযান চলাইছিল। মহানদী গোদাবৰী আৰু কৃষ্ণা নদীৰ মাজত ভাৰতৰ পূব উপকূলত কলিঙ্গৰ অৱস্থিতি। দক্ষিণত সৰু এটুকুৰা ৰাজ্যৰ বাহিৰে সমগ্ৰ ভাৰত অশোকৰ অধীনলৈ আহিল। অশোকে অসম জয় কৰিছিল নে নাই আমি নেজানো। বাকী থকা সৰু ৰাজ্যকিখন জয় কৰা অশোকৰ কাৰণে অতি সহজ আছিল। কলিঙ্গৰ মানুহে মৰি-যুঁজি অশোকৰ আক্ৰমণক বাধা দিলে। ভীষণ হত্যাকাণ্ডৰ পিচত অশোকে কলিঙ্গ জয় কৰিলে। কিন্তু কলিঙ্গ যুদ্ধৰ হত্যাকাণ্ডই অশোকৰ অন্তৰ স্পৰ্শ কৰিলে। তেওঁ তেওঁৰ জীৱনত আৰু যুদ্ধ নকৰিবলৈ প্ৰতিজ্ঞা কৰিলে। মিঃ ওৱেল্‌চে লিখিছে যে অশোকৰ বাহিৰে কোনো সামৰিক ৰজাই যুদ্ধ জয়ৰ পিচত যুদ্ধ পৰি-ত্যাগ কৰাৰ কথা পৃথিৱীৰ ইতিহাসত নাই। যুদ্ধৰ বীভৎস হত্যাকাণ্ডই অশোকৰ মনত গভীৰ বিতৃষ্ণা আৰু অনুশোচনাৰ সৃষ্টি কৰিছিল। অশোকৰ মনৰ ভাৱ বুজিবলৈ শিলৰ খুটা বা তামৰ ফলিত তেওঁ লিখাই থোৱা কথাবিলাকে আমাক সহায় কৰিব। অশোকৰ এটা ৰাজাজ্ঞা (edict) হৈছে এই—"কলিঙ্গ জয়ত ১৫০,০০০ জনক বন্দী আৰু একলাখজনক বধ কৰা হয়। তদুপৰি ইয়াৰ কেবাগুণো মৰে। স্বাধীন দেশ এখন জয় কৰিবলৈ গ'লে সেইদেশৰ বহুতো মানুহক বন্দী আৰু বধ কৰিব লগা হয়। মহাৰাজ অশোকৰ কাৰণে ই এটা অতি দুখৰ কথা। কলিঙ্গ জয় কৰি সম্ৰাটৰ অনুশোচনা হ'ল। কলিঙ্গত যিমান মানুহ বন্দী কৰা হ'ল বা মৰা হ'ল তাৰ হেজাৰ ভাগৰ এভাগো মৰা বা বন্দী কৰাটো সম্ৰাটে আৰু সহিব নোৱাৰে। কোনোবাই যদি সম্ৰাটক অন্যায়ো কৰে, তেন্তে পৰাপক্ষত তাকো তেওঁ সহি থাকিব। তেওঁৰ সাম্ৰাজ্যৰ ভিতৰত হাবিয়লীয়া মানুহকো সম্ৰাটে মৰমৰ চকুৰে চাব। সম্ৰাটে ইচ্ছা কৰে যে সকলো প্ৰাণীয়েই মনৰ শান্তি আৰু আনন্দত নিৰাপদে কাল কটাবলৈ পাব লাগে।" অশোকে উপলব্ধি কৰিলে যে তৰোৱালেৰে প্ৰকৃত জয় হ'ব নোৱাৰে। প্ৰকৃত জয় লাভ হ'ব ধৰ্মৰ বলত মানুহৰ অন্তৰ জয় কৰিব পাৰিলেহে।

অশোকে বৌদ্ধধৰ্মত মন-প্ৰাণ ঢালি দিলে। বৌদ্ধ অনুশাসন প্ৰচাৰ কৰিবলৈ তেওঁ যৎপৰোনাস্তি চেষ্টা কৰিছিল। কিন্তু বৌদ্ধধৰ্ম গ্ৰহণ কৰাবৰ কাৰণে আন ধৰ্মৰ মানুহৰ ওপৰত অশোকে কেতিয়াও জোৰ খটুৱা নাছিল। অন্তৰ জয় কৰি আন ধৰ্মৰ মানুহক বৌদ্ধ ধৰ্মত দীক্ষিত কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। অশোকৰ দৰে আন ধৰ্মৰ প্ৰতি সহিষ্ণুতা দেখুৱা সম্ৰাট পাবলৈ বৰ টান। আন ধৰ্মৰ মানুহক নিজৰ নিজৰ ধৰ্মত দীক্ষিত কৰিবলৈ মানুহে কি কৰা নাই। ধৰ্ম আৰু ঈশ্বৰৰ নামত মানুহে মানুহৰ যিমান তেজ লৈছে আন একোতেই সিমান তেজ ক্ষয় হোৱা নাই। পৃথিবীৰ ইতিহাসত ধৰ্মৰ কাৰণে বহুতো যুদ্ধ-বিগ্ৰহ হৈ গৈছে। আচৰিত কথা, মানুহ সময়ত ইমানেই মূৰ্খ হৈ পৰে যে জোৰ কৰি তেওঁ তেওঁৰ লগৰীয়া মানুহৰ অন্তৰত এটা বিশেষ ধৰ্মবিশ্বাস জগাই তুলিব পাৰিব বুলি ভাবে। ভাৰতৰ কাৰণে গৌৰৱৰ কথা যে এখন প্ৰকাণ্ড সাম্ৰাজ্যৰ অধীশ্বৰ হৈও, অশোকে জোৰ কৰি কাকো তেওঁৰ ধৰ্মমতলৈ আনিব খোজা নাছিল। অশোকৰ এটা উপদেশত আছেঃ "সকলো ধৰ্মমতেই এটা নহয় এটা কাৰণত সন্মানৰ যোগ্য। এনেকৈ পৰম্পৰৰ ধৰ্মমতক সন্মান দেখুৱালে মানুহে নিজৰ ধৰ্মৰ মান বঢ়ায় আৰু আন মানুহৰ ধৰ্মৰ প্ৰতিও তাৰ লগতে উপকাৰ কৰে।"

অশোকে বৌদ্ধধৰ্ম প্ৰচাৰৰ কাৰণে পশ্চিম এচিয়া, ইউৰোপ আৰু আফ্ৰিকালৈ তেওঁৰ দূত পঠিয়ালে। লঙ্কা-দ্বীপলৈ তেওঁ তেওঁৰ ভায়েক মহেন্দ্ৰ আৰু ভনীয়েক সঙ্ঘমিত্ৰাক পঠিয়াইছিল। অশোকৰ চেষ্টাত বৌদ্ধধৰ্ম দেশে দেশে প্ৰচাৰ হ'ল। এওঁৰ দিনত ভাৰতত বৌদ্ধধৰ্মই বিস্তাৰ লাভ কৰিলে। ধৰ্ম মানে অশোকৰ কাৰণে পূজা-পাতল বা অন্তঃসাৰশূন্য প্ৰাৰ্থনা নাছিল। ধৰ্ম মানে তেওঁ বুজিছিল সমাজৰ উন্নতিমূলক ভাল কাম। সেই কাৰণে গোটেইখন দেশতে তেওঁ স্কুলনি, হাস্পতাল, কুঁৱা আৰু ৰাস্তা তৈয়াৰ কৰিছিল। তিৰোতাৰ শিক্ষাৰ কাৰণে বিশেষ ব্যৱস্থা কৰা হৈছিল। এওঁৰ দিনত ভাৰতৰ চাৰিখন বিশ্ববিদ্যালয় বিখ্যাত হৈ পৰিছিল। পেচোৱাৰৰ ওচৰৰ তক্ষশিলা বা তক্সিলা, মথুৰা, মধ্যভাৰতৰ উজ্জয়িনী আৰু পাটনাৰ ওচৰৰ নালন্দা। এই বিশ্ববিদ্যালয়কিখনলৈ অকল যে ভাৰতৰে সকলো ঠাইৰেপৰা ছাত্ৰ আহিছিল, এনে নহয়, চীন আৰু পশ্চিম এচিয়াৰপৰাও তালৈ ছাত্ৰ আহিছিল। গোটেইখন ভাৰতবৰ্ষ বৌদ্ধমঠেৰে ভৰি পৰিল। মঠৰ নাম আছিল বিহাৰ। পাটলিপুত্ৰকে কেন্দ্ৰ কৰি ইমানবিলাক মঠ তৈয়াৰ

হৈছিল যে সময়ত গোটেইখন প্ৰদেশে বিহাৰ নাম পালে। সেইদিনত মঠবিলাক আছিল শিক্ষাৰ কেন্দ্ৰ। কিন্তু প্ৰায়ে যিটো হয়, কিছুদিনৰ পিচত ইয়াতো সেযে হ'ল। লাহে লাহে চিন্তা বা শিক্ষাৰ প্ৰেৰণা নোহোবা হ'ল আৰু মঠবিলাক পূজা-পাটলৰ প্ৰাণহীন কেন্দ্ৰত পৰিণত হ'ল।

অশোকৰ প্ৰেম কেবল মানুহতে সীমাবদ্ধ নাছিল, তেওঁ জীৱ-জন্তুৰ কথাও ভাবিছিল। জন্তুৰ কাৰণেও হাস্পতাল খোলা হৈছিল। জন্তু বলি দিয়া নিষেধ কৰা হৈছিল। এই সময়তে ভাৰতৰ বহুতো ঠাইত নিৰামিষ আহাৰ প্ৰচলিত হ'বলৈ ধৰে। ইয়াৰ আগলৈকে বামুণ আৰু ক্ষত্ৰিয়সকলেও মদ-মাংস খাইছিল।

ৰাজহুৱা কামৰ কাৰণে অশোক সদায় সাজু আছিল। তেওঁ কৈছিল: "মই য'তেই নেথাকো বা যিসময়তেই নহওক, চৰকাৰী 'ৰিপৰ্টাৰে' মোক ৰাজহুৱা কথাৰ খবৰ দিব। ৰাজহুৱা কাম যিসময়তেই নহওক, মই কৰিবই লাগিব।" ৩৮ বছৰ শাসন কৰাৰ পিচত খ্ৰীঃ পূঃ ২২৬ শতিকাত অশোকৰ মৃত্যু হ'ল। মৰাৰ কিছুদিন আগতে তেওঁ বৌদ্ধ-সন্ন্যাসী হয়। পৃথিবীৰ ইতিহাসত অসংখ্য ৰজাৰ বিৱৰণ আছে, কিন্তু অশোকৰ দৰে ৰজা কেইজন? পণ্ডিত জৱাহৰলাল নেহৰুৱে লিখিছে: "ৰজা-মহাৰজাসকলক অগ্ৰাহ্য কৰাৰ আগ্ৰহ মোৰ হয়তো অলপ বেছি। এইশ্ৰেণী মানুহক প্ৰশংসা কৰিবলৈ বা শ্ৰদ্ধা দেখুৱাবলৈ মই একো নেদেখোঁ। কিন্তু ৰজা বা সম্ৰাট হলেও, অশোক এনে এজন মহান লোক, যাক সন্মান দেখুৱাবলৈ আমি বাধ্য।"

মিঃ ওবেলচে লিখিছে: "ইতিহাসৰ পাতত হাজাৰ হাজাৰ ৰজা-মহাৰজা আৰু সম্ৰাটৰ নাম আছে। তেওঁলোকৰ ভিতৰত অশোকৰ নাম—অকলশৰীযাকৈ অশোকৰ নাম এটা তৰাৰ দৰে জিলিকি আছে। ভল্গা নদীৰপৰা জাপানলৈকে অশোকৰ নামত আজিও মানুহে সন্মান জনায়। চীন, তিব্বত আৰু ভাৰতে তেওঁৰ মহত্বৰ চিন ৰক্ষা কৰিছে। যেই কোনো সময়ত কনষ্টেনটাইন বা চাৰ্লেমেনৰ নাম যিমান মানুহে জানিছিল, আজিও তাতকৈ বেছি মানুহে অশোকৰ স্মৃতিত পূজা কৰে।"

এজন পশ্চিমীয়া ঐতিহাসিকৰ কলমেৰে ওলোৱা এই প্ৰশংসা বাণী শুনি ভাৰতৰ মানুহে নিশ্চয় গৌৰৱ অনুভৱ কৰিব। অশোকৰ যুগ ভাৰতৰ উন্নতিৰ সৰ্বশ্ৰেষ্ঠ যুগ। সামৰিক যোগ্যতা থাকিলেও অশোকে অপূৰ্ব সংযম দেখুৱালে আৰু ভাৰতৰ বাহিৰে সাম্ৰাজ্য বিস্তাৰ

কৰিবলৈ চেষ্টা নকৰিলে। সাম্ৰাজ্যৰ লোভত দেশে দেশে মৃত্যু-বিভীষিকা সৃষ্টি নকৰি, তেওঁ দেশ-দেশান্তৰলৈ জ্ঞান, সত্য আৰু প্ৰেমৰ জোঁৰ-বাত্তি লৈ গৈছিল। সামৰিক সাম্ৰাজ্য বিস্তাৰ নকৰি অশোকে সংস্কৃতিৰ এনে এখন প্ৰকাণ্ড সাম্ৰাজ্য গঢ়ি তুলিছিল, পৃথিৱীৰ ইতিহাসত যাৰ তুলনা নাই। লঙ্কা, চীন, তিব্বত আদি দেশত অশোকৰ চেষ্টাতেই বৌদ্ধধৰ্ম প্ৰচাৰ হ'ল আৰু আজিও তাৰ ফলতেই পৃথিৱীৰ বেছিভাগ মানুহৰ ধৰ্ম বৌদ্ধধৰ্ম হৈ আছে।

মৌৰ্যযুগৰ শিল্প কাৰ্যাদিৰ চিন বা ভগ্নাবশেষ আজি আমি বিশেষ একো নেপাওঁ। কাশীৰ ওচৰৰ সাৰনাথত সিংহৰ মূৰ্তি এটাৰে সৈতে অশোকৰ দিনৰ এটা খুটা আছে। সেইদিনত ধৰ্ম বা নীতিৰ কথাবিলাক এনেকুৱা শিলৰ খুটা বা তামৰ ফলিত কাটি লিখা হৈছিল। অশোকৰ দিনৰ কিছুমান কথা আমি ইযাৰপৰা পাওঁ। অশোকৰ ৰাজধানী পাটলিপুত্ৰৰ আজি একো চিন নাই। অশোকৰ ৰাজত্বৰ ৬০০ বছৰৰ পিচত চীন পৰিব্ৰাজক ফাহিযান ভাৰতলৈ আহিছিল। সেই সময়তো পাটলিপুত্ৰ সমৃদ্ধিশালী আছিল। কিন্তু অশোকৰ শিলৰ প্ৰাসাদ তেতিয়া ভাগি পৰিছিল। সেই ভগ্নাবশেষবিলাক দেখি ফাহিযানে মুগ্ধ হৈ লিখি গৈছে যে তেওঁৰ এনেহে মনত হৈছিল, সেইবিলাক যেন কোনো মানুহৰে হাতৰ কাম হ'বই নোৱাৰে।

অশোকৰ পিচত মৌৰ্য-সাম্ৰাজ্য বেছিদিন নিটিকিল। উত্তৰৰ প্ৰদেশ কেইখন ফাটি গ'ল আৰু দক্ষিণ ভাৰতত এটা বেলেগ শক্তিৰ—অন্ধ্ৰ শক্তিৰ অভ্যুত্থান হ'ল। অশোকৰ উত্তৰাধিকাৰীসকলে প্ৰায় ৫০ বছৰ কাললৈকে ৰাজত্ব কৰিছিল। তাৰ পিচত তেওঁলোকৰেই সেনাপতি পুষ্যমিত্ৰ নামে এজন ব্ৰাহ্মণে তেওঁলোকক সিংহাসনৰপৰা নমাই নিজে ৰজা হয়। এই সময়ত পুনৰ ব্ৰাহ্মণ্য ধৰ্মৰ কিছু প্ৰাদুৰ্ভাৱ দেখা যায়। বৌদ্ধ-সন্ন্যাসীসকলৰ ওপৰত মাজে মাজে কিছু উৎপীড়নো চলাইছিল। কিন্তু ভাৰতৰ ইতিহাস চালেই দেখা যাব যে ধৰ্মৰ কাৰণে কোনো কালে ইয়াত বিশেষ উৎপীড়ন বা জোৰ-জুলুম চলা নাছিল। আদিৰেপৰা দেখা যায় যে ব্ৰাহ্মণ্য ধৰ্মৰ গুৰিয়ালসকলে যিমান পাৰে আনক নিজৰ বুকুত সাবটি লৈছিল। দৰাচলতে এনেকৈ আনক নিজৰ বুকুত সাবটি ল'ব পৰাটো জীৱনীশক্তিৰ পৰিচায়ক। আৰ্যসকল যেতিয়া প্ৰথমে ভাৰতলৈ আহিছিল, তেতিয়া দ্ৰাৱিড়সকলৰ সংস্কৃতি আৰু বহুতো আচাৰ তেওঁলোকে গ্ৰহণ কৰিছিল। সচেতনভাৱেই হওক, বা অবচেতন মনতেই হওক,

ভাৰতৰ ইতিহাসত এনেকৈ মিলনৰ (assimilation) কাম চলি আহিছে। বৌদ্ধধৰ্মৰ সম্পৰ্কতো এই কথা খাটে। ব্ৰাহ্মণ্যধৰ্মই বুদ্ধক বিশেষ অৱতাৰকিজনৰ এজন বুলি গ্ৰহণ কৰিলে। বুদ্ধক ভাৰতৰ মানুহে পূজা কৰিবলৈ ধৰিলে, কিন্তু তেওঁৰ বাণীৰ কথা পাহৰি গ'ল। অৱশ্যে এনেকৈ বৌদ্ধধৰ্মৰ ঠাইত ব্ৰাহ্মণ্যধৰ্ম বা হিন্দুধৰ্মই প্ৰতিষ্ঠা লাভ কৰিবলৈ বহুত শ বছৰ লাগিছিল। অশোকৰ পিচতো ভাৰতত বহুত শ বছৰ বৌদ্ধধৰ্ম চলে।

অশোকৰ ২০০ বছৰ পিচত ভাৰতত মগধৰ প্ৰাধান্য নোহোৱা হ'ল। কিন্তু তেতিয়াও মগধ বৌদ্ধ-সংস্কৃতিৰ ঘাই কেন্দ্ৰ আছিল।

## বেকত্ৰিযান, শক, স্কাইথিয়ান আৰু কুশান

ইতিমধ্যে মধ্য এচিযাৰ বেকত্ৰিযান, শক, স্কাইথিযান, আৰু কুশানসকলে উত্তৰ ভাৰত আক্ৰমণ কৰে। মধ্য এচিয়া—এই ঠাইটুকুৰাৰ ইতিহাস ৰহস্যেৰে ঘেৰা। ইযাৰপৰা ইতিহাসে ঢুকি নোপোৱা যুগৰে-পৰা দলে দলে কত মানুহ যে ওলাই গৈছে আৰু এচিযা আৰু ইউৰোপত বিস্তাৰ লাভ কৰিছে। এসময়ত ইযাত কলিকতা, বম্বে আদিতকৈ বহুত ডাঙৰ লণ্ডন আদি নগৰৰ লগত ৰিজাব পৰা চমৰকণ্ড, বোকৰা আদি ডাঙৰ আৰু সমৃদ্ধিশালী নগৰ আছিল। তেতিযা তাৰ জলবায়ু বৰ গৰমো নাছিল, বৰ ঠাণ্ডাও নাছিল। বহুত শ বছৰ হ'ল, এতিযা তাত সেই নগৰ নাই। ই মৰুভূমিত পৰিণত হৈছে। অতীতৰ যি যুগত ইযাৰপৰা দলে দলে মানুহ ওলাই এচিযা আৰু ইউৰোপত বিস্তাৰ লাভ কৰিছিল, সেই যুগতো তাত মহানগৰী নাছিল। প্ৰথম আছিল তাত অঘৰী মানুহৰ বসতি আৰু জনসংখ্যা বেছি হোৱাত তাৰপৰা দলে দলে মানুহ ওলাই গৈছিল। পিচৰ যুগত তাত মহানগৰ আদি দেখা দিয়ে। তাৰো পিচত সকলো নাইকিযা হৈ ই মৰুভূমিৰ দৰে হৈ পৰে। যীশুখ্ৰীষ্টৰ আগৰ দুশ বছৰত কেবাবাৰো এই দলবিলাকে এটাৰ পিচত এটাই ভাৰত আক্ৰমণ কৰে। দেশ জয়ৰ কাৰণে এওঁলোকে আক্ৰমণ চলোৱা নাছিল। বসতি কৰিবলৈ মাটি বিচাৰিয়েই এওঁলোক ভাৰতলৈ আহিছিল। মধ্য এচিয়াত অঘৰী মানুহৰ জনসংখ্যা বঢ়াত তাৰ মাটিয়ে তেওঁলোকক নোজোৰা হৈছিল। সেই কাৰণে মাটি বিচাৰি নতুন দেশলৈ তেওঁলোক যাব লগা হৈছিল। তদুপৰি এওঁলোক দলে দলে ওলাই অহাৰ ঘাই

কাৰণ হৈছে এয়ে যে এটা দলে আন দলক পিচফালৰপৰা হেঁচা দিছিল। এনেকৈ পিচফালৰপৰা হেঁচা খোৱা দলটো নতুন দেশলৈ ওলাই যাবলৈ বাধ্য হৈছিল। মধ্য এচিয়াৰ অঘৰী দলবিলাকে ভাৰতক শত্ৰুদেশ বুলি নেভাবিছিল। তেওঁলোকৰ বেছিভাগেই নৈষ্ঠিক বৌদ্ধ আছিল আৰু তেওঁলোকৰ ধৰ্মৰ জন্মস্থান ভাৰতলৈ তেওঁলোকে সন্মানেৰে চাইছিল।

পুষ্যমিত্ৰৰ সময়ত বেকত্ৰিয়াৰ গ্ৰীকসকলে উত্তৰ-পশ্চিম ভাৰত আক্ৰমণ কৰে। বেকত্ৰিয়া হৈছে ভাৰতৰ সীমা-মূৰিয়লি দেশ। ই চেলিউকচৰ সাম্ৰাজ্যৰ এটা অংশ আছিল, পিচত স্বাধীন হয়। উত্তৰ-পশ্চিম ভাৰতৰ গ্ৰীক ৰজা মিনান্দাৰ এজন নৈষ্ঠিক বৌদ্ধ আছিল। তেওঁৰ আক্ৰমণ ব্যৰ্থ হয়। কিন্তু কাবুল আৰু সিন্ধু তেওঁৰ হাতত থাকে।

ইয়াৰ পিচত বহুতো শকে আহি ভাৰত আক্ৰমণ কৰে। উত্তৰ আৰু পশ্চিম ভাৰতত এওঁলোক বিয়পি পৰিছিল। অঘৰী তাৰ্কীসকলৰ শকবিলাক এটা শক্তিশালী দল আছিল। কুশানবিলাকে শকবিলাকক পিচৰপৰা হেঁচা দিয়ে। তাৰ কাৰণে তেওঁলোকে আগৰ ঠাই এৰি আহিব লগা হয়। শকবিলাকে বেকত্ৰিয়া আৰু পাৰ্থিয়া জয় কৰি উঠি ক্ৰমে উত্তৰ ভাৰতত, বিশেষকৈ পাঞ্জাব, ৰাজপুতানা আৰু কাথিয়াৱাৰত বসতি কৰিবলৈ লয়। ভাৰতে তেওঁলোকক সভ্য কৰে। ইয়াৰ অৰ্থ এয়ে যে তেওঁলোকে অঘৰী দস্তুৰ এৰি নিগাজিভাৱে বসতি কৰিবলৈ লয়।

বেকত্ৰিয়া আৰু তাৰ্কী শাসকসকল বৌদ্ধ আছিল। তেওঁলোকে বৌদ্ধ সংগঠন-প্ৰণালী মানি চলিছিল। বৌদ্ধ সমাজৰ সংগঠন-প্ৰণালী পুৰণি আৰ্য সমাজৰ ভেটিতে গঢ়ি উঠিছিল। আৰ্য সমাজত যি পঞ্চায়ত প্ৰথা আছিল, বেকত্ৰিয়া, শক আদি ৰজাসকলৰ তলতো সেই একে প্ৰথাই চলিছিল। কেন্দ্ৰীয় চৰকাৰৰ তলত গাৱঁলীয়া পঞ্চায়তবিলাকেই তেতিয়াও নিজৰ নিজৰ এলেকাত সম্পূৰ্ণ স্বায়ত্তশাসন ভোগ কৰিছিল। এই যুগতো তক্ষশিলা আৰু মথুৰা বৌদ্ধ শিক্ষাৰ প্ৰধান কেন্দ্ৰ আছিল আৰু তালৈ চীন আৰু পশ্চিম এচিয়াৰপৰা ছাত্ৰ আহিছিল।

বাৰে বাৰে উত্তৰ-পশ্চিমৰপৰা আক্ৰমণ হোৱাত আৰু মৌৰ্য সাম্ৰাজ্য ক্ৰমে ভাগি যোৱাত, উত্তৰ ভাৰতৰপৰা আৰ্য-শক্তিৰ কেন্দ্ৰ দক্ষিণলৈ যায়। সম্ভৱতঃ উত্তৰ ভাৰতৰ বহুতো প্ৰতিভাশালী লোক আক্ৰমণৰ হেঁচাত দক্ষিণলৈ গৈছিল। মুছলমানসকলে ভাৰত আক্ৰমণ কৰাত, এহেজাৰ

বছৰৰ পিচত ঠিক এনেকৈয়ে উত্তৰ ভাৰতৰপৰা বহুতো লোক দক্ষিণ ভাৰতলৈ গৈছিল। দক্ষিণ ভাৰতে এহেজাৰ বছৰ কাল অকল ধৰ্মতেই নহয়, শিল্প-কলা আৰু ৰাজনীতিতো ভাৰতীয় আৰ্যসকলৰ সংস্কৃতি ৰক্ষা কৰিছিল। পুৰণি আৰ্যশিল্পৰ চিন দক্ষিণ ভাৰততহে পোৱা যায়। গ্ৰীক দূত মেগাস্থিনিচে লিখি থৈ গৈছে যে দক্ষিণ ভাৰতত ৰজাৰ ক্ষমতা নিয়ন্ত্ৰণ কৰিছিল ৰাইজৰ 'এছেম্বলীয়ে'। ৰাজনীতি বিষয়ত ই এটা আৰ্য-সংস্কাৰ।

মগধৰ পতন হ'লত জ্ঞানী লোকেই নহয়, শিল্পী, চিত্ৰকৰ, কাৰিকৰো দক্ষিণলৈ গৈছিল। দক্ষিণ ভাৰত আৰু ইউৰোপৰ ভিতৰত যথেষ্ট বেহা-বেপাৰ চলিছিল। মুকুতা, হাতীৰ দাঁত, সোণ, চাউল, জালুক, ম'ৰা-চৰাই আৰু আনকি বান্দৰো, বেবিলন, ইজিপ্ত, গ্ৰীচ আৰু পিচত ৰোমলৈ পঠিওৱা হৈছিল। মালাবাৰ উপকূলৰ টিক-উদ চালদিয়া আৰু বেবিলনলৈ গৈছিল। নিজৰ জাহাজত দ্ৰাবিড়ী মানুহে এই বেপাৰ চলাইছিল। সেই দিনৰ পৃথিবীত দক্ষিণ ভাৰতৰ ঠাই যে কিমান ওখ আছিল, ইয়েই তাৰ প্ৰমাণ। দক্ষিণ ভাৰতত বহুতো ৰোমৰ টকা পোৱা গৈছে। মালাবাৰ উপকূলত আলেক-জেণ্ডাৰৰ উপনিবেশ আৰু আলেকজেন্দ্ৰিয়াত ভাৰতীয় উপনিবেশ আছিল।

অশোকৰ মৃত্যুৰ পিচত অন্ধ্ৰৰাষ্ট্ৰ স্বাধীন হোৱাৰ কথা আমি আগতে কৈছোঁ। অন্ধ্ৰ এতিয়া এখন স্বকীয়া প্ৰদেশ। এই দেশৰ ভাষা তেলেগু। ইংৰাজ শাসনৰ দিনত অন্ধ্ৰ, মাদ্ৰাজ প্ৰদেশৰ লগত জাপি দিয়া হৈছিল। অশোকৰ পিচতে দাক্ষিণাত্যত অন্ধ্ৰৰ শক্তি প্ৰতিষ্ঠা হয়। শক, স্কাইথিয়ান আদি যিসকলে ভাৰত আক্ৰমণ কৰিছিল তেওঁলোক ভাৰতৰ বুকুত জাহ গ'ল।

শকবিলাকক ঠেলি পঠিওৱাৰ কিছুদিন পিচত কুশানবিলাক নিজেই ভাৰত ওলালহি। খ্ৰীঃ পূঃ এক শতিকাত কুশানবিলাকে ভাৰতৰ সীমান্তত এখন ৰাজ্য পাতে। ক্ৰমে এই ৰাজ্য এখন ডাঙৰ সাম্ৰাজ্যত পৰিণত হয়। পূবে কাশী, দক্ষিণে বিন্ধ্য পৰ্বত, উত্তৰে কাশগড, যাৰকণ্ড আৰু খোটান আৰু পশ্চিমে পাৰস্য আৰু পাৰ্থীয়াৰ সীমালৈকে কুশান সাম্ৰাজ্যই বিস্তাৰ লাভ কৰিছিল। প্ৰথমতে কুশান সাম্ৰাজ্যৰ ৰাজধানী আছিল কাবুল। পিচত পুৰুষপুৰ বা পেছোৱাৰ এই সাম্ৰাজ্যৰ ৰাজধানী হয়। ৩০০ বছৰ কুশান সাম্ৰাজ্য টিকি থাকে।

কুশানসকল মঙ্গোলীয় জাতিৰ মানুহ। এওঁলোকে বৌদ্ধধৰ্ম গ্ৰহণ কৰিছিল। কুশান সাম্ৰাজ্যই আছিল বৌদ্ধ সাম্ৰাজ্য। বিখ্যাত কুশান সম্ৰাট কণিষ্ক এজন নৈষ্ঠিক বৌদ্ধ আছিল। ৰাজধানী পেছোৱাৰৰ ওচৰৰ তক্ষশিলা বহুত দিনলৈকে বৌদ্ধধৰ্ম শিক্ষাৰ এটা ঘাই কেন্দ্ৰ আছিল। কুশান ৰাজধানীৰপৰা মঙ্গোলীয় জাতিৰ মানুহৰ আদি বাসস্থানলৈ নিশ্চয় মানুহৰ অহা-যোৱা আছিল। বৌদ্ধ শিক্ষা আৰু সংস্কৃতি এনেকৈ চীন আৰু মঙ্গোলীয়ালৈ যায়। পশ্চিম এচিয়াও এনেকৈ বৌদ্ধ চিন্তাধাৰাৰ সংস্পৰ্শলৈ আহে। আলেক-জেণ্ডাৰৰ দিনৰপৰা পশ্চিম এচিয়া গ্ৰীক শাসনত আছিল। গ্ৰীক সংস্কৃতিয়ে এনেকৈ তাত প্ৰভাৱ পেলাইছিল। এতিয়া বৌদ্ধ-সংস্কৃতিৰ লগত গ্ৰীক-সংস্কৃতিৰ পশ্চিম এচিয়াত মিলন হয়। ভাৰতে এইদৰে চীন আৰু পশ্চিম এচিয়াত প্ৰভাৱ বিস্তাৰ কৰে।

পশ্চিমত গ্ৰীক ৰোমৰাজ্য, পুবে চীন ৰাজ্য, দক্ষিণে ভাৰতীয় ৰাজ্য—ইয়াৰ মাজত আছিল কুশান সাম্ৰাজ্য। মাজত থকাৰ কাৰণে কুশান সাম্ৰাজ্যই ভাৰত আৰু ৰোমৰ লগত ঘনিষ্ঠ সম্বন্ধ সৃষ্টি কৰাত সহায় কৰিছিল। কুশান সাম্ৰাজ্যৰ দিন ৰোম প্ৰজাতন্ত্ৰৰ শেষৰ দিন (জুলিয়াচ চিজাৰ জীযাই থকা দিনৰ) আৰু ৰোম সাম্ৰাজ্যৰ প্ৰথম ২০০ বছৰৰ সমসাময়িক। কুশান সম্ৰাটে আগাষ্টাচ কাইজাৰৰ ওচৰলৈ দূত পঠিয়াইছিল। মাটি আৰু সাগৰ দুযোটা বাটেদি বেপাৰ চলিছিল। সুগন্ধি বস্তু, মছলা, পাটকাপোৰ, মছ্‌লিন, সোণ আৰু বহুমূলীয়া পাথৰ লগোৱা কাপোৰ ভাৰতে ৰোমলৈ পঠিয়াইছিল। প্লিনী নামে সেই সময়ৰ ৰোম লিখক এজনে অভিযোগ কৰিছিল যে ভাৰতে ৰোমৰ ধন-সোণ চুঁচি নিছে। তেওঁ লিখিছিল যে বিলাসিতাৰ এই বস্তুবিলাক কিনি ৰোমে ভাৰতক বছৰি প্ৰায় ডেৰ-কোটি টকা দিব লগা হৈছিল।

## মহাযান আৰু হীনযান

এই যুগত ব্ৰাহ্মণ্যধৰ্ম আৰু গ্ৰীক সংস্কৃতিয়ে বৌদ্ধ চিন্তাধাৰাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। বিভিন্ন ভাবধাৰাৰ সংঘৰ্ষত বৌদ্ধ মঠ আৰু সঙ্ঘবিলাক তৰ্ক-আলোচনাৰে মুখৰিত হৈ উঠিছিল। ইয়াৰ ফলত বহুতো পৰিবৰ্তন ঘটে আৰু বৌদ্ধধৰ্ম দুটা ঠালত ভাগ হয়—মহাযান (ডাঙৰ বাট) হীনযান (সৰু বাট)। বৌদ্ধধৰ্ম জাতি, পুৰোহিত-প্ৰথা আৰু ক্ৰিয়া-কাণ্ডৰ বিৰোধী আছিল। গৌতম বুদ্ধই প্ৰতিমা

পূজা সমৰ্থন নকৰিছিল। তেওঁ নিজক ঈশ্বৰ বুলি দাবী নকৰিছিল। তেওঁ বুদ্ধ অৰ্থাৎ জ্ঞানৰ পোহৰ পোৱা মানুহ। এই আদৰ্শমতে আগছোৱাত বুদ্ধৰ কোনো প্ৰতিমূৰ্তি অঁকা নহৈছিল আৰু সেই দিনৰ শিল্পত মূৰ্তি নাছিল। কিন্তু পিচলৈ হিন্দু দেৱ-দেৱী আদিৰ ধাৰণা বৌদ্ধ চিন্তাধাৰাৰ লগত মিহলি হয়। গ্ৰীকসকলেও দেৱতাৰ মূৰ্তি তৈয়াৰ কৰিছিল। এনেকৈ ক্ৰমে বৌদ্ধ মঠবিলাকত মূৰ্তি সোমাল। প্ৰথমতে বুদ্ধৰ মূৰ্তি থোৱা নহৈছিল, কিন্তু বোধিসত্ত্বসকলৰ (বুদ্ধৰ আগৰ অৱতাৰসকলক বৌদ্ধ সংস্কাৰ মতে বোধিসত্ত্ব বোলা হয়) মূৰ্তি ৰখা হয়। পিচলৈ বুদ্ধৰ প্ৰতিমূৰ্তি ৰাখি পূজা কৰিবলৈ আৰম্ভ কৰা হ'ল।

বৌদ্ধধৰ্মৰ মহাযান পন্থাই এই পৰিবৰ্তনবিলাক সমৰ্থন কৰিছিল। ব্ৰাহ্মণ্য চিন্তাধাৰাৰ লগত এই পন্থাৰ ওচৰ সম্বন্ধ আছিল। কুশান সম্ৰাটসকলে মহাযান পন্থা গ্ৰহণ কৰে আৰু এই পন্থাৰ প্ৰচাৰত সহায়তা কৰে। কিন্তু হীনযান স্কুল বা মতবাদৰ প্ৰতি তেওঁলোক অসহিষ্ণু নাছিল। তেওঁলোকে আন ধৰ্মকো বিদ্বেষ নকৰিছিল। কণিষ্কই জৰবাষ্ট্ৰীযাণীকো উৎসাহ দিছিল।

মহাযান আৰু হীনযান পন্থাৰ সমৰ্থক পণ্ডিতসকলৰ ভিতৰত বহুত শ বছৰ ধৰি নিজৰ নিজৰ পন্থাৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ তৰ্কালোচনা চলিছিল। এই উদ্দেশ্যে বৌদ্ধ সংঘৰ ডাঙৰ ডাঙৰ সভা হৈছিল। কণিষ্কই কাশ্মীৰত বৌদ্ধ সংঘৰ এখন ডাঙৰ সভা পাতিছিল। উত্তৰ ভাৰতে মহাযান পন্থা আৰু দক্ষিণ ভাৰতে হীনযান পন্থা গ্ৰহণ কৰে। শেষত দুয়োটা পন্থা হিন্দুধৰ্মই সামৰি লয়। আজিকালি চীন, জাপান আৰু তিব্বতত মহাযান পন্থা আৰু লঙ্কা ব্ৰহ্মদেশত আৰু হীনযান পন্থা চলে।

এটা জাতিৰ মানুহৰ মনৰ দাপোণ হৈছে তেওঁলোকৰ হাতৰ কাম। আজিকালিৰ সৰল-সহজ বৌদ্ধ চিন্তাধাৰাৰ ঠাইত যেতিয়া ব্ৰাহ্মণ্য আৰু গ্ৰীক ভাৱৰ প্ৰভাৱত জটিলতা দেখা দিলে, তেতিয়া ভাৰতৰ শিল্প-কলাও জটিল আৰু অলঙ্কাৰপূৰ্ণ হৈ উঠিল। গান্ধাৰৰ মহান ভাস্কৰ্য নানান অলঙ্কাৰৰ কামেৰে ভৰি পৰিল। হীনযান শিল্প-কলাও এই প্ৰভাৱৰপৰা সম্পূৰ্ণ মুক্ত নাছিল। চিত্ৰ, ভাস্কৰ্য আদিত আদিকালৰ সৰলতা আৰু সংযম নোহোৱা হ'ল। বিচিত্ৰ ৰেখাপাত আৰু প্ৰতীকৰে সেই কাম ঐশ্বৰ্যশালী হৈ উঠিল। অজন্তাৰ গুহাৰ সুন্দৰ কাৰুকাৰ্য এই যুগৰ।

কুশানসকলে বিদেশী গৱৰ্ণমেণ্টৰ দৰে ভাৰতত শাসন কৰা নাছিল। ধৰ্মৰ সম্বন্ধই তেওঁলোকক ভাৰতৰ লগত বান্ধি ৰাখিছিল। তদুপৰি ভাৰতীয় আৰ্যসকলৰ শাসন-নীতি তেওঁলোকে গ্ৰহণ কৰিছিল। আৰ্য-প্ৰথা বহুতখিনি মানি লোৱাৰ কাৰণেই উত্তৰ ভাৰতত তেওঁলোকে প্ৰায় তিনিশ বছৰ কাল কৃতকাৰ্যতাৰে শাসন কৰিবলৈ সক্ষম হয়।

# বৃহত্তৰ ভাৰত

ভাৰতৰ দক্ষিণে ইমূৰৰপৰা সিমূৰলৈকে সাগৰ। অতি পুৰণি কালতেই ভাৰতৰ মানুহে এই সাগৰত পাৰি দিবলৈ শিকে। চাণক্যৰ অৰ্থশাস্ত্ৰ আৰু মেগাস্থিনিচৰ টোকাত ভাৰতৰ নৌ-বাহিনীৰ কথা পোৱা যায়। ইযাৰপৰা বুজা যায যে মৌৰ্যযুগৰ আৰম্ভণিতো ভাৰতত নৌ-শিল্পৰ উন্নতি হৈছিল। ভাৰতে, বিশেষকৈ দক্ষিণ ভাৰতে পশ্চিমৰ লগত বেপাৰ চলাইছিল। ভাৰতৰ মানুহে নিজৰ জাহাজত উঠি নতুন দেশ চাবলৈ গৈছিল। গৌতম বুদ্ধৰ সময়তে বিজয়াই ভাৰতৰপৰা গৈ লঙ্কা জয় কৰিছিল। অজন্তাৰ গুহাত বিজযাৰ অভিযানৰ ছবি আছে। হাতী আৰু ঘোঁৰাৰে সৈতে জাহাজত উঠি বিজয়া সাগৰ পাৰ হৈ লঙ্কালৈ গৈছিল। বিজযাই লঙ্কাৰ নাম 'সিংহল' দিয়ে। ভাৰতৰপৰা লঙ্কালৈ সাগৰ পাৰহৈ যোবাটো একো কথা নহয। কিন্তু ভাৰতৰ মানুহ দূৰ দেশলৈও গৈছিল। ভাৰতৰ উপকূলত বহুতো বন্দৰ আছিল আৰু তাৰপৰা সদায জাহাজ চলাচল হৈছিল। আচৰিত কথা যে ইমান পুৰণি কালতে ভাৰতৰ বহুতো মানুহ সাগৰ পাৰ হৈছিল যদিও, পিচৰ কোনোবা সময়ত অন্ধবিশ্বাসৰ ফলত ভাৰতৰ মানুহে সাগৰ ভ্ৰমণ ধৰ্মবিৰোধী কাম বুলি ভবা হৈছিল। এনে অন্ধবিশ্বাস ভাৰতৰ পতনৰ সমযত দেখা দিযে যেন অনুমান হয। সিদিনা ইংৰাজ অহাৰ পিচলৈকে এনে বিশ্বাস বহুতৰে আছিল সৌভাগ্যৰ কথা, এনেবিলাক বিশ্বাস আজি নোহোবা হৈছে।

উত্তৰ ভাৰততকৈ দক্ষিণ ভাৰতে সাগৰৰ কাৰবাৰ বেছি কৰিছিল। বৈদেশিক বেপাৰৰ বেছিভাগ আছিল দক্ষিণ ভাৰতৰ লগত। তামিল কবিতাত 'যৱন' শব্দটোৰ ব্যৱহাৰ খুব বেছি। 'যৱন' মানে ঘাইকৈ গ্ৰীক্ মানুহক বুজাইছিল। ক্ৰমে বিদেশী মানুহ মাত্ৰকে যৱন বোলা হয়। দুই আৰু তিনি খ্ৰীষ্টাব্দৰ অন্ধ্ৰৰাজ্যৰ মোহৰত দুটা মাস্তুল থকা ডাঙৰ জাহাজৰ ছবি আছে। ইয়াৰপৰা বুজা যায় যে জাহাজ তৈয়াৰী আৰু সাগৰৰ বেপাৰ অন্ধ্ৰৰ মানুহৰ ঘাই ব্যৱসায় আছিল।

দক্ষিণ ভাৰতে পূব পিনৰ দ্বীপবিলাকত উপনিবেশ স্থাপন কৰে। এক খ্ৰীষ্টাব্দতে ভাৰতীয় উপনিবেশ স্থাপনৰ অভিযান আৰম্ভ হয় আৰু

কেৰাণ বছৰো চলে। মালয়, যৱ, সুমাত্ৰা, কম্বোদিয়া আৰু বৰ্ণিও দ্বীপলৈ ভাৰতৰ মানুহ যায় আৰু তাত তেওঁলোকৰ উপনিবেশ পাতে। ভাৰতৰ শিক্ষা, সংস্কৃতি আৰু শিল্প-কলা এই দ্বীপবিলাকে গ্ৰহণ কৰে। ব্ৰহ্মদেশ, শ্যাম, আৰু ইণ্ডোচীনতো ডাঙৰ ডাঙৰ ভাৰতীয় উপনিবেশ আছিল। ভাৰতক অনুকৰণ কৰি তেওঁলোকে তেওঁলোকৰ কিছুমান নতুন নগৰৰ নাম অযোধ্যা, তক্ষশিলা, গান্ধাৰ দিছিল। আমেৰিকালৈ যোৱা ইংৰাজসকলেও তাকে কৰিছিল। আমেৰিকাৰ নতুন নগৰৰ নাম ইংলণ্ডৰ বহুত পুৰণি নগৰৰে সৈতে একে।

উপনিবেশ পতা সকলো মানুহৰ দৰে ভাৰতৰ ঔপনিবেশিক-সকলেও নিশ্চয় সেই দ্বীপবিলাকৰ আদিম অধিবাসীসকলৰ লগত সদায় ভাল ব্যৱহাৰ কৰা নাছিল, আদিম অধিবাসীসকলক তলত ৰাখি তেওঁলোকে শোষণ কৰিছিল। কিন্তু কিছু দিনৰ পিচত ভাৰতীয়-সকল আদিম অধিবাসীসকলৰ লগত মিলি যায়, কিযনো সেই দিনত জাহাজ চলিলেও, আজিকালিৰ দৰে সাগৰত অহা-যোৱা সহজসাধ্য নাছিল। ভাৰতৰ লগত সদায় তেওঁলোকে যোগাযোগ ৰাখিব নোৱাৰি-ছিল আৰু তাতে বিয়া-বাৰু কৰাবলৈ বাধ্য হৈছিল। প্ৰথমতে এই দ্বীপবিলাক হিন্দুৰজা আৰু পিচত বৌদ্ধৰজাই শাসন কৰে। বৃহত্তৰ ভাৰতৰ এই ইতিহাস যেনে দীঘল তেনে আমোদজনক। দ্বীপবিলাকত ভাৰতৰ উপনিবেশৰ দিনৰ ভগ্নাৱশেষ পোৱা যায়। ভাৰতীয় উপনিবেশ-বিলাকত যে ডাঙৰ ডাঙৰ অট্টালিকা আৰু মন্দিৰ আদি আছিল এই ভগ্নাৱশেষবিলাকেই তাৰ প্ৰমাণ দিযে। কম্বোজা (আজিকালিৰ কম্বোদিয়া) এঙ্কোৰ, মজগহিত আদি প্ৰকাণ্ড নগৰ ভাৰতীয় শিল্পীসকলে তৈয়াৰ কৰিছিল।

মালয় আদি দীপপুঞ্জত প্ৰায় ১৪০০ বছৰ হিন্দু আৰু বৌদ্ধৰাষ্ট্ৰ চলিছিল। ৰোম আদি সাম্ৰাজ্যৰ আয়ুস আৰু আয়তন ইয়াৰ তুলনাত কিমান কম। ৰোম সাম্ৰাজ্যৰ আয়ুস আছিল কেৱল ৪০০ বছৰ। প্ৰাধান্যৰ কাৰণে হিন্দু আৰু বৌদ্ধ ৰজাৰ ভিতৰত যুদ্ধ-বিগ্ৰহ হৈ আছিল। ৪০০।৫০০ বছৰ হিন্দুধৰ্ম চলাৰ পিচত ইয়াত বৌদ্ধধৰ্মই প্ৰাধান্য লাভ কৰে। প্ৰতিবেশী চীনে ভাৰতীয় উপনিবেশবিলাকৰ লগত প্ৰায়ে ভাল ভাব ৰাখিছিল। চীনৰ সভ্যতা আৰু সংস্কৃতিৰ প্ৰভাবো ইয়াত পৰিছিল। মাজে মাজে চীনৰ লগত কাজিয়া যে হোৱা নাই, এনেও নহয়। ১৫ শতিকাত মুছলমানসকলে এই দ্বীপ-বিলাক দখললৈ আনে। তাৰ কিছু পিচতে পৰ্তুগাল, স্পেইন, হলেণ্ড,

ইংলণ্ড আৰু সয়ংশেষত আমেৰিকাৰ মানুহে আহি এই দ্বীপবিলাকত প্ৰভুত্ব কৰে। ভাৰতীয় উপনিবেশৰ লগত বৰ্ত্তমানৰ ইংৰাজ আদি শক্তিৰ উপনিবেশৰ পাৰ্থক্য আছে। ভাৰতৰ কিছুমান মানুহ গৈ এই দ্বীপবিলাকত নিগাজীভাৱে বসতি কৰিছিল আৰু তেওঁলোকেই তাত গৱৰ্ণমেণ্ট চলাইছিল। ভাৰতৰ ৰজা বা গৱৰ্ণমেণ্টৰ লগত এই দ্বীপ-বিলাকৰ শাসনৰ সম্পৰ্ক নাছিল। কিন্তু ইংৰাজ আদি আধুনিক যিবিলাক জাতিয়ে ভাৰত আদি দেশত উপনিবেশ পাতিছিল, তেওঁলোকে তাত নিগাজীভাৱে বসতি লোৱা নাছিল। বেপাৰৰ কাৰণেহে তেওঁলোক তাত আছিল আৰু উপনিবেশবিলাকৰ গৱৰ্ণমেণ্ট ইংলণ্ডৰ গবৰ্ণমেণ্টৰ সকলো প্ৰকাৰে তলতীয়া আছিল। আগৰ দিনৰ সাম্ৰাজ্য বা উপনিবেশৰ লগত আজিকালিৰ সাম্ৰাজ্য বা উপনিবেশৰ ই এটা মূল পাৰ্থক্য। পুৰণি কালৰ চক্ৰৱৰ্ত্তী সম্ৰাটসকলে কৰতলতীয়া ৰাজ্যৰ পৰা এককালীন বা বছৰেকীয়া কৰ লৈয়েই সন্তুষ্ট আছিল। কেঁচামাল বা বজাৰৰ কাৰণে তেওঁলোকে ৰাজ্য জয় কৰা নাছিল। যন্ত্ৰ শিল্পৰ প্ৰাচুৰ্ভাৱ হোৱাত এই যুগত সাম্ৰাজ্য বা উপনিবেশ লগা হৈছে কেঁচামাল বা বজাৰৰ কাৰণে। সেইদিনত জনসংখ্যাৰ হেঁচাত এঠাইৰপৰা মানুহ ওলাই গৈ আন ঠাইত বসতি লৈছিল।

মালয় আদি দ্বীপত উপনিবেশ পতা ভাৰতীয়সকলৰ ঘাই সোঁতটো গৈছিল পল্লৱ দেশৰপৰা (তামিল দেশৰ দক্ষিণ অংশ)। প্ৰথম দলটো কলিঙ্গ বা উৰিষ্যাৰপৰা গৈছিল বুলি প্ৰবাদ আছে।

পৃথিবীৰ এই অংশত ভাৰতীয় সভ্যতা আৰু সংস্কৃতি প্ৰচাৰ কৰাই ভাৰতীয় উপনিবেশিকসকলৰ এটা ঘাই উদ্দেশ্য আছিল। চীন আৰু ভাৰত—এই দুটা সভ্যতাৰ প্ৰভাৱ দ্বীপবিলাকত পৰে। বৰ্মা, শ্যাম আৰু ইণ্ডোচীনত চীনৰ প্ৰভাৱ বেছি পৰে। যব, সুমাত্ৰা আদি দ্বীপত ভাৰতৰ প্ৰভাৱ বেছি। শেষত ইয়াত ইছলামেও প্ৰভাৱ কৰে। শাসন-প্ৰণালী আৰু জীৱনৰ দৃষ্টিভঙ্গী সম্পৰ্কে এই দ্বীপবিলাকত চীনৰ প্ৰভাৱ বেছিকৈ পৰে। ইয়াৰ শিল্পকলা আদি ভাৰতীয়। ইয়াৰ অধিবাসী মঙ্গোলীয় জাতিৰ মানুহ। আজি বৰ্মা, শ্যাম আৰু ইণ্ডো-চীনৰ মানুহবিলাক ভাৰতীয়তকৈ চীনৰ মানুহৰ ওচৰ সম্বন্ধ যেন লাগে। ভাৰত আৰু চীনৰ সভ্যতা আৰু প্ৰভাৱৰ পাৰ্থক্য থাকিলেও দুয়োৰে ভিতৰত সঙ্ঘৰ্ষ হোৱা নাছিল। দুয়োটা সভ্যতা ওচৰা-ওচৰিকৈ সমান্তৰাল-ভাৱে চলিছিল। মন কৰিবলগীয়া কথা যে হেজাৰ হেজাৰ বছৰৰ ভিতৰত এবাৰো শক্তিশালী চীন আৰু ভাৰত যুদ্ধত নমা নাছিল।

দুয়োখন দেশ ওচৰাওচৰিকৈ আছিল ; এখনবো শক্তি আৰু সামৰ্থ্য কম নাছিল। তথাপি তেওঁলোকে যুদ্ধ নকৰি শান্তিত কাল কটাইছিল। দুয়োখন দেশৰ সভ্যতা আৰু সংস্কৃতিৰ থাপ যে বৰ ওখ আছিল, ইয়েই তাৰ প্ৰমাণ। আজিকালি একনায়কত্ববাদী সাম্যবাদী শাসনৰ তললৈ অহাৰ পিচত চীন যেতিয়া তেওঁলোকৰ পুৰণি সভ্যতা আৰু ঐতিহ্যৰপৰা বিচ্ছিন্ন হৈ পৰিল, তেতিযাহে ভাৰতৰ ওপৰত তেওঁলোকে আক্ৰমণ চলোৱাৰ পৰিস্থিতি দেখা দিয়ে।

জাভাৰ (যৱ) বৰবুদুৰত ভাৰতীয় শিল্পীয়ে সজা বৌদ্ধমন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। মন্দিৰৰ দেৱালত বুদ্ধৰ জীৱন-কাহিনী অঁকা আছে। সেই দিনৰ ভাৰতীয় শিল্পৰ ই এটা সুন্দৰ নিদৰ্শন।

ভাৰতৰ প্ৰভাৱ আৰু দূৰলৈকে গৈছিল। ফিলিপাইন আৰু ফৰমোচা কিছুদিন সুমাত্ৰাৰ শ্ৰীবিজয় ৰাজ্যৰ ভিতৰত আছিল। বহুত দিন পিচত ফিলিপাইন স্পেইনৰ তললৈ আহে। ইয়াৰ ৰাজধানী হৈছে মানিলা। নতুনকৈ সজা বিধান সভাৰ ঘৰত ফিলিপাইনৰ বৰ্তমান সংস্কৃতিৰ প্ৰতিনিধি হিচাপে চাৰিটা মূৰ্তি অঁকা আছে। এই চাৰিটা মূৰ্তিৰ এজন হৈছে অতীত ভাৰতৰ মনু, দ্বিতীয় চীনৰ দাৰ্শনিক লাও-টচে, বাকী দুটা হৈছে এঙ্গলো-চেক্সন আইন আৰু স্পেইনৰ প্ৰতীক।

ইণ্ডোচীনত ৮ খ্ৰীষ্টাব্দলৈকে ৩০০ বছৰমান তিনিখন হিন্দু ৰাজ্য আছিল। ৯ খ্ৰীষ্টাব্দত জয়বৰ্মণ নামে এজন ৰজাই তিনিওখন ৰাজ্য একেলগ কৰি এখন ডাঙৰ সাম্ৰাজ্য গঢ়ি তোলে। সম্ভৱতঃ এওঁ বৌদ্ধ আছিল। এঙ্কোৰত তেওঁ ৰাজধানী পাতিবলৈ আৰম্ভ কৰে। তেওঁৰ উত্তৰাধিকাৰী যশোবৰ্মণে ইয়াক সাজি শেষ কৰে। এইখনকে কম্বোদিয়া সাম্ৰাজ্য বোলা হয়। ই প্ৰায় ৪০০ বছৰ আছিল। ইয়াৰ ৰাজধানী এঙ্কোৰৰ নাম প্ৰাচ্য ভূখণ্ডত বিয়পি পৰিছিল। ১০ লাখতকৈও বেছি মানুহৰ ইয়াত বসতি আছিল। কেইজাৰৰ দিনৰ ৰোমতকৈও ই ডাঙৰ আছিল। ইয়াৰ ওচৰতে আছে 'এঙ্কোৰবট'ৰ আচৰিত মন্দিৰ। ১৩ খ্ৰীষ্টাব্দত কেবাফালৰপৰা কম্বোদিয়াৰ ওপৰত আক্ৰমণ হয়। পূব-পিনে আন্নামীসকলে আৰু পশ্চিমে স্থানীয় জনজাতীয়সকলে আক্ৰমণ কৰে। উত্তৰপিনে মঙ্গোলীয় জাতিৰ মানুহে শ্যামবিলাকক দক্ষিণলৈ খেদি পঠিয়ায় আৰু সাৰিবৰ আন পথ নেদেখি তেওঁলোকে কম্বোদিয়া আক্ৰমণ কৰে। যুদ্ধ কৰি কৰি কম্বোদিয়া ভাগৰি পৰিল। তথাপিও প্ৰাচ্যদেশত এঙ্কোৰ নগৰ সকলোতকৈ সুন্দৰ নগৰ হৈ আছিল।

১২৯৭ খ্ৰীষ্টাব্দত কম্বোদিয়াৰ ৰজাৰ ওচৰলৈ চীনৰ এজন দূত গৈছিল; এঙ্কোৰ নগৰৰ অট্টালিকাৰাশিৰ আচৰিত গঠন-প্ৰণালী আৰু কাৰু-কাৰ্যৰ প্ৰশংসা কৰি তেওঁ এটা বৰ্ণনা থৈ গৈছে। ১৩০০ খ্ৰীষ্টাব্দ মানত এঙ্কোৰৰ ভাগ্য-বিপৰ্যয় ঘটিল। বোকা পৰি মেকং নদীৰ মুখ বন্ধ হ'ল। নদীৰ সোঁত বন্ধ হৈ মহানগৰীৰ চাৰিওপিনৰ ঠাইবিলাক ডুবাই পেলালে। সাৰুৱা পথাৰবিলাক জলাশয় হৈ পৰিল। মহানগৰীৰ মানুহে খাবলৈ নোপোৱা হ'ল। তেতিয়া বাধ্য হৈ অধিবাসীসকলে নগৰ এৰি গ'ল। সুন্দৰ এঙ্কোৰ নগৰ হাবিত পৰিণত হ'ল আৰু অট্টালিকাবিলাকত বনৰীয়া জন্তুৰ বসতি হ'ল। অৱশেষত কাৰেংঘৰবিলাক ভাগি গ'ল। এদিন যি নগৰলৈ বেপাৰৰ কাৰণে দূৰ-দূৰণিৰ মানুহ আহিছিল সুৰম অট্টালিকাৰে ভৰা যি নগৰত ১০ লাখ মানুহৰ বসতি আছিল তাত হ'ল অটব্য অৰণ্য। এই বিপৰ্যয়ৰ পিচত কম্বোদিয়া সাম্ৰাজ্য বেছি দিনলৈ নিটিকিল। ক্ৰমে ই পৰিবলৈ ধৰিলে আৰু এখন প্ৰদেশত পৰিণত হ'ল। শ্যাম আৰু আন্নামে ইয়াত শাসন কৰে। আঙ্কোৰৱটৰ মন্দিৰৰ ভগ্নাৱশেষৰপৰা আজিও আমি কম্বোদিয়াৰ গৌৰৱৰ যুগৰ পৰিচয় পাওঁ।

এক বা দুই শতাব্দীত দক্ষিণ ভাৰতৰ পল্লৱবিলাকে সুমাত্ৰাত উপনিবেশ স্থাপন কৰে। মালয় পেনিনচুলা সুমাত্ৰা ৰাজ্যৰ ভিতৰ সোমায়। বহুত দিন পিচলৈকে সুমাত্ৰা আৰু মালয় পেনিনচুলাৰ ইতিহাসৰ যোগাযোগ আছিল। সুমাত্ৰা ৰাজ্যৰ ৰাজধানী আছিল শ্ৰীবিজয় নগৰ। পাঁচ-ছয় শতাব্দীত বৌদ্ধধৰ্ম সুমাত্ৰাৰ ঘাই ধৰ্ম হয়। সুমাত্ৰাৰ প্ৰচাৰৰ ফলতেই মালয়ৰ বহুতো হিন্দু মানুহে বৌদ্ধধৰ্ম লয়।

শ্ৰীবিজয়ৰ বৌদ্ধ সাম্ৰাজ্য ক্ৰমে ডাঙৰ হয়। সুমাত্ৰা আৰু মালয়ৰ উপৰিও, বৰ্ণিও, ফিলিপাইন, চেলিবিচ, জাভাৰ আধা, ফৰমোচাৰ আধা, লঙ্কা আৰু কেণ্টনৰ ওচৰৰ চীনৰ দক্ষিণৰ এটা বন্দৰ এই সাম্ৰাজ্যত পৰিছিল। লঙ্কাৰ মুখামুখিকৈ থকা দক্ষিণ ভাৰতৰ এটা বন্দৰো সম্ভৱতঃ ইয়াৰ অন্তৰ্ভুক্ত আছিল। এই ভাৰতীয় উপনিবেশবিলাকৰ ঘাই জীৱিকা আছিল বেহা-বেপাৰ আৰু জাহাজ তৈয়াৰী শিল্প। সেই সময়ৰ চীন আৰু আৰবৰ লিখকসকলে সুমাত্ৰা ৰাজ্যৰ বন্দৰ আৰু নতুন নতুন উপনিবেশৰ এখন দীঘল তালিকা ৰাখি গৈছে। আজি-কালি বৃটিচ সাম্ৰাজ্যই যেনেকৈ পৃথিৱীৰ সকলো দেশৰে ভাল ভাল বন্দৰবিলাক দখল কৰিছে, তেনেকৈয়ে সুমাত্ৰায়ো আৱশ্যকীয় কেন্দ্ৰতে একো একো টুকুৰা ঠাই দখল কৰিছিল। চিঙ্গাপুৰ আদিতে সুমাত্ৰাৰ

উপনিবেশ আছিল। ভাৰতীয় নাম সিংহপুৰৰপৰা চিঙ্গাপুৰ হৈছে। ১১ খ্ৰীষ্টাব্দত অৰ্থাৎ যেতিয়া দক্ষিণ ভাৰতত চোল সাম্ৰাজ্যৰ প্ৰাদুৰ্ভাৱ আছিল, সুমাত্ৰা ৰাজ্য উন্নতিৰ সৰ্বোচ্চ খাপলৈ উঠে। চোল সাম্ৰাজ্যৰ পতনৰ পিচতো সুমাত্ৰা ৰাজ্য টিকি থাকে। বহুত দিনলৈকে দুয়োখন ৰাজ্যৰ ভিতৰত বন্ধুত্ব আছিল। কিন্তু দুয়োটাৰে শক্তিশালী নৌ-বাহিনী আৰু সাগৰৰ বেপাৰ আছিল। ১১ শতিকাৰ আগভাগত দুয়োখন ৰাজ্যৰ সঙ্ঘৰ্ষ হয়। চোল ৰজা প্ৰথম ৰাজেন্দ্ৰই শ্ৰীবিজয়লৈ এটা অভিযান পঠিয়ায়। শ্ৰীবিজয় পৰাস্ত হয়। পিচত শ্ৰীবিজয়ৰ সাম্ৰাজ্যই আকৌ গা কৰি উঠে।

১১ শতিকাৰ আগভাগতে চীন সম্ৰাটে সুমাত্ৰাৰ ৰজালৈ বহুতো bronze bells পঠিয়ায়। সুমাত্ৰা ৰজাই ইয়াৰ উত্তৰত চীনৰ ৰজালৈ মুকুতা, হাতীৰ দাঁত আৰু সংস্কৃত কিতাপ পঠিযায। সোণৰ ফলিত ভাৰ-তীয় আখৰেৰে লিখা এখন চিঠিও তেওঁ দিছিল। দুই খ্ৰীষ্টাব্দৰপৰা ১৩ খ্ৰীষ্টাব্দলৈ শ্ৰীবিজয সাম্ৰাজ্য সমৃদ্ধিশালী হৈ আছিল। ১৩৭৭ খ্ৰীঃত আন এখন পুৰণি পল্লব উপনিবেশে (পুব জাভা) এই সাম্ৰাজ্য পৰাস্ত কৰে।

লঙ্কাৰপৰা চীনৰ কেণ্টনলৈকে শ্ৰীবিজযৰ সাম্ৰাজ্যই বিস্তাৰ লাভ কৰিছিল। দুই ঠাইৰ ভিতৰৰ প্ৰায সকলো দ্বীপ এই সাম্ৰাজ্যই ভিতৰ কৰি লৈছিল। কিন্তু যবৰ পুব অংশ জয কৰিব পৰা নাছিল। ই এখন স্বাধীন হিন্দুৰাজ্য হৈ থাকে। বৌদ্ধ ধৰ্ম তাৰ মানুহে গ্ৰহণ নকৰিলে। বেপাৰৰ কাৰণে শ্ৰীবিজযৰ লগত পুব যৱৰ সঙ্ঘৰ্ষ লাগে। পূৰ্ব যৱই শ্ৰীবিজয় আৰু চিঙ্গাপুৰ ধ্বংস কৰে। শ্ৰীবিজয়ৰ লগত যুদ্ধত পুব যৱই নিষ্ঠুৰতা আৰু বৰ্বৰতাৰ পৰিচয় দিয়ে যদিও, সেই যুগৰ যৱৰ যিবিলাক কিতাপ আমি আৰ্জিও পাওঁ, তাৰপৰা বুজা যায যে এই হিন্দু ৰাজ্যখন উচ্চ সভ্যতাৰ অধিকাৰী আছিল। অট্টালিকা সজাত, বিশেষকৈ মন্দিৰ সজাত এই ৰাজ্যই অপূৰ্ব কৃতিত্ব লাভ কৰে। ইযাত ৫০০ টাতকৈও বেছি মন্দিৰ সজা হৈছিল। ইয়াৰে কিছুমান গোটেই পৃথিৱীৰে ভিতৰত শিল্পৰ কামৰ শ্ৰেষ্ঠ নিদৰ্শনৰূপে পৰি-গণিত। মন্দিৰবিলাকৰ বেছিভাগ সজা হৈছিল ৬৫০ আৰু ৯৫০ খ্ৰীষ্টাব্দৰ মাজভাগত। এই প্ৰকাণ্ড মন্দিৰবিলাক সজাবলৈ জাভাই ভাৰতৰপৰা বহুতো দক্ষ শিল্পী বা কাৰিকৰ নিছিল।

বৰ্ণিও আৰু ফিলিপাইনে ভাৰতৰপৰা লিখা বিদ্যা শিকে। দুৰ্ভাগ্যৰ কথা যে ফিলিপাইনৰ হাতেলিখা কিতাপবিলাক স্পেইনৰ মানুহে নষ্ট কৰে।

আৰবৰ মানুহ বেপাৰী জাতি। য'তে বেপাৰ হয় তালৈকে তেওঁলোক গৈছিল। ইচলামৰ বহুত দিন আগৰেপৰা আৰবৰ মানুহে বেপাৰৰ কাৰণে এই দ্বীপবিলাকলৈ গৈছিল আৰু তাত উপনিবেশ পাতিছিল।

## গুপ্ত বংশৰ দিনত হিন্দু সাম্ৰাজ্য

৩০০ বছৰৰ প্ৰাদুৰ্ভাবৰ পিচত কুশান আৰু অন্ধ্ৰ ৰাজ্যৰ পতন হয়। ৩ খ্ৰীষ্টাব্দৰ মাজভাগত এই দুখন সাম্ৰাজ্য নোহোৱা হয় আৰু বহুতো সৰু সৰু ৰাজ্য গঢ়ি উঠে। উত্তৰ-পশ্চিম সীমান্তইদি অহা শক, স্কাইথিযান আৰু তুৰ্কসকলে উত্তৰ ভাৰতৰ সৰু সৰু ৰাজ্যবিলাকত শাসন কৰে। এই মানুহবিলাক বৌদ্ধ আছিল আৰু শত্ৰু হিচাপে ভাৰত আক্ৰমণ কৰিবলৈ এওঁলোক অহা নাছিল। মধ্য এচিয়াৰ আন দলবিলাকে পিচৰপৰা হেঁচা দিযাত এওঁলোক ভাৰতৰ পিনে আহিব লগা হয। মধ্য এচিযাৰ দলবিলাকক আকৌ চীনে খেদি দিছিল। ভাৰতলৈ আহি এই 'ট্ৰাইব'বিলাকে ভাৰতৰ সভ্যতা আৰু আচাৰ গ্ৰহণ কৰে। ধৰ্ম, সভ্যতা, সংস্কৃতি—সকলো পিনে ভাৰতকে এওঁলোকে মাতৃভূমি বুলি লৈছিল। বিদেশী বুলি এওঁলোকে নিজক পৰিচয দিব নুখুজিছিল। এই কাৰণেই বোধহয এওঁলোকে বহুত দিন ভাৰতত ৰাজত্ব কৰিব পাৰে। কিন্তু ভাৰতৰ আৰ্য-ক্ষত্ৰিযসকলে মনে মনে এওঁলোকৰ শাসন ভাল পোৱা নাছিল। বিদেশৰপৰা অহা কিছুমান মানুহৰ শাসনৰ তলত থাকিব লগা হোৱাত এওঁলোকে অপমান বোধ কৰিছিল। ক্ৰমে ভাৰতীয আৰ্যসকলৰ মাজত তেওঁলোকৰ পূৰ্বৰ প্ৰভাৱ-প্ৰতিপত্তি ঘূৰাই অনাৰ আকাঙ্ক্ষাই দেখা দিলে। আৰ্যাবৰ্তক স্বাধীন কৰিবৰ কাৰণে চন্দ্ৰগুপ্তৰ পতাকাৰ তলত এওঁলোক সমবেত হ'ল। অশোকৰ ককাক চন্দ্ৰগুপ্ত বুলি এওঁক যেন আমি ভুল নকৰোঁ। এইজন চন্দ্ৰগুপ্তৰ মৌৰ্যবংশৰ লগত কোনো সম্বন্ধ নাই। এই সময়ত অশোকৰ বংশৰ নাম লোপ পালে। আমি এতিযা অশোকৰ মৃত্যুৰ ৫৩৪ বছৰৰ পিচৰ ৩০৮ খ্ৰীষ্টাব্দৰ কথা কৈছোঁ। চন্দ্ৰগুপ্ত পাটলিপুত্ৰৰ এজন সৰু ৰজা। এওঁ উচ্চাভিলাষী আৰু ক্ষমতাশালী লোক আছিল। উত্তৰ ভাৰতৰ আন আৰ্য ৰজাসকলক লগ লগাই এওঁ এখন যুক্তৰাষ্ট্ৰ গঠন কৰে। বিখ্যাত লিচ্ছৱী পৰিয়ালৰ কুমাৰী এগৰাকী বিয়া কৰাই

চন্দ্ৰগুপ্তই সেই লিচ্ছৱী বংশৰ সাহায্য লাভ কৰে। এইদৰে চন্দ্ৰগুপ্তই ভাৰতৰ বিদেশী ৰজাৰ বিৰুদ্ধে 'ধৰ্মযুদ্ধ' ঘোষণা কৰিলে। ১২ বছৰমান যুদ্ধ কৰাৰ পিচত চন্দ্ৰগুপ্তই উত্তৰ ভাৰতৰ এছোৱাৰ কৰ্তৃত্ব লাভ কৰে। তেতিয়া তেওঁ চক্ৰবৰ্তী ৰজা হ'ল। এইদৰে গুপ্ত ৰাজবংশৰ আৰম্ভ হ'ল। হুনবিলাক নহালৈকে প্ৰায় দুশ বছৰ গুপ্তবংশ প্ৰতাপী হৈ আছিল। এইটো আছিল হিন্দু জাতীয়তাৰ প্ৰতিপত্তিৰ যুগ। তুৰ্ক, পাৰ্থিয়ান্ আদি অনাৰ্য বিদেশী ৰজাসকলক জোৰেৰে বাহিৰ কৰি দিয়া হৈছিল এই সময়ত জাতিগত প্ৰতিদ্বন্দ্বিতাৰ ভাব দেখা যায়। উচ্চবৰ্ণৰ ভাৰতীয় আৰ্যসকলে নিজৰ জাতিৰ নামত গৰ্ব অনুভৱ কৰিছিল আৰু আনক ম্লেচ্ছ বা অসভ্য আখ্যা দিছিল। গুপ্ত ৰজাসকলে আৰ্য ৰাজ্যৰ ৰজাসকলক জয় কৰিলেও সিমান কঠোৰ ব্যৱহাৰ কৰা নাছিল। অনাৰ্য ৰজাসকলক কিন্তু অলপো ৰেহাই নিদিছিল।

চন্দ্ৰগুপ্তৰ পুতেক সমুদ্ৰগুপ্ত এজন ডাঙৰ সেনাপতি আছিল। সম্ৰাট হৈয়েই তেওঁ বিজয় অভিযান আৰম্ভ কৰিলে। এওঁৰ দিনত ভাৰতৰ বেছিভাগতে গুপ্ত সাম্ৰাজ্যই বিস্তাৰ লাভ কৰে। দক্ষিণ ভাৰতত গুপ্ত সাম্ৰাজ্যৰ প্ৰভাৱ নামতহে আছিল। উত্তৰে কুশানবিলাকক সিন্ধু-নদী পাৰ কৰি দিয়া হয়। এওঁ গুপ্ত সাম্ৰাজ্যৰ ৰাজধানী পাটলিপুত্ৰৰ-পৰা অযোধ্যালৈ তুলি নিয়ে।

সমুদ্ৰগুপ্তৰ পুতেক দ্বিতীয় চন্দ্ৰগুপ্তও এজন যুঁজাৰু ৰজা আছিল। তেওঁ কাথিবাৰ আৰু গুজৰাট জয় কৰে। এই দুখন দেশ বহুত দিন শক আৰু তুৰ্ক ৰজাৰ তলত আছিল। দ্বিতীয় চন্দ্ৰগুপ্তই বিক্ৰমাদিত্য নাম লয়। কেইজনৰ দৰে বিক্ৰমাদিত্য বহুতো ৰজাৰ উপাধি হয়। দিল্লীৰ কুতুবমিনাৰৰ ওচৰত এটা প্ৰকাণ্ড লোহাৰ খুটা আছে। সাম্ৰাজ্যৰ প্ৰতীক হিচাপে খুটাটোৰ ওপৰত এপাহি পদুম ফুল কটা আছে। প্ৰবাদ আছে যে বিক্ৰমাদিত্যই এই খুটাটো তৈয়াৰ কৰাইছিল।

গুপ্ত যুগ হিন্দু সাম্ৰাজ্যবাদৰ যুগ বুলিব পাৰি। ভাৰতৰ বাহিৰে সাম্ৰাজ্য বিস্তাৰ কৰাৰ কথা এওঁলোকে ভবা নাছিল। ডাঙৰ সাম্ৰাজ্য গঠনৰ কাৰণে যে গুপ্ত যুগ স্মৰণীয় হৈছে এনে নহয়। পৃথিৱীৰ ইতিহাসত বহুতো সাম্ৰাজ্য উঠিছে আৰু পৰিছে। সাম্ৰাজ্যবাদত গৰ্ব কৰিবলগীয়া একো নাই। গৰ্ব কৰিব পাৰোঁ গুপ্ত যুগৰ শিল্প আৰু সাহিত্যৰ কাৰণে। সংস্কৃত সাহিত্যৰ ইতিহাসত বেদ আৰু পুৰাণৰ পিচত গুপ্ত যুগেই সবাতোকৈ চহকী। অমৰ কবি কালিদাস এই যুগৰে। প্ৰবাদ আছে যে বিক্ৰমাদিত্যৰ ৰাজসভাত নৱৰত্ন আছিল।

কালিদাস তাৰে এজন। সংস্কৃত চৰকাৰী ভাষা আছিল। কিন্তু এই দিনতো সংস্কৃত সাধাৰণ মানুহৰ ভাষা নাছিল। সাধাৰণ মানুহে প্ৰাকৃত ভাষা কৈছিল। প্ৰাকৃতো সংস্কৃত ভাষাৰ লগৰীয়া। সংস্কৃত ভাষাৰ কবিতা, নাটক আৰু আৰ্য শিল্প-কলাৰ পুনৰ অভ্যুত্থান হয়। গ্ৰীক্ আৰু কুশানসকল অহাৰ লগে লগে ভাৰতীয় জীৱনত গ্ৰীক্ আৰু মঙ্গোলীয় প্ৰভাৱ পৰিছিল। গুপ্ত যুগত পুৰণি আৰ্য-সংস্কৃতিৰ ওপৰত জোৰ দিয়া হয় আৰু গ্ৰীক্ আৰু মঙ্গোলীয় ভাৱধাৰা নিৰ্মূল কৰিবলৈ চেষ্টা কৰা হয়।

গুপ্ত যুগত আৰ্য-সংস্কৃতি আৰু হিন্দু ধৰ্মৰ পুনৰ প্ৰাদুৰ্ভাৱ হয়। স্বাভাৱিকতে বৌদ্ধ ধৰ্মৰ প্ৰতি ইয়াৰ সহানুভূতি নাছিল। বৌদ্ধ ধৰ্মৰ মহাযান পন্থা গণতন্ত্ৰমূলক আছিল আৰু কুশান আদি বিদেশী ৰজাৰ লগত ইয়াৰ সম্বন্ধ আছিল। গুপ্ত যুগত ক্ষত্ৰিয় ৰজাৰ সমৰ্থনত হোৱা উচ্চবৰ্ণৰ আন্দোলনে সেয়ে বৌদ্ধধৰ্ম ভাল নেপাইছিল। কিন্তু বৌদ্ধ ধৰ্ম লোৱা কাৰণে কাকো শাস্তি দিয়া নহৈছিল। শিক্ষাৰ প্ৰধান অনুষ্ঠান হিচাপে বৌদ্ধমঠবিলাক তেতিয়াও চলিছিল। বৌদ্ধ ধৰ্মৰ প্ৰতিপত্তি থকা লঙ্কাদ্বীপৰ ৰজাসকলৰ লগত গুপ্তসকলে বন্ধুতা ৰাখিছিল। লঙ্কাৰ ৰজা মেঘবৰণে সমুদ্ৰগুপ্তলৈ বহুমূলীয়া উপঢৌকন পঠিয়াইছিল আৰু লঙ্কাৰ ছাত্ৰসকলৰ কাৰণে গযাত এটা মঠ প্ৰতিষ্ঠা কৰিছিল।

এই সময়তে চীন পৰিব্ৰাজক ফাহিয়ান ভাৰতলৈ আহে। বৌদ্ধ-ধৰ্মৰ গ্ৰন্থ বিচাৰি এজন বৌদ্ধ হিচাপে তেওঁ ভাৰতলৈ আহিছিল। ভাৰত সম্পৰ্কে তেওঁ লিখি যোৱা টোকাত পোৱা যায় যে— মগধৰ মানুহ সুখী আৰু চহকী আছিল। দোষ কৰিলেও নিৰ্দযভাবে শাস্তি দিয়া নহৈছিল। মৃত্যুদণ্ড নাছিলেই। গয়াত একো নাছিল। কপিলা-বাস্তু হাবি হৈ পৰিছিল। পাটলিপুত্ৰৰ মানুহ সমৃদ্ধিশালী আৰু ধাৰ্মিক আছিল। বহুতো ডাঙৰ আৰু চহকী বৌদ্ধমঠ আছিল। ঘাই ৰাস্তাৰ কাণে কাণে ধৰমশালা আছিল। বাটৰুৱা তাত জিৰাব পাৰিছিল। বিনাদামে তেওঁলোকে তাত খাবলৈ পাইছিল। ডাঙৰ ডাঙৰ নগৰত দাতব্য-চিকিৎসালয় আছিল।

ভাৰতৰ সকলোতে ফুৰা হ'লত, ফাহিয়ান লঙ্কালৈ যায় আৰু তাত দুবছৰ থাকে। ফাহিয়ান লঙ্কাৰপৰা চীনলৈ সাগৰেদি যায় আৰু নানা বিপৰ্যয়ৰ মাজেদি বহুত বছৰৰ মূৰত ঘৰ পায়গৈ। ফাহিয়ানৰ লগৰীয়া ইট ছিং ভাৰততে থাকি যায়। ভাৰতৰ বৌদ্ধ ভিক্ষুসকলৰ পবিত্ৰতা দেখি তেওঁ মোহিত হৈছিল।

অজন্তাৰ কিছুমান সুন্দৰ কাৰুকাৰ্য গুপ্ত যুগৰ। ইয়াৰ সৌন্দৰ্য বৰ্ণনাৰ অতীত। অজন্তা হৈছে মহাৰাষ্ট্ৰৰ অজন্তা পাহাৰত।

ৰোম সাম্ৰাজ্যৰ যেতিয়া পতন হয়, তেতিয়া ভাৰত আছিল অতি উন্নত আৰু শক্তিশালী দেশ। প্ৰথমজন চন্দ্ৰগুপ্ত হৈছে কণ্‌ষ্টাণ্টিনেপোল স্থাপন কৰা ৰোম সম্ৰাট কনষ্টাইনটাইনৰ সমসাময়িক। শেহৰ গুপ্তৰজাসকলৰ দিনত ৰোম সাম্ৰাজ্য দুভাগ হৈ যায় আৰু পশ্চিমৰখন ৰোম সাম্ৰাজ্য অসভ্য জাতিয়ে দখল কৰে।

দ্বিতীয় চন্দ্ৰগুপ্তই ২৩ বছৰ ৰাজত্ব কৰে। তেওঁৰ পিচত কুমাৰ-গুপ্তই ৪০ বছৰ ৰাজত্ব কৰে। এওঁৰ পিচত স্কন্দগুপ্ত ৪৫৩ খ্ৰীষ্টাব্দত সিংহাসনত উঠে। এওঁৰ দিনতে হূনবিলাকে ভাৰত আক্ৰমণ কৰে ইয়াৰ ফলত গুপ্তসাম্ৰাজ্যৰ ৰাজহাড ভাগে।

## হূনৰ ভাৰত আক্ৰমণ

তিনিশ বছৰ পাৰস্যত উৎপাত লগোৱাৰ পিচত, তেওঁলোকৰ জাতীয় মানুহক অনুকৰণ কৰি ৪৭০ খ্ৰীষ্টাব্দমানত (এটিলা মৰাৰ ২৫ বছৰ-মান পিচত) মধ্য এচিয়াৰ শ্বেত হূনবিলাক উত্তৰ-পশ্চিম সীমান্তইদি ভাৰতলৈ আহে। এটিলাৰ নেতৃত্বত ৰোমসাম্ৰাজ্যত বিভীষিকাৰ সৃষ্টি-কৰা হূনবিলাকৰ এওঁলোক ওচৰ সম্বন্ধীয়। সৰু সৰু একোটা দল হৈ এওঁলোকে ভাৰতৰ উত্তৰ-পশ্চিম সীমাত উৎপাত আৰম্ভ কৰে। অৱশেষত তেওঁলোকৰ সংখ্যা যেতিয়া বেছি হ'ল আৰু পিচফালৰপৰা আন ট্ৰাইবে যেতিয়া তেওঁলোকক হেঁচা দিলে, তেতিয়া তেওঁলোকে দস্তুৰ মতে ভাৰত আক্ৰমণ কৰে। স্কন্দগুপ্তৰ দিনত হূনবিলাকে ভাৰত আক্ৰমণ কৰে। স্কন্দগুপ্তই হূনবিলাকক পৰাস্ত কৰি খেদি পঠিয়ায়। বাৰ বছৰমানৰ পিচত হূনবিলাক আকৌ আহে। ক্ৰমে গান্ধাৰ আৰু উত্তৰ ভাৰতৰ বেছিভাগতে বিয়পি পৰে। বৌদ্ধসকলৰ ওপৰত তেওঁলোকে নানা অত্যাচাৰ কৰে। হূনবিলাকে ভাৰতত বিভীষিকাৰ সৃষ্টি কৰে। হূনবিলাকৰ বিৰুদ্ধে একেৰাহে বহুত যুদ্ধ হয়। কিন্তু গুপ্তবিলাকে তেওঁলোকক খেদাব নোৱাৰিলে। নতুন নতুন হূনদল আহি মধ্য ভাৰতত বিয়পি পৰিল। তেওঁলোকৰ নেতা তোৰমান ৰজা হ'ল। তেওঁ ভাল ৰজা নাছিল। তেওঁৰ পিচত পুতেক মিহিৰগুল ৰজা হ'ল। এওঁ বৰ্বৰ আৰু অতি নিষ্ঠুৰ আছিল।

কাশ্মীৰৰ ইতিহাস ৰাজতৰঙ্গিণীত আছে যে পাহাৰৰপৰা তললৈ হাতী বাগৰাই পেলাই দি মিহিৰগুলে আমোদ উপভোগ কৰিছিল। এওঁৰ অত্যাচাৰে আৰ্য্যাবৰ্ত্ত জগাই তুলিলে। গুপ্তবংশৰ বালাদিত্য আৰু মধ্য-ভাৰতৰ ৰজা যশোধৰ্মণৰ তলত আৰ্যসকলে হূনবিলাকক পৰাস্ত কৰিলে আৰু মিহিৰগুলক বন্দী কৰিলে। বালাদিত্য হূনবিলাকৰ দৰে অসভ্য নাছিল। তেওঁ মিহিৰগুলক বধ নকৰিলে। ভাৰতৰ বাহিৰ ওলাই যাবলৈ কৈ এৰি দিলে। মিহিৰগুলে কাশ্মীৰত আশ্ৰয় ল'লে, আৰু পিচত বিশ্বাসঘাতকতা কৰি বালাদিত্যক আক্ৰমণ কৰিলে। হূনৰ ক্ষমতা ভাৰতত বেছি দিন নাথাকিল। বহুতো হূনে ভাৰতত বসতি ল'লে আৰু আৰ্য মানুহৰ লগত মিলি গ'ল। ৰাজপুতনা আৰু মধ্য-ভাৰতৰ কোনো কোনো ৰাজপুত বংশৰ মানুহৰ গাত শ্বেতহূনৰ তেজ থকা সম্ভৱ। য়ুৰোপৰ নাইটসকলৰ দৰে (প্ৰায় একে সময়ৰে) ভাৰতৰ ৰাজপুতসকলৰ বহুতো বীৰত্ব কাহিনী আছে।

হূনবিলাকে ৫০ বছৰতকৈ বেছি উত্তৰ ভাৰতত ৰাজত্ব কৰা নাছিল। তাৰ পিচত তেওঁলোকে শান্তিৰে বসতি কৰিবলৈ ধৰে। হূনৰ শাসন প্ৰণালী আৰু জীৱন-ধাৰণৰ নীতি আৰ্যবিলাকৰ লগত নিমিলিছিল। আৰ্যসকলে স্বাধীনতা ভাল পাইছিল। আৰ্যসকলৰ ৰজাও বাইজৰ মতামত মানিব লাগিছিল আৰু গাওঁলীয়া পঞ্চায়তবিলাক শক্তিশালী আছিল। হূনবিলাকৰ প্ৰভাৱত আৰ্যসকলৰ স্বাধীনতাৰ পতাকা কিছু তললৈ নামে।

গুপ্ত বংশৰ শেষৰজন ৰজা বালাদিত্য ৫৩০ খ্ৰীষ্টাব্দত ঢুকায়। গুপ্ত-যুগত কৃষ্ণপূজা আৰু বেছিকৈ চলে। বৌদ্ধধৰ্মৰ লগত সেইবুলি বিশেষ একো সংঘৰ্ষ হোৱা নাছিল। বালাদিত্যই নিজে বৌদ্ধভিক্ষু এজনক গুৰু মানে। ২০০ বছৰ গুপ্ত ৰাজত্ব চলাৰ পিচত উত্তৰ ভাৰতত বহুতো ৰাজ্য গঢ়ি উঠে। কোনো কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ এওঁলোক বশবৰ্ত্তী নাছিল। পুলকেশী নামে এজন ৰজাই (এওঁ ৰামচন্দ্ৰৰ বংশৰ বুলি দাবী কৰিছিল) দক্ষিণত এখন সাম্ৰাজ্য স্থাপন কৰে। এই সাম্ৰাজ্যৰ নাম আছিল চালুক্য সাম্ৰাজ্য। চালুক্য ৰজাসকলে পাৰস্যৰ ছাচানিদক সম্ৰাটৰ ওচৰলৈ দূত পঠিয়াইছিল। পাৰস্যৰ ৰজায়ো তেওঁলোকৰ ৰাজসভালৈ দূত পঠিয়াইছিল। ভাৰতৰ জাহাজে জেতিয়া পাৰস্যৰ লগত বেপাৰ চলাইছিল। আমি আলোচনা কৰা এই যুগত প্ৰায় এহেজাৰ বছৰ ধৰি, য়ুৰোপ, পশ্চিম-এচিয়া আৰু পুবে চীনলৈকে ভাৰতৰ বেপাৰ চলিছিল।

# দক্ষিণ ভাৰত

দক্ষিণ ভাৰতত কেবাখনো ডাঙৰ ডাঙৰ ৰাজ্য আছিল। মহাৰাষ্ট্ৰ দেশসমূহলৈ চালুক্য সাম্ৰাজ্য গঠিত হৈছিল। য়ুবান-চাঙে মহাৰাষ্ট্ৰীয়সকলৰ সাহৰ প্ৰশংসা কৰি লিখিছে, "এওঁলোক যুঁজাৰু স্বভাৱৰ আৰু তেজী, অনুগ্ৰহ দেখুৱালে তেওঁলোক কৃতজ্ঞ থাকে আৰু অন্যায় কৰিলে প্ৰতিশোধ লয়।" চালুক্য ৰাজ্যৰ ৰাজধানী আছিল বাতাপি। উত্তৰে হৰ্ষবৰ্দ্ধনক, দক্ষিণে পল্লৱসকলক আৰু পুবে কলিঙ্গক এওঁলোকে বাধা দি থাকিবলগা হৈছিল। চালুক্য সাম্ৰাজ্য ক্ৰমে বাঢ়ি গৈ আছিল। অৱশেষত ৰাষ্ট্ৰকূটসকলে চালুক্যসকলৰ অগ্ৰগতিত বাধা দিয়ে।

পাণ্ড্য ৰজাৰ তলত মাহুৰা শিক্ষাৰ এটা ডাঙৰ কেন্দ্ৰ আছিল। তামিল ভাষাৰ কবি আৰু লিখকসকল ইয়াত গোট খাইছিল। তামিল ভাষাৰ পুৰণি কিতাপ খ্ৰীষ্ট যুগৰ আৰম্ভৰ।

পল্লৱসকলৰ ৰাজধানী আছিল কাঞ্চিপুৰ (বৰ্তমান নাম কাঞ্জিৰৰম)। এদিন কাঞ্চিপুৰো গৌৰবৰ অধিকাৰী আছিল। মালয় আদিৰ ভাৰতীয় উপনিবেশ এওঁলোকেই স্থাপন কৰে।

পিচত চোল সাম্ৰাজ্য শক্তিশালী হৈ উঠে। ৯ খ্ৰীষ্টাব্দৰ মাজ ভাগত এওঁলোকে দাক্ষিণাত্যত প্ৰভুত্ব কৰে। এওঁলোকৰ নৌবল বেছি আছিল। বঙ্গ আৰু আৰব সাগৰ চোল সাম্ৰাজ্যৰ প্ৰকাণ্ড নৌ-বাহিনীৰ হাতৰ মুঠিত আছিল। কাবেৰী নদীৰ মুখৰ 'কাবেৰী পট্টিনম' এওঁ-লোকৰ ঘাই বন্দৰ। চোল সাম্ৰাজ্যৰ প্ৰথম ডাঙৰ ৰজা হৈছে বিজয়ালয়। উত্তৰপিনে তেওঁলোকে আগবাঢ়ি গৈ আছিল, এনেতে ৰাষ্ট্ৰকূটসকলে তেওঁলোকক পৰাজয় কৰিলে। ৰাজৰাজৰ তলত চোল সাম্ৰাজ্যৰ সমৃদ্ধি ঘূৰি আহে। ই দহ খ্ৰীষ্টাব্দৰ শেষৰ ঘটনা। এই সময়তে মুছলমানে উত্তৰ ভাৰত আক্ৰমণ কৰে। সুদূৰ উত্তৰ ভাৰতৰ ঘটনালৈ ৰাজৰাজৰ ভ্ৰূক্ষেপ নাছিল। তেওঁ লঙ্কা জয় কৰিলে। চোল ৰজাসকলে তাত ৭০ বছৰ ৰাজত্ব কৰে। তেওঁৰ পুতেক ৰাজেন্দ্ৰও যুঁজাৰু স্বভাৱৰ আছিল। ৰাজেন্দ্ৰই দক্ষিণ বাৰ্মা জয় কৰে। যুদ্ধৰ হাতী তেওঁ তেওঁৰ জাহাজত লৈ গৈছিল। বঙ্গদেশৰ ৰজাকো তেওঁ পৰাজয় কৰে। ১০১৩ খ্ৰীষ্টাব্দৰপৰা ১০৪৪ খ্ৰীষ্টাব্দলৈকে এওঁ ৰাজত্ব কৰে। এওঁৰ পিচতে চোল সাম্ৰাজ্য ভাগি যায় আৰু তল-তীয়া ৰাজ্যবিলাকে বিদ্ৰোহ কৰে। কাৰণ, ৰাজেন্দ্ৰই তেওঁ জয় কৰা

ৰাজ্যবিলাকৰ লগত ভাল ব্যৱহাৰ কৰা নাছিল। যুদ্ধ জয়ৰ উপৰিও সাগৰৰ বেপাৰৰ কাৰণে চোলসকল বিখ্যাত। তেওঁলোকৰ মিহি কপাহী কাপোৰ সকলোৱে বিচাৰিছিল। তেওঁলোকৰ বন্দৰ কাবেৰী-পট্টিনমৰপৰা সদায় জাহাজ চলাচল কৰিছিল। মহাভাৰতত চোল ৰাজ্যৰ উল্লেখ আছে।

ৰজা-মহাৰজাৰ কাহিনী আৰু তেওঁলোকৰ দেশ জয়ৰ অভি-যানতকৈ, সৰ্বসাধাৰণৰ অৱস্থা, দেশৰ শিল্প-কলা আৰু সংস্কৃতিৰ কথাহে ইতিহাসৰ কাৰণে বেছি প্ৰয়োজনীয়। দুৰ্ভাগ্যবশতঃ সৰ্বসাধাৰণ সমূহ ৰাইজৰ শিক্ষা-সংস্কৃতিতকৈ, কোন ৰাজ্যত কাৰ পিচত কোন সিংহাসনত বহিল আৰু সেই ৰজাসকলৰ খাম-খেয়ালী আৰু ব্যক্তিগত ইচ্ছা-অভিৰুচিৰ কথাই ইতিহাসৰ বেছি ঠাই জুৰি আছে। যিকি নহওক, এই যুগৰ শিল্পৰ নিদৰ্শন, উত্তৰ ভাৰতকৈ দক্ষিণ ভাৰতত বেছি পোৱা যায়। মুছলমান আক্ৰমণত উত্তৰ ভাৰতৰ বেছিভাগ অট্টালিকা আৰু ভাস্কৰ্য নষ্ট হয়। মুছলমান পিচত দক্ষিণ ভাৰতলৈ গৈছিল যদিও, তাৰ মঠ-মন্দিৰ তেওঁলোকে তেনেকৈ নষ্ট কৰা নাছিল। মুছলমান আক্ৰ-মণকাৰীসকলে উত্তৰ ভাৰতলৈ অহাৰ সময়ত মঠ-মন্দিৰ ধ্বংস কৰাত বেছি উৎসাহ দেখুৱাইছিল। এই সম্পৰ্কত আমি দুটামান কথা মনত ৰখা উচিত। ভাৰতলৈ যিসকল মুছলমান আহিছিল, তেওঁলোক আৰবৰ মানুহ নাছিল। তেওঁলোক আছিল মধ্য-এচিয়াৰ মানুহ। মধ্য-এচিয়াৰ মানুহৰ আগৰ অঘৰীদলৰ সংস্কাৰ আছিল আৰু তেওঁলোক স্বাভাৱিকতেই উগ্ৰ আছিল। নতুনকৈ মুছলমান ধৰ্ম লৈ তেওঁলোকে হয়তো সঁচাকৈয়ে বিশ্বাস কৰিছিল যে মূৰ্তিপূজা বেয়া। মূৰ্তিধ্বংসকৰণত কাজেই তেওঁলোকৰ সঙ্কোচ নাছিল। নিজৰ দেশৰো পুৰণি মূৰ্তিবিলাক তেওঁলোকে ভাঙিছিল এক নিৰাকাৰ পৰমেশ্বৰত বিশ্বাসৰ কাৰণে। এনে আন্তৰিক বিশ্বাসৰ লগতে সেই যুগৰ সংস্কাৰৰ কথাও আমি মনত ৰখা উচিত। পৰধৰ্মসহিষ্ণুতাতকৈ বিধৰ্মীক নিগ্ৰহ কৰাই, সেই যুগৰ য়ুৰোপ আদি দেশৰ দস্তুৰ আছিল। তদুপৰি মুছলমানসকলে মঠ-মন্দিৰ ধ্বংস কৰাৰ আন এটা কাৰণ ইও হ'ব পাৰে যে সেই মঠ-মন্দিৰ বিলাকত সম্ভৱতঃ কোনো কোনো হিন্দু ৰজাই সময়ত যুদ্ধৰ আহিলা-পাতি আৰু সেনা লুকুৱাই ৰাখিছিল। আগৰ দিনত মন্দিৰবিলাকত পূজাই যে হৈছিল এনে নহয়, তাত গাওঁলীয়া স্কুল আৰু পঞ্চায়ত বহাৰ সুবিধা আছিল। আৱশ্যকমতে শত্ৰুৰ বিৰুদ্ধে আত্মৰক্ষাৰ দুৰ্গ হিচাপেও ইয়াক ব্যৱহাৰ কৰা হৈছিল।

তাঞ্জোৰত চোল বংশৰ ৰাজাৰজাই সজোৱা এটা সুন্দৰ মন্দিৰ আছে। বাদামী আৰু কাঞ্জিৰমতো সুন্দৰ সুন্দৰ মন্দিৰ আছে। সেই যুগৰ সৰ্বশ্ৰেষ্ঠ মন্দিৰ হৈছে ইলোৰাৰ কৈলাস মন্দিৰ। গোটা শিল এটা কাটি এই মন্দিৰ কৰা হয়। ই আচৰিত কাৰুকাৰ্যৰ এটা নিদৰ্শন। ৮ খ্ৰীষ্টাব্দৰ পিচৰপিনে এই কাম আৰম্ভ হয়। বহুতৰ মনোমোহা ভাস্কৰ্য কামো ইয়াত আছে। নটৰাজৰ মূৰ্তি ইয়াৰ ভিতৰত বিখ্যাত।

চোল বংশৰ প্ৰথম ৰাজেন্দ্ৰই চোলপুৰমত নলা কাটি পানী নিয়াৰ ভাল ব্যৱস্থা কৰিছিল। ১৬ মাইল পকাকৈ বান্ধি এই ব্যৱস্থা কৰা হৈছিল। এশ বছৰৰ পিচত আৰব পৰিব্ৰাজক এলবেৰুনি ইয়ালৈ আহে। এই কাম দেখি আচৰিত হৈ তেওঁ লিখি গৈছেঃ "আমাৰ মানুহে এই কাম দেখি আচৰিত হয়। এনেকুৱা বস্তু এটা তৈয়াৰ কৰা দূৰৰ কথা, আমাৰ মানুহে বৰ্ণনা কৰিবও নোৱাৰে।"

৮ খ্ৰীষ্টাব্দত দক্ষিণ ভাৰতত এজন মানুহৰ জন্ম হ'ল যি ভাৰতৰ জীৱনত ৰজা-মহাৰজাসকলতকৈ বহুত বেছি প্ৰভাৱ কৰে। এৱেঁই হৈছে শঙ্কৰাচাৰ্য। তীক্ষ্ণধী এইজন পুৰুষে বৌদ্ধ মতবাদৰ বিৰুদ্ধে যুদ্ধ কৰে। যুক্তি, তৰ্ক আৰু পাণ্ডিত্যৰে ভৰা আছিল এই যুদ্ধ। মানুহৰ কাৰণে সন্ন্যাসী দল এটা এওঁ খোলে। ভাৰতৰ চাৰিকোণে চাৰিটা কেন্দ্ৰ স্থাপন কৰি তেওঁ তেওঁৰ মত প্ৰচাৰ কৰে। ভাৰতৰ সকলোতে তেওঁ ঘূৰে আৰু য'লৈকে গৈছিল ত'তে তেওঁ জয়লাভ কৰিছিল। ৩২ বছৰ বয়সত হিমালয়ৰ কেদাৰনাথত শঙ্কৰৰ পৰলোক হয়।

শঙ্কৰে বৌদ্ধধৰ্মৰ ঠাইত ভাৰতত হিন্দুধৰ্মৰ (শৈৱ মতবাদৰ) প্ৰতিষ্ঠা কৰে। শঙ্কৰৰ টীকা আৰু কিতাপবিলাকে দেশত এটা মানসিক জাগৰণ আনি দিয়ে। ভাৰতত ইয়াৰ আগছোৱাত মানসিক জড়তা দেখা দিছিল। অশোক আৰু কণিষ্কৰ দিনলৈকে বৌদ্ধ বা হিন্দু দৰ্শনৰ সতেজ চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। তাৰ পিচত ক্ৰমে নিখুঁত দাৰ্শনিক চিন্তাধাৰাতকৈ ৰহস্যমূলক গল্প বা কাহিনীৰ চৰ্চা বেছিকৈ হ'বলৈ ধৰিলে। ছদন্তীয়া হাতী বা কোনো দয়ালু ৰজাই অনাহাৰে থকা বাঘিণীৰ আগত আত্মসমৰ্পণ কৰিছে—এনেবিলাক বিশ্বাসৰ অযোগ্য গল্পই দাৰ্শনিক আলোচনাৰ ঠাই লৈছিল। শঙ্কৰে ভাৰতীয় জীৱনত নতুন প্ৰেৰণা দিয়ে। আলঙ্কাৰিক কথাত, কোনো এটা শব্দৰ ব্যাখ্যালৈ 'পাত্ৰাধাৰ তৈল নে তৈলাধাৰ পাত্ৰ' এনে অসাৰ যুক্তি-তৰ্কত শঙ্কৰৰ আগৰছোৱাত কিছুদিন ভাৰতৰ পণ্ডিতসকলে

সময় আৰু বুদ্ধিৰ অপচয় কৰিছিল। মূল দাৰ্শনিক তথ্য সম্পৰ্কে গৱেষণা বিশেষ নহৈছিল। শঙ্কৰৰ বিশেষ অৱদান এয়ে যে তেওঁ ভাৰতৰ মনক সজাগ কৰি তুলিছিল। শঙ্কৰৰ যুক্তি-তৰ্ক ঠিক আছিল নে নাই, সেইটো আমাৰ বিচাৰৰ বিষয় নহয়। ইতিহাসৰ ফালৰপৰা মন কৰিবলগীয়া কথা এয়ে যে তেওঁ পুৰণি শাস্ত্ৰৰ পুনৰাবৃত্তি কৰিব খোজা নাছিল। ধৰ্মৰ সমস্যাবিলাকো বুদ্ধিৰে বুজিবলৈ চেষ্টা কৰাৰ ভাব তেওঁ সৃষ্টি কৰিছিল। বহুত মানুহে সাধাৰণতে বিশেষকৈ ধৰ্মৰ কথাত নিজৰ বুদ্ধিৰে একো বিচাৰ নকৰে—যি অনুভূতি হয় বা যিটো চলি আহিছে, সেইমতেই কাম কৰে। শঙ্কৰে ধৰ্মৰ ক্ষেত্ৰতো বুদ্ধি প্ৰয়োগৰ ওপৰত জোৰ দিয়ে। তেওঁ অকল পণ্ডিত শ্ৰেণীৰে নহয়, জনসাধাৰণৰো মনোযোগ আকৰ্ষণ কৰিবলৈ সক্ষম হয়। ইয়াতেই শঙ্কৰৰ কৃতিত্ব।

ভাৰতবৰ্ষখন সংস্কৃতিৰ ফালৰপৰা যে এখন দেশ শঙ্কৰৰ জীৱনে সেইটো পৰিষ্কাৰকৈ ফুটাই তোলে। ভৌগোলিক হিচাপে ভাৰত এখন দেশ। ৰাজনৈতিক হিচাপে ভাৰত সময়ত নানা ৰাজ্যত ভাগ ভাগ হৈছিল সঁচা, কিন্তু এই কথাও মনত ৰখা উচিত যে মাজে মাজে ভাৰতৰ বেছি অংশ একোটা একোটা কেন্দ্ৰীয় শাসনৰ তলতো যে নাছিল এনে নহয়। ৰাজনৈতিক হিচাপে যিমানেই পাৰ্থক্য নেথাকক, সংস্কৃতিৰ ফালৰপৰা আদিকালৰেপৰা ভাৰত এখন দেশ। ইমূৰৰপৰা সিমূৰলৈকে ভাৰতত একে আচাৰ, নীতি-নিয়ম, শিক্ষা-পদ্ধতি, গাৱঁলীয়া পঞ্চায়ত চলিছিল। হিন্দুসকলে ভাৰতৰ সকলোতে পূজা-পাৰ্বণত সদায় গাব লাগিছে—'এতস্মিন্ বিশিষ্টপুণ্যে ভাৰতাখ্যে ভূপ্ৰদেশে'। মুছলমান আৰু খ্ৰীষ্টানসকলো ভাৰতৰ সংস্কৃতিৰ অধিকাৰী। ধৰ্ম বেলেগ হ'লেও, সংস্কৃতি একে হ'ব পাৰে। সংস্কৃতি আৰু ধৰ্ম একে কথা নহয়। মুছলমান ধৰ্ম অহাৰ লগে লগে পাৰস্য বা আৰবৰ সংস্কৃতিয়ে নিশ্চয় ভাৰতৰ ওপৰত প্ৰভাৱ কৰিছে। যুগে যুগে বিভিন্ন সংস্কৃতিৰ সহযোগত ভাৰতীয় সংস্কৃতি গঢ়ি উঠিছে। কিন্তু ভাৰতীয় সংস্কৃতিৰ বৈশিষ্ট্য একেবাৰে নষ্ট কৰিব পৰা নাই। বৌদ্ধ ধৰ্ম ল'লেও, চীনৰ সংস্কৃতি সুকীয়া হৈয়েই আছে, খ্ৰীষ্টধৰ্ম ল'লেও য়ুৰোপৰ সভ্যতা এটা বিশেষ ধাৰাতহে চলিছে। সেইদৰে মুছলমান বা খ্ৰীষ্টান বা হিন্দু, বৌদ্ধ যি ধৰ্মই মানওক, ভাৰতৰ সংস্কৃতিৰ এটা বিশেষ আত্মা আছে। ভাৰতৰ হিন্দু, বৌদ্ধ, মুছলমান, খ্ৰীষ্টান, পাৰ্চী, শিখ সকলোৰে যাৰ যি ধৰ্মই নহওক সংস্কৃতি এটা। য়ুৰোপৰ খ্ৰীষ্টান আৰু ভাৰতৰ খ্ৰীষ্টানৰ

সংস্কৃতি এটা হ'ব নোৱাৰে। তাৰ্কীৰ মুছলমান আৰু ভাৰতৰ মুছলমানৰ সংস্কৃতিও একে নহয়। আমেৰিকা বা ইংলণ্ডত যিসকলে হিন্দু ধৰ্ম লৈছে, তেওঁলোকে ভাৰতৰ হিন্দু ধৰ্ম লৈছে সঁচা, কিন্তু সংস্কৃতিৰ ফালৰপৰা য়ুৰোপ আৰু আমেৰিকাৰ আন খ্ৰীষ্টানসকলৰ লগত তেওঁলোকৰ একো পাৰ্থক্য নাই। ধৰ্মৰ ধাৰণাই এটা জাতিৰ সংস্কৃতিৰ ওপৰত প্ৰভাৱ কৰিব পাৰে, কিন্তু দৰাচলতে ধৰ্ম-বিশ্বাসতকৈ সংস্কৃতিৰ পৰিধি বহুত বেছি ব্যাপক। যুগ-যুগান্তৰৰ ভৌগোলিক, ৰাজনৈতিক, অৰ্থনৈতিক, সামাজিক আৰু শিক্ষা-পদ্ধতিৰ সংস্কাৰ লৈ এটা সংস্কৃতি গঢ়ি উঠে।

পৃথক পৃথককৈ চালে ইযাৰ এটাও সংস্কৃতি নহয়। হয়তো ইয়াৰ সমষ্টিও সংস্কৃতি নহয়। সংস্কৃতি কি তাক ভাষাৰে বুজোৱা টান। বেলিটো নহয, কিন্তু বেলিৰ যি জ্যোতি, জুইকুৰা নহয়, জুইকুৰাৰ যি প্ৰকাশ তাকে বেলি বা জুইৰ সংস্কৃতি বুলিব পাৰি। আমি কিছুমান আহাৰ খাওঁ- আৰু সি হজম হৈ সমযত তেজৰূপে আমাৰ দেহত স্থিতি লয়। এখন দেশৰ জ্ঞান গবেষণা, শিক্ষা-পদ্ধতি, সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অৱস্থাই সেই দেশৰ মানুহৰ মনত যুগে যুগে এটা চাপ পেলাই যায়। তাৰ ফলত সেই দেশৰ সৰ্বসাধাৰণ ৰাইজৰ মাজত, আচাৰ, ৰীতি-নীতি, থকা-মেলা, খোৱা-বোৱা, পিন্ধা-উৰা আদিত কিছুমান দস্তুৰ স্বাভাৱিক হৈ পৰে। যিমানেই বেলেগ পন্থাৰ, বিভিন্ন ব্যৱসায়ৰ বা প্ৰতিদ্বন্দ্বী ধৰ্মবিশ্বাসৰ মানুহ নহওক, সেই দেশৰ সকলো মানুহৰ মাজত, কিছুমান উমৈহতীয়া দস্তুৰ থাকে। পৃথিৱীৰ আন দেশৰপৰা ইযেই সেই দেশখন আৰু তাৰ মানুহক এটা বেলেগ চেহেৰা দিয়ে। ইয়াক পাবলৈ তেওঁলোকে কোনো চেষ্টা কৰিবৰ প্ৰয়োজন নহয়। আপোনা-আপুনি তেওঁলোক ইয়াৰ অধিকাৰী হয়।

গছ এজোপাৰ লগত মাটিৰ যি সম্বন্ধ, এখন দেশৰ লগত সেই দেশৰ সংস্কৃতিৰ তেনে সম্বন্ধ। হিমালযৰপৰা ভাৰত মহাসাগৰলৈকে, কাশ্মীৰৰপৰা অসমলৈকে গোটেইখন ভাৰতৰ সংস্কৃতি এটা আৰু এই দেশত বাস কৰা হিন্দু, মুছলমান, খ্ৰীষ্টান—সকলোৰে ই উমৈহতীয়া সম্পত্তি। ভাৰতৰ প্ৰতিখন ৰাজ্য আৰু প্ৰতিটো ধৰ্ম আৰু সম্প্ৰদায়ৰ মানুহৰ ইয়াত অৱদান আছে। শঙ্কৰাচাৰ্য আদি যিসকল মহাপুৰুষে সৰ্বভাৰতীয় হিচাপে কাম কৰিছিল, তেওঁলোকৰ অৱদান এই বিষয়ত বৰ বেছি।

শঙ্কৰে শৈৱ ধৰ্ম প্ৰচাৰ কৰিছিল। তেওঁৰ প্ৰচাৰৰ ফলত দক্ষিণ ভাৰতত শৈৱ ধৰ্ম বিস্তাৰ হয়। দক্ষিণ ভাৰতৰ পুৰণি মন্দিৰৰ বেছিভাগেই শৈৱ মন্দিৰ। গুপ্ত বংশৰ দিনত উত্তৰ ভাৰতত বৈষ্ণৱ ধৰ্ম্ম আৰু কৃষ্ণ পূজাৰ প্ৰবৰ্তন হয়। হিন্দু ধৰ্মৰ শৈৱ আৰু বৈষ্ণৱ এই দুটা শাখাৰ মন্দিৰবিলাকৰ গঠন-প্ৰণালীতো পাৰ্থক্য আছে। অসমত শঙ্কৰাচাৰ্যৰ প্ৰচাৰৰ প্ৰভাৱ পৰা সম্ভৱ। অসমত শিৱ মন্দিৰৰ সংখ্যা যথেষ্ট।

## মধ্য যুগৰ ভাৰত

চাণক্যৰ অৰ্থশাস্ত্ৰৰপৰা মৌৰ্যবংশৰ দিনৰ ভাৰত সম্পৰ্কে আমি বহুত কথা জানিব পাৰোঁ। মধ্য যুগৰ (৯।১০ খ্ৰীষ্টাব্দৰ) ভাৰতৰ বিষয়ে জনাত, শুক্ৰাচাৰ্যৰ নীতিসাৰে আমাক সহায় কৰে। নীতিসাৰে কৈছে যে গুণ অনুযায়ী জাতি বিভাগ হ'ব লাগে। চৰকাৰী চাকৰিত মানুহ লোৱাৰ নীতি ব্যাখ্যা কৰি নীতিসাৰে কৈছে ঃ "চৰিত্ৰ আৰু যোগ্যতা চাই চৰকাৰী চাকৰিত মানুহ ল'ব লাগে। জাতি বা পৰিয়ালৰ কথা বিবেচনা কৰিব নেলাগে। ৰজাই নিজৰ মতে কাম নকৰিব, ৰাইজৰ মত লৈ কাম কৰিব। বহুতো সৰু সৰু ৰছী লগ লগাই যেনেকৈ সিংহ বান্ধিব পৰা শকত ৰছী কৰিব পাৰি, তেনেকৈ ৰাজহুৱা মত ৰজাতকৈও বলী।"

এই সুন্দৰ নীতিসমূহ কিমান দূৰ কামত খটুওৱা হৈছিল সঠিককৈ ক'ব নোৱাৰি। ৰাজহুৱা মত বুলিলে যে সকলো ৰাইজৰে মত বুজাইছিল, তেনে কথা আমি ক'ব নোৱাৰোঁ। ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আদি ওখ খাপৰ মানুহৰ মতহে বোধহয় গণ্য কৰা হৈছিল। তল শ্ৰেণীৰ সাধাৰণ ৰাইজৰ মতামতলৈ ভ্ৰূক্ষেপ কৰাৰ প্ৰমাণ নাই। নীতিসাৰৰ কথাৰপৰা আমি ইয়াকে বুজিব পাৰোঁ যে মধ্যযুগৰ ভাৰতৰ ৰাজনীতিত ৰজাক ঈশ্বৰ জ্ঞান কৰা ধাৰণাৰ বা ডাঙৰীয়া শ্ৰেণীৰ ঠাই নাছিল।

নীতিসাৰত ৰজাৰ কাউন্সিল, উচ্চ ৰাজবিষয়া, উদ্যান, হাবি, নগৰ আৰু গাৱঁৰ জীৱনৰ সংগঠন, দলং, কেৰী, আশ্ৰয়শালা, ৰাস্তা আৰু নলাৰ কথা আছে। গাৱঁত সকলো বিষয়তে গাৱঁলীয়া পঞ্চায়তৰ ক্ষমতা আছিল। ৰজাৰ বিষয়াই পঞ্চায়তৰ সভ্যসকলক সন্মান কৰিছিল।

পঞ্চায়তে মাটি ভগাই দিছিল আৰু কৰ-কাটল তুলিছিল। গাৱঁৰ হৈ পঞ্চায়তেই ৰজাক যি হয় কৰ-কাটল সোধাইছিল। পঞ্চায়তৰ বিচাৰৰ ক্ষমতাও আছিল। পঞ্চায়তবিলাকৰ কাম চাবলৈ মহাসভা আছিল। পঞ্চায়তৰ সভ্যসকলক বাইজে নির্বাচন কৰিছিল। ৰাজহুৱা পুঁজিৰ হিচাপ নিদিলে, নির্বাচনত থিয় হ'ব নোৱাৰিছিল। পঞ্চায়তৰ সভ্যৰ ওচৰ সম্বন্ধীয়া মানুহে চাকৰি পাব নোৱাৰিছিল। তিৰোতাও পঞ্চায়তৰ সভ্য হ'ব পাৰিছিল।

আর্য ৰাজনীতিৰ ভেটি হৈছে গাওঁৰ এই স্বায়ত্ত-শাসনমূলক ব্যৱস্থা। ৰজাৰ পৰিবর্তন হলেও, সেইকাৰণে ভাৰতৰ ৰাজনীতিৰ ধাৰা অব্যাহতভাৱে চলিছিল। গাৱঁলীয়া পঞ্চায়তবিলাক গাৱঁৰ স্বাধীনতা ৰক্ষা কৰাত বিশেষ মনযোগী আছিল। ৰজাৰ অনুমতিপত্র নোহোৱাকৈ কোনো সেনাক গাওঁ সোমাবলৈ দিয়া নহৈছিল।

নীতিসাৰে কৈছে যে প্ৰজাই যদি কোনো বিষয়াৰ বিৰুদ্ধে অভিযোগ কৰে, তেন্তে ৰজাই বিষয়াৰ পক্ষ নলৈ প্ৰজাৰ পক্ষ ল'ব। বেছি মানুহে যদি অভিযোগ কৰে তেন্তে বিষয়াক কামৰপৰা ববখাস্ত কৰিব লাগিব। কাৰণ নীতিসাৰে কৈছে—"বিষয়াৰ মাদকতাত কোন উত্তেজিত নোহোৱাকৈ থাকে ?"

মধ্যযুগৰ ভাৰতত ব্যৱসায়ী, শিল্পী আৰু মহাজনসকলৰ বেলেগ বেলেগ সংগঠন আছিল।

নিয়ম আছিল যে ৰজাই প্ৰজাৰ ওপৰত সামান্য কৰ লগাব। প্ৰজাই বোজা সহিব নোৱাৰা হিচাপে কৰ নলগাব। এই নিয়মবিলাক কিমানদূৰ কামত খটুওৱা হৈছিল ক'ব নোৱাৰি, কিন্তু এইটো অনুমান কৰিব পাৰি যে সেই দিনত সাধাৰণতে ভাৰতৰ ৰজা স্বেচ্ছাচাৰী নাছিল। নীতিসাৰৰপৰা সেই দিনৰ মানুহৰ ৰাজনৈতিক ধাৰণা আৰু আদর্শৰ কথা আমি বুজিব পাৰোঁ।

ভাৰতৰ সমাজ জাতিৰ ওপৰত ভেটি কৰি গঢ়ি উঠিছিল। গুণ অনুযায়ী এটা জাতিৰ মানুহ আন এটা জাতিলৈ উঠাৰ দুই-এটা উদাহৰণ আছে যদিও, সাধাৰণতে জাতি বিভাগ জন্ম অনুযায়ীহে হৈছিল। প্ৰথমতে ব্ৰাহ্মণ আৰু ক্ষত্রিয় এই দুই জাতিৰ মানুহেই শাসকশ্রেণী গঠন কৰিছিল। এই দুটা জাতিৰ ভিতৰত সময়ে সময়ে প্ৰাধান্যৰ কাৰণে সন্তৰ হৈছিল। কিন্তু প্ৰায়ে তেওঁলোকে দুয়ো মিলি শাসন কৰিছিল। আন মানুহক তেওঁলোকে তলত ৰাখিছিল। ক্ৰমে যেতিয়া বেপাৰ-বাণিজ্য বাঢ়িল, বৈশ্য শ্ৰেণী ধনী হৈ পৰিল, তেতিয়া

এই বেপাৰী শ্ৰেণীকো শাসনৰ কিছু ক্ষমতা আৰু সুবিধা দিয়া হ'ল। ইয়াৰ বাহিৰে আন শূদ্ৰসকলক তলত পেলাই ৰখা হৈছিল। তেওঁ-লোকক আন জাতিৰ মানুহে শাসন কৰিছিল। মাজে মাজে তথা-কথিত তলৰ জাতিৰ মানুহো ওপৰলৈ উঠিছিল। শূদ্ৰও ৰজা হৈছিল। কিন্তু কদাচিত দুই এজনৰ ক্ষেত্ৰতহে ই সম্ভৱপৰ হৈছিল।

অসমত সাধাৰণ কথোপকথনত কোনো কোনোৱে অব্ৰাহ্মণ মাত্ৰকে শূদ্ৰ বুলি কয়। কিন্তু দৰাচলতে ক্ষত্ৰিয়, বৈশ্য এইসকলক শূদ্ৰ বুলি ধৰা নহৈছিল। ভাৰতৰ সমাজত ক্ষত্ৰিয় আৰু বৈশ্যৰ প্ৰতিপত্তি যথেষ্ট আছিল। বোধহয়, শূদ্ৰসকলৰ প্ৰতি কৰা সামাজিক আৰু ৰাজনৈতিক অবিচাৰৰ ফলতেই, পিচৰ যুগত ভাৰতে অশেষ লাঞ্ছনা ভোগ কৰিবলগা হয়। ইতিহাসৰ শিক্ষা এয়ে যে কোনো অন্যায় বা অবিচাৰৰ কেতিয়াও প্ৰতিকাৰ নোহোৱাকৈ নেথাকে। ক্ষমতাই বহুত সময়ত মানুহক অন্ধ কৰে। প্ৰভাব-প্ৰতিপত্তি থকা সময়ত ন্যায়-অন্যায়ৰ কথা বহুতে বিবেচনা কৰিব নোৱাৰা হয়, কিন্তু ইতিহাসৰ নিৰ্ভুল সিদ্ধান্ত এয়ে যে সময়ত তেওঁলোক নহ'লেও, তেওঁ-লোকৰ উত্তৰাধিকাৰীসকলে ইচ্ছা কৰিয়েই হওক বা বাধ্য হৈয়েই হওক, তাৰ কাৰণে প্ৰায়শ্চিত্ত কৰিবলগা হয়।

# ভাৰতত ইচ্‌লাম

মধ্যযুগৰ অন্ধকাৰত যেতিয়া য়ুৰোপ ডুবগৈ আছিল, যেতিয়া পোপ আৰু সম্রাটে পৰস্পৰৰ লগত ফেৰ মাৰিছিল, যেতিয়া খ্ৰীষ্টান আৰু ইচ্‌লামে প্ৰাধান্যৰ কাৰণে যুঁজ কৰিছিল আৰু যেতিয়া ফিউডেল প্ৰথা আৰু কুশাসনৰ হেঁচাত প্ৰজাৰ কষ্টৰ সীমা নোহোৱা হৈছিল তেতিয়া ভাৰতত কি হৈছিল? ভাৰতৰ অৱস্থাও ভাল নাছিল।

এই সময়তে নতুন ধৰ্ম এটাই আহি ভাৰতৰ দুৱাৰত খুন্দিয়াই ছিলহি। হৰ্ষবৰ্দ্ধন জীয়াই থকা কালতে আৰবসকল আহি ভাৰতৰ সীমা পালে। তেওঁলোকে সিন্ধু দখল কৰে। ৭১০ খ্ৰীষ্টাব্দত মহম্মদ বিন কাছিম নামে ১৭ বছৰীয়া যুবক এজনে আৰব সেনা-বাহিনী এটা লৈ পশ্চিম পঞ্জাবৰ মুলতানলৈকে সিন্ধু নদীৰ উপত্যকা জয় কৰে। আৰবসকলে ইচ্ছা কৰা হ'লে, তেতিয়া উত্তৰ ভাৰত লোৱা হয়তো টান নহ'লহেতেন, কাৰণ তেতিয়া উত্তৰ ভাৰত দুৰ্বল আছিল। কিন্তু ভাৰতবৰ্ষ ল'বলৈ আৰবসকলে মন নকৰিলে। কাজেই ৰাজনৈতিক হিচাপে আৰবৰ সিন্ধু বিজয় গুৰুত্বপূৰ্ণ নহয়, কিন্তু সংস্কৃতিৰ ফালৰপৰা ভাৰত আৰু আৰবৰ সংযোগ গুৰুত্বপূৰ্ণ ঘটনা। আৰবসকলে দক্ষিণৰ ৰজাসকলৰ বিশেষকৈ ৰাষ্ট্ৰকুটসকলৰ লগত বন্ধুভাৱ ৰাখিছিল। বহুতো আৰব ভাৰতৰ পশ্চিম উপকূলত বসতি কৰে আৰু মচজিদ সাজি লয়। যথেষ্ট সংখ্যক আৰব ছাত্ৰ তক্ষশিলাৰ বিশ্ববিদ্যালয়লৈ আহিছিল। হাৰুণ অল ৰছিদৰ দিনত বাগদাদত ভাৰতীয় পণ্ডিতসকলে সন্মান পাইছিল। ভাৰতৰ চিকিৎসকসকলে বাগদাদত হাস্পতাল আৰু মেডিকেল স্কুল প্ৰতিষ্ঠা কৰিছিল। গণিত আৰু জ্যোতিষ বিদ্যাৰ বহুতো সংস্কৃত কিতাপ আৰবী ভাষালৈ অনুবাদ কৰা হয়।

আচৰিত কথা যে আৰবসকলে ভাৰতৰপৰা যিমান পাৰে সংগ্ৰহ কৰিছিল, কিন্তু ভাৰতে উদীয়মান আৰবৰপৰা একো শিকিব নোৱাৰিলে। ইয়াৰ কাৰণ বোধহয় এয়ে যে আৰবৰ উৎসাহ আৰু শক্তি তেতিয়া সজীৱ আছিল। তেওঁলোকে য'তে মূল্যবান যি দেখিছিল, তাকে শিকিব পাৰিছিল। আনহাতে ভাৰতে পুৰণি সভ্যতা, মামৰে ধৰা চলন্তি প্ৰথাৰপৰা ওলাব নোৱাৰিছিল। সেই কাৰণে আৰবৰ সংস্পৰ্শলৈ আহিও, ভাৰতৰ একো পৰিবৰ্তন ঘটা নাছিল। এলবেৰুণিয়ে লিখিছে,

"হিন্দুসকলে ভাবে যে তেওঁলোকৰ দেশৰ বাহিৰে দেশ নাই, তেওঁ-লোকৰ দৰে মানুহ নাই, তেওঁলোকৰ ৰজাৰ দৰে ৰজা নাই, তেওঁ-লোকৰ ধৰ্মৰ দৰে ধৰ্ম নাই আৰু তেওঁলোকৰ দৰে কাৰো বিজ্ঞান নাই। যদি তেওঁলোক অন্য দেশলৈ যায় আৰু অন্য জাতিৰ লগত মিলে, তেন্তে তেওঁলোকৰ এই ভাব যাব। কিয়নো, আজিৰ ভাৰতৰ মানুহৰ দৰে, তেওঁলোকৰ পূৰ্বপুৰুষসকল লজ্জামনা নাছিল।"

মুছলমান আৰবসকলে ভাৰতত বসতি কৰাৰ উপৰিও, মাজে মাজে তেওঁলোকৰ ধৰ্মমত প্ৰচাৰো কৰিছিল আৰু আনকি ইচলামত দীক্ষিতো কৰাইছিল। সেই দিনত হিন্দুসকলে এই কথাত বিশেষ মন দিয়া যেন দেখা নেযায়। হিন্দু আৰু মুছলমানসকলৰ মাজত এই লৈ কাজিয়াও নহৈছিল। বিভিন্ন ধৰ্মমত সম্পৰ্কে ভাৰতৰ সমাজ আছিল নিৰপেক্ষ আৰু উদাৰ। আৰবসকলো পৰধৰ্ম সহিষ্ণুতা গুণৰ অধিকাৰী আছিল। পৰস্পৰে নিজৰ নিজৰ ধৰ্মমতে চলিবলৈ আৰু তাক প্ৰচাৰ কৰিবলৈ অবাধ স্বাধীনতা পাইছিল।

কিন্তু ১১ শতিকাত হাতত তৰোৱাল লৈ যেতিয়া মুছলমান-সকল ভাৰত সোমাল তেতিয়া তাৰ বিৰুদ্ধে প্ৰতিক্ৰিয়া হ'ল। পুৰণি সহিষ্ণুতাৰ ঠাইত ঘৃণা আৰু সজ্ঘৰ্ষহে দেখা দিলে। ৯৭৫ খ্ৰীষ্টাব্দত চবুক্তগিন্ নামে গোলাম তুৰ্ক এজনে গজনী আৰু কান্দাহাৰকে (আফগানিস্থানৰ নগৰ) কেন্দ্ৰ কৰি এখন ৰাজ্য পাতে। তেওঁ ভাৰত আক্ৰমণ কৰিছিল। লাহোৰত সেই সময়ত জয়পাল নামে এজন ৰজা আছিল। চবুক্তগিনৰ বিপক্ষে জয়পালে কাবুল উপত্যকালৈকে অভিযান কৰি গৈছিল, কিন্তু পৰাস্ত হ'ল।

চবুক্তগিনৰ পিচত তেওঁৰ পুতেক মামুদ সিংহাসনত উঠিল। গজনীৰ মামুদ এজন চতুৰ সেনাপতি আছিল। তেওঁ প্ৰতি বছৰেই ভাৰত আক্ৰমণ কৰিছিল আৰু লুটপাত কৰি বহুতো ধন-সোণ আৰু বন্দী লৈ গৈছিল। ১৭ বাৰ তেওঁ ভাৰত আক্ৰমণ কৰে। তাৰ ভিতৰত তেওঁ কাশ্মীৰৰ বিৰুদ্ধে কৰা আক্ৰমণহে ব্যৰ্থ হয়। উত্তৰ ভাৰতত তেওঁ এটা বিভীষিকা হোৱাদি হয়। পাটলিপুত্ৰ, মথুৰা আৰু সোমনাথলৈকে তেওঁ গৈছিল। থানেশ্বৰৰপৰা তেওঁ দুই লাখ বন্দী আৰু বহুতো সম্পত্তি লৈ যায়। সোমনাথ মন্দিৰৰপৰাই তেওঁ সৰ্বলোতকৈ বেছি সম্পত্তি নিয়ে। মামুদ অহা গম পাই হাজাৰ হাজাৰ মানুহে এই মন্দিৰত আশ্ৰয় লৈছিল। তেওঁলোকে আশা কৰিছিল যে কোনো দৈৱ ঘটনা ঘটিব আৰু মন্দিৰৰ দেৱতাই তেওঁলোকক ৰক্ষা

কৰিব। মামুদে মন্দিৰ ভাঙি লুটপাত কৰি নিলে আৰু তাতে ৫০ হাজাৰ আশ্ৰয়-প্ৰাৰ্থী মৰিল।

পঞ্জাব আৰু সিন্ধু প্ৰদেশ গোটেইখন মামুদৰ তলত আছিল। ১০৩০ খ্ৰীষ্টাব্দত তেওঁ ঢুকায়। সাধাৰণতে ভুল কৰা হয় যে মামুদে মুছলমান ধৰ্ম প্ৰচাৰৰ কাৰণে ভাৰতৰ হিন্দুসকলৰ ওপৰত অত্যাচাৰ কৰিছিল। দৰাচলতে তেওঁ আছিল এজন সুদক্ষ সৈনিক আৰু বিজেতা। যুদ্ধত আনক পৰাজয় কৰি তেওঁ গৰ্ব অনুভৱ কৰিছিল। ধন-সোণৰ ওপৰতো তেওঁৰ চকু আছিল। বিজিতৰ ধন-সোণ লুট কৰিবলৈ তেওঁ সঙ্কোচ নকৰিছিল। ইচলামৰ প্ৰকৃত শিক্ষা দি মানুহক পোহৰলৈ অনাৰ কথা তেওঁ ভৰা নাছিল। ভাৰতলৈ আহিছিল তেওঁ বিজেতা হিচাপে। লুটপাত কৰি লৈ তেওঁ গুচি গৈছিল। তেওঁ যদি মুছলমান নহৈ আন ধৰ্মৰ মানুহো হ'লহেতেন, তেনেহ'লেও তাকে কৰিলেহেতেন। সিন্ধুৰ মুছলমান ৰজাকো তেওঁ ভয় দেখুৱাইছিল। সিন্ধুৰ চুলতানে কৰ দি মামুদৰ ওচৰত আত্ম-সমৰ্পণ কৰিহে ৰক্ষা পৰে। ছমৰকণ্ড নিদিলে, প্ৰাণ যাব বুলি বাগদাদৰ খলিফাকো মামুদে ভয় দেখুৱাইছিল।

মামুদে বহুতো ভাৰতীয় কাৰিকৰ গজনীলৈ লৈ যায়। তাত তেওঁলোকৰ হতুৱাই তেওঁ এটা সুন্দৰ মচজিদ্ তৈয়াৰ কৰায়। তেওঁ ফুলনি বৰ ভাল পাইছিল। মামুদে মথুৰা নগৰ সম্পৰ্কে লিখিছিল, "২০০ বছৰতো এনে এখন নগৰ তৈযাৰ কৰিব নোৱাৰি। ভক্তৰ বিশ্বাসৰ দৰে সুদৃঢ় হাজাৰ হাজাৰ অট্টালিকাৰে ই সুশোভিত।"

হৰ্ষ আৰু মামুদৰ ৰাজত্বৰ মাজৰ ৩০০ বছৰমানৰ ভাৰতৰ ইতিহাসৰ এয়ে চমু টোকা। উত্তৰ ভাৰতত এই সময়ত ৰজাসকলে পৰস্পৰৰ লগত কাজিয়া কৰিছিল। পঞ্চাল আদি ডাঙৰ ৰাজ্যও তেতিয়া প্ৰতিষ্ঠা হয়। কাশ্মীৰৰ ৰজাই কনৌজ আক্ৰমণ কৰি কিছু-দিন দখল কৰে। সাধাৰণতে হিন্দু যুগ বুলি যিটো যুগক ধৰা হয় সেই যুগ তেতিয়া প্ৰায় শেষ হৈ আহে। ভাৰতত হাজাৰ হাজাৰ বছৰ আৰ্য সভ্যতাই ৰাজত্ব কৰিছিল। এই সময়ত আত্মৰক্ষাৰ কাৰণে এটা নতুন শক্তিৰ লগত যুদ্ধ কৰিবলগীয়া হয়। মামুদৰ লগে লগে ইচলাম উত্তৰ ভাৰতলৈ আহিল। ইচলাম্ বঙ্গদেশলৈ ইয়াৰো দুশ বছৰৰ পিচতহে আহে। অসমৰ মুছলমানসকলে কোনো কালে জয় কৰা নাছিল। বহুত দিন পিচলৈকে মুছলমানসকলে দক্ষিণ ভাৰত জয় কৰা নাছিল।

এইখিনিতে আমি মনত ৰখা উচিত যে ভাৰতীয় আৰ্য-সভ্যতাৰ লগত, উচ্চ সভ্যতাৰ অধিকাৰী আৰবসকলৰ সংঘৰ্ষ ঘটা নাছিল। সংঘৰ্ষ হৈছিল সভ্য কিন্তু সেই সময়ত দুৰ্বল হোৱা ভাৰতৰ লগত, আধা সভ্য মধ্য এছিয়াৰ অঘৰী জাতিৰ লগত। মধ্য এছিয়াৰ এই মানুহবিলাকে নিজেও অলপতেহে ইচলাম ধৰ্ম গ্ৰহণ কৰিছিল। মামুদৰ বিভীষিকা আৰু মধ্য এছিয়াৰ আধা সভ্য আক্ৰমণকাৰীসকলৰ আচৰণৰ সৈতে ইচলামৰ সম্বন্ধ আছে বুলি ভুল কৰা হয়। ভাৰতীয আৰ্য-সভ্যতাই নতুন শক্তিৰপৰা আত্ম-ৰক্ষা কৰিবলৈ, সমাজৰ নিয়ম কঠোৰ কৰি পেলালে। জাতি বিভাগ প্ৰথা নিকপকপীয়া কৰা হ'ল। তিৰোতাৰ স্বাধীনতাও হ্ৰাস পালে। অৱশ্যে তেতিযাও ভাৰতীয় আৰ্য-সভ্যতাই বিজেতাসকলৰ ওপৰত প্ৰভাৱ নকৰাকৈ থকা নাছিল।

মামুদৰ সময়ৰ দুজন মানুহৰ নাম উল্লেখযোগ্য। এজন হৈছে পাৰস্যৰ কবি ফিৰ্দুচী। তেওঁ মামুদৰ অনুৰোধত 'চাহনামা' নামে এখন বিখ্যাত কিতাপ লিখে। প্ৰতিফাকি কবিতাৰ কাৰণে মামুদে তেওঁক এটা সোণৰ মোহৰ দিবলৈ প্ৰতিশ্ৰুতি দিছিল। ফিৰ্দুচীয়ে এনে বহুত ফাকি কবিতা লিখিলে। মামুদে তেওঁৰ প্ৰতিশ্ৰুতি মতে দিব-লগীয়াতকৈ বহুত কম সোণৰ মোহৰ দিবলৈ ওলাল। ফিৰ্দুচীৰ বৰ খং উঠিল আৰু তেওঁ একো নল'লে। আনজন হৈছে আলবেৰুণি। এওঁ এজন ডাঙৰ পণ্ডিত। মামুদৰ লগত তেওঁ পঞ্জাবলৈ আহিছিল। ভাৰতৰ কথা জানিবলৈ তেওঁ ইমান ইচ্ছুক আছিল যে তেওঁ সংস্কৃত ভাষা শিকি লৈছিল। হিন্দুৰ ধৰ্মাই কিতাপবিলাক তেওঁ পঢ়িছিল। ভাগবত-গীতা তেওঁৰ প্ৰিয় কিতাপ হৈ পৰিছিল। ভাৰতৰ সকলো ঠাইতে তেওঁ ফুৰিছিল। দক্ষিণ ভাৰতৰ চোল ৰাজ্যৰ পানীৰ নলা-বিলাক দেখি তেওঁ আচৰিত হৈছিল। ভাৰতবৰ্ষৰ অভিজ্ঞতা সম্পৰ্কে লিখা তেওঁৰ কিতাপখন পুৰণি কালৰ ভ্ৰমণ কাহিনীৰ ভিতৰত এখন লেখত ল'বলগীয়া কিতাপ। ধ্বংস আৰু হত্যাকাণ্ডৰ মাজত এইজন পণ্ডিতে ধীৰ-স্থিৰভাৱে সত্যৰ অন্বেষণ কৰিছিল। মামুদৰ পিচত ১৫০ বছৰমানলৈকে মুছলমানসকলে ভাৰতত আগবঢ়া নাছিল।

১১৮৬ খ্ৰীষ্টাব্দমানত ঘোৰী বংশই গজনীৰ সাম্ৰাজ্য জয় কৰে। এইজন আফগান আমীৰ চাহাবুদ্দিন ঘোৰী। তেওঁ লাহোৰ জয় কৰি দিল্লীলৈ যায়। সেই সময়ত দিল্লীৰ ৰজা আছিল পৃথীৰাজ। তেওঁৰ নেতৃত্বত উত্তৰ ভাৰতৰ ৰজাসকলে ঘোৰীক পৰাস্ত কৰি খেদি পঠিয়ায়। পিচৰ বছৰত ঘোৰীয়ে পৃথীৰাজক পৰাস্ত কৰি বধ কৰে। পৃথীৰাজৰ

নামত বহুতো গল্প আছে। কনৌজৰ ৰজাৰ জীয়েকক তেওঁ পলুৱাই নিয়াৰ গল্প তাৰ ভিতৰত বিখ্যাত। এই ঘটনাৰ কাৰণে জয়চন্দ্র পৃথ্বীৰাজৰ শত্রু হয়। এই শত্রুতাৰ ফলত পৃথ্বীৰাজে আগৰ বাৰৰ দৰে ঘোৰীক সম্মিলিতভাৱে বাধা দিব নোৱাৰিলে। ফলত ঘোৰী জয়ী হ'ল। পৃথ্বীৰাজৰ সিংহাসন আৰু প্ৰাণ গ'ল। এনেকৈ ১১৯২ খ্রীষ্টাব্দত চাহাবুদ্দিনে দিল্লীৰ সিংহাসন অধিকাৰ কৰে। ভাৰতত মুছলমান ৰাজত্বৰ এয়ে সূত্ৰপাত। মামুদে কেবাবাৰো আক্ৰমণ কৰিছিল যদিও নিগাজীভাৱে শাসন কৰাৰ কথা তেওঁ ভবা নাছিল তাৰ পিচত দাস বংশৰ ৰজাই দিল্লীত ৰাজত্ব কৰে। কুতুবুদ্দিন প্ৰথম দাস ৰজা। তেওঁ চাহাবুদ্দিনৰ গোলাম আছিল। গোলাম হৈয়ো তেওঁ চুলতান পদলৈ উঠে। তেওঁৰ পিচৰো কেইজনমান চুলতান মূলতে গোলাম আছিল। সেই কাৰণে তেওঁলোকৰ বংশ দাসবংশ নামে জনাজাত। তেওঁলোক নিষ্ঠুৰ আছিল। ঘৰ-দুৱাৰ, লাইব্ৰেৰী আদি ধ্বংস কৰি তেওঁলোকে উৎপাত কৰিছিল। কুতুবুদ্দিনে দিল্লীৰ ওচৰত থকা কুতুবমিনাৰ তৈয়াৰ কৰায়। এওঁলোকে পুৰণি মন্দিৰ আদি ভাঙি তাৰ বস্তুৰেই নতুনকৈ কুতুবমিনাৰ আৰু আন ঘৰ সাজিছিল। যাঁই কাৰিকৰসকল আছিল ভাৰতীয়। কিন্তু মুছলমানী ধাৰণাই তেওঁলোকৰ কাৰুকাৰ্যৰ ওপৰত প্ৰভাৱ পেলাইছিল। কুতুবমিনাৰ ২৩৮ ফুট ওখ।

আফগানসকলে বিহাৰ আৰু বঙ্গদেশ সহজে জয় কৰে। কুতুবুদ্দিনৰ উত্তৰাধিকাৰী ইলতুৎমিছৰ (১২১১-১২৩১) দিনত ভাৰতৰ এটা ডাঙৰ বিপদৰ আশঙ্কা হৈছিল। সেইদিনৰ পৃথিৱীৰ আতঙ্ক-স্বৰূপ ছেঙ্গিচ খাঁৰ নেতৃত্বত মোগলসকলে কোনো শত্ৰুক খেদি আনি সিন্ধু নদীৰ ওচৰ পাইছিলহি, কিন্তু ছেঙ্গিচ খাঁ তাৰপৰা আগ নেবাঢ়িল। ভাৰতবৰ্ষ সাৰি গ'ল। ২০০ বছৰমানৰ পিচতহে ছেঙ্গিচৰ বংশৰে আন এজন (তৈমুৰ) ভাৰতলৈ আহিছিল—ধ্বংসলীলাৰ সৃষ্টি কৰিবলৈ। ছেঙ্গিচ নাহিল যদিও বহুতো মোগলে ভাৰত সোমাই লুটপাত কৰিছিল। তেওঁলোকে চুলতানকো ভয় খুৱাইছিল। চুলতানসকলে ভয়ত তেওঁলোকক টকা-কড়ি দি পঠিয়াই দিছিল। বহুহেজাৰ মোগলে পঞ্জাৱত বসতি লৈছিল।

ইলতুৎমিছৰ উত্তৰাধিকাৰী হয় তেওঁৰ জীয়েক ৰেজীয়া চুলতানা। এইগৰাকী ৰাণী সাহসী আৰু ভাল যোদ্ধা আছিল। উগ্ৰ আফগান ডাঙৰীয়াসকলে আৰু তাতোকৈ উগ্ৰ মোগলসকলে পঞ্জাৱত দলে দলে লুটপাত চলোৱাত তেওঁ সহজে শাসন কৰিবলৈ পোৱা নাছিল।

১২৯০ খ্ৰীষ্টাব্দত দাসবংশৰ ওৰ পৰে। তাৰ অলপ পিচতে আলা-উদ্দিন খিলিজী দিল্লীৰ সিংহাসনত উঠে। তেওঁ তেওঁৰ খুড়াকক (খুড়াকেই শহুৰেকো আছিল) বধ কৰি সিংহাসন লাভ কৰে। তেওঁক নেমানে বুলি যাৰে ওপৰত সন্দেহ হৈছিল, তেনে সকলো মুছলমান ডাঙৰীয়াকে তেওঁ বধ কৰাইছিল। মোগলসকলে ষড়যন্ত্ৰ কৰাৰ ভয় কৰি তেওঁ সকলো মোগল বধ কৰিবলৈ হুকুম দিছিল—যাতে এজনো মোগল পৃথিবীত নেথাকে। ফলত ২০।৩০ হেজাৰ মোগল হত্যা কৰা হয়।

এনেধৰণৰ হত্যাকাণ্ডৰ কথা ইতিহাসৰ বহল দৃষ্টিকোণৰপৰা বিশেষ মূল্যবান নহয়। তথাপিও ইয়াৰপৰা আমি বুজিব পাৰো যে সেই সময়ৰ উত্তৰ ভাৰতৰ অৱস্থা নিৰাপদ নাছিল। বিদেশী বিজেতাই বিজিত ৰাইজৰ মনত ত্ৰাস জন্মাবৰ কাৰণে বিভীষিকা সৃষ্টি কৰিছিল। মধ্য এছিয়াৰ যিবিলাক মানুহে ভাৰত আক্ৰমণ কৰিছিল, তেওঁলোক নিজৰ দেশতো নিৰ্দয় আৰু ভীষণ আছিল। নতুন দেশ জয় কৰি তলত ৰখাৰ তেওঁলোকে এটা মাত্ৰ উপায় জানিছিল, সেইটো হৈছে ভীষণ উৎপীড়নৰ দ্বাৰা ত্ৰাস সঞ্চাৰ কৰাৰ পন্থা। সাম্ৰাজ্যবাদী শক্তিয়ে আজিলৈকে এনে নীতিকেই অনুসৰণ কৰি আহিছে। গজনীৰ মামুদক পৌত্তলিকতাৰ ঘোৰ বিৰোধী আৰু ইচলামৰ ডাঙৰ পৃষ্ঠপোষক বুলি কোৱা হয়। এইজন বজাই তেওঁৰ তলত হিন্দু সেনা-বাহিনী এটা ৰাখিছিল। সেই সেনাৰ সেনাপতি আছিল তিলক নামে এজন হিন্দু। তিলক আৰু তেওঁৰ হিন্দু সেনা-বাহিনী মামুদে গজনীলৈ লৈ গৈছিল। বিদ্ৰোহী মুছলমানসকলক বশ কৰাত মামুদে এই হিন্দুসেনা নিযোগ কৰিছিল। গতিকে দেখা গ'ল যে মামুদৰ উদ্দেশ্য আছিল দেশ জয়, ধৰ্ম প্ৰচাৰ নহয়। ভাৰতৰ মুছলমানসকলৰ সহায়ত তেওঁ পৌত্তলিকসকলক বধ কৰিছিল আৰু মধ্য এছিয়াত হিন্দুসেনাৰ সহায়ত মুছলমানসকলক বধ কৰিবলৈ তেওঁৰ সঙ্কোচ নাছিল।

আলাউদ্দিনে আন চুলতানসকলৰ দৰেই—লোকৰ ধৰ্মমত সহিব নোৱাৰিছিল, কিন্তু ক্ৰমে এওঁলোকৰ মনোভাৱৰ পৰিবৰ্তন হৈছিল। ভাৰতকে এওঁলোকে মাতৃভূমি জ্ঞান কৰিছিল ভাৰত তেওঁলোকৰ কাৰণে আচহুৱা ঠাই হৈ থকা নাছিল। মূলতঃ মধ্য এছিয়াৰ পৰা আহিছিল যদিও, তাৰ লগত তেওঁলোকৰ সম্পৰ্ক নোহোৱা হৈছিল। আলাউদ্দিনে আৰু তেওঁৰ পুতেকে হিন্দু তিৰোতা বিয়া কৰাইছিল।

আলাউদ্দিনে সেনা-বাহিনী ভালকৈ সংগঠন কৰে। শাসন-প্ৰণালী ভাল কৰিবলৈ তেওঁ চেষ্টা কৰে। তেওঁ গুজৰাট আৰু দক্ষিণ ভাৰতৰ বহুত অংশ জয় কৰে। দক্ষিণ ভাৰতৰপৰা তেওঁ বহুত সম্পত্তি পায়। কথিত আছে যে তেওঁ ৫০,০০০ মোন সোণ, বহুতো অলঙ্কাৰ আৰু ২০,০০০ ঘোঁৰা আৰু ৩১২ টা হাতী নিছিল।

সাহ আৰু বীৰত্বৰ কাহিনীৰে চিতোৰৰ নাম জিলিকি আছে। আলাউদ্দিনে ১৩০৩ খ্ৰীষ্টাব্দত চিতোৰ আক্ৰমণ কৰে। পুৰণি প্ৰথামতে যুদ্ধ কৰা চিতোৰৰ সেনাক, কাৰ্য-কুশল আলাউদ্দিনৰ সেনা-বাহিনীয়ে পৰাজয় কৰে। পতন হোৱাৰ আগতে চিতোৰৰ মতা-তিৰোতা সকলোৱে পুৰণি প্ৰথা অনুযায়ী জহৰ গ'ল। যেতিয়া পৰাজয় অনিবাৰ্য হৈ প'ৰ তেতিয়া শত্ৰুৰ হাতত বন্দী হোৱাতকৈ মতামানুহ যুদ্ধক্ষেত্ৰলৈ ওলাই গৈ যুদ্ধ কৰি প্ৰাণ দিছিল আৰু তিৰোতাই জুইত জাপ দি প্ৰাণ আহুতি দিছিল। ইয়াকে জহৰ বোলা হয়। এনেকৈ মৰাটো ভীষণ কথা। তিৰোতাবোঁৰে যদি হাতত তৰোৱাল লৈ যুদ্ধ কৰি মৰিব পাৰিলেহেঁতেন, তেনেহ'লে আৰু ভাল আছিল। কিন্তু অপমান আৰু গোলামিতকৈ মৃত্যুৱেই ভাল, এনে ভাব প্ৰশংসনীয়।

এই সময়ত লাহে লাহে ভাৰতৰ কিছুমান মানুহে ইচলাম ধৰ্ম গ্ৰহণ কৰিছিল। ধৰ্ম পৰিবৰ্তন কৰা কেবাটাও কাৰণ আছিল — (১) কিছুমানৰ প্ৰাণত ইচলাম ধৰ্মৰ কথা লাগিছিল। ইচলামত বিশ্বাস কৰি তেওঁলোক মুছলমান হৈছিল। (২) কিছুমানে ভয়তে নিজৰ ধৰ্ম এৰিছিল। (৩) কিছুমানে ৰাজঅনুগ্ৰহ লাভৰ আশাত বিজেতাৰ কাললৈ গৈছিল। ওপৰ শ্ৰেণীৰ মানুহে উচ্চ বিষয়বাব পাবৰ কাৰণেও ধৰ্ম বদলি কৰিছিল। (৪) ঘাঁই কাৰণ হৈছে অৰ্থনৈতিক। অমুছলমান-সকলে জিজিয়া নামে এবিধ বিশেষ কৰ দিব লগা হৈছিল। দুখীয়াৰ ওপৰত ই এটা ডাঙৰ বোজা আছিল। কৰৰ হেঁচাৰপৰা ৰক্ষা পাবলৈ, বহুতো মুছলমান হৈছিল। (৫) হিন্দু সমাজত অস্পৃশ্যতা বেমাৰ সোমাইছিল। সমাজৰ অবিচাৰে অস্পৃশ্যসকলক ধৰ্ম সম্বন্ধে উদাসীন কৰি তুলিছিল। হিন্দু সমাজে তেওঁলোকক অৱজ্ঞাহে কৰিছিল। কোনো প্ৰকাৰে তেওঁলোকৰ উপকাৰ কৰিবলৈ চেষ্টা কৰা নাছিল। হিন্দু সংস্কৃতি, ধৰ্ম-বিশ্বাস আৰু আধ্যাত্মিকতাই তেওঁলোকৰ ওপৰত প্ৰভাৱ পেলাবলৈ এৰিছিল। তেওঁলোক সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিছিল। এনে অৱস্থাত, ধৰ্ম পৰিবৰ্তনত তেওঁলোকৰ সঙ্কোচ কম হোৱাটো স্বাভাৱিক। উচ্চ জাতিৰপৰা ডাঙৰ বিষয়-বাব পাবলৈ, ধৰ্ম পৰিবৰ্তন

কৰা দেখা যায়। আলাউদ্দিনৰ বিজন সেনাপতিয়ে (মালিক কাফুৰ) দক্ষিণ ভাৰত জয় কৰে, তেওঁ হিন্দুৰপৰা মুছলমান হৈছিল।

আলাউদ্দিনৰ পিচত টোগলক বংশৰ এজন আচৰিত ধৰণৰ মানুহ দিল্লীৰ চুলতান হয়। তেওঁৰ নাম মহম্মদ টোগলক। পাৰ্চী আৰু আৰবী ভাষাত এওঁ পণ্ডিত আছিল। গ্ৰীক দৰ্শনো তেওঁ পঢ়িছিল। গণিত, বিজ্ঞান আৰু চিকিৎসা-শাস্ত্ৰতো তেওঁৰ ব্যুৎপত্তি আছিল। পণ্ডিতলোক আছিল যদিও তেওঁ আছিল অতি নিষ্ঠুৰ আৰু আধা বলিয়া। নিজৰ পিতৃক বধ কৰি তেওঁ সিংহাসন দখল কৰে। পাৰস্য আৰু চীন জয় কৰাৰ অদ্ভুত পৰিকল্পনাও তেওঁ কৰিছিল। অবশ্যে ইয়াৰ ফল বেয়াই হৈছিল। আটাইতকৈ আচৰিত কথা যে তেওঁ নিজৰ ৰাজধানী দিল্লী চহৰ ধ্বংস কৰিবলৈ স্থিৰ কৰে। কাৰণ চহৰৰ কিছুমান মানুহে বেনামী নটিচ লিখি তেওঁৰ কাৰ্য-প্ৰণালী সমালোচনা কৰিবলৈ সাহ কৰিছিল। তেওঁ আদেশ দিলে ৰাজধানী দিল্লীৰপৰা দেৱগিৰিলৈ যাব। (দেৱগিৰি আজিকালি মহাৰাষ্ট্ৰ ৰাজ্যৰ ভিতৰত)। ইয়াৰ নতুন নাম তেওঁ দিলে দৌলতাবাদ। ঘৰৰ মালিকক কিছু ক্ষতিপূৰণ দিয়া হৈছিল। তিনি দিনৰ ভিতৰত সকলোকে নগৰ এৰি যাবলৈ আদেশ দিয়া হ'ল। বেছিভাগেই নগৰ এৰি গৈছিল। কিছু লুকাই আছিল। ধৰা পৰিলত, তেওঁলোকক নিষ্ঠুৰভাবে শাস্তি দিয়া হৈছিল। কণা আৰু উঠিব নোৱাৰা বেমাৰীকো লুকাই থকাৰ কাৰণে শাস্তি দিয়া হৈছিল। দিল্লীৰপৰা দৌলতাবাদলৈ যাওঁতে ৪০ দিন লাগিছিল। এই স্থানান্তৰত বাটত বহুতে প্ৰাণ হেৰুৱায়। টোগলকে দিল্লী চহৰ মৰুভূমিত পৰিণত কৰিছিল। ৮।১০ মাইল দীঘল দিল্লী চহৰৰ বৰ্ণনা কৰি এজনে লিখিছিল, "সকলো ধ্বংস কৰা হয়। ইমান সম্পূৰ্ণৰূপে ধ্বংস-কাৰ্য সমাধা কৰা হয় যে কুকুৰ বা মেকুৰী এটাও নাছিল।" পৰ্যটক ইবনবটুটা চুলতানৰ লগত আছিল। তেওঁ লিখিছে, "দিল্লী পৃথিৱীৰ ভিতৰত সকলোতকৈ ডাঙৰ নগৰ। আমি সোমাওঁতে, সেই অৱস্থা দেখো। এই নগৰ পিচত এৰাবাৰী হয়। কেইজনমান মানুহহে তাত আছিল।" দুবছৰৰ পিচত টোগলকে দিল্লীলৈ আকৌ সকলোকে ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁৰ সেই চেষ্টা সফল নহ'ল। মুহূৰ্ততে ধুনীয়া ফুলনি ভাঙি-চিঙি একো নাইকিয়া কৰিব পাৰি, কিন্তু তাত পুনৰ এখন ফুলনি কৰা সহজ নহয়।

টোগলকে ১৩৫১ খ্ৰীষ্টাব্দলৈকে ২৫ বছৰ ৰাজত্ব কৰে। অযোগ্য ৰজাজনৰ হাতত প্ৰজা সাধাৰণে অশেষ কষ্ট সহিব লগা হয়।

টোগলকৰ বলিয়ালিয়ে তেওঁৰ সাম্ৰাজ্য নষ্ট কৰে। দেশত আকাল আৰু বিপ্লৱে দেখা দিয়ে। তেওঁ জীয়াই থাকোতেই সাম্ৰাজ্যৰ বহুতো ঠাই স্বাধীন হৈ পৰে। বঙ্গ স্বাধীন হয় আৰু দক্ষিণ ভাৰতত কেবাখনো ৰাজ্য গঢ়ি উঠে। ইয়াৰ ভিতৰত প্ৰধান হৈছে বিজয়নগৰৰ হিন্দু ৰাজ্য। ৩৩৬ খ্ৰীষ্টাব্দত এই নগৰ প্ৰতিষ্ঠা কৰা হয় আৰু দহ বছৰৰ ভিতৰত দক্ষিণত ই এটা প্ৰধান শক্তি হৈ পৰে।

উত্তৰ ভাৰতত মুছলমান আক্ৰমণ হোৱাৰ ফলত তাৰপৰা পণ্ডিত, কাৰিকৰ আদি বহুত মানুহ দক্ষিণলৈ গৈছিল। দক্ষিণ ভাৰতত আৰ্য সংস্কৃতিযে ইযাৰ ফলত নতুন বল পালে। দক্ষিণ ভাৰতৰ কথা আমি আগতে আলোচনা কৰিছোঁ। কিন্তু গোটেইখিনি কথা একেলগে জুকিয়াই চালে বুজিবলৈ সহজ হয়। সেই কাৰণে আগতে কোৱা কথাকে আমি আকৌ সুঁৱৰি চাম। অশোকে গোটেইখন ভাৰত, (দক্ষিণত সৰু এটা মূৰ বাদ দি) আফগানিস্তান অ'ৰু মধ্য এছিযাৰ এক অংশৰ ওপৰত ৰাজত্ব কৰিছিল। তেওঁৰ পিচত দক্ষিণত অন্ধ্ৰ শক্তিৰ অভ্যুদয় হয়। চাৰিশ বছৰ তেওঁলোকে ৰাজত্ব কৰে। সেই সময়ত উত্তৰ ভাৰতত কুশানসকলে ৰাজত্ব কৰে। চালুক্যসকল ছয় শতিকাৰ মাজভাগৰপৰা দুশ বছৰ প্ৰধান শক্তি হৈ আছিল। যুবান-চাঙ তালৈ গৈছিল। ৰাষ্ট্ৰকূটসকলে চালুক্যসকলক পৰাজয় কৰি দুশ বছৰমান দক্ষিণ ভাৰতত প্ৰভাব কৰে। সিন্ধুৰ আৰব শাসকসকলৰ লগত ৰাষ্ট্ৰকূটৰ বন্ধুত্ব আছিল আৰব পৰ্যটক ছুলেমানে লিখি গৈছে যে সেই সময়ৰ ৰাষ্ট্ৰকূট নৃপতি অমোঘবৰ্ষ (অৰ্থাৎ ৯ শতিকাৰ) পৃথিৱীৰ চাৰিজন ডাঙৰ বজাৰ ভিতৰত এজন। তেওঁৰ মতে আন তিনিজন হৈছে—বাগদাদৰ খলিফা, চীনৰ সম্ৰাট আৰু কণষ্টাণ্টিনেপোলৰ সম্ৰাট। বাগদাদ সেই সময়ত গৌৰৱৰ সৰ্বোচ্চ শিখৰত উঠিছিল। এজন আৰবে সেই বাগদাদৰ লগত ৰাষ্ট্ৰকূটক ৰিজনি দিযাৰপৰা বুজিব পাৰি সেই ৰাজ্যখন বৰ শক্তিশালী আছিল। ৰাষ্ট্ৰকূটৰ পিচত ৯৭৩ খ্ৰীষ্টাব্দত চালুক্য বংশ পুনৰ ক্ষমতালৈ আহে। এযে হ'ল পশ্চিম মহাৰাষ্ট্ৰ ৰাজ্যৰ কথা। দুশ বছৰ এওঁলোক ক্ষমতাত থাকে। দক্ষিণ আৰু পুবে আছিল তেলেগু আৰু তামিল ৰাজ্য। তেলেগু অন্ধ্ৰসকল পৰি অহাত তামিল পল্লৱসকলে উন্নতি কৰে। তিনি শতিকাৰপৰা ন শতিকালৈকে পল্লৱসকলে তামিল ৰাজ্য শাসন কৰে। ছয় শতিকাৰ মাজভাগৰপৰা দুশ বছৰ তেওঁলোকে গোটেই দক্ষিণ ভাৰতত প্ৰাধান্য লাভ কৰে। পল্লৱসকলেই মালয়ত উপনিবেশ স্থাপন কৰিবলৈ

অভিযান পঠিয়াইছিল। পল্লব ৰাজ্যৰ ৰাজধানী আছিল কাঞ্চি বা কাঞ্জিবৰম্।

দহ শতিকাৰ আগভাগত পল্লৱসকলৰ ঠাইত চোল বংশ ক্ষমতালৈ আহে এই বংশৰ ৰাজৰাজ আৰু ৰাজেন্দ্ৰই ডাঙৰ নৌ-শক্তি সংগঠন কৰে আৰু লঙ্কা, বাৰ্মা আৰু বঙ্গদেশ জয় কৰে। আৰ্য ৰাজনীতিৰ মেৰুদণ্ড হৈছে গাৱঁলীয়া পঞ্চায়ত। চোল ৰাজ্যতো নিৰ্বাচন প্ৰথা অনুযায়ী গাৱঁলীযা পঞ্চাযত গঠন কৰা হৈছিল।

উত্তৰ ভাৰতত আফগান আক্ৰমণ হোৱাৰ সময়ত, দক্ষিণত চোল বংশই প্ৰভাৱ কৰিছিল। তিনিশ বছৰৰ পিচত ক্ৰমে এওঁলোকৰ বল পৰিল। তেওঁলোকৰ তলৰ সৰু ৰাজ্য এখন স্বাধীন আৰু শক্তিশালী হৈ উঠিল। এইখনেই হৈছে পাণ্ড্য ৰাজ্য। ইযাৰ ৰাজধানী মাদুৰা আৰু বন্দৰ কায়ল। ভেনিচৰ বিখ্যাত পৰ্যটক মাৰ্ক'প'লো দুবাৰ কায়ল বন্দৰলৈ আহে, এবাৰ ২৮৮ খ্ৰীষ্টাব্দত আৰু আনবাৰ ১২৯৩ খ্ৰীষ্টাব্দত। আৰব, চীন আদিৰপৰা অহা-যোৱা জাহাজেৰে ভৰি থকা এই নগৰখন তেওঁ 'সুন্দৰ আৰু ভাল' নগৰ বুলি বৰ্ণনা কৰিছে। মাৰ্ক'প'লো নিজেও চীনৰপৰা জাহাজেদি কায়ললৈ আহিছিল। মাৰ্কোৱে লিখি গৈছে যে মকৰাৰ জালৰ দৰে ধুনীয়া মছলিন কাপোৰ ভাৰতৰ পূব উপকূলত তৈযাৰ হৈছিল। তেলেগু ৰাজ্যৰ ৰাণী ৰুদ্ৰমণি দেবীৰো মাৰ্কোৱে বিশেষ প্ৰশংসা কৰিছে এইগৰাকী ৰাণীযে ৪০ বছৰ শাসন কৰিছিল। আৰব আৰু পাৰস্যৰপৰা বহুতো ঘোঁৰা ভাৰতলৈ আমদানি কৰা হৈছিল বুলিও মাৰ্কোৰ বৰ্ণনাৰপৰা আমি জানিব পাৰোঁ। ১৩১০ খ্ৰীষ্টাব্দমানত মুছলমান আক্ৰমণৰ হেঁচা দক্ষিণ ভাৰতৰ ওপৰতো পৰে। পাণ্ড্য ৰাজ্য তেতিয়া পৰি আহিছিল। মুছলমানৰ আক্ৰমণত তাৰ পতন হয়।

# মোগলৰ অভ্যুত্থান

## ছেঙ্গিচ খাঁ

দ্বাদশ শতিকাৰ শেষ ভাগত মোগল নামে এটা নতুন শক্তিয়ে হঠাৎ পৃথিবী কঁপাই তোলে। মধ্য এচিয়াৰ যিঠাইৰপৰা স্কাইথিয়ান, হুন, তুৰ্ক আৰু তাৰ্তাৰবিলাক ওলাইছিল, তাৰে পৰা এওঁলোকৰো আবিৰ্ভাব হয়। হুন আদি জাতিৰ সৈতে মোগলবিলাক ওচৰ-সম্বন্ধীয়া আছিল। কিন্তু অন্তদিন মোগলবিলাকৰ নামকে কোনেও শুনা নাছিল। মোগলবিলাকৰ বহুত ট্ৰাইব বা দল আছিল। উত্তৰ-চীন জয় কৰা কিন জাতীয় তাৰ্তাৰুসকলে এই মোগল দলবিলাকৰ ওপৰত প্ৰভুত্ব কৰিছিল।

এদিন হঠাতে এই মোগলবিলাক সজ্ঘবদ্ধহৈ পৰিল। তেওঁলোকে ইয়েচুগেইবা গাটুৰ নামে এজনক নেতা বাছি ল'লে। সাধাৰণ ৰাইজৰ নিৰ্বাচন কৰাৰ ক্ষমতা নাছিল। ডা-ডাঙৰীযাসকলৰ সভাইহে নিৰ্বাচন কৰিছিল। এওঁৰে পুত্ৰেক ছেঙ্গিচ খাঁৰ ১১৫৫ খ্ৰীষ্টাব্দত জন্ম হয়। দহ বছৰ বয়সতে ছেঙ্গিচৰ বাপেক ঢুকায। তেতিযাৰপৰা অকলশৰীয়া ছেঙ্গিচে নিজৰ প্ৰতিভাৰ বলত আগ বাঢ়ে। মোগলবিলাকৰ এখন সভা বহিল আৰু সেই সভাই ছেঙ্গিচক খাঁ বা সম্ৰাট নিৰ্বাচন কৰিলে। ৫১ বছৰ বয়সত ছেঙ্গিচে এই পদ পায়।

বেছিভাগ মানুহে এই বয়সত শান্তি ভাল পায়। কিন্তু ছেঙ্গিচে তেতিয়া বিজয় অভিযানৰ কাৰণে সাজু হ'ল। তেওঁ সৈন্য-বাহিনী ভালকৈ সংগঠন কৰিলে আৰু বিশেষকৈ ঘোঁৰাবিলাক সুশিক্ষিত কৰি তুলিলে। দিগ্বিজয়ী বীৰসকলৰ বেছি ভাগেই, তেওঁলোকৰ ভৰ যৌৱনতে বিজয় অভিযান কৰা দেখা যায়। যৌৱনৰ উৎসাহত আগ-পিচ নুগুণি তেওঁলোক আগবাঢ়ি যায়। কিন্তু ছেঙ্গিচে যেতিয়া অভিযান কৰিবলৈ ওলাইছিল, তেতিয়া তেওঁ আছিল আদহীয়া মানুহ। সকলো ভাবি-চিন্তি তেওঁ দিগ্বিজয়লৈ ওলাইছিল। ছেঙ্গিচ দিগ্বিজয়লৈ ওলোৱাৰ সময়ত, পৃথিবীৰ অৱস্থা কেনে আছিল এবাৰ চকুফুৰাই চোৱা যাওক।

ইচলামৰ আগৰ একতা তেতিয়া নাছিল। ১৩ শতিকাৰ আগ-ভাগত পশ্চিম এচিয়াত কেবাখনো মুছলমান ৰাজ্য আছিল। ইজিপ্ট (পেলেষ্টাইন আৰু চিৰীয়াৰ বেছিভাগ লৈ) চালাদন বংশৰ তলত আছিল। এচিয়া মাইনৰত চেল্‌জুক তাৰ্কসকলে প্ৰভুত্ব কৰিছিল। বাগদাদত আব্বাচিদ খলিফাসকলৰ ৰাজত্ব চলিছিল। বাগদাদৰ পুবলৈ খাৰিচমিয়ান সাম্ৰাজ্য গঢ়ি উঠে। খিভাৰতাৰ্ক ৰজাসকলৰ এই সাম্ৰাজ্য তেওঁলোকে সিচৰতি হৈ থকা বহুতো চেল্‌জুক ৰাজ্য জয় কৰে আৰু গঙ্গ নদীৰপৰা টাইগ্ৰীচ নদীলৈকে ৰাজত্ব কৰে। অৱশ্যে পাৰস্য আৰু ভাৰতৰ ওপৰত তেওঁলোকৰ ক্ষমতা বিশেষ একো নাছিল বুলিব পাৰি। সেই সময়ত চীনৰ অৱস্থাও ভাল নাছিল। দহ শতিকাত শক্তিশালী চাংবংশৰ বিশেষ অবনতি ঘটে। ৭ খ্ৰীষ্টাব্দৰ পৰা টাংবংশৰ ৰাজত্ব আৰম্ভ হয। এই বংশৰ বিখ্যাত সম্ৰাট টাই-চুঙে খ্ৰীষ্টান, বৌদ্ধ, ইচলাম আৰু লাওৎচেৰ মতবাদ সমান চকুৰে চাইছিল। কিন্তু তেওঁৰ পিচৰ কেজনমান সম্ৰাটে বৌদ্ধধৰ্মৰ মানুহক নিদাৰুণভাৱে নিগ্ৰহ কৰিছিল। অৱশ্যে চীনত বৌদ্ধধৰ্ম তথাপিও টিকি আছিল আৰু য়ুৰোপত খ্ৰীষ্টান মঠবিলাকে যেনেকৈ প্ৰথমে শিক্ষাৰ বন্তিগছ জ্বলাই আছিল আৰু পিচত সেই শিক্ষাত বাধা দিছিল, বৌদ্ধ মঠেও চীনত ঠিক তেনে কামকেই কৰিছিল। ৰাজ-নৈতিক ক্ষেত্ৰত চীনত বহুত ভাগ হ'ল। ৯৬০ ১১২৭ খ্ৰীষ্টাব্দত চুং বংশই পুনৰ একতা স্থাপন কৰে। কিন্তু এওঁলোকে হূনবিলাকৰ লগত প্ৰায়ে যুঁজিব লগা হৈছিল। হূনবিলাকে পুব পিনে হেঁচা দিছিল। কিছু দিনৰ কাৰণে খিতান হূনবিলাকে জয় লাভ কৰে। ১২ শতিকাত এওঁলোকক পৰাজয় কৰি কিন্ জাতীয় হূনবিলাকে সাম্ৰাজ্য প্ৰতিষ্ঠা কৰে। চীনত কিন্‌বিলাকৰ ৰাজধানী আছিল পিকিং। দক্ষিণে হোৱাংহো নদীৰ দক্ষিণলৈকে এওঁলোকৰ ৰাজ্যৰ সীমা আছিল। কিন্ সাম্ৰাজ্যৰ হেঁচাত চুং সাম্ৰাজ্য হুঁহকি যায়। ১১৩৮ খ্ৰীষ্টাব্দত চুং সাম্ৰাজ্যৰ ৰাজধানী নানকিনৰপৰা হানচাউলৈ তুলি নিয়া হয়। চুং সাম্ৰাজ্যৰ উত্তৰ-পশ্চিমে আছিল হিছিয়াসকলৰ তাৰ্তাৰ ৰাজ্য, উত্তৰে কিন্ সাম্ৰাজ্য। এই দুখন ৰাজ্যতে চীনৰ মানুহে অম্বৰীসংস্কাৰ থকা ৰজাৰ তলত বাস কৰিবলগা হৈছিল। এচিয়াৰ এই খণ্ডৰ শাসক আৰু শাসিতৰ ভিতৰত সম্বন্ধ বৰ ভাল নাছিল। কোনো নতুন বিজেতা আহিলে তেওঁলোকে সাদৰি নল'লেও, আপত্তি নকৰা অৱস্থাত আছিল। ১৩ শতিকাৰ আৰম্ভতে উত্তৰ ভাৰত পৰাধীন দেশ হৈ

পৰিছিল। প্ৰথমতে ই খিভান সাম্ৰাজ্যৰ অঙ্গ আছিল। ১২০৬ খ্ৰীষ্টাব্দত কুতুবুদ্দিনে দিল্লীত নতুন মুছলমান ৰাজ্য প্ৰতিষ্ঠা কৰে। এচিয়াৰ ৰাজনৈতিক পৰিস্থিতি যেতিয়া এনেকুৱা হৈ পৰিছিল, তেতিয়া (১৩ শতিকাৰ আৰম্ভতে) ছেঙ্গিচ খাঁই বলকাচ আৰু বৈকাল হ্ৰদৰ মাজৰ দেশৰ অঘৰীবিলাকৰ মাজত তেওঁৰ শক্তি সুদৃঢ় কৰি তোলাত লাগে। য়ুৰোপৰ এইটো আছিল শেষৰ ক্ৰুছেদৰ যুগ। দ্বিতীয় ফ্ৰেডৰিক তেতিয়া হলি ৰোমান সাম্ৰাজ্যৰ সম্ৰাট আছিল। ইংলেণ্ডত তেতিয়া ৰাজনৈতিক অধিকাৰ লাভৰ কাৰণে ৰজাৰ লগত প্ৰজাৰ অৰিয়া-অৰি চলিছিল। ই মেগনাকাৰ্টাৰ যুগ। ফ্ৰান্সত নৱম লুয়ে শাসন কৰিছিল। ক্ৰুছেদলৈ গৈ এইজন ৰজা বন্দী হয়। টকা দিহে তেওঁক খালাচ কৰা হৈছিল। ৰাছিয়া তেতিয়া ৰাজ্যত বিভক্ত আছিল। ৰাছিয়া আৰু হলি ৰোম সাম্ৰাজ্যৰ ভিতৰত আছিল হাঙ্গেৰী আৰু পোলেণ্ড। কন্‌ষ্টাণ্টিনেপোলক কেন্দ্ৰ কৰি বাইজেনটিয়াম সাম্ৰাজ্য সমৃদ্ধিশালী হৈ আছিল।

ছেঙ্গিচে প্ৰথমে পুবপিনে অভিযান কৰিলে। উত্তৰ-চীন আৰু মাঞ্চুৰিয়াৰ কিন সাম্ৰাজ্য লোপ কৰি তেওঁ ১২১৪ খ্ৰীষ্টাব্দত পিকিং দখল কৰিলে। কিনসকলে অলপতে জয় কৰা খিভানসকলে ছেঙ্গিচক সহায় কৰিছিল। চীনৰ নিগাজি অধিবাসীসকল শাসন পৰিবৰ্তন সম্পৰ্কে উদাসীন আছিল। যেতিয়া এটা শক্তিৰ ঠাইত আন এটা শক্তিয়ে ৰাজ্য লৈছিল, তেতিয়া চীনৰ ৰাইজে নিৰিবিলিৰে খেতি বাতিৰ কাম কৰিছিল।

সেই সময়ৰ উঠি অহা সাম্ৰাজ্য আছিল তাৰ্কিস্তান, পাৰস্য আৰু উত্তৰ ভাৰতৰ খাৰিচমিয়ান্ সাম্ৰাজ্য। পুবে কাশগড়লৈকে এই সাম্ৰাজ্যৰ বিস্তৃতি আছিল। ছেঙ্গিচে খাৰিচমিযাৰ ছাহৰ লগত বন্ধুভাৱকে ৰাখিব খুজিছিল। ছাহৰ গৱৰ্ণৰ এজনে মোগল বেপাৰী কেজনমানো হত্যা কৰিছিল। ছেঙ্গিচে তেতিয়াও শাস্তি বিচাৰিছিল। তেওঁ ছাহৰ ওচৰলৈ দূত পঠিয়াই কোবালে যে সেই গৱৰ্ণৰজনক শাস্তি দিব লাগে। কিন্তু ছাহে নিজক সকলোতকৈ ক্ষমতাশালী বুলি ভাবিছিল। তেওঁ ছেঙ্গিচৰ দূতক অপমানিত কৰি বধ কৰিলে।

ছেঙ্গিচৰ সহ্যৰ সীমা পাৰহৈ গ'ল। ১২১৮ খ্ৰীষ্টাব্দত ছেঙ্গিচৰ সুসংগঠিত আৰু শৃঙ্খলাবদ্ধ অশ্বাৰোহী বাহিনীয়ে পামিৰ পাৰহৈ তাৰ্কিস্তানলৈকে সকলো মষিমূৰ কৰি নিলে। কাশগড়, ইয়াৰখণ্ড, বোখৰা আৰু শেষত খাৰিচমিয়া সাম্ৰাজ্যৰ ৰাজধানী সমৰকণ্ডো পতন

হ'ল। খাৰিজমিয়া বা খোৱাৰাদামা সাম্ৰাজ্য ধ্বংস হ'ল। বোখৰা নগৰ অট্টালিকাৰাশিৰে সুশোভিত আছিল। দহলাখৰো ওপৰ তাৰ অধিবাসী। এই সকলো চকুৰ নিমিষতে ছাই হৈ গ'ল। ৰাজধানী সমৰকণ্ডৰ দহ-লাখ অধিবাসীৰ ভিতৰত কেৱল ৫০,০০০ হে জীয়াই থাকিলগৈ। হেৰাট, বলখ্ আৰু বহুতো সমৃদ্ধিশালী নগৰ ধ্বংস কৰা হয়। লাখ লাখ মানুহ বধ কৰা হয়। মধ্যএচিয়াৰ শিল্প আৰু কাৰুকাৰ্য লোপ পালে। পাৰস্য আৰু মধ্যএচিয়াত সভ্যতাৰ চিন-চাব নোহোৱা হ'ল। ছেঙ্গিচ য'লৈকে গৈছিল, সেয়ে মৰুভূমি হৈছিল। এটা ষ্টীম ৰ'লাৰৰ দৰে সকলো তেওঁ পিহি নিছিল। ছেঙ্গিচ বানপানী অহাদি আহিছিল। খালিমিযা সাম্ৰাজ্যৰ ছাহৰ পুতেক জালালুদ্দিনে তেওঁৰ বিৰুদ্ধে সাহেৰে যুঁজিছিল। পিচ হুঁহকি হুঁহকি তেওঁ সিন্ধুনদী পালেগৈ। কথিত আছে যে ঘোঁৰাত উঠিযেই ৩০ ফুট তলৰ সিন্ধুনদীলৈ জাপ মাৰি দি তাৰপৰা সাঁতুৰি গৈছিল। দিল্লীৰ ৰাজসভাত তেওঁ আশ্ৰয় লৈছিলগৈ। ছেঙ্গিচে তেওঁক তালৈ অনুসৰণ নকৰিলে। ভাৰত ৰক্ষা পৰিল। এতিয়া পশ্চিমে কাস্পিযান সাগৰলৈকে আৰু দক্ষিণে লাহোৰলৈকে মোগলসকল বিয়পি পৰিল। চেলজুক তাৰ্ক আৰু বাগদাদৰ সৌভাগ্য যে ছেঙ্গিচ সেইপিনে নগল। ছেঙ্গিচ কাস্পিয়ানৰ উত্তৰে কিয়েভৰ ৰুছ বাহিনী এটাৰ সন্মুখীন হ ব লগা হয়। কেবাখনো যুদ্ধ কৰাৰ পিচত ৰুছ বাহিনী হাৰিল আৰু কিযেভৰ গ্ৰেণ্ড ডিউক বন্দী হ'ল। কৃষ্ণ সাগৰৰ উত্তৰ পাৰত মোগলসকলে দেখা দিলে। কনৃষ্টান্টিনেপোলত ত্ৰাসৰ সঞ্চাৰ হ'ল। ইতিমধ্যে আন এটা মোগল বাহিনীযে চীনৰ হিচিযা সাম্ৰাজ্য জয় কৰাত ব্যস্ত আছিল। মোগলসকলে এই ৰাজ্য ল'লে। কিন্ সাম্ৰাজ্যৰ দক্ষিণ অংশহে বাকী থাকিলগৈ। ৭২ বছৰ বয়সত ১২২৭ খ্ৰীষ্টাব্দত ছেঙ্গিচৰ মৃত্যু হ'ল। দেশৰ পিচত দেশ জয কৰি থকা অৱস্থাতে তেওঁৰ মৃত্যু ঘটে। প্ৰশান্ত মহাসাগৰৰপৰা নিপাৰ নদীলৈকে তেওঁৰ সাম্ৰাজ্য বিস্তৃত হৈছিল। ছেঙ্গিচৰ পিচতো এই সাম্ৰাজ্য বাঢি গৈ থাকে

মঙ্গোলিযাৰ সৰু নগৰ কাৰাকৰামেই তেতিয়াও তেওঁৰ বৃহৎ সাম্ৰাজ্যৰ ৰাজধানী আছিল। সংগঠন কাৰ্যত, ছেঙ্গিচ প্ৰতিভাশালী আছিল। তেওঁক সহায় কৰিবলৈ দক্ষমন্ত্ৰী তেওঁ নিয়োগ কৰিছিল। কিন সাম্ৰাজ্যৰ এজন বৰ দক্ষ আৰু অভিজ্ঞ লোকক তেওঁ মন্ত্ৰী পাতিছিল। এওঁৰ নাম আছিল ইয়েলিউ চুটচাই। চীনৰ বিজ্ঞান আদিৰ লগত এওঁৰ পৰিচয় আছিল। ছেঙ্গিচ খাঁ মৰাৰ বহুত পিচতো এই ৰাজ-নীতিজ্ঞ পুৰুষজনে মোগলবিলাকৰ কাম চলাইছিল। ওৱেলচে মন্তব্য

কৰিছে যে তেওঁ ইতিহাসৰ এজন ডাঙৰ ৰাজনৈতিক বীৰ। ছেঙ্গিচৰ বৰ্বৰ উগ্ৰতা তেওঁ বহুতখিনি উপশম কৰিছিল আৰু অসংখ্য নগৰ আৰু শিল্পৰ কাম ধ্বংসৰপৰা ৰক্ষা কৰিছিল। এওঁৰ বিৰুদ্ধে ৰাজহুৱা ধন আত্মসাতৰ অভিযোগ হৈছিল, কিন্তু তেওঁৰ সম্পত্তিৰ ভিতৰত পোৱা গৈছিল কিছুমান কাগজপত্ৰ আৰু সঙ্গীতৰ কেটামান বাদ্যযন্ত্ৰ। মোগলৰ সামৰিক দক্ষতাৰ কাৰণে ছেঙ্গিচৰ দৰে এইজন লোকেও যশস্যা পাবলগীয়া। মোগলসকলে বন্দুক আৰু খাৰবাৰুদ ব্যৱহাৰ কৰিছিল মোগলসকলে চীনৰপৰা এই বিদ্যা শিকে। মোগলৰ জৰিয়তে বন্দুক য়ুৰোপত সোমায়।

পাৰস্য আৰু আৰবৰ ঐতিহাসিকসকলে ছেঙ্গিচক অতি নিষ্ঠুৰ ৰাক্ষস এটাৰ দৰে বৰ্ণনা কৰিছে। তেওঁ নিষ্ঠুৰ আছিল সঁচা, কিন্তু তেওঁৰ দিনৰ আন ৰজাসকলে সিমান বেছি ধ্বংসকাৰ্য কৰিব পৰা নাছিল যদিও নিষ্ঠুৰতাত তেওঁতকৈ কম নাছিল। ধ্বংসকাৰ্যৰ পৰিমাণত কম হ'লেও ভাৰতত-আফগান ৰজাসকলো তেনেকুৱাই আছিল। ১১৫০ খ্ৰীষ্টাব্দত যেতিয়া আফগানসকলে গজনী ল'লে তেতিয়া তেওঁলোকৰ প্ৰতিহিংসা পূৰণৰ কাৰণে সাতদিন ধৰি তাত লুটপাত, হত্যাকাণ্ড আদি চলোৱা হৈছিল। মামুদৰ বংশৰ দিনৰ সকলো অট্টালিকা ধ্বংস কৰা হৈছিল। পণ্ডিত নেহৰুৱে লিখিছে যে "ছেঙ্গিচৰ ধ্বংস-কাৰ্যৰ আৰু এটা কাৰণ থাকিব পাৰে। তেওঁ আছিল যাযাবৰী। যাযাবৰী হিচাপে নগৰ তেওঁ ঘিণ কৰিছিল। এসময়ত চীনৰ সকলো নগৰ তেওঁ ধ্বংস কৰিব খুজিছিল। যাযাবৰী জীৱনৰ লগত খাপখুৱাই তেওঁ সভ্যতা গঢ়ি তুলিবলৈ চাইছিল। সৌভাগ্যক্ৰমে চীনৰ নগৰ ধ্বংস কৰাৰপৰা তেওঁ বিৰত হ'ল।"

ছেঙ্গিচ খাঁ মুছলমান নহয়। তেওঁ নীলা আকাশৰ পূজা কৰিছিল। এই ধৰ্মক 'চামায়িজিম' বোলে। বিপদত পৰিলে আকাশৰ লগত তেওঁ আলোচনা কৰিছিল। আন ধৰ্মৰ প্ৰতি তেওঁৰ বিদ্বেষ নাছিল। ধৰ্ম বিষয়ে তেওঁ সহনশীল আছিল।

ছেঙ্গিচ নিৰক্ষৰ আছিল। বহুত দিনলৈকে তেওঁ নেজানিছিলেই যে লিখা পদ্ধতি এটা আছে। মুখে মুখে তেওঁ কাম চলাইছিল। ইমান এখন ডাঙৰ সাম্ৰাজ্যত মুখে মুখে যে কেনেকৈ কাম চলাইছিল, আচৰিত। লিখা পদ্ধতি এটা আছে বুলি জানি, ছেঙ্গিচে তেওঁৰ পুতেক আৰু খাঁই বিষয়াসকলক সেই বিদ্যা শিকিবলৈ আদেশ দিয়ে। তেওঁৰ আদেশ আৰু মোগলসকলৰ পুৰণি আইনবিলাক লিখি ৰাখিবলৈও

তেওঁ আদেশ দিছিল। তেওঁৰ ধাৰণা আছিল যে মোগলৰ চলন্তি আইনবিলাকৰ কোনো পৰিবৰ্ত্তন হ'ব নোৱাৰে। সম্ৰাটো সেই আইনৰ অধীন। আজিকালিৰ মোগলসকলেও সেই 'চিৰন্তন' আইনৰ কথা একো নাজানে। কালৰ গৰ্ভত ই লয় হৈছে। পণ্ডিত নেহৰুৱে এই বিষয়ে মন্তব্য কৰি লিখিছে, "প্ৰত্যেক দেশ আৰু ধৰ্মৰে পুৰণি প্ৰথা বা আইন আছে। প্ৰায়ে সেই দেশ আৰু ধৰ্মৰ মানুহে ভাবে যে তেওঁলোকৰ পুৰণি আইন সদায় থাকিব আৰু তাৰ পৰিবৰ্ত্তন হ'ব নোৱাৰে। কোনো কোনোৱে ভাবে যে ঈশ্বৰে সেই আইন প্ৰকাশ কৰিছে আৰু ঈশ্বৰে প্ৰকাশ কৰা আইনৰ পৰিবৰ্ত্তন হ'ব পাৰে কেনেকৈ? কিন্তু অৱস্থাৰ লগত খাপ খুৱাইহে আইন কৰা হয়। যদি অৱস্থাৰ পৰিবৰ্তন হয় তেন্তে পুৰণি আইন-কানুন কেনেকৈ খাপ খাব? অৱস্থাৰ পৰিবৰ্তনৰ লগে লগে আইনৰো পৰিবৰ্তন হ'ব লাগিব, নহ'লে এই আইনেই লোহাৰ শিকলিৰ দৰে আমাক পিচলৈ বান্ধি ৰাখিব আৰু পৃথিবী আগবাঢ়ি যাব। পৰিবৰ্ত্তন নোহোৱা কোনো আইন থাকিব নোবাৰে। আইন বা নীতি নিয়মৰ ভেটি হৈছে জ্ঞান। জ্ঞান সদায় বাঢ়িছে। সেইদৰে আইনৰো পৰিবৰ্ত্তন বা পৰিবৰ্দ্ধন হ'ব লাগিব।"

ছেঙ্গিচৰ সামৰিক দক্ষতা অসাধাৰণ। পৃথিবীৰ ইতিহাসত যিমান সেনাপতিৰ নাম আছে, তাৰ ভিতৰত ছেঙ্গিচৰ সামৰিক প্ৰতিভা অনন্য সাধাৰণ। ছেঙ্গিচৰ সামৰিক প্ৰতিভা আলেকজেণ্ডাৰতকৈ বেছি।

## পৃথিবীত মোগলৰ আধিপত্য

ছেঙ্গিচ খাঁ ঢুকুৱাৰ পিচত, তেওঁৰ পুতেক আগদাই খাঁ নিৰ্বাচিত হয়। মোগল ডা-ডাঙৰীয়াসকলৰ সভাই তেওঁক নিৰ্বাচন কৰে। তেওঁ শান্তিকামী আছিল। কিন্তু মোগলৰ বিজয় অভিযানৰ দিন তেতিয়াও শেষ হোৱা নাছিল।

কিন্ সাম্ৰাজ্যৰ যিটুকুৰা বাকী আছিল, তাৰ বিৰুদ্ধে যুদ্ধ চলোৱা হ'ল। ১২৩৪ খ্ৰীষ্টাব্দত কিন্ সাম্ৰাজ্য সম্পূৰ্ণৰূপে পৰাজিত হ'ল। চুং বংশৰ তলত দক্ষিণৰ চীন সাম্ৰাজ্যই এই কামত মোগল-সকলক সহায় কৰিছিল। চুংসকলে জনাই নাছিল যে তেওঁলোকে নিজৰ বিপদ মাতি আনিছে।

ইয়াৰ পিচত ১২৩৫ খ্ৰীষ্টাব্দত মোগল সেনাই এচিয়া পাৰহৈ দ্বিতীয়বাৰ য়ুৰোপ আক্ৰমণ কৰিলে। মোগল সেনাপতি আছিল চেবুটাই। ৰাছিয়াৰ বিৰুদ্ধেই প্ৰথমে তেওঁলোকে অভিযান কৰিলে। ১২৪০ খ্ৰীষ্টাব্দত কিয়েভ ধ্বংস হ'ল আৰু প্ৰায় সমগ্ৰ ৰাছিয়া মোগল-সকলৰ কৰতলীয়া ৰাজ্যত পৰিণত হ'ল। পোলেণ্ডৰ ওপৰত মোগল-সেনা জপিয়াই পৰে। ১২৪১ খ্ৰীষ্টাব্দত পোল আৰু জাৰ্মান সেনা-বাহিনীক নামনি ছাইলেছিয়াৰ লিয়েৰ নিট্জত মষিমূৰ কৰা হয়। য়ুৰোপত মোগলসকলক বাধা দিওঁতা তেতিয়া কোনো নাছিল। আচৰিত শক্তি-সম্পন্ন বুলি দ্বিতীয় ফ্ৰেডৰিকৰ নাম য়ুৰোপত ফাটি ফুটি গৈছিল। কিন্তু মোগল বিভীষিকাৰ আগত তেওঁৰ আচৰিত শক্তি ম্লান হৈ পৰিছিল।

লিয়েৰ নিট্জৰ যুদ্ধত মোগলসকলে বিজয় লাভ কৰিলে যদিও পশ্চিম পিনে তেওঁলোক আৰু আগ নেবাঢ়িল। তেওঁলোকে হাঙ্গেৰীত বসতি কৰিবলৈ আয়োজন কৰিছিল। মাগিয়াৰসকলে যেনেকৈ হূন, আবৰ আৰু স্কাইথিয়ানবিলাকক মাৰিছিল আৰু যি পাৰে লামৰি লৈছিল তেনেকৈ মোগলসকলেও মাগিয়াৰসকলক মাৰিছিল। ন শতিকাত হাঙ্গেৰীয়সকলে, ৭।৮ শতিকাত আবৰসকলে আৰু ৫ শতিকাত হূন-সকলে কৰাৰ দৰে, হাঙ্গেৰীৰ সমতলৰপৰা মোগলসকলেও পশ্চিমপিনে লুটপাত আৰু আক্ৰমণ চলাবলৈ হেতেন। দৈবক্ৰমে হঠাৎ য়ুৰোপ এই বিভীষিকাৰপৰা ৰক্ষা পালে।

অগদাইৰ ১২৭২ খ্ৰীষ্টাব্দত পৰলোক হ'ল। তেওঁৰ উত্তৰা-ধিকাৰী লৈ কিছু গণ্ডগোল দেখা যায়। নতুন খানৰ নিৰ্বাচনৰ কাৰণেও বিজয়ী মোগল সেনা নিজৰ দেশলৈ ঘূৰি যাবলৈ ধৰিলে। য়ুৰোপে উশাহ ল'লে। পশ্চিম য়ুৰোপৰ সেই ঠাই হাবিৰে ভৰি আছিল। সম্ভৱতঃ ঠাই টুকুৰা দেখি মোগলসকলৰ ভাল লগাও নাছিল। সেই কাৰণে তাৰপৰা গুচি যাবলৈ তেওঁলোকে বেয়া নাপালে। ১২৫১ খ্ৰীষ্টাব্দত মাঙ্গু খাঁ পাটত বহিল। তেওঁ তেওঁৰ ভায়েক কুব্লাই খাঁক চীনৰ গৱৰ্ণৰ পাতিলে। মোগলসকলে গোটেইখন চীন দখল কৰিলে। উত্তৰৰ কিন সাম্ৰাজ্য ধ্বংস কৰাৰ পিচত দক্ষিণ চীনৰ চুং সাম্ৰাজ্যও মোগলসকলে লোপ কৰে। চীন জয় কৰি লোৱাৰ পিচত ক্ৰমে পুবৰ মোগলসকলে চীনৰ সংস্কৃতি আৰু আচাৰ গ্ৰহণ কৰিবলৈ ধৰিলে।

মাঙ্গুৱে তিব্বত আক্ৰমণ আৰু ধ্বংস কৰে। মাঙ্গুৰ আন এজন ভায়েক হুলাগু পাৰস্যৰ গৱৰ্ণৰ হৈ আছিল। বাগদাদৰ খলিফাৰ কিবা

কথাত বিৰক্ত হৈ হুলাগুৱে সাৱধান কৰি তেওঁলৈ এখন চিঠি দিছিল। খলিফাই তাৰ ভাল উত্তৰ নিদিলে। মোগল দূতক বাগদাদৰ জনতাই অপমান কৰিলে। ইযাতে খং খাই, হুলাগুৱে বাগদাদলৈ অভিযান কৰিলে। ৪০ দিন অৱৰোধ কৰাৰ পিচত মোগল সেনাই বাগদাদ দখল কৰিলে। খলিফা, তেওঁৰ পুতেক আৰু সম্পৰ্কীয় লোকসকলক বধ কৰা হ'ল। বাগদাদত কেবাসপ্তাহো হত্যাকাণ্ড চলে, দুহ লাখ পঞ্চাচ হাজাৰ মানুহৰ প্ৰাণ যায়। টাইগ্ৰীচ নদী মানুহৰ তেজেৰে ৰাঙলী হয। শিল্প-কাৰ্য আৰু লাইব্ৰেৰী আদি ধ্বংস কৰা হয়। হাজাৰ বছৰৰ পুৰণি পানী নিয়া নলাবিলাকো নষ্ট কৰা হৈছিল।

১২৫৮ খ্ৰীষ্টাব্দত বাগদাদ ধ্বংস হোৱাৰ লগে লগে আব্বাচিদ সাম্ৰাজ্য সমূলঞ্চে লোপ পায। পশ্চিম এচিযাত আৰব সভ্যতাৰ এনেকৈ অবসান ঘটিল। স্পেইনত আৰব সভ্যতাৰ বন্তিগছ আৰু ২০০ বছৰ জ্বলি আছিল। আৰবৰ গুৰুত্ব নোহোৱা হ'ল। শেষত ই অটমান তাৰ্ক সাম্ৰাজ্যৰ অন্তভুক্ত হয। ১৯১৪-১৮ খ্ৰীষ্টাব্দত ইংৰাজৰ প্ৰৰোচনাত আৰবসকলে তাৰ্কৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। তেতিযাৰপৰা আৰব একপ্ৰকাৰে স্বাধীন হৈছে।

১২৩৯ খ্ৰীষ্টাব্দত মাঙ্গু ঢুকাল। চীনৰ গৱৰ্ণৰ কুব্‌লাই খাঁই তেওঁৰ সিংহাসন পালে। এইজন খানে চীন দেশ ভাল পাইছিল। তেওঁ মোগল সাম্ৰাজ্যৰ ৰাজধানী কাৰাকোৰামৰপৰা পিকিঙলৈ তুলি নিলে। কুব্‌লাযে সাম্ৰাজ্যৰ আন অংশৰ কথাত সিমান মনোযোগ নিদিছিল। চীনৰ কথাত তেওঁৰ বেছি আগ্ৰহ আছিল। ক্ৰমে মোগল গৱৰ্ণৰবিলাক স্বাধীন হৈ পৰিল।

মোগল সাম্ৰাজ্যৰ ৫টা ভাগ হ'ল, চীন সাম্ৰাজ্য, মঙ্গোলিয়া, মাঞ্চুৰিয়া আৰু তিব্বত লৈ প্ৰথমখন মোগল সাম্ৰাজ্য গঠিত হৈছিল। পিকিং ইযাৰ ৰাজধানী আছিল। কুবলাইৰ উত্তৰাধিকাৰী ইউযান বংশৰ খান্‌সকলে ইযাত ৰাজত্ব কৰে। দ্বিতীযখন হৈছে ৰাছিযা, পোলেণ্ড আৰু হাঙ্গেৰী লৈ। তৃতীযখন হৈছে পাৰস্য, মেচোপটেমিয়া আৰু মধ্য এচিয়াৰ এক অংশ। চতুৰ্থখন মধ্য এচিযাত তাৰ্কি। পঞ্চমখন হৈছে চাইবেৰিযান সাম্ৰাজ্য।

দুটা আচৰিত কথা আছে। এটা হৈছে মোগলসকলে এই দিনত ভাৰত আক্ৰমণ নকৰিলে। দ্বিতীযটো হৈছে যে ইজিপ্টৰ চুলতানে পেলেষ্টাইনত মোগল সেনা বাহিনী এটা পৰাস্ত কৰিবলৈ সক্ষম হ'ল।

১২৬০ খ্ৰীষ্টাব্দত হুলাগুৰ সেনাপতি পেলেষ্টাইনত পৰাস্ত হ'ল। মোগলসকল আফ্ৰিকাত সোমাব নোৱাৰিলে। ১২৬০ খ্ৰীষ্টাব্দত মোগলৰ বিজয় অভিযান চৰমসীমাত উপনীত হয়। তাৰ পিচত মোগলৰ ভিতৰত দলাদলি আৰু অৱনতিয়ে দেখা দিয়ে।

কুবলায়ে চীন বিজয় সম্পূৰ্ণ কৰিলে। আন্নাম বাৰ্মা আদিও তেওঁৰ সাম্ৰাজ্যৰ ভিতৰলৈ আনে। জাপান আৰু মালয় ল'বলৈয়ো তেওঁ চেষ্টা কৰিছিল। কিন্তু মোগলসকলে জাহাজ সাজিব নেজানিছিল। সাগৰত অহা-যোৱাৰ অভ্যাস তেওঁলোকৰ নাছিল। সেই কাৰণে জাপান, মালয় তেওঁলোকে ল'ব নোৱাৰিলে। কুবলাইৰ ওপৰত চীনৰ সভ্যতাই প্ৰভাৱ কৰিছিল। তেওঁ আন খানৰ দৰে নিষ্ঠুৰ আৰু ধ্বংসকামী নাছিল। চীনত কুবলাই খানে এটা ৰাজবংশ প্ৰতিষ্ঠা কৰে। ইউয়ান্ ইয়াৰ নাম। ১২৮০ খ্ৰীষ্টাব্দৰপৰা ১৩৬৮ খ্ৰীষ্টাব্দলৈকে এই বংশই ৰাজত্ব কৰে। পিচত মোগল জাতিৰ এটা দলেই ভাৰত জয় কৰে। ভাৰতৰ মোগল সাম্ৰাজ্যৰ বিষয়ে পিচত আমি আলোচনা কৰিম। সম্প্ৰতে আমি ইয়াকে মনত ৰাখিব লাগিব যে ১৩/১৪ শতিকাত আফগানসকলেহে—মোগলসকলে নহয়—ভাৰতত ৰাজত্ব কৰিছিল।

মাঙ্গুৰ কাৰাকোৰামৰ ৰাজসভাত এচিয়া আৰু য়ুৰোপৰ বিভিন্ন দেশৰ প্ৰতিনিধি সমবেত হৈছিল। তেতিয়াও খাঁই অঘৰীৰ দৰে তম্বুত বাস কৰিছিল। নানা দেশৰ ধন-সম্পদৰে তম্বু ভৰি পৰিছিল। বেপাৰী, বিশেষকৈ মুছলমান বেপাৰী তালৈ গৈছিল। শিল্পী, কাৰিকৰ, গণিতজ্ঞ আৰু বৈজ্ঞানিকসকল এই তম্বুৰ চহৰত গোট খাইছিল। মোগল সাম্ৰাজ্যত শান্তি আৰু শৃঙ্খলা বিৰাজ কৰিছিল। উটৰ ৰাস্তাইদি ইখন মহাদেশৰপৰা সিখনলৈ অনবৰত যাত্ৰী অহা-যোৱা কৰিছিল। য়ুৰোপ আৰু এচিয়াৰ সম্বন্ধ ঘনিষ্ঠতৰ হৈ পৰিছিল। খ্ৰীষ্টান, বৌদ্ধ, আৰু মুছলমান ধৰ্মৰ প্ৰচাৰক তাত গোট খাইছিল। ভাৰতৰপৰা বৌদ্ধ প্ৰচাৰক তালৈ গৈছিল। বিশ্ববিজয়ী মোগলসকলক নিজৰ নিজৰ ধৰ্মত দীক্ষিত কৰি ল'বলৈ তেওঁলোকে চেষ্টা কৰিছিল। মোগলসকলে কোনো এটা ধৰ্ম গ্ৰহণ কৰিবলৈ বিশেষ আগ্ৰহ দেখুওৱা নাছিল। এসময়ত খানে খ্ৰীষ্টধৰ্ম ল'ব খুজিছিল। কিন্তু পোপৰ দাবী তেওঁ সহিব নোৱাৰিছিল। পোপে নিজক পৃথিৱীৰ অধীশ্বৰ বুলি দাবী কৰিছিল। অৱশেষত মোগলসকলে তেওঁলোকে বাসকৰা ঠাইৰ ধৰ্ম গ্ৰহণ কৰিলে। চীন আৰু মঙ্গোলিয়াত বাসকৰা

বেছিভাগ মোগলে বৌদ্ধধৰ্ম ল'লে। মধ্য এচিয়াত তেওঁলোক মুছলমান হ'ল। বাছিয়া আৰু হাঙ্গেৰীৰ এটা দল খ্ৰীষ্টান হ'ল।

পৃথিবীৰ ইতিহাসত মোগলসকলৰ গুৰুত্ব সম্বন্ধে আলোচনা কৰি মিঃ ওৱেলচে লিখিছে, "সকলো দেশৰ ইতিহাসৰ ভিতৰত মোগলৰ বিজয় কাহিনী বিশেষ উল্লেখযোগ্য। মোগলৰ বিজয় ইমান বেছি যে আলেকজেণ্ডাৰৰ বিজয় কাহিনী তাৰ লগত বিজাৰৰ যোগ্য নহয়। মানুহৰ ধাৰণা বহল কৰাত আৰু কল্পনা-শক্তি বঢ়োৱাত মোগল বিজয়ে বিশেষ প্ৰভাৱ কৰে। মোগলবিলাকৰ হত্যাকাণ্ড আৰু বিজয় কাহিনীৰ কথা আমি বৰকৈ শুনিবলৈ পাওঁ। তেওঁলোকৰ জ্ঞানৰ স্পৃহা আৰু কৌতূহলৰ বিষয়ে আমি বিশেষ একো শুনো। মৌলিক গৱেষণা কৰা জাতি হিচাপে ন'হব পাৰে; কিন্তু পৃথিবীৰ এঠাইৰপৰা আন ঠাইলৈ জ্ঞান প্ৰচাৰ কৰাত, পৃথিবীৰ ইতিহাসত তেওঁলোকৰ প্ৰভাৱ বৰ বেছি।"

মোগলসকলৰ সামৰিক প্ৰতিভা সম্পৰ্কে আলোচনা কৰি বেৰীয়ে লিখিছে (গিবনৰ 'ৰোম সাম্ৰাজ্যৰ অৱনতি আৰু পতন' নামৰ কিতাপৰ টোকাত), "য়ুৰোপৰ ইতিহাসে সিদিনাহে বুজিবলৈ আৰম্ভ কৰিছে যে মোগল সেনাই সংখ্যাৰ জোৰত পোলেণ্ড আৰু হাঙ্গেৰীক হৰুওৱা নাছিল, হৰুৱাইছিল সমৰ-কৌশলত। দ্বিতীয় ফ্ৰেডৰিককে আৰম্ভ কৰি য়ুৰোপত এনে এজনো সেনাপতি নাছিল, যি যুদ্ধ-কৌশলত চুবেটাইৰ ওচৰ চাপিব পাৰে। হাঙ্গেৰী আৰু পোলেণ্ডৰ ৰাজনৈতিক অৱস্থা ভালকৈ জানি লৈহে মোগলসকল যুদ্ধত নামিছিল। যি দেশ আক্ৰমণ কৰিছিল, তাৰ খবৰ জানি থাকিবলৈ তেওঁলোকৰ চোৰাংচোৱা বিভাগ আছিল। আনপক্ষে হাঙ্গেৰীৰ মানুহ আৰু খ্ৰীষ্টান শক্তিবিলাকে, ল'ৰা মতীয়া বৰ্বৰৰ দৰে তেওঁলোকৰ শত্ৰুৰ বিষয়ে একোকে নেজানিছিল।'

মোগলসকল অঘৰী আছিল। অঘৰীবিলাক অসভ্য বুলি ভবাটো ভুল। নগৰ আৰু নগৰৰ ধৰণ-কৰণ তেওঁলোকে ঘিণ কৰিছিল সঁচা, কিন্তু তেওঁলোকে জীৱন-যাত্ৰাৰ এটা প্ৰণালী উলিয়াইছিল। তেওঁলোকৰ সংগঠনো জটিল আছিল। সংগঠনৰ জোৰতহে তেওঁলোক যুদ্ধত জিকিছিল।

কুবলাই খানৰ ৰাজত্বত জ্যোতিষৰ উন্নতি হৈছিল। তেওঁ পিকিঙৰ দক্ষিণ-পূব চুকত এটা 'অব্জাৰভেটৰী' প্ৰতিষ্ঠা কৰে— ১২৯৬ খ্ৰীষ্টাব্দত। সেই সময়ত কৰা যন্ত্ৰৰ ভিতৰত তাত ব্ৰঞ্জৰ ছফুট ব্যাসৰ এটা আচৰিত চকৰি আছিল।

## খোৰা তৈইমুৰ

কুব্‌লাই খানৰ মৃত্যুৰ পিচত ১২৯২ খ্ৰীষ্টাব্দত মোগল সাম্ৰাজ্য (এচিয়াৰ কোৰিয়া আৰু চীনৰপৰা য়ুৰোপৰ পোলেণ্ড আৰু হাঙ্গেৰী-লৈকে বিস্তাৰিত বিৰাট এই সাম্ৰাজ্য) ৫ ভাগত বিভক্ত হোৱাৰ কথা আমি আগতে উল্লেখ কৰিছোঁ। এই ৫ খন ৰাজ্যৰ প্ৰতিখনেই প্ৰকাণ্ড আছিল। খানৰ কথাই নাই, তেওঁলোকৰ সেনাপতি একোজনো য়ুৰোপৰ সম্ৰাট বা ৰজাতকৈ বহুত ডাঙৰ আছিল।

কুব্‌লাইৰ উত্তৰাধিকাৰী ইয়ান্ বংশই চীনৰ মোগল সাম্ৰাজ্যত (তাৰ ভিতৰত পৰে মাঞ্চুৰিয়া, মঙ্গোলিয়া, তিব্বত, কোৰিয়া, আন্নাম, টংকিং আৰু বাৰ্মাৰ এক অংশ) ৰাজত্ব কৰিছিল। কুব্‌লাই ঢুকুৱাৰ ৭৬ বছৰ পিচত, ১৩৬৮ খ্ৰীষ্টাব্দত ইয়ান্ বংশৰ অৱসান হয়। চীনত জাতীয় জাগৰণ হৈ ইয়ান বংশ উচ্ছেদ কৰে আৰু মিং বংশ প্ৰতিষ্ঠা কৰে। এনেকৈ চীনৰপৰা মোগলসকল বিতাৰিত হ'ল।

কুব্‌লাই ঢুকুৱাৰ ২০০ বছৰ পিচলৈকে ৰুছ ডাঙৰীয়াসকলে মোগলসকলক কৰ দিছিল। ইয়াৰ পিচত, ১৪৮০ খ্ৰীষ্টাব্দত য়ুৰোপৰ মোগল সাম্ৰাজ্য 'গ'ল্ডেন হৰ্ডৰ সাম্ৰাজ্য) দুৰ্বল হৈ পৰে। ৰুছ ডাঙৰীয়াসকলে মোগলক কৰ দিবলৈ অমান্তি হ'ল। মোগলৰ অধিনায়কত্ব অস্বীকাৰ কৰা ডাঙৰীয়াসকলৰ ভিতৰত সৰ্বপ্ৰধান আছিল গ্ৰেণ্ড ডিউক আইভান। ইতিমধ্যে তুৰ্কবিলাকে কনষ্টাণ্টিনোপোল জয় কৰে। আইভানে কন-ষ্টাণ্টিনপোলৰ সম্ৰাটৰ জীয়েকক বিয়া কৰায়। এইসূত্ৰে তেওঁ পুৰণি বাইজেন্টিয়ান সাম্ৰাজ্যৰ উত্তৰাধিকাৰী বুলি দাবী কৰে। আইভানে ১৪৬২ ১৫০৫ খ্ৰীষ্টাব্দলৈকে ৰাজত্ব কৰে। ৰাছিয়াৰ জাৰৰ বংশৰ এয়ে আৰম্ভণি। ১৯১৭ চনৰ বিপ্লৱতহে এই বংশৰ পতন হয়। প্ৰথম আইভানৰ নাতিয়েক আইভান, (১৫৩৩-১৫৮৮) বৰ নিষ্ঠুৰ আছিল। তেওঁ 'ঝাৰ' উপাধি লৈছিল। তেতিয়াৰপৰা ৰাছিয়াৰ সম্ৰাটৰ উপাধি ঝাৰ। অৱশেষত য়ুৰোপৰপৰা মোগলসকল আঁতৰিবলগা হ'ল।

পাৰস্য, মেছোপটেমিয়া আৰু চিৰীয়াত, মোগলসকলে হুলাগু খাঁৰ নেতৃত্বত সভ্যতাৰ চিন নোহোৱা কৰিবলৈ চেষ্টা কৰাৰ কথা আমি আগতে কৈছোঁ। নগৰীয়া জীৱনৰ প্ৰতিয়েই তেওঁলোকৰ এটা বিদ্বেষ আছিল। নগৰৰ সকলো সেইকাৰণে তেওঁলোকে ছাৰখাৰ কৰিছিল। দক্ষিণ বৃটেন বিজেতা আদিম ফ্ৰেঙ্ক আৰু এঙ্গলো ছেক্সনসকলৰো নগৰীয়া মানুহৰ প্ৰতি একে মনোভাবেই দেখা যায়। হুলাগুৰ মোগলসকলৰ ধ্বংসমূলক শক্তিৰ প্ৰথম বেগ বেছি দিন নাথাকিল। সকলোতে মোগল

শক্তি যেতিয়া এনেকৈ পৰিছিল তেতিয়া ১৫ শতিকাত অৱৰী মোগল-সকলৰ এটা দলে তৈইমুৰ নামে এজন তুৰ্কৰ নেতৃত্বত শেষবাৰৰ কাৰণে গা জোকাৰি উঠে। এওঁ নিজক ছেঙ্গিচৰ উত্তৰাধিকাৰী বুলি দাবী কৰিছিল। প্ৰকৃতপক্ষে তেওঁ আছিল তুৰ্ক। মাকৰ ফালৰপৰাহে তেওঁ ছেঙ্গিচৰ উত্তৰাধিকাৰী। এওঁৰ ভৰি খোৰা আছিল। সেইকাৰণে তেওঁক খোৰা তৈইমুৰ বোলা হয়। সমৰকণ্ডত তেওঁ নিজক প্ৰতিষ্ঠা কৰে। ক্ৰমে তাৰিস্থানৰপৰা দক্ষিণ ৰাছিয়ালৈ চাইবেৰীয়া আৰু দক্ষিণে সিন্ধু নদীলৈকে তেওঁ ক্ষমতা চলাইছিল। ১৩৬৯ খ্ৰীষ্টাব্দত তেওঁ খান উপাধি গ্ৰহণ কৰে আৰু উত্তৰ ভাৰতৰপৰা চিৰিয়ালৈকে তেওঁ সাম্ৰাজ্য গঢ়ি তোলে।

তৈইমুৰ এজন দক্ষ সেনাপতি আছিল যদিও তেওঁ একেবাৰে অসভ্য আছিল। মানুহৰ মূৰৰে ওখ দোল বনাই তেওঁ আনন্দ পাইছিল। পূবে দিল্লীৰপৰা পশ্চিমে এচিয়ামাইনৰলৈকে তেওঁ লাখ লাখ মানুহ বধ কৰিছিল আৰু তেওঁলোকৰ মূৰবিলাক গোটাই 'পিৰামিদ' বা দোল বনাইছিল। ছেঙ্গিচ খান আদি মোগলসকলো নিষ্ঠুৰ আছিল, কিন্তু তৈইমুৰৰ নিষ্ঠুৰতাৰ ইতিহাসত তুলনা নাই। এবাৰ দুহেজাৰ মানুহক তেওঁ জীয়াই জীয়াই কবৰ দিছিল। ইচপাহান লৈ তেওঁ তাত ৭০,০০০ টা মানুহৰ মূৰৰ পিৰামিড কৰিছিল।

ছেঙ্গিচৰ সাম্ৰাজ্য পুনৰ প্ৰতিষ্ঠা কৰা তৈইমুৰৰ হাবিয়াহ আছিল। কিন্তু সেই আশা তেওঁৰ ফলৱতী নহ'ল। তেওঁ যথেষ্ট ধ্বংস কাৰ্য কৰিলে। ১৪০৫ খ্ৰীষ্টাব্দত তেওঁৰ মৃত্যু হ'ল। এটা দুঃস্বপ্নৰ দৰে তেওঁৰ নাম থাকি গ'ল, কিন্তু ক্ষমতা একো নাথাকিল। একমাত্ৰ পাৰস্যত তেওঁৰ বংশই ৫০ বছৰমান ৰাজত্ব কৰিছিল।

ভাৰতৰ ধন-সম্পত্তিয়ে তৈইমুৰক আকৰ্ষণ কৰিছিল। ভাৰত আক্ৰমণ কৰিবলৈ তেওঁ মন মেলিলে। তেওঁৰ সেনাপতিসকলে গৰম দেশ ভাৰতলৈ আহিব খোজা নাছিল। ভাৰতত যি পাই লুটপাত কৰি লৈ গুচি যাব আৰু ভাৰতত নেথাকে বুলি প্ৰতিশ্ৰুতি দিহে, তেওঁ তেওঁৰ সেনাপতিসকলক ভাৰতলৈ আহিবলৈ ৰাজী কৰায়। তৈইমুৰে নিজৰ প্ৰতিজ্ঞা ৰাখিলে। ভাৰত লুটপাত কৰি তেওঁ গুচি গ'ল।

উত্তৰ ভাৰতত—দিল্লীত তেতিয়া মুছলমান ৰাজত্ব চলিছিল। দিল্লীত এজন চুলতান আছিল। এই মুছলমান ৰাজ্যখন দুৰ্বল আছিল। তৈইমুৰ সহজে দিল্লীত সোমাল। ১৫ দিন তেওঁ দিল্লীত থাকে। এইকেদিনৰ ভিতৰত দিল্লী মৰিশালিত পৰিণত হয়। হিন্দু-মুছলমান

একো বাছ-বিচাৰ নকৰাকৈ হত্যা কৰা হয়। অসংখ্য বন্দী হয়। তাৰে এক লাখ মাৰি পেলোৱা হয়। তৈইমুৰৰ অত্যাচাৰত অতিষ্ঠ হৈ এঠাইত হিন্দু-মুছলমান সকলোৱে ৰাজপুত প্ৰথামতে 'জহৰ' কৰে—অৰ্থাৎ যুদ্ধ কৰি মৰিবলৈ ওলায়। ঘূৰি যাওঁতে তৈইমুৰে কাশ্মীৰ লুটি লৈ যায। তৈইমুৰ যোবাৰ পিচত দুমাহলৈকে দিল্লীত একো নাছিল। তৈইমুৰে দিল্লীৰ সিংহাসনত তেওঁৰ প্ৰতিনিধি কৰি থৈ যোৱা মানুহজনো মুলতান্ হৈ গুচি যায়। ভাৰতবৰপৰা তৈইমুৰ পাৰস্য আৰু মেছোপটেমিযালৈ যায। তাতো সেইদৰে সকলো ধ্বংস কৰে। ১৪০২ খ্ৰীষ্টাব্দত এঙ্কোৰাত তেওঁৰ লগত অটমান তাৰ্ক-সকলৰ এটা প্ৰকাণ্ড সেনা-বাহিনী ভেটাভেটি হয। সুদক্ষ সেনাপতি তৈইমুৰে তাৰ্কসকলক পৰাজয কৰে। কিন্তু বছফোৰাছ তেওঁ পাৰ হ'ব নোবাৰিলে। য়ুৰোপ ৰক্ষা পৰিল।

তিনি বছৰৰ পিচত, চীনলৈ যাওঁতে ১৪০৫ খ্ৰীষ্টাব্দত তৈইমুৰ ঢুকাল। অটমান তাৰ্কসকলে (কনষ্টাণ্টিনেপোল লোবাৰ আগতে) ইজিপ্টে আৰু গল্ডন হৰ্ডসকলে তৈইমুৰক কৰ-কাটল দিছিল। তৈইমুৰে পৰাজয কৰি অট'মান তাৰ্কসকলক এটা ভাল জোকাৰণি দিলে। তাৰ্কসকলে পুনৰ গা কৰি উঠিল আৰু ১৪৫৩ খ্ৰীষ্টাব্দত কনষ্টাণ্টিনেপোল অধিকাৰ কৰিলে। তৈইমুৰ আছিল এজন মুছলমান। সেই সময়ত মধ্য এচিয়াৰ মোগলসকলে ইচলাম ধৰ্ম গ্ৰহণ কৰিছিল। নিজে মুছলমান যদিও মুছলমানসকলৰ ওপৰত তেওঁ কম অত্যাচাৰ কৰা নাছিল। তেওঁ আক্ৰমণ কৰা দেশৰ মুছলমানসকলৰ ওপৰতো সমানেই অত্যাচাৰ চলাইছিল।

মধ্য এচিযাৰ মাজেদি চাৰিজন বিশিষ্ট বিজেতাই অভিযান কৰে। এওঁলোক হৈছে আলেকজেণ্ডাৰ, মামুদ, ছেঙ্গিচ খাঁ আৰু তৈইমুৰ। তৈইমুৰৰ পিচত মধ্য এচিয়া ক্ৰমে বিস্মৃতিৰ গৰ্ভত পৰিল। পুৰণি সভ্যতাৰ এটা স্মৃতিহে থাকিলগৈ। যি মধ্য-এচিয়াৰপৰা অসংখ্য মানুহ দলে দলে ওলাই দেশ দেশান্তৰত বিযপি পৰিছিল সেই ঠাইত জনসংখ্যা বিৰল হৈ পৰিল। ইযাৰ বতৰৰ অৱস্থাও আগতকৈ বেলেগ হ'ল। প্ৰাকৃতিক অৱস্থাই মানুহৰ বসতিৰ কাৰণে এই দেশ অনুপযোগী কৰি তুলিলে।

তৈইমুৰে ভাৰতৰ ওপৰত যি অত্যাচাৰ চলালে, তাৰ কথা মনত পৰিলে আজিও গা শিয়ৰি উঠে। দক্ষিণ ভাৰতলৈ তৈইমুৰ যোৱা নাছিল। উত্তৰ ভাৰতৰো বহুত ঠাই তৈইমুৰৰ গৰাহত পৰা

নাছিল। পুব, পশ্চিম আৰু মধ্যভাৰত তা ৰক্ষা পৰে। দিল্লী আৰু মীৰাটৰ ওচৰত এটুকুৰা ঠাইৰ বাহিৰে আজিকালিৰ যুক্তপ্ৰদেশো তৈইমুৰৰ হাতৰপৰা সাৰি যায়। দিল্লীৰ পিচতে পঞ্জাব প্ৰদেশতে তৈইমুৰে বেছি উৎপাত কৰে। তাতো তৈইমুৰ যোৱা ঘাই ৰাস্তাটোৰ ওচৰৰ ঠাইবিলাকহে বেছি হানি হয়। পঞ্জাবৰ বেছিভাগ মানুহেই নিজৰ নিজৰ কাম বিনা বাধাই চলাই আছিল। আধুনিক যুদ্ধৰ লগত তাহানিৰ যুদ্ধৰ পাৰ্থক্য ইয়াৰপৰা কিছু বুজিব পাৰি। তেতিয়াৰ যুদ্ধ আছিল ধুমুহা, আগ্নেয়গিৰি বা বান পানীৰ দৰে। যি ঠাইত এই উৎপাতে দেখা দিয়ে, তাৰ বাহিৰে আন ঠাইত নিৰ্বিবাদে সংসাৰ চলি থাকে। আধুনিক যুদ্ধৰ মূল প্ৰশ্ন হৈছে অৰ্থনৈতিক। গোটেই পৃথিবীকে ৰাজনৈতিক আৰু সামাজিক শৃঙ্খলাই জোকাৰি দিয়ে। আজিকালিৰ যুদ্ধই জটিল অৰ্থনৈতিক সমস্যা আৰু জটিল কৰি তোলে। দূৰ-দূৰান্তৰৰ সৰু এখন গাৱঁো এই সমস্যাৰপৰা ৰক্ষা নেপায়।

কিছুদিন পিচতে মোগলসকলৰ এটা ঠালে আহি ভাৰতত সাম্ৰাজ্য স্থাপন কৰে। এওঁলোকৰ ঠালটোৰ বাহিৰে মোগল শক্তি একেবাৰে পৰি গ'ল। ছেঙ্গিচৰ মোগল সাম্ৰাজ্য ভাগি ছিগি গ'ল আৰু মোগল-সকল পূৰ্বৰ দৰে সৰু সৰু দলপতিৰ তলত বিভক্ত হৈ পৰিল।

## ভাৰতত মোগল সাম্ৰাজ্য

ষোড়শ শতিকাৰ আগভাগত, বাবৰে ভাৰতত মোগল সাম্ৰাজ্য স্থাপন কৰে। তেওঁ তৈইমুৰৰ আৰু সেইসূত্ৰে ছেঙ্গিচৰ বংশৰ। ১১ বছৰ বয়সতে বাবৰৰ পিতাক ঢুকায় আৰু তেওঁ সমৰকণ্ডৰ সিংহাসনত বহে। সেই দিনত সিংহাসন ৰক্ষা কৰা সহজ নাছিল। তেওঁক চাৰিওফালে শত্ৰুৱে ঘেৰি আছিল। এবাৰ তেওঁ সিংহাসন হেৰুৱায়। এমুঠি সেনা লগত লৈ তেওঁ হিন্দুকুশ পৰ্বতৰ ওপৰেদি আফগানিস্তানলৈ পলাই যাব লগা হৈছিল। তাত তেওঁৰ দল বাঢ়ে আৰু তেওঁ কাবুল জয় কৰে। বাবৰৰ উচ্চাকাঙ্ক্ষা বাঢ়িল। তেওঁ সৈন্য সংগ্ৰহ কৰিলে, বন্দুক গোটালে। ১০৭ বছৰৰ পূৰ্বে পঞ্জাবখন তৈইমুৰে জয় কৰিছিল। উত্তৰাধিকাৰী হিচাপে বাবৰে পঞ্জাব দাবী কৰিলে। সিন্ধুনদী পাৰ হৈ বাবৰ ভাৰতবৰ্ষ সোমাল।

## বাবৰ

সেই দিনৰ ভাৰতত সংহতিৰ একান্ত অভাৱ ঘটিছিল। দলাদলিৰ ভাব প্ৰৱল হৈ উঠিছিল। কোনো শক্তিবন্তলোকে প্ৰতিদ্বন্দ্বী ৰজাসকলক দমাই, দেশত শান্তি আৰু শৃঙ্খলা স্থাপন কৰিলে, যেন সাদৰীহে ল'ব, এনে ভাব জনসাধাৰণৰ মাজত দেখা দিছিল। বহুতো ভাগ্য বিপৰ্যয়ৰ পিচত, ১৫২৫ খ্ৰীষ্টাব্দত দিল্লীৰ চুলতানৰ সেনাৰ লগত পানীপথত বাবৰৰ ভেটাভেটি হয়। পানীপথ দিল্লীৰপৰা দহ মাইল দূৰৈত। বাবৰৰ সৈন্য সংখ্যা নিচেই কম আছিল। তেওঁৰ সৈন্য আছিল ২৫,০০০ জন। আনপক্ষে বাবৰে লিখা টোকা মতে, চুলতানৰ তাৰ চাৰিগুণ সেনা আৰু হাজাৰো হাতী আছিল। বাবৰৰ সেনাৰ হাতত অৱশ্যে বন্দুক আছিল। তাকৰীয়া হ'লেও যুদ্ধ-বিদ্যাত সুশিক্ষিত সেনা আৰু উন্নত অস্ত্ৰৰ সহায়ত, বাবৰ যুদ্ধত জিকিল আৰু তেওঁ হিন্দুস্তান বা ভাৰতৰ সম্ৰাট উপাধি ল'লে। দিল্লীৰ সিংহাসন দুৰ্বল আফগান চুলতানৰ হাতৰপৰা মোগলসকলৰ হাতলৈ গ'ল। ১৫২৬ খ্ৰীষ্টাব্দৰপৰা ১৭০৭ খ্ৰীষ্টাব্দলৈকে মাজত কিছুদিন বাদ দি ১৮১ বছৰ ভাৰতত মোগল ৰাজত্ব চলে। মোগল যুগ ভাৰতৰ ইতিহাসত লেখত ল'বলগীয়া। এই বংশৰ ৬ জন ডাঙৰ ৰজাই ৰাজত্ব কৰিছিল। তেওঁলোকৰ যশ আৰু গৌৰৱ এচিয়া আৰু য়ুৰোপত ফাটি-ফুটি গৈছিল। বাবৰ (১৫২৬-১৫৩০), হুমায়ুন (১৫৩০-১৫৫৬), আকবৰ (১৫৫৬-১৬০৫), জাহাঙ্গীৰ (১৬০৫-১৬২৭), ছাহজাহান (১৬২৮-১৬৫৮) আৰু আউৰংজেব (১৬৫৮-১৭০৭)। এই ছজনেই মোগল বংশৰ প্ৰধান সম্ৰাট। ওবেল্‌চে লিখিছে "অশোকৰ পিচতে, আকবৰ ভাৰতৰ এজন সৰ্বশ্ৰেষ্ঠ ৰজা। মহৎ লোকৰ শাৰীলৈ উঠিব পৰা ৰজাৰ সংখ্যা নিচেই কম। আকবৰ তাৰে ভিতৰত এজন। চাৰ্লেমেন আৰু কনষ্টেণ্টাইনৰ দৰে আকবৰৰ শাসনো মনোযোগেৰে চোৱা উচিত। ভাৰতত তেওঁৰ সংগঠনমূলক কামৰ বহুতো আৰ্হি আজিও আছে। আকবৰৰ মন মুকলি আছিল। প্ৰকৃত ৰাজনৈতিকৰ দৰে ভাৰতবৰ্ষখন তেওঁ সংগঠিত কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ সাম্ৰাজ্য তেওঁ মুছলমান, মোগল বা হিন্দু, ৰাজপুত, আৰ্য, দ্ৰাবিড়ী আদি কোনো নামৰে পৰিচয় দিব খোজা নাছিল। তেওঁৰ চেষ্টা আছিল ভাৰতখন ভাৰতীয় মানুহৰ সাম্ৰাজ্য কৰি গঢ়ি তুলিবলৈ। হিন্দু আৰু মুছলমান আদি বিভিন্ন ধৰ্মৰ ভিতৰত তেওঁ সমন্বয় সাধন কৰিবলৈ চেষ্টা কৰিছিল।"

ছেঙ্গিচ আৰু তৈইমুৰৰ উত্তৰাধিকাৰী বাবৰৰ গাত তেওঁলোকৰ

সামৰিক প্ৰতিভা আছিল। কিন্তু ছেঙ্গিচৰ পিচত মোগলসকল বহুত পৰিমাণে সভ্য হয়। বাবৰ এজন মাৰ্জিত আৰু সুশিক্ষিত পুৰুষ আছিল। ধৰ্মবিষয়ে তেওঁৰ কোনো সঙ্কীৰ্ণতা নাছিল। পূৰ্বপুৰুষৰ দৰে তেওঁ ধ্বংস নকৰিছিল। শিল্প আৰু সাহিত্যৰ প্ৰতি তেওঁৰ ৰাপ আছিল। তেওঁ নিজে পাৰস্য ভাষাত কবিতা লিখিছিল। ফুল আৰু ফুলনি তেওঁ বৰ ভাল পাইছিল। বাবৰে তেওঁৰ আত্মকথা লিখি গৈছে। ভাৰতৰ জীৱ-জন্তু, গছ-গছনি, ফল-মূল, আনকি ভেকুলীৰ কথা লিখিবলৈও তেওঁ পাহৰা নাই। ভাৰতৰ আফগান ৰজা আৰু ভাৰতীয় মানুহৰহে তেওঁ কোনো ভালগুণ দেখা নাছিল। ভাৰত সম্বন্ধে তেওঁ লিখিছে, "এইখন এখন অতি সুন্দৰ দেশ। আমাৰ দেশৰ তুলনাত, ই এখন বেলেগ পৃথিবী। ইয়াৰ নদ-নদী, পৰ্বত, গছ-গছনি আৰু অধিবাসী সকলো বেলেগ।" ভাৰতৰ মানুহৰ বিষয়ে তেওঁ লিখিছে, "মানুহ বিলাক সুন্দৰ নহয়। মনখুলি ভালকৈ কথা কোৱা আৰু বন্ধুভাৱে সমাজত মিলামিচাৰ ধাৰণা তেওঁলোকৰ নাই। তেওঁলোকৰ কোনো প্ৰতিভা নাই। নগৰীয়া মানুহৰ প্ৰতি তেওঁলোকৰ ভাল ভাৱ নাই। ভাল ব্যৱহাৰ তেওঁলোকে নাজানে। যন্ত্ৰ আবিষ্কাৰ কৰিব নোৱাৰে। শিল্প-কলা সম্পৰ্কে তেওঁলোকৰ কোনো জ্ঞান নাই। ভাল ঘোঁৰা, মাংস, আঙুৰ, বৰফ, ঠাণ্ডা পানী, গা-ধোৱাঘৰ, কলেজ ইয়াত নাই।"

ভাৰতৰ গৰমে বাবৰক অতিষ্ঠ কৰি তুলিছিল। মধ্য এচিয়াৰ ঘৰলৈ তেওঁৰ বৰকৈ মনত পৰিছিল। সেইহে বোধহয়, ভাৰতত সকলো তেওঁ বেযাকৈই দেখিছিল। বাবৰ দক্ষিণ ভাৰতলৈ যোৱাই নাছিল। উত্তৰ ভাৰতৰো ভাল ভাল মানুহৰ সংস্পৰ্শলৈ তেওঁ আহিব পৰা নাছিল। বিজেতা বাবৰৰপৰা তেওঁলোক আঁতৰত থকা সম্ভৱ। চাৰি বছৰতকৈযো কমহে তেওঁ ভাৰতত আছিল। ইয়াৰো বেছিভাগ গৈছিল যুদ্ধত। এনে কম সময়ৰ ভিতৰত ভাৰতবৰ্ষ তেওঁ চিনা সম্ভৱ নাছিল। তেওঁৰ কথাত বিজেতা হিচাপে বিজিত দেশক অৱজ্ঞা কৰাৰ ভাৱহে ফুটি ওলাইছে।

বাবৰে আকৌ লিখিছে, "ভাৰতৰ যাই গুণ হৈছে যে ই এখন ডাঙৰ দেশ আৰু ইয়াত যথেষ্ট সোণ-ৰূপ পোৱা যায়। ভাৰতৰ আন এটা সুবিধা এয়ে যে প্ৰতিটো কাম বা ব্যৱসায়ৰ কাৰণে অসংখ্য বনুৱা পোৱা যায়। কত যুগ ধৰি বাপেকৰপৰা পুতেকে একেটা বিদ্যাকে শিকি আহিছে। প্ৰতিটো কামৰ কাৰণে এনে এটা দল সদায় সাজু আছে।"

বিপদত বাবৰৰ অসাধাৰণ ধৈৰ্য আছিল। এবাৰ তেওঁৰ ডাঙৰ বিপদে দেখা দিছিল। তেওঁৰ সেনাপতিসকলে বাবৰক পিচ হুঁহকি যাবলৈ পৰামৰ্শ দিছিল। পিচ হোঁহকাতকৈ বাবৰে মৃত্যু বৰণ কৰিবলৈ সাজু হ'ল। তেওঁ মদ ভাল পাইছিল। জীবনৰ এই সঙ্কট মুহূৰ্তত, তেওঁ মদ এৰি দিলে। তেওঁ সঙ্কটৰপৰা উদ্ধাৰ পালে যদিও মদ নেখাবলৈ কৰা প্ৰতিজ্ঞা গোটেইটো জীৱন ৰক্ষা কৰে।

আগ্ৰাত তেওঁ সুন্দৰ ৰাজধানী পাতে। কনষ্টান্টিনেপোলৰপৰা তেওঁ কাৰিকৰ অনাইছিল। সেই দিনত চুলেমানে কনষ্টান্টিনেপোলত নতুন অট্টালিকা সজাইছিল। চিনান্ নামে এজন বিখ্যাত অটমান কাৰিকৰ আছিল। তেওঁৰ প্ৰিয় শিষ্য ইউচুফক তেওঁ ভাৰতলৈ পঠিয়ায়।

উনপঞ্চাশ বছৰ বয়সত ১৫৩০ খ্ৰীষ্টাব্দত বাবৰৰ পৰলোক হয়। তেওঁৰ মৰাশ কাবুললৈ নি, তেওঁ ভালপোৱা ফুলনিত কবৰ দিয়া হয়। বাবৰে তেওঁৰ জন্মভূমিৰ কথা বৰকৈ সুঁৱৰিছিল। কিন্তু পিচৰ মোগলসকলে ভাৰতকে পিতৃভূমি বুলি গ্ৰহণ কৰিছিল। মধ্য এচিয়াৰ লগত তেওঁলোকৰ সম্পৰ্ক নোহোৱা হ'ল।

সামৰিক প্ৰতিভাৰ গুণত বাবৰে উত্তৰ ভাৰতৰ বেছি অংশ জয় কৰিলে। দিল্লীৰ আফগান চুলতানক পৰাস্ত কৰাৰ উপৰিও তেওঁ ৰাজপুত দলবিলাককো পৰাস্ত কৰে। ৰাজপুত দলবিলাকে চিতোৰৰ ৰাণাসঙ্গৰ নেতৃত্বত বৰ সাহেৰে যুঁজ দিছিল। বাবৰ ঢুকুৱাৰ পিচত তেওঁৰ পুতেক হুমায়ুন দিল্লীৰ সিংহাসনত বহিল। হুমায়ুন এজন শিক্ষিত লোক আছিল। বাবৰৰ দৰে সামৰিক বিদ্যাত তেওঁ পটু নাছিল। তেওঁৰ সাম্ৰাজ্যত নানা গণ্ডগোলে দেখা দিলে। অৱশেষত বাবৰ ঢুকুৱাৰ দহ বছৰৰ পিচত ১৫৪০ খ্ৰীষ্টাব্দত ছেৰছাহ নামে বিহাৰৰ এজন আফ্‌গান দলপতিয়ে হুমায়ুনক ভাৰতৰপৰা উলিয়াই দিলে। ভাৰতৰ দ্বিতীয় মোগল সম্ৰাটে তেতিয়া পলাই পলাই নানা অভাব-অনাটন আৰু কষ্টৰ মাজেদি ঘূৰি ফুৰিবলগা হ'ল। এনেকৈ ঘূৰি ফুৰোতেই ৰাজপুতনাৰ মৰুভূমিত, ১৫৪২ খ্ৰীষ্টাব্দত হুমায়ুনৰ পুতেক আকবৰৰ জন্ম হয়।

হুমায়ুন পাৰস্যলৈ পলাই গ'ল। পাৰস্যৰ ছাহে তেওঁক আশ্ৰয় দিলে। হুমায়ুন পলাই যোৱাত ছেৰছাহ দিল্লীৰ সিংহাসনত বহিল। পাচবছৰ তেওঁ উত্তৰ ভাৰতত ৰাজত্ব কৰিছিল। এই কেইবছৰৰ ভিতৰতে ছেৰছাহে দেখুৱালে যে কঠোৰ হ'লেও ভাৰতৰ সকলো

আফগান ৰজাতকৈ তেওঁ দক্ষ আৰু ভাল। যুদ্ধ লাগি আছিল যদিও তাৰ মাজতে দেশৰ শাসন-প্ৰণালী শৃঙ্খলাবদ্ধ কৰাত তেওঁ মন দিছিল। খেতিয়কৰপৰা মাটিৰ খাজনা তোলাৰ এটা নতুন আৰু ভাল প্ৰণালী তেওঁ আৰম্ভ কৰিছিল। স্বেচ্ছাচাৰী ৰজা যদি দক্ষ হয় তেন্তে তেৱেঁই হয় তেওঁৰ চৰকাৰৰ সৰ্বেসৰ্বা। ছেৰছাহো তেওঁৰ চৰকাৰৰ সৰ্বেসৰ্বা আছিল। তেওঁ ঢুকুৱাৰ পিচতেই স্বাভাৱিকতে সেই চৰকাৰ ভাগি পৰিল।

এই বিশৃঙ্খলতাৰ সুযোগ লৈ হুমায়ুনে এটা সেনাদল লৈ ১৫৫৬ খ্ৰীষ্টাব্দত পাৰস্যৰপৰা ভাৰতলৈ ঘূৰিল। যুদ্ধত হুমায়ুন জিকিল আৰু ১৫ বছৰৰ পিচত পুনৰ দিল্লীৰ সিংহাসনত বহিল। হুমাহুৰ পিচত, খটখটীৰপৰা পিছলি পৰি তেওঁৰ মৃত্যু হ'ল। আকবৰ সিংহাসনত বহিল। তেওঁৰ বয়স তেতিয়া ১৩ বছৰ মাথোন হৈছিল। অভিভাৱক হিচাপে বৈৰামখানে শাসন-কাৰ্য চলাইছিল। কিন্তু ৪ বছৰৰ ভিতৰতে আকবৰে বৈৰামৰ অভিভাৱকত্ব ভাল নোপোৱা হ'ল। তেওঁ শাসনভাৰ নিজৰ হাতত তুলি ল'লে।

## আকবৰ

১৫৫৬ খ্ৰীষ্টাব্দৰপৰা ১৬০৫ খ্ৰীষ্টাব্দলৈকে প্ৰায় ৫০ বছৰ আকবৰে ভাৰত শাসন কৰে। আকবৰো স্বেচ্ছাচাৰী সম্ৰাট আছিল। ৰজাৰ ক্ষমতা নিযন্ত্ৰণ কৰা সম্পৰ্কে সেই দিনৰ ভাৰতৰ মানুহে নেভাবিছিল। স্বেচ্ছাচাৰী হ'লেও আকবৰ জ্ঞানী আছিল। ভাৰতৰ মানুহৰ ভালৰ কাৰণে তেওঁ চেষ্টা কৰিছিল। মোগলসকল এতিয়াও ভাৰতত বিদেশী থকাদি আছিল। মোগলসকল ভাৰতৰ আৰু ভাৰতীয়—আকবৰে এনে মনোভাৱ সৃষ্টি কৰিছিল। পণ্ডিত নেহৰুৱে লিখিছে, "এক প্ৰকাৰে আকবৰক ভাৰতীয় জাতীয়তাৰ প্ৰতিষ্ঠাতা বুলিব পাৰি। যেতিয়া মানুহে জাতীয়তাৰ কথা নাজানিছিল আৰু ধৰ্মই যেতিয়া মানুহক ভাগ ভাগ কৰি ৰাখিছিল সেই সময়ত আকবৰে বিভিন্ন ধৰ্মৰ দাবী তল পেলাই ভাৰতৰ জাতীয় আদৰ্শক আগ ঠাই দিছিল।" আকবৰে জানিছিল যে স্থায়ীভাৱে এটা ভাল চৰকাৰ স্থাপন কৰিব লাগিলে, হিন্দু, মুছলমান এই দুয়োটা সংস্কৃতিৰ সমন্বয়ৰ প্ৰয়োজন।

## ৰামানন্দ, কবিৰ আৰু গুৰুনানক

ইচলাম অহাৰ পিচত ভাৰতৰ সমন্বযৰ শক্তিযে তলে তলে কাম কৰিছিল। ৰামানন্দ, কবিৰ আৰু গুৰুনানক আদি ধৰ্ম সংস্কাৰক-সকলে হিন্দু আৰু মুছলমান ধৰ্মৰ উমৈহতীযা সূত্ৰবিলাকৰ ওপৰত জোৰ দিছিল। কবিৰ ১৫ শতিকাৰ মানুহ। তেওঁ মূৰ্তি পূজা আৰু জাতি বিভাগৰ বিৰোধী আছিল। তেওঁৰ শিষ্যৰ ভিতৰত হিন্দু আছিল, মুছলমানো আছিল। কবিৰ হিন্দু প্ৰচাৰক ৰামানন্দৰ শিষ্য। হিন্দু আৰু মুছলমান ধৰ্মই পৰস্পৰৰ ওপৰত প্ৰভাৱ কৰিছিল আৰু আকবৰে ইয়াৰ পৃষ্ঠপোষকতা কৰিছিল। আকবৰ এজন দক্ষ সেনাপতি আছিল। যুদ্ধৰ প্ৰতি তেওঁৰ বিতৃষ্ণা নাছিল, কিন্তু তেওঁ জানিছিল যে তৰোৱালতকৈ মৰমৰ আধিপত্য বেছি দিন টিকে। সেই কাৰণে তেওঁ হিন্দু ডাঙৰীযা শ্ৰেণী আৰু ৰাইজৰ আস্থাভাজন হ'বলৈ চেষ্টা কৰিছিল। অমুছলমানৰ ওপৰত জিজিযাকৰ তেওঁ তুলি দিছিল। ৰাজপুত পৰিয়ালৰ এগৰাকী কুঁৱৰী তেওঁ বিযা কৰায। পুতেকলৈকো ৰাজপুত কুঁৱৰী বিযা কৰায়। ৰাজপুতসকলক তেওঁ ডাঙৰ বিষযবাব দিছিল। তেওঁৰ কেবাজনো শাসন-কৰ্তা আৰু সেনাপতি হিন্দু আছিল। ৰজা মানসিংহক সাময়িকভাবে তেওঁ কাবুলৰ শাসন-কৰ্তা কৰিও পঠিয়াইছিল। হিন্দুসকলৰ শুভ ইচ্ছা তেওঁ লাভ কৰিছিল।

## ৰাণা প্ৰতাপ

মেৱাৰৰ ৰাণা প্ৰতাপসিংহৰ বাহিৰে আন সকলো ৰাজপুতেই আকবৰৰ আধিপত্য স্বীকাৰ কৰিছিল। যুদ্ধত হাৰি ৰাণা প্ৰতাপে হাবিয়ে-বননিয়ে ঘূৰি ফুৰিছিল। গোটেই জীৱন আকবৰৰ লগত তেওঁ যুদ্ধ কৰিছিল। জীৱনৰ শেহৰ পিনে তেওঁ কিছু কৃতকাৰ্যতাও লাভ কৰে। ৰাণা প্ৰতাপৰ নাম ৰাজপুতানাৰ ঘৰে ঘৰে। স্বাধীনতাৰ কাৰণে আত্মত্যাগৰ দৃষ্টান্ত হিচাপে তেওঁৰ নাম জিলিকি আছে। চিতোৰ উদ্ধাৰ নকৰালৈকে, ৰাণাপ্ৰতাপে সোণৰ কাঁহীত নেখাইছিল আৰু মাটিত শুবলৈ প্ৰতিজ্ঞা কৰিছিল। সেই প্ৰতিজ্ঞা তেওঁ ৰাখিছিল। ৰাণা প্ৰতাপৰ আগেয়ে আকবৰৰ সেনাই চিতোৰ অৱৰোধ কৰে। জয়মলে সাহেৰে চিতোৰ ৰক্ষা কৰিছিল। তেও টুকুৰাত

ৰাজপুতসকলে জহৰ প্ৰথামতে প্ৰাণ দিয়ে আৰু চিতোৰ মোগলৰ হাতলৈ যায়।

চাৰ্লেমেন আৰু টাইচুঙৰ দৰে আকবৰে বিভিন্ন ধৰ্মৰ কথা আলোচনা কৰিছিল। জেছুইট মিছনেৰীসকলে আকবৰক খ্ৰীষ্টধৰ্মত দীক্ষিত কৰাবলৈ চেষ্টা কৰিছিল। সকলোৰে কথা শুনিলেও আকবৰে কাৰো ধৰ্ম নলৈছিল, কিন্তু মুছলমান আচাৰ দুই-এটা তেওঁ পালন নকৰিছিল। ইযাতে মুছলমান ডাঙৰীয়াসকলৰ মাজত আকবৰ কিছু অপ্ৰিয় হৈ উঠিছিল। তেওঁৰ বিৰুদ্ধে মুছলমান ডাঙৰীয়াসকলে কেবাবাৰো বিদ্ৰোহো কৰিছিল।

আকবৰ উচ্চাভিলাষী আছিল। জীবনৰ শেহলৈকে তেওঁ তেওঁৰ সাম্ৰাজ্য বিস্তাৰ কৰিছিল। গুজৰাট, বঙ্গদেশ, উৰিষ্যা, কাশ্মীৰ আৰু সিন্ধু তেওঁৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হয়। মধ্য আৰু দক্ষিণ ভাৰতৰ-পৰাও তেওঁ কৰ লৈছিল। মধ্যপ্ৰদেশৰ ৰাণী দুৰ্গাবতীক তেওঁ পৰাস্ত কৰিছিল। ৰাণী দুৰ্গাবতীয়ে আকবৰৰ একো অনিষ্ট কৰা নাছিল। সাম্ৰাজ্য বিস্তাৰৰ লোভত আকবৰে এইগৰাকী ৰাণীক আক্ৰমণ কৰিছিল। দক্ষিণ ভাৰতত আহমদনগৰৰ চাঁদবিবিৰ লগতো আকবৰে যুদ্ধ কৰে। এইগৰাকী নাৰীয়ে এনে দক্ষতাৰে সৈতে যুদ্ধ কৰিছিল যে মোগল সেনা মোহিত হৈ পৰিছিল। তেওঁৰ লগত আকবৰে ভাল চৰ্তত সন্ধি কৰে। পিচত নিজৰ কোনো অসন্তুষ্ট সেনাইহে এইগৰাকী তিৰোতাক বধ কৰে।

আকবৰ এজন ব্যক্তিত্বসম্পন্ন লোক আছিল। আনগুণৰ উপৰিও ডাঙৰ মানুহৰ গাত, আন মানুহক ওচৰলৈ টানিব পৰা চুম্বকৰ দৰে গুণ থাকে। জেছুইটসকলে আকবৰ বৰ্ণনা কৰি লিখি গৈছে, "বেলিৰ পোহৰত সাগৰৰ পানী জিলিকাদি তেওঁৰ চকুযোৰ জ্বলি থাকে।" আকবৰৰ সভাত বহুতো বিজ্ঞ আৰু প্ৰতিভাশালী লোক গোট খাইছিল। তাৰ ভিতৰত প্ৰধান হৈছে ফৈজী আৰু আবুলফজল এই দুজন ভাই-ককাই, বীৰবল, টোডৰমল আৰু মানসিংহ। ফৈজী হিন্দী সাহিত্যত পণ্ডিত আছিল। তেওঁৰ সহায়ত আকবৰে বিখ্যাত সংস্কৃত কিতাপবিলাক ফাৰ্চীভাষালৈ অনুবাদ কৰাইছিল। ফজল এজন ৰাজনীতিজ্ঞ পুৰুষ আছিল। ডাঃ এমিল চচ্‌মিটে লিখিছে, "আকবৰৰ আভ্যন্তৰীন শৃঙ্খলাৰ কাৰণে ফজলৰ গুণেই বেছিকৈ ল'বলগীয়া। টোডৰমল আকবৰৰ অৰ্থসচিব আছিল। সেই দিনত জমিদাৰী প্ৰথা নাছিল। ৰাষ্ট্ৰই গাইগুটীয়া খেতিয়কৰ লগত মাটি বন্দৱস্ত কৰিছিল।

আধুনিক জমিদাৰী প্ৰথা বৃটিছৰ দিনতহে সৃষ্টি হয়। টোডৰমলে মাটি বন্দবস্তৰ প্ৰণালী সংস্কাৰ কৰে। জয়পুৰৰ ৰজা মানসিংহ আকবৰৰ সৰ্বশ্ৰেষ্ঠ সেনাপতি আছিল। বিখ্যাত গায়ক তানসেনে আকবৰৰ ৰাজসভাৰ শোভা বৰ্দ্ধন কৰিছিল।

আকবৰ কামিলা আৰু শক্তিশালী মানুহ আছিল। শাৰীৰিক ব্যায়াম কৰাত তেওঁ বৰ স্ফুৰ্তি পাইছিল। হাতী আদিৰ বিপদজনক চিকাৰ কৰাত তেওঁৰ বৰ ৰাপ আছিল। যুদ্ধত তেওঁ অসীম সাহৰ পৰিচয় দিছিল। যুদ্ধৰ বিপদসঙ্কুল অবস্থাত তেওঁ নিজে সেনা পৰিচালনা কৰিছিল। এবাৰ গুজৰাটত বিদ্ৰোহ হয়। আকবৰে সেই বিদ্ৰোহ দমাবলৈ কিছু সেনা লৈ ৰাজপুতানাৰ মৰুভূমিৰ ওপৰেদি আগ্ৰাৰপৰা আহমদাবাদলৈ ৪৫০ মাইল ৯ দিনত অতিক্ৰম কৰে। ৰেল-মটৰ নোহোৱা সেই দিনত এনে এটা অভিযানৰপৰা আকবৰৰ শাৰীৰিক শক্তিৰ পৰিচয় পোৱা যায়।

যুদ্ধত জিকিলেও আকবৰে কেতিয়াও নিষ্ঠুৰ ব্যবহাৰ নকৰিছিল। জেছুইটসকলে লিখিছে, "আকবৰ সুবিবেচক, মৰমিয়াল আৰু উদাৰ প্ৰকৃতিৰ লোক আছিল। বিভিন্ন বিষয়ে জানিবলৈ তেওঁৰ আগ্ৰহ আছিল। যিসকলে ব্যক্তিগতভাবে তেওঁৰ বিৰুদ্ধে গৈছিল, তেওঁলোকবো তেওঁ ক্ষমা কৰিছিল। তেওঁ প্ৰায়ে ধৈৰ্য নেহেৰুৱাইছিল। কেতিয়াবা খং উঠিলে উগ্ৰমূৰ্তি ধাৰণ কৰিছিল। কিন্তু খং বেছিপৰ নেথাকিছিল।"

আৰম্ভণিতে আকবৰৰ ৰাজধানী আছিল আগ্ৰাত। তাত তেওঁ দুৰ্গ সাজে। আগ্ৰাৰপৰা ১৫ মাইল দূৰত ফতেহপুৰচিকৰীত তেওঁ এখন নতুন নগৰো পাতিছিল। 'সেইখ চেলিম চিচটি' নামে এজন ঋষি-তুল্য মানুহ তাত আছিল কাৰণেই আকবৰে সেই ঠাই টুকুৰা বাচি লয়। সেই দিনৰ ইংৰাজ পৰিব্ৰাজকৰ মতে এই নগৰখন লণ্ডনতকৈ বহুত ডাঙৰ আছিল। ১৫ বছৰ ফতেহপুৰ আকবৰ সাম্ৰাজ্যৰ ৰাজধানী আছিল। পিচত আকবৰে লাহোৰত তেওঁৰ ৰাজধানী পাতে।

আকবৰৰ সভাত বিভিন্ন ধৰ্মৰ প্ৰচাৰকসকল গোট খাইছিল। প্ৰত্যেকেই আকবৰক নিজৰ নিজৰ ধৰ্মত দীক্ষিত কৰিবলৈ আশা কৰিছিল। বছৰৰ পিচত বছৰ ধৰি বিভিন্ন ধৰ্মৰ প্ৰচাৰকৰ তৰ্ক-আলোচনাবিলাক তেওঁ ধৈৰ্যধৰি শুনিছিল। অৱশেষত আকবৰক নিজৰ নিজৰ ধৰ্মলৈ নিয়াৰ আশা তেওঁলোকে এৰি দিলে। আকবৰে কৈছিল, "জেণ্টাইল, চাৰাচেন আৰু খ্ৰীষ্টানসকলে নিজৰ নিজৰ ধৰ্ম

সঁচা বুলি কয়। তেন্তে আমি কাৰ মত ল'ম ?" জেচুইটসকলে আকবৰৰ আগত কৰা আলোচনাৰ বৰ্ণনাত এই কথা আছে। জেণ্টাইল মানে তেওঁলোকে হিন্দুসকল, আৰু চাৰা'চন্‌ মানে মুছলমানসকলক বুজাইছে। আকবৰৰ বিশ্বাস হৈছিল যে প্ৰতিটো ধৰ্মতে সত্য আছে আৰু সেই কাৰণে সকলো ধৰ্মৰ প্ৰতি সহিষ্ণুতাই তেওঁৰ নীতি বুলি তেওঁ ঘোষণা কৰিছিল। য়ুৰোপত সেই সময়ত গীৰ্জাৰ মতবাদৰপৰা চুলি এডালো লৰচৰ হ'লেই ভীষণ নিৰ্যাতন কৰা হৈছিল। ধৰ্ম সম্পৰ্কে সেই দিনৰ য়ুৰোপ পৰম অসহিষ্ণু আছিল। একে খ্ৰীষ্ট ধৰ্মৰে বিভিন্ন শাখাই পৰস্পৰক সহ্য কৰাটো পাপৰ কথা বুলি ভাবিছিল।

জেচুইট্‌ মিছনেৰীসকলে আকবৰৰ মনোভাবত বিৰক্ত হৈ লিখিছিল, "নাস্তিকসকলে যুক্তিতকৈ বিশ্বাস বা ভক্তিক আগঠাই দিব নোখোজে আৰু তেওঁৰ দুৰ্বল মনে যিটো কথাৰ সম্ভেদ নেপায তাক সঁচা বুলি গ্ৰহণ নকৰে। নিজৰ বিচাৰ-বুদ্ধিৰ ওপৰতহে তেওঁলোকে নিৰ্ভৰ কৰে। আকবৰৰ গাত নাস্তিকৰ এই দোষবিলাক আমি দেখিবলৈ পাওঁ।" এই উক্তিৰ ওপৰত মন্তব্য কৰি পণ্ডিত নেহৰুৱে লিখিছে, "নাস্তিকৰ যদি এযে সূত্ৰ হয, তেনেহ'লে তেনে নাস্তিকৰ সংখ্যা যিমানেই বেছি হয সিমানেই মঙ্গলজনক।"

আকবৰ নিৰক্ষৰ আছিল যদিও জ্ঞানীলোক আছিল। তেওঁ নানা বিষযে পণ্ডিতলোকৰপৰা শিক্ষা গ্ৰহণ কৰিছিল।

আকবৰৰ গুণ বৰ্ণনা কৰি পৰ্টুগীজ মিছনেৰীসকলে লিখিছে, "তেওঁ ৰাষ্ট্ৰৰ কামত গভীৰভাবে নিমগ্ন আছে আৰু তাৰ পিচতে দেখিবা তেওঁ উট ৰখিছে, শিল বা কাঠ কাটিছে বা লোহা পিটিছে। এইবিলাক কামো তেওঁ এনে মনোযোগ দি কৰে যেন সেইবিলাক তেওঁৰ জীবিকা উপাৰ্জনৰ উপাযহে।" প্ৰতাপী সম্ৰাট আকবৰে শাৰীৰিক কাম নিঘিণাইছিল। জেচুইট্‌সকলে আৰু লিখিছে, "তেওঁ বছৰত ৩।৪ মাহহে মঙহ খাইছিল। ৰাতি ৩ ঘণ্টামানহে শুবলৈ তেওঁ সময় কৰিব পাৰিছিল। তেওঁৰ স্মৰণ-শক্তি অসাধাৰণ আছিল। তেওঁৰ বহুত হাজাৰ হাতী আছিল। সেই সকলোৰে নাম তেওঁ মনত ৰাখিছিল। জ্ঞানৰ কাৰণে তেওঁৰ হেঁপাহ ইমান আছিল যে ভোকাতুৰ মানুহে এগৰাতে গোটেই কাঁহী ভাত খাব খোজাৰ দৰে তেওঁ তৎক্ষণাৎ সকলো শিকিব খুজিছিল।"

ডাঙৰেই হওক বা সৰুৱেই হওক মানুহ নিজৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ আৰু তেওঁৰ যুগৰ ধাৰণাৰ মেৰঘৰৰ ভিতৰত আবদ্ধ হৈ

থাকে। আকবৰতো এই কথা খাটে। য়ুৰোপে হাজাৰ বছৰ ধৰি কষ্টেৰে যি শিক্ষা লাভ কৰিছিল, সেই বিষয়ে তেওঁ একো নেজানিছিল। সৰ্বসাধাৰণক ৰাজনৈতিক ক্ষমতা দিয়াৰ প্ৰশ্ন তেওঁৰ মনত খেলোৱা নাছিল। বিজ্ঞানৰ কথাও তেওঁ নেজানিছিল। য়ুৰোপত এই ভাৱবিলাক তেতিয়া দেখা দিছিল। ভাৰতলৈ কোনেও এইবিলাক আমদানি কৰা নাছিল। ছপাখানাৰ কথাও ভাৰতে নেজানিছিল। কাজেই শিক্ষা এটা দলৰ ভিতৰত সীমাবদ্ধ আছিল। নতুন ধৰণে শিক্ষা প্ৰচাৰৰ কথা আকবৰে নেজানিছিল। ৬৪ বছৰ বয়সত ১৬০৫ খ্ৰীষ্টাব্দত আকবৰৰ মৃত্যু হয়।

## কবি তুলসী দাস

আকবৰৰ দিনত এজন মানুহৰ আবিৰ্ভাব হৈছিল, যাৰ নাম উত্তৰ ভাৰতৰ বহুত ঠাইত আজিও ঘৰে ঘৰে। এবেই হৈছে অমৰ কবি তুলসী দাস। এওঁ হিন্দী ভাষাত ৰামায়ণ মহাকাব্য লিখে। হিন্দী সাহিত্যত ই এখন শ্ৰেষ্ঠ গ্ৰন্থ। সাহিত্যৰ ফালৰপৰা ইয়াৰ ঠাই বৰ ওপৰত।

আকবৰৰ পিচত জাহাঙ্গীৰ সিংহাসনত বহিল। জাহাঙ্গীৰৰ মাক ৰাজপুত জীয়ৰী। শাসনকাৰ্যতকৈও চিত্ৰ, ফুল, ফুলনি আদিত জাহাঙ্গীৰৰ ৰাপ বেছি আছিল। নুৰজাহান এওঁৰ প্ৰধান মহিষী আছিল। ৰাজকাৰ্যতো নুৰজাহানে যথেষ্ট প্ৰভাৱ পেলাইছিল। জাহাঙ্গীৰৰ ৰাজত্বতে আগ্ৰাৰ ইট্‌মদ-উদ-দৌল্লাৰ কবৰ সজা হয়। শিল্পকাৰ্যৰ ভিতৰত ই মুকুতাস্বৰূপ।

জাহাঙ্গীৰৰ পিচত তেওঁৰ পুতেক শাজাহান ৰাজপাটত বহে আৰু ৩০ বছৰ ৰাজত্ব কৰে। এওঁ ফ্ৰান্সৰ চতুৰ্দশ লুইৰ সমসাময়িক। লুয়ে ভাৰ্ছেলিচ তৈয়াৰ কৰে। তেওঁৰ ৰাজসভাও বিশেষ জাক-জমকপূৰ্ণ আছিল। কিন্তু ভাৰতৰ মোগল ৰাজসভাৰ ঐশ্বৰ্যৰ লগত তাৰ তুলনাই নহয়। সেই যুগৰ সকলো সম্ৰাটৰ ভিতৰত মোগল সম্ৰাট ঐশ্বৰ্যশালী আছিল। প্ৰাসাদৰ ওপৰৰপৰা মোগল সম্ৰাটসকলে দিনে দুবাৰকৈ প্ৰজাক দেখা দিছিল আৰু আবেদন লৈছিল। প্ৰজাই ৰজাৰ আগত অভাৱ-অভিযোগ জনাবলৈ এনেকৈ সুযোগ পাইছিল। সম্ৰাট যেতিয়া যুদ্ধলৈ ওলাই গৈছিল, তেতিয়া ঘ'ত তেওঁ ছাউনি পাতে

তাত এখন ডাঙৰ নগৰ হৈ পৰিছিল। এনে চাউনিৰ ব্যাস ৩০ মাইল আৰু অধিবাসী ৫০ লাখ। সেনাৰ উপৰিও, এই অধিবাসীৰ ভিতৰত বহুতো আন মানুহ থাকে। শ শ বজাৰ তাত বহে। নবাবজাদীসকলেও বণ চাবলৈ গৈছিল। সম্রাট বহিবৰ কাৰণে হীৰা খটোৱা ময়ূৰ সিংহাসন কৰা হৈছিল। এওঁৰ দিনতে মোগল শিল্প সৰ্বোচ্চ থাপলৈ উঠে। তেওঁৰ প্ৰিয় ভাৰ্যা মমতাজৰ স্মৃতিৰক্ষা কৰিবলৈ শাজাহানে তাজমহল তৈয়াৰ কৰে। আগ্ৰাত যমুনাৰ পাৰত শিল্পকলাৰ শ্ৰেষ্ঠ নিদৰ্শন হিচাপে আজিও তাজমহলে শোভা বৰ্দ্ধন কৰি আছে।

## তাজমহল

তাজমহল ১৬৩২ চনত সজা আৰম্ভ হয়। ২০,০০০ জনতকৈও বেছি বনুৱাই ১৫ বছৰত এই অট্টালিকা সম্পূৰ্ণ কৰে। ইটালীৰ শিল্পীয়ে তাজৰ ডিজাইন দিয়া বুলি আগতে দাবী কৰা হৈছিল। কিন্তু তাজত পশ্চিমৰ 'ডিজাইন' নাই। ই সম্পূৰ্ণ প্ৰাচ্য। অলপতে পাৰস্যত হাতেলিখা কাগজ এখন পোৱা গৈছে। সেইমতে আহমদ আৰু তেওঁৰ তিনিজন ল'ৰাই তাজ সাজে বুলি বহুত বছৰৰ গবেষণাই প্ৰমাণ কৰিছে। হোমাৰৰ লগত ব্যাসৰ, কালিদাসৰ লগত ইউৰিপাইদচৰ ৰিজনি যেনেকৈ নেখাটে, তেনেকৈয়ে গ্ৰীচৰ পাৰ্থেনন্ বা আন য়ুৰোপীয় স্থাপত্যৰ লগত তাজমহল ৰিজাব নোৱাৰি। কোনো এজন বিখ্যাত লোকে ক'বৰ দৰে—"তাজ যদি মুকুতা, পাৰ্থেনন্ হৈছে সেই মুকুতা থোৱা সুন্দৰ বাকচটো।" ধৰ্মমতে য়ুৰোপৰ দৰে মোগল শিল্পীয়ে ভাস্কৰ্য (sculpture) কৰিব নোৱাৰিছিল। ব্যক্তিত্বৰ চাপ দি তেওঁলোকে সুন্দৰ শিল্পৰ সৃষ্টি কৰিছিল। তাজমহলত নাৰীৰ ব্যক্তিত্ব ফুটি ওলাইছে। যুৱতীৰ সৌন্দৰ্য প্ৰকাশ কৰি তাজ যমুনাৰ পাৰত শিল্প-কলাৰ অপূৰ্ব সৃষ্টি হিচাপে বিৰাজ কৰিছে। নাৰীৰ মহিমাৰ প্ৰতি ভাৰতৰ সন্মানৰ ই নিদৰ্শন।

'শাজাহান' কবিতাত তাজমহলক উদ্দেশ্য কৰি কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে লিখিছে, "এই তব নব মেঘদূত, অপূৰ্ব অদ্ভুত।" মানুহৰ হাতৰ সৌন্দৰ্য সৃষ্টি হিচাপে ই এটা অতুলনীয় বস্তু। তাজৰ বাহিৰেও, শাজাহানে আগ্ৰাৰ মতি মছজিদ, দিল্লীৰ জুম্মা মছজিদ,

দিৱান-ই আম, দিৱান-ই-খাচ তৈয়াৰ কৰে। কিন্তু ৰাজধানীৰ এই অতুলনীয় ঐশ্বৰ্য প্ৰজাৰ অবস্থাৰ নিদৰ্শক নাছিল। যাৰ শ্ৰম আৰু টকাৰ সহাযত, দিল্লী আৰু আগ্ৰা চহৰ অমৰাবতী সদৃশ কৰি তোলা হৈছিল, সেই সাধাৰণ ৰাইজৰ বহুতৰে হয়তো বোকাৰ জুপুৰি ঘৰ এটাও নাছিল। ৰাজকাৰেং যেতিযা লাহবিলাহত ডুব গৈ আছিল, তেতিযা আকাল আৰু মহামাৰীযে বহুত গাওঁ উচন কৰি নিছিল। সম্ৰাট স্বেচ্ছাচাৰী আছিল। সম্ৰাট বা তেওঁৰ শাসনকৰ্তাৰ বিৰাগ ভাজন হ'লে কঠোৰ শাস্তি দিযা হৈছিল। আকবৰৰ মৰম-প্ৰীতি পক্ষপাতশূন্য বিচাৰ আৰু পৰধৰ্মসহিষ্ণুতাৰ ভাব শাজাহানৰ শাসনত নোহোবা হ'ল। আন ধৰ্মৰ প্ৰতি শাজাহান অসহিষ্ণু আছিল। গুজৰাট আৰু দাক্ষিণাত্যত হোবা ভীষণ আকালৰ উপশমৰ কাৰণেও তেওঁ একো কৰা নাছিল। ৰোমৰ ঐশ্বৰ্যৰ মাজতে, ৰোমৰ পতনৰ বীজ লুকাই আছিল। সেইদৰে বাহিৰৰপৰা চালে শাজাহানৰ যুগ মোগলৰ সৰ্বোচ্চ ঐশ্বৰ্যৰ যুগ যদিও তেতিযাই মোগল সাম্ৰাজ্যৰ পতনৰ কাৰণ দেখা দিযে।

স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ লগৰীযা কথা হৈছে কাৰেঙৰ ষড়যন্ত্ৰ। এজন সম্ৰাট ঢুকালে কোন সিংহাসনত বহিব, সেই লৈ গুপ্তহত্যা, বিদ্ৰোহ আদি দেখা দিয়ে। মোগলৰো তেতিযা এই অৱস্থা হৈছিল।

## আউৰংজেব

আউৰংজেবে তেওঁৰ বুঢা বাপেক শাজাহানক বন্দী কৰি সিংহাসনত বহে। ৪৮ বছৰ তেওঁ ৰাজত্ব কৰে। জাহাঙ্গীৰ বা শাজাহানৰ দৰে সাহিত্য-শিল্প আদিত এওঁৰ আগ্ৰহ নাছিল। নিজৰ ধৰ্মৰ বাহিৰে আন ধৰ্ম তেওঁ সহিব নোবাৰিছিল। ৰাজসভাৰ লাহ-বিলাহ চলি আছিল যদিও আউৰংজেবৰ ব্যক্তিগত জীৱন সহজ আছিল। সম্ৰাট হ'লেও সাধু-সন্ন্যাসীৰ দৰেই তেওঁ বিলাসিতাহীন কঠোৰ জীবন যাপন কৰিছিল। হিন্দু, মুছলমান আদি বিভিন্ন ধৰ্মৰ মানুহক সম্মিলিত কৰি এটা ভাৰতীয জাতি গঢ়ি তুলিবলৈ আকবৰে যি নীতি লৈছিল, আউৰংজেবে তাক লুটিয়াই পেলালে। হিন্দুসকলক তেওঁ নিগ্ৰহ কৰাৰ নীতি ল'লে। হিন্দুৰ ওপৰত পুনৰ জিজিয়া কৰ লগোৱা হ'ল।

বিষয়বাবৰপৰা হিন্দুসকলক যিমান পৰা যায়, বাদ দিয়া হ'ল। হাজাৰ হাজাৰ হিন্দু মন্দিৰ তেওঁ ধ্বংস কৰিছিল। আকবৰৰ দিনৰপৰা যিসকল ৰাজপুত ৰজাই মোগল ৰাজবংশক সমৰ্থন কৰি আহিছিল তেওঁলোককো আউৰংজেবে ৰুষ্ট কৰিছিল আৰু তাৰ ফলত ৰাজপুত-সকলৰ লগত তেওঁ যুদ্ধ কৰিবলগা হয়। আউৰংজেবে বিজাপুৰ আৰু গোলকুণ্ডা ল'লে। দক্ষিণত তেওঁৰ সাম্ৰাজ্য বিস্তাৰ হ'ল। এনেকৈ দেখাত আউৰংজেবৰ সাম্ৰাজ্য বাঢ়িল আৰু প্ৰায় গোটেইখন ভাৰতবৰ্ষ তেওঁৰ তললৈ আহিল যদিও তেওঁৰ দিনতেই তলে তলে মোগল সাম্ৰাজ্য অতি দুৰ্বল হৈ পৰিছিল। সকলো পিনে মোগল সাম্ৰাজ্যৰ শত্ৰু মূৰ দাঙি উঠিছিল। আকবৰৰ নীতি দূৰদৰ্শী আছিল। তেওঁ মোগল সাম্ৰাজ্যৰ ভেটি পকাকৈ বান্ধিছিল। আউৰংজেবে দূৰলৈ চাব পৰা নাছিল। তেওঁৰ অদূৰদৰ্শী নীতিয়েই মোগল সাম্ৰাজ্য ধ্বংসৰ কাৰণে বহুত পৰিমাণে জগৰীয়া। আন সকলো সাম্ৰাজ্যৰ দৰে আভ্যন্তৰীণ দুৰ্বলতাৰ কাৰণেই মোগল সাম্ৰাজ্যৰ পতন হয়। আউৰংজেবৰ পিচতে, মোগল সাম্ৰাজ্য খণ্ড-বিখণ্ড হৈ যায়। অৰ্থনৈতিক সমস্যা সমাধান কৰিব নোৱাৰিলে কোনো ৰাজশক্তি বেছি দিন টিকিব নোবাৰে। শেহৰ পিনে মোগল সম্ৰাটসকলে সৰ্বসাধাৰণৰ অৰ্থনৈতিক সমস্যা সমাধানৰ কাৰণে অলপো মনোযোগ দিয়া নাছিল। মূলতঃ এই কাৰণৰপৰাই নানা ফালে মোগল সাম্ৰাজ্যৰ বিৰোধী শক্তিৰ উদ্ভব হয়। মথুৰাৰ জাত খেতিয়কসকলে ১৬৬৯ খ্ৰীষ্টাব্দত বিদ্ৰোহ কৰে। মথুৰা, ৰাজধানী আগ্ৰাৰ নিচেই ওচৰৰে। পুন. পুনঃ দমন কৰিলেও ৩০ বছৰ কাল, অৰ্থাৎ আউৰংজেব মৰালৈকে এওঁলোকে বিদ্ৰোহ কৰে। সতনামী নামে এটা হিন্দু সম্প্ৰদায়েও বিদ্ৰোহ কৰে। এই বিদ্ৰোহ আছিল দুখীয়া মানুহৰ, এজন মোগল বিষয়াই বিৰক্ত হৈ কৈছিল, "মুচি, চমাৰ, সোণাৰী, মিস্ত্ৰী আদি ঘৃণিত লোকৰ এই দল।" তেওঁৰ মতে এনে নগণ্য মানুহে ওপৰবালাৰ বিৰুদ্ধে বিদ্ৰোহ কৰাটো বৰ জঘন্য কথা। আউৰংজেবৰ হিন্দুবিৰোধী নীতিয়ে হিন্দুসকলৰ মাজত বিদ্ৰোহৰ ভাব তীব্ৰ কৰি তোলে। পণ্ডিত নেহৰুৱে লিখিছে, "হয়তো আউৰংজেবৰ আগতে হিন্দু জাতীয়তাবাদৰ ভাব দেখা দিছিল আৰু আংশিক পৰিমাণে ইয়াৰ কাৰণেই আউৰংজেব ইমান হিন্দু বিদ্বেষী হৈ পৰিছিল।" এটা ভাবে আন এটা ভাবৰ ওপৰত—এটা শক্তিয়ে আন এটা শক্তিৰ ওপৰত ক্ৰিয়া কৰে। মোগল সম্ৰাটসকলৰ অসহিষ্ণুতাই হিন্দুসকলৰ প্ৰাণত আঘাত দিছিল আৰু সি হিন্দু

জাতীয়তা ভাব জন্মোৱাত সহায় কৰিছিল। আনপক্ষে হিন্দু জাগৰণৰ লক্ষণ দেখি মোগল সম্রাটসকল সন্দিহান হৈ পৰিছিল আৰু ক্রমে বেছি হিন্দু বিদ্বেষী হৈ পৰিছিল। এইদৰে পৰস্পৰৰ ওপৰত ক্রিয়া, প্রতিক্রিয়া হোৱাটো সম্ভৱপৰ।

## মাৰাথা আৰু শিখ শক্তিৰ অভ্যুত্থান

হিন্দু জাগৰণৰ নেতা আছিল মাৰাথা আৰু শিখসকল। নানক শিখ ধর্মৰ মুল গুৰু। বাবৰ ভাৰতলৈ অহাৰ অলপ পিচতে তেওঁৰ মৃত্যু হয়। হিন্দু আৰু মুছলমান ধর্মৰ ভিতৰত সমন্বয় সাধন কৰিবলৈ তেওঁ চেষ্টা কৰিছিল। তেওঁৰ পিচৰ তিনিজন গুৰুৱে ধর্মকার্যৰ বাহিৰে আন একোতে মন দিয়া নাছিল। চতুর্থ জন গুৰুক আকবৰে অমৃতসৰত মন্দিৰ আৰু পুখুৰীৰ কাৰণে মাটি দিলে। তেতিয়াৰপৰা অমৃতসৰ শিখ ধর্মৰ কেন্দ্রস্থান। পঞ্চম গুৰু অর্জুন সিঙে শিখ ধর্মৰ পবিত্র গ্রন্থখন সঙ্কলন কৰে। ৰাজনৈতিক অপৰাধৰ অভিযোগত জাহাঙ্গীৰে গুৰু অর্জুন সিঙক বধ কৰায়। গুৰুৰ প্রতি এই নিষ্ঠুৰ ব্যৱহাৰত শিখসকল বিৰক্ত হ'ল আৰু তেওঁলোকে অস্ত্র ধাৰণ কৰাত মন দিলে। ষষ্ঠ গুৰু হৰগোবিন্দৰ দিনৰপৰা শিখসকল এটা সামৰিক সঙ্ঘ হৈ পৰে আৰু তেতিয়াৰপৰা শাসক-শক্তিৰ লগত মাজে মাজে তেওঁলোকৰ সঙ্ঘর্ষ হয়। জাহাঙ্গীৰে গুৰু হৰগোবিন্দক দহ বছৰ ফাটেকত ৰাখে। নবম গুৰু তেগবাহাদুৰক আউৰংজেবে মুছলমান ধর্ম ল'বলৈ আদেশ দিয়ে। সেই আদেশ মানিবলৈ অস্বীকাৰ কৰাত তেওঁক ফাঁচী দিয়া হয়। দশম গুৰু গোবিন্দ সিঙে শিখসকলক শক্তিশালী সামৰিক শক্তি হিচাপে সংগঠন কৰে। দিল্লীৰ সম্রাটৰ বিৰোধিতা কৰাই এওঁলোকৰ মাই উদ্দেশ্য আছিল। আউৰংজেবৰ পিচতো এবছৰ তেওঁ জীয়াই আছিল। তেতিয়াৰপৰা কোনো গুৰু হোৱা নাই, গুৰুৰ ক্ষমতা সমগ্র শিখ সম্প্রদায়ৰ হাতলৈ যায়। শিখ সম্প্রদায়ৰ নাম হৈছে 'খাল্চা' অর্থাৎ বাছকবনীয়া জাতি।

আউৰংজেবৰ মৃত্যুৰ পিচত শিখসকলে বিদ্রোহ কৰে। এই বিদ্রোহ দমন কৰা হয় যদিও শিখসকল ক্রমে বেছি ক্ষমতাশালী হৈ উঠে। ১৮ শতিকাৰ শেষ ভাগত, ৰণজিৎ সিঙৰ নেতৃত্বত পঞ্জাবত এখন শিখ ৰাষ্ট্র গঢ়ি উঠে।

# শিবাজী

শিখ বিদ্ৰোহে আমনি দিছিল যদিও মোগল সাম্ৰাজ্যৰ বিপদ উপস্থিত হয় মাৰাথাঁসকলৰপৰা। শাজাহানৰ ৰাজত্ব কালতে, মাৰাথা দলপতি শাহজী ভোন্সলেই গণ্ডগোলৰ সৃষ্টি কৰে। তেওঁ আহমদ নগৰ ৰাজ্য আৰু পিচত বিজাপুৰৰ কৰ্মচাৰী আছিল। শিবাজী এওঁৰেই পুতেক। ১৬২৭ খ্ৰীষ্টাব্দত শিবাজীৰ জন্ম হয়। শিবাজীৰ সামৰিক প্ৰতিভা অতুলনীয়। সাহসী আৰু কষ্টসহিষ্ণু সৈন্যদল এটা তেওঁ সংগঠন কৰিলে। এই সৈন্যদল লৈ তেওঁ বহুতো দুৰ্গ দখল কৰিলে। আউৰংজেবৰ সেনাপতিসকলক তেওঁ ব্যতিব্যস্ত কৰি তুলিলে। ১৬৬৫ খ্ৰীষ্টাব্দত হঠাৎ তেওঁ চুৰাট নগৰৰ ওপৰত পৰে আৰু নগৰখন লুট কৰে। ৰজা উপাধি দি আউৰংজেৱে শিৱাজীক হাত কৰিবলৈ চেষ্টা কৰিছিল। এবাৰ আগ্ৰাত আউৰংজেবৰ ৰাজসভালৈও তেওঁক মাতি নিয়া হৈছিল। স্বাধীন ৰজা হিচাপে ব্যৱহাৰ নকৰাত, শিবাজীয়ে অপমান বোধ কৰে। আউৰংজেবে শিবাজীক বন্দী কৰে। শিবাজী তাৰপৰা পলাই সাৰে। শিৱাজীয়ে পুনৰ যুদ্ধ আৰম্ভ কৰিলে। শিৱাজী য'লৈকে গৈছিল তাৰেপৰা চৌথ অৰ্থাৎ দেশৰ ৰাজহৰ চাৰিভাগৰ এভাগ আদায় কৰিছিল। দাক্ষিণাত্যৰ মোগল কৰ্মচাৰীসকলে শিৱাজীক চৌথ দিছিল। মাৰাথা শক্তিৰ ক্ষমতা এনেকৈ বাঢি আহিল আৰু দিল্লী সম্ৰাট দুৰ্বল হ'বলৈ ধৰিলে। ১৬৭৪ খ্ৰীষ্টাব্দত ৰায়গড়ত শিৱাজীৰ অভিষেক হ'ল। ১৬৮০ খ্ৰীষ্টাব্দত তেওঁৰ পৰলোক হ'ল। শিৱাজী হিন্দুজাগৰণৰ প্ৰতীক স্বৰূপ। তেওঁ মাৰাথা জাতিৰ গৌৰৱৰ স্থল। শিৱাজী মাৰাথাৰ প্ৰিয় জাতীয় বীৰ। সমগ্ৰ ভাৰতৰ অধীশ্বৰ, প্ৰতাপী মোগল শক্তিৰ বিৰুদ্ধে শিবাজী কৃতকাৰ্য হ'ব পাৰিছিল কেনেকৈ? প্ৰথমতে আমি মনত ৰখা উচিত যে, অৰ্থনৈতিক অবস্থাৰ পৰিবৰ্তনৰ ফলত মোগল সাম্ৰাজ্য ভাগি পৰোঁ পৰোঁ হৈছিল আৰু ৰাইজৰ অভাব-অনাটন বাঢ়িছিল। দ্বিতীয়তে কেইজনমান মোগল সম্ৰাট হিন্দুসকলৰ প্ৰতি অসহিষ্ণুতা প্ৰকাশ কৰিছিল। এনে অৱস্থাত ৰামদাস আৰু সন্ত তুকাৰাম আদি কবিয়ে তেওঁলোকৰ গান আৰু কবিতাৰে মানুহৰ প্ৰাণত নতুন ভাব জগাই তুলিছিল। মাৰাথা জাতি সচেতন হয় আৰু তেওঁলোক প্ৰতিভাশালী নেতা শিৱাজীৰ নেতৃত্বত সঙ্ঘবদ্ধ হৈ পৰে।

শিৱাজীৰ পুতেক শম্ভূজীক মোগলসকলে বধ কৰে। ইয়াৰ পিচত কিছু হাৰ মানিলেও মাৰাথা শক্তিয়ে পুনৰ গা কৰে। মাৰাথাৰ

প্ৰধান মন্ত্ৰীক পেছৱা বোলা হয়। পিচলৈ ৰজা নামতহে আছিল। পেছৱাৰ হাততহে প্ৰকৃত শাসন ক্ষমতা আছিল। পেছৱাৰ পদ উত্তৰাধিকাৰী সূত্ৰে লাভ হৈছিল।

প্ৰায় ৯০ বছৰ বয়সত ১৭০৭ খ্ৰীষ্টাব্দত আউৰংজেৱৰ মৃত্যু ঘটিল। আউৰংজেবৰ মৃত্যুৰ লগে লগে, তেওঁৰ সাম্ৰাজ্য ভাগি গ'ল। সাম্ৰাজ্যখন ভাগ ভাগ হৈ পৰিলেও দিল্লী বা আগ্ৰাত নামত একোজন সম্ৰাট হৈছিল।

## শিল্প-কলা

মোগল যুগত চিত্ৰ শিল্পৰ কাম যথেষ্ট পৰিমাণে হৈছিল। আজিও তাৰ বহুতো বস্তু পোৱা যায়। এই সময়ৰ 'পেইন্টিং' বৰ সুন্দৰ। পাৰস্যৰ সমসাময়িক চিত্ৰকলাৰ লগত ইয়াক ৰিজাব পাৰি। মুছলমান শিল্প-কলাৰ লগত ভাৰতৰ প্ৰাচীন কাৰু-কাৰ্যৰ সংমিশ্ৰণ হয়। এ'ন সংমিশ্ৰণৰ ফলত ভাৰতত নতুন শিল্পৰ আবিৰ্ভাব হয়। আহমদাবাদৰ জুমা মছজিদ্ আৰু তাজমহল ইয়াৰে নিদৰ্শন। অতীত ভাৰতেও আনৰ শিল্প-কলা আমদানি কৰি যিমান পাৰে গ্ৰহণ কৰিছিল। গ্ৰহণ কৰিলেও কোনোকালে ভাৰতে আনক নকল কৰা নাই। আনৰ আৰ্হি লৈ ভাৰতে নতুন বস্তু সৃষ্টি কৰে। ই ভাৰতৰ জীৱনী-শক্তিৰ পৰিচয় দিয়ে।

অশোকৰ দিনত পাৰ্ছী আৰু গ্ৰীক্ শিল্পী ভাৰতলৈ আহিছিল। প্ৰথম চাৰি শতিকাৰ বৌদ্ধ যুগৰ শিল্পত পাৰ্ছী আৰু গ্ৰীক শিল্পৰ আৰ্হি আছে। ৫/৬ খ্ৰীষ্টাব্দত গুপ্ত বংশৰ দিনৰ শিল্প আৰু ভাস্কৰ্য গাম্ভীৰ্যপূৰ্ণ হিন্দু শিল্প। দাক্ষিণাত্যৰ শিল্পই তাৰ ওপৰত কিছু প্ৰভাৱ বিস্তাৰ কৰে। মুছলমান যুগৰ আগৰ হিন্দু মন্দিৰৰ ভিতৰত কোণাৰকৰ সূৰ্য মন্দিৰ আটাইতকৈ সুন্দৰ। ঐতিহাসিক যুগৰ ভাৰতৰ শিল্প-কলা তিনিটা ভাগত ভগাব পাৰি। বৌদ্ধ যুগ, গুপ্ত বংশৰ দিনৰ হিন্দু যুগ আৰু মুছলমান যুগ। মহেঞ্জোদাৰো—হৰপ্পা আৰু তাৰ আগৰ শিল্প-কলাৰ বিষয়ে এতিয়াও ভালকৈ গবেষণা হোৱা নাই।

মুছলমান ধৰ্মমতে জীৱ-জন্তুৰ ছবি আঁকা নিষেধ। সেই কাৰণে ৰেখা তেওঁলোকৰ শিল্পৰ মাই অলঙ্কাৰ আছিল। এনেধৰণৰ কাৰু-কাৰ্যত ভাৰতীয় শিল্পই আনক চেৰ পেলাইছিল। আহমদাবাদৰ ছিদি

চায়িদ মচজিদৰ শিলৰ খিৰিকীত বিশেষ পটুতাৰে সৈতে গছৰ নিচিনা এখন ছবি অঁকা হৈছে। লণ্ডন বিশ্ববিদ্যালযৰ পাৰ্চীৰ অধ্যাপক ছাৰ হেযগে লিখিছে যে কাৰুকাৰ্যত ই অতুলনীয়। উত্তৰ ভাৰতত যেতিয়া হিন্দু-মুছলমান শিল্পৰ সংমিশ্রণ হৈ নতুন শিল্পৰ সৃষ্টি হয়, দক্ষিণ ভাৰতত তেতিযা বেলেগ শিল্প-কলাৰ নমুনা দেখা যায়। বিজয়নগৰৰ শিৱমন্দিৰৰ চ'ৰা-ঘৰটো ১৪ শতিকাৰ আগভাগত তৈযাৰী। ইয়াৰ গঠন-প্রণালী উত্তৰ ভাৰতৰ শিল্পৰ লগত নিমিলে। ছাৰ হেযগে আৰু লিখিছে, "ভাৰতৰ মচজিদবিলাকৰ ওপৰত স্থানীয় প্রথাৰ প্রভাৱ পৰে। হিন্দু কাৰুকাৰ্যৰ ওপৰতো সেইদৰে মুছলমান শিল্পই প্রভাৱ কৰে। মানসিংহই গোৱালিযৰত শিলৰ ওপৰত এটা কাৰেংঘৰ সজাইছিল। ১৪৮৬-১৫১৬ খ্রীষ্টাব্দৰ এই কামত দোমোজাৰ হিন্দুশিল্প ফুটি ওলাইছে।" ১৩৩৩ খ্রীষ্টাব্দত গুজৰাটত হিলালখান মচজিদ সজা হৈছিল। এই মচজিদৰ খুটা আৰু চন্দ্ৰতাপৰ দৰে ওপৰৰ চালখন হিন্দু 'ডিজাইন'। আনপক্ষে arch আৰু dome মুছলমানী কাৰুকাৰ্য।

# ইচ্লাম

ইচ্লামৰ অভ্যুত্থানৰ সময়ত আৰবৰ আৰু পৃথিৱীৰ বিখ্যাত ৰাষ্ট্ৰবিলাকৰ অবস্থা কেনে আছিল চোৱা যাওক। সেই সময়তে ৰোমৰ পতন হোৱা আমি দেখিছো। পুৰণি গ্ৰীক-ৰোম সভ্যতা লোপ পায় আৰু সেই সভ্যতাৰ ওপৰত প্ৰতিষ্ঠিত সমাজ ওলট-পালট হৈ যায়। উত্তৰ য়ুৰোপৰ ট্ৰাইববিলাক অলপ পোহৰলৈ আহে। ৰোমৰপৰা কিছু শিকিবলৈ চেষ্টা কৰি তেওঁলোকে সম্পূৰ্ণ নতুন ধৰণৰ সভ্যতা গঢ়ি তুলিছিল। কিন্তু এই নতুন সভ্যতাৰ তেতিয়া আৰম্ভ মাত্ৰ। এই সময়ৰ য়ুৰোপত পুৰণি সভ্যতা ধ্বংস হৈছিল, নতুন গঢ়ি উঠা নাছিল। য়ুৰোপৰ ই অন্ধকাৰ যুগ। পুবৰ ৰোম সাম্ৰাজ্য তেতিয়াও সমৃদ্ধিশালী হৈ আছিল। কনষ্টান্তিনোপল্ তেতিয়াও য়ুৰোপৰ ভিতৰত সকলোতকৈ ডাঙৰ নগৰ। ইয়াৰ থিয়েটাৰত খেলা আৰু চাৰ্কাচ হৈছিল। কিন্তু তথাপিও এই সাম্ৰাজ্য ভিতৰি দুৰ্বল হৈ পৰিছিল। পাৰস্যৰ চচনিদ সকলৰ লগত প্ৰায়ে যুদ্ধ চলিছিল। পাৰস্যৰ দ্বিতীয় খুচৰুৱে কনষ্টান্তিনোপল্ ৰাজ্যৰ এটুকুৰা কাঢ়ি লয় আৰু আৰবৰ ওপৰতো প্ৰভুত্ব দাবী কৰে। আৰবৰ ওপৰত তেওঁৰ প্ৰভুত্ব অৱশ্যে নামতহে আছিল। খুচ্ৰুৱে ইজিপ্ত জয় কৰে আৰু কনষ্টান্তিনোপলৰ ওচৰ পায়গৈ। কনষ্টান্তিনোপলৰ গ্ৰীক সম্ৰাট হিৰাক্লিয়াচে তেওঁক তেতিয়া পৰাজয় কৰে। পিচত, খুচৰুক তেওঁৰ পুতেক কাভেধে বধ কৰে। আমি এতিয়া দেখিলো যে পশ্চিমত য়ুৰোপ আৰু পুব পাৰস্যৰ ভিতৰত মিলা-প্ৰীতি নাছিল। ইয়াৰ উপৰি বিভিন্ন খ্ৰীষ্টান শাখাৰ ভিতৰত কাজিয়া চলি আছিল। পশ্চিমত আৰু আফ্ৰিকাত যি খ্ৰীষ্টান ধৰ্ম চলিছিল, তাত বহুতো দোষ আৰু গণ্ডগোলে দেখা দিয়ে। পাৰস্যত জোৰাষ্ট্ৰিয়ান ধৰ্ম ৰাষ্ট্ৰৰ অঙ্গবিশেষ হৈ পৰিছিল আৰু প্ৰজাক জোৰকৈ সেই ধৰ্মত দীক্ষিত কৰা হৈছিল। গতিকে য়ুৰোপ, আফ্ৰিকা আৰু পাৰস্যৰ সৰ্বসাধাৰণ মানুহৰ চকুত ধৰ্মৰ মৰ্যাদা ক্ষুণ্ণ হৈছিল। ঠিক এই সময়তে সমগ্ৰ য়ুৰোপত প্লেগ মহামাৰী হয় আৰু লাখ লাখ মানুহ সেই বেমাৰত মৰে।

এই সময়ত ভাৰতত হৰ্ষবৰ্দ্ধনে ৰাজত্ব কৰিছিল। চীন পৰিব্ৰাজক হিউৱেনচাঙে ভাৰত পৰিভ্ৰমণ কৰে। হৰ্ষৰ দিনত ভাৰত শক্তিশালী আছিল। কিন্তু ইয়াৰ অলপ পিচতে উত্তৰ ভাৰত ছিন্ন-ভিন্ন হৈ পৰে আৰু দুৰ্বল হয়। চীনত তেতিয়া বিখ্যাত টাং ৰাজবংশৰ ৰাজত্ব

আৰম্ভ হয়। ৬২৭ খ্ৰীষ্টাব্দত চীনৰ সৰ্বশ্ৰেষ্ঠ ৰজাসকলৰ ভিতৰৰ এজন টাইচুং সিংহাসনত বহে। তেওঁৰ দিনত চীন সাম্ৰাজ্য পশ্চিমে কাস্পিয়ান সাগৰলৈকে বিস্তাৰিত হৈছিল। মধ্য-এচিয়াৰ বেছিভাগ দেশেই তেওঁৰ প্ৰাধান্য স্বীকাৰ কৰিছিল আৰু তেওঁক কৰ দিছিল। অৱশ্যে এই প্ৰকাণ্ড সাম্ৰাজ্যৰ সকলো অংশ এটা কেন্দ্ৰীয চৰকাৰৰ তলত নাছিল।

চীনক বাদ দিলে, আৰবৰ অৱস্থিতি পুৰণি সভ্যতাৰ কেন্দ্ৰ-স্থলতে। ইয়াৰ পশ্চিমে ইজিপ্ত, উত্তৰে চিৰিযা আৰু ইৰাক আৰু ইযাৰ অলপ পূবলৈ পাৰস্য বা ইৰাণ। গ্ৰীচলৈযো বেছি দূৰ নহয আৰু ভাৰতো সাগৰখনৰ সিপাৰতে। টাইগ্ৰীচ্ আৰু ইউফ্ৰেটিচ নদীৰ পাৰত ইৰাকত ডাঙৰ ডাঙৰ নগৰ, ইজিপ্তত আলেকজেন্দ্ৰিযা চিৰিযাত দামস্কচ আৰু এচিয়ামাইনৰত এন্টিবক গঢ়ি উঠে। আৰবৰ অধিবাসী অশ্বৰী শ্ৰেণীৰ মানুহ আছিল। তেওঁলোকে বেপাৰৰ কাৰণে দেশ-দেশান্তৰলৈ গৈছিল। আলেকজেন্দ্ৰিযা আদি নগৰবিলাকলৈ আৰবৰ মানুহ নিশ্চয সঘনে গৈছিল। কিন্তু আৰবত তেতিযাও ওচৰৰ আন-দেশৰ দৰে ওখখাপৰ সভ্যতা নাছিল। আৰবে আন দেশ জয কৰিবলৈ চেষ্টা কৰা নাছিল। আৰবকো আনে বশ কৰিব নোবাৰিলে। আৰব মৰুভূমিৰ দেশ। মৰুভূমি আৰু পৰ্বতৰ দেশৰ মানুহ স্বাভাবিকতে কষ্টসহিষ্ণু আৰু স্বাধীনতাপ্ৰিয হয। আৰবত দুখন সৰু নগৰ আছিল, মক্কা আৰু ইযেথ্ৰিব। তাৰ বাহিৰে সকলো ঠাই মৰুভূমি। বেছিভাগ মানুহ আছিল বেদুইন বা মৰুভূমিৰ অধিবাসী। উট, ঘোঁৰা, গাধই আছিল তেওঁলোকৰ বিশ্বাসী বন্ধু। পুৰুষে পুৰুষে বেদুইনসকলে আন দেশৰ লগত বেপাৰ চলাইছিল। কিন্তু আৰব দেশ প্ৰায একে ধৰণেই আছিল। এবাৰ কেবল তিনি খ্ৰীষ্টাব্দত চিৰিযাত এখন সৰু আৰব ৰাষ্ট্ৰ গঠন হয, সিযো কিছুদিনৰ কাৰণেহে। আৰবত বহুত ট্ৰাইব বা দল আছিল। তেওঁলোকে পৰস্পৰে সদায কাজিযা-পেচাল কৰিছিল। বছৰেকত এবাৰ বিভিন্ন দলে আপোচ ৰক্ষা কৰিছিল আৰু মক্কালৈ তীৰ্থযাত্ৰা কৰিছিল। মক্কাত বহুতো দেবতাৰ মূৰ্তি আছিল। তেওঁলোক তেতিয়া মূৰ্তি পূজক আছিল। তাত এটুকুৰা প্ৰকাণ্ড শিল আছিল। শিলটুকুৰাৰ নাম আছিল 'কাবা'। আৰবসকলে কাবা পূজা কৰিছিল। আৰবসকলৰ কিছুমানে খ্ৰীষ্টান ধৰ্ম আৰু কিছুমানে ইহুদী ধৰ্ম গ্ৰহণ কৰিছিল, কিন্তু বেছিভাগেই তিনিশ-ষাঠি মূৰ্তি আৰু মক্কাৰ ক'লা শিলটুকুৰাৰ পূজা কৰিছিল।

এচিয়া আৰু য়ুৰোপৰ এই অৱস্থাত ইচ্‌লামৰ জন্ম হয়। মূৰ্ত্তি পূজাত বিশ্বাসী, অসংখ্য দল বা পৰিয়ালত বিভক্ত অঘৰী আৰবসকলক ইচ্‌লামে একেশ্বৰবাদী এটা মহান জাতিত পৰিণত কৰে। ইচ্‌লামৰ পৰশত আৰবত হঠাৎ কেনেকৈ উচ্চ সভ্যতাৰ বিকাশ হ'ল আৰু কেনেকৈ এচিয়া, য়ুৰোপ আৰু আফ্ৰিকা—এই তিনিখন মহাদেশত আৰবে প্ৰতিষ্ঠা লাভ কৰিলে, ইতিহাসৰ ই এটা আচৰিত ঘটনা। যি আৰব এদিন পৃথিবীৰপৰা বিচ্ছিন্ন হৈ অঘৰীৰ বেপাৰত সন্তুষ্ট আছিল, সেই আৰব হঠাৎ সাৰ পাই উঠিল আৰু এনে এটা প্ৰকাণ্ড শক্তিৰ পৰিচয় দিলে যে গোটেই পৃথিৱী চকখাই উঠিল। আৰবৰ নতুন সংস্কৃতিয়ে পৃথিৱীত এটা নতুন আলোড়নৰ সৃষ্টি কৰিলে।

ইচ্‌লামৰ আগতে আৰবত পৌত্তলিকতা চলিছিল যদিও, ধৰ্ম সম্পৰ্কে মক্কা আদি তীৰ্থস্থানত নানাফালৰপৰা যে তৰ্ক উঠিছিল তাত সন্দেহ নাই। মক্কা পুৰণি পৌত্তলিকতাৰ কেন্দ্ৰ। আনপক্ষে মদিনাত ইহুদীসকলৰ প্ৰভাব আছিল। যেমেনত ইহুদী, খ্ৰীষ্টান আৰু জোৰা-ষ্ট্ৰিয়ান ৰজাই শাসন কৰিছিল। দ্বিতীয় চচৰোচৰ দিনত পাৰস্যাই আৰবৰ ওপৰত প্ৰভুত্ব দাবী কৰে আৰু যেমেনত কৰ তুলিবলৈ পাৰ্চী কৰ্মচাৰী নিয়োগ কৰে। ইযাৰ আগতে য়েমেন এবিচিনীয়াৰ খ্ৰীষ্টান-সকলৰ অধীনত আছিল। তাৰো আগতে সাত শ বছৰ ইযাত স্থানীয় ইহুদী ধৰ্মৰ ৰজাই ৰাজত্ব কৰিছিল।

আৰব চেমিটিক জাতীয় মানুহৰ আদি বাসভূমি। ইযাৰেপৰা চেমিটিক জাতীয় মানুহ দলে দলে গৈ ইজিপ্ত আৰু মেচোপটেমিযা আদি দেশৰ পুৰণি সভ্যতাত জাহ গৈছিল। এনে চেমিটিক দলেই চুমাৰিয়ানবিলাকক জয় কৰিছিল। চেমিটিক, ফয়েনিচিযান আৰু কেনাইটিছসকলে ভূমধ্য সাগৰৰ পূব পাৰত বসতি লৈছিল। বেবিলন এচিৰীয়াত তেওঁলোকে নিগাজীভাবে বসতি কৰিবলৈ লয়। হিকচ্চ-সকলে (ডামস্কচ ৰাজধানী) কেতিযা চিৰিযাত বসতি লৈছিল জনা নাযায়। চালদিযানসকলে পূব আৰবৰপৰা গৈ পুৰণি দক্ষিণ চুমাৰত বসতি লৈছিল। আৰবৰপৰা এনেকৈ বিভিন্ন দল ওলাই গৈছিল যদিও তাত বহুতো অঘৰীদল আছিল। এওঁলোকে বেপাৰ চলাই-ছিল, বাটৰুৱাক লুটপাত কৰিছিল। ইজিপ্ত, পাৰস্য মেকাডনীয়া, ৰোম চিৰিয়া কনষ্টাণ্টিনোপলে ইখনৰ পিচত সিখনকৈ আৰবৰ ওপৰত প্ৰভুত্ব দাবী কৰিছিল। কিন্তু ই নামতহে আছিল, প্ৰকৃতপক্ষে অঘৰী আৰবক তেওঁলোক কোনেও বশ কৰিব নোৱাৰিছিল। বেপাৰৰ

ঘাই ৰাস্তাত গঢ়ি উঠা মক্কা আৰু মদিনা এই দুখন প্ৰধান নগৰ। সাত শতিকাৰ আৰম্ভণীতে মদিনাত পোন্ধৰহেজাৰ আৰু মক্কাত বিশ হেজাৰ মানুহ আছিল।

মক্কাত ইচ্‌লামৰ প্ৰবৰ্ত্তক হজৰত মহম্মদৰ ৫৭০ খ্ৰীষ্টাব্দত জন্ম হয়। চল্লিশ বছৰ বয়সলৈকে মহম্মদে নীৰবে কাল কটাইছিল। তেওঁ নতুন মতবাদ প্ৰচাৰ কৰা নাছিল। ওচৰ-চুবুৰীয়া সকলোৰে তেওঁ প্ৰিয় আৰু বিশ্বাসী আছিল। তেওঁ তেতিয়া 'এলআমিন বিশ্বাসী নামে জনাজাত আছিল। কিন্তু যেতিয়া তেওঁ তেওঁৰ ধৰ্ম-মত প্ৰচাৰ কৰিবলৈ ধৰিলে আৰু বিশেষকৈ মক্কাৰ দেব দেৱীৰ মূৰ্তিবিলাকৰ বিৰুদ্ধে প্ৰচাৰ কৰিবলৈ ধৰিলে তেতিয়া মক্কাৰ মানুহ তেওঁৰ বিৰোধী হৈ উঠিল। আবুবকৰক লগত লৈ মক্কাৰপৰা প্ৰাণ লৈ তেওঁ মদিনালৈ পলাই যাব লগা হয়। হজৰত মক্কাৰ-পৰা মদিনালৈ যোৱা এই ঘটনাটো 'হিজৰত' নামে বিখ্যাত। ৬২২ খ্ৰীষ্টাব্দত এই ঘটনা। মুছলিম কেলেণ্ডাৰ এই তাৰিখৰপৰা আৰম্ভ। মদিনা নগৰে মহম্মদক সামৰি লয়। মহম্মদৰ আগমন উপলক্ষে নগৰৰ নাম মদিনা হয়। তাৰ আগতে এই নগৰৰ নাম আছিল ইয়েথেৰ। মদিনাৰ মানুহে মহম্মদক সহায় কৰিছিল। সেই কাৰণে তেওঁ-লোকক আনচাৰ বা সহায়ক বোলা হয়। আজিও মদিনাৰ মানুহে এই উপাধি লৈ গৰ্ব অনুভব কৰে।

হিজৰতত সাত বছৰৰ পিচত মহম্মদ মক্কালৈ ঘূৰি যায়। ইয়াৰো আগতে মহম্মদে মদিনাৰপৰা পৃথিবীৰ বিভিন্ন দেশৰ ৰজাসকললৈ ঘোষণা-পত্ৰ পঠিয়াইছিল। ঈশ্বৰ এজন আৰু মহম্মদ তেওঁৰ নবী। এই কথা মানিবলৈ ঘোষণাত দাবী কৰা হৈছিল। কনষ্টান্তিনোপল আনকি চীনৰ সম্ৰাট টাইচুঙলৈও এনে ঘোষণা-পত্ৰ পঠিয়াইছিল। সেই সময়ত মহম্মদৰ নাম মক্কা আৰু মদিনাৰ বাহিৰে আন ঠাইত প্ৰকাশ হোৱা নাছিল। এনে এজন অজানা লোকে প্ৰবল প্ৰতাপী ৰজাসকলৰ বশ্যতা দাবী কৰিছিল। ইয়াৰপৰা আমি অনুমান কৰিব পাৰো যে মহম্মদৰ আত্মবিশ্বাস অতিশয় শক্তিশালী আছিল। বিশ্বাসে হিমালয় পৰ্বতকো যে লৰাব পাৰে মহম্মদৰ জীৱনী তাৰ জ্বলন্ত প্ৰমাণ। তেওঁ আত্মবিশ্বাসৰ বলত লগৰীয়া মানুহক এক নতুন প্ৰেৰণা দি তেওঁৰ দললৈ টানি আনিছিল আৰু মৰুভূমিৰ অখৰী মানুহবিলাকক লৈ আধা পৃথিবী জয় কৰিছিল। 'হিজৰট'ৰ দহ বছৰৰ পিচত, ৬৩২ খ্ৰীষ্টাব্দত ৬২ বছৰ বয়সত মহম্মদৰ পৰলোক হয়

পৰস্পৰে কাজিয়া কৰা আৰবৰ দলসমূহ একতাবদ্ধ কৰি, তেওঁ এটা জাতিত পৰিণত কৰে আৰু এটা আদৰ্শত সকলোকে অনুপ্ৰাণিত কৰি তোলে।

কেবাবছৰো অমীমাংসিত যুদ্ধ চলোৱাৰ পিচত অৱশেষত ৬২৭ খ্ৰীষ্টাব্দত মক্কাই মদিনাক শাস্তি দিবৰ কাৰণে দহ হেজাৰ মানুহ লৈ মদিনা অভিমুখে যুদ্ধ যাত্ৰা কৰিছিল। মহম্মদৰ ৰণকৌশলৰ ফলত মক্কাৰ সেনা ছত্ৰভঙ্গ হৈ যায়। ইয়াৰ পিচত মক্কাই মহম্মদৰ বিৰুদ্ধে কাৰ্যকৰী অভিযান চলাব নোৱাৰিলে। এজন এজনকৈ মুখীয়াল লোক-সকলে মহম্মদৰ পক্ষ ল'লে। অৱশেষত মক্কাৰ লগত চুক্তি হ'ল। এই চুক্তিমতে মক্কাই মহম্মদৰ শাসন মানি ল'লে। প্ৰাৰ্থনাৰ সময়ত জেৰুজালেমৰপিনে ঘূৰি মক্কাৰ পিনে মুখ কৰাৰ নিয়ম হ'ল। মক্কা নতুন ধৰ্মৰ কেন্দ্ৰ হ'ল। ৬২৯ খ্ৰীষ্টাব্দত মহম্মদ মক্কালৈ আহিল আৰু অধীশ্বৰ হৈ মক্কাৰ মূৰ্তিবিলাক ধ্বংস কৰা হ'ল। ইয়াৰ পিচত মহম্মদৰ ক্ষমতা বাঢ়িল আৰু গোটেই আৰব তেওঁৰ তললৈ আহিল।

মহম্মদে প্ৰথমে খাদিজাক আৰু খাদিজাৰ পৰলোকৰ পিচত আয়েষাক বিয়া কৰায়। তেওঁৰ কেইবাটিও সতি-সন্তান হয়।

আন কেইটামান ধৰ্মৰ প্ৰতিষ্ঠাতাৰ দৰে, মহম্মদো সমাজৰ বহুতো চলন্তি প্ৰথাৰ বিৰুদ্ধে বিদ্ৰোহী আছিল। ৰজা আৰু পুৰোহিত শ্ৰেণীৰ স্বেচ্ছাচাৰিতাত সৰ্বসাধাৰণ অতিষ্ঠ হৈ পৰিছিল। মহম্মদৰ ধৰ্ম মতত গণতন্ত্ৰ আৰু সাম্যবাদৰ বোল আছিল। তেওঁৰ উপদেশাবলী আছিল সহজ-সৰল। সৰ্বসাধাৰণ ৰাইজৰ মনত তেওঁৰ কথাই প্ৰভাৱ কৰিছিল। ৰাইজে পুৰণি সমাজ শৃঙ্খলাৰ এটা পৰিবৰ্তন বিচাৰিছিল ইচ্‌লামে নতুন শৃঙ্খলাৰ, নতুন সমাজ ব্যৱস্থাৰ আঁচনি দাঙি ধৰিছিল। সমাজত যিবিলাক দোষ সোমাইছিল তাৰ বহুতো ইচ্‌লামে সংস্কাৰ কৰে। সৰ্বসাধাৰণৰ শোষণ নিৰ্মূল কৰিব পৰাকৈ ইচ্‌লামে সামাজিক বিপ্লৱ ঘটোৱা নাছিল যদিও সৰ্বসাধাৰণ মুছলমানৰ শোষণ বহুত পৰিমাণে কমাইছিল। ইচ্‌লামে মুছলমানসকলৰ মাজত ভাতৃত্বৰ ভাব জগাই তুলিছিল।

কোৰাণ আৰু ইচ্‌লাম ধৰ্মৰ মূলনীতি সম্পৰ্কে মৌলানা মহম্মদ আলিৰ 'কোৰাণৰ ভাঙনি' বোলা কিতাপৰপৰা কেষাৰমান তলত তুলি দিয়া হ'ল। ছাৰ মাৰ্কস্কাইচে কৈছে, "এই সময়ৰ কোৰাণৰ চূড়া-কিটাই গাম্ভীৰ্য আৰু মহান আত্মবিশ্বাসৰ বলত প্ৰায় সকলোকে চেৰ পেলাইছে।"

ইচ্‌লামৰ ভেটি আৰু মুছলমানসকলৰ পবিত্ৰ গ্ৰন্থ হৈছে কোৰাণ। কোৰাণ শব্দৰ অৰ্থ হৈছে তেওঁ একেলগ কৰা আৰু তেওঁ পঢ়া। ইযাৰ তাৎপৰ্য হৈছে যে কোৰাণত ধৰ্মৰ শ্ৰেষ্ঠ শিক্ষা সংগ্ৰহ কৰা হৈছে আৰু সকলোৱে এই কিতাপখন পঢ়া উচিত। মহম্মদৰ অন্তৰত এঞ্জেলৰ যোগেদি ভগবানে কোৰাণৰ শিক্ষা প্ৰকাশ কৰে। কোৰাণ ভগবানৰ বাণী বুলি বিশ্বাস কৰা হয়। ভগৱানে তেওঁৰ প্ৰিয় দূত মহম্মদৰ জৰিযতে একখণ্ড একখণ্ডকৈ ২২ বছৰৰ ভিতৰত পৃথিবীত ইযাক প্ৰকাশ কৰে। কোৰাণ আৰবী ভাষাত লিখা হয়। সাহিত্যৰ ফালৰপৰাও ই পৃথিবীৰ এটা অমূল্য সম্পদ। কোৰাণ ১১৪ অধ্যাযত বিভক্ত। ইযাৰ প্ৰত্যেকটোকে চূড়া বোলা হয। আবুবকৰে পোনপ্ৰথমে কোৰাণখন সম্পূৰ্ণকৈ লিখে। মহম্মদৰ সময়ত হাতেলিখা কিতাপখন তেওঁ শৃঙ্খলাবদ্ধ কৰে। একখণ্ড একখণ্ডকৈ গোটেইখন কোৰাণ প্ৰকাশ হ'বলৈ বাইশ বছৰ লাগিছিল। মহম্মদ মক্কাত থাকোঁতে তেৰ বছৰত তিৰান্নৈ অধ্যায আৰু মদিনাত থাকোঁতে দহ বছৰত একৈশ অধ্যায প্ৰকাশ হয।

ইচ্‌লামৰ সকলো শিক্ষাৰ মূল উৎস হৈছে কোৰাণ। ইচলাম ধৰ্ম সম্পৰ্কে সৰ্বোচ্চ আৰু চূড়ান্ত মীমাংসা কৰাৰ ক্ষমতা একমাত্ৰ কোৰাণৰ। ইচলাম ধৰ্ম গ্ৰন্থৰাজিৰ ভিতৰত কোৰাণৰ পিচতে হৈছে চুন্না বা হাদিচৰ ঠাই। ইযাত কোৰাণৰ কোনো অংশৰ ব্যাখ্যা আছে। ঐশ্বৰিক প্ৰেৰণাত মহম্মদে নিজে এই ব্যাখ্যা কৰিছিল।

পবিত্ৰ কোৰাণে ধৰ্মৰ এটা নতুন ধাৰণা দিছে। কোৰাণৰ মতে ধৰ্ম কোনো এটা বিশ্বাস বা নিৰ্দিষ্ট কোনো পূজা-পদ্ধতিযেই নহয়, ই মানুহৰ সমগ্ৰ জীবন যাত্ৰাৰ এটা প্ৰণালী। গতিকে মানুহৰ প্ৰতিদিনৰ জীৱন নিযন্ত্ৰণ কৰা প্ৰযোজন। কোৰাণত এই সম্পৰ্কে মূল কথাবিলাক আছে। হজৰত মহম্মদে নিজৰ জীৱনত কোৰাণৰ উপদেশ প্ৰতিফলিত কৰি তুলিছিল। মহম্মদৰ জীৱন কোৰাণৰ শিক্ষাৰ জীৱন্ত দৃষ্টান্ত। সেই কাৰণেহে কোৰাণে মুছলমানসকলক বাৰে বাৰে নিৰ্দেশ দিছে, "ঈশ্বৰক আৰু তেওঁৰ প্ৰতিনিধিক মানি চলা।"

কোৰাণে পৃথিৱীৰ আন ধৰ্ম গ্ৰন্থৰ সত্যতা স্বীকাৰ কৰে। আন ধৰ্ম গ্ৰন্থৰো মূল হৈছে ঐশ্বৰিক প্ৰেৰণা। পবিত্ৰ কোৰাণ গ্ৰন্থও, এইমতে পৃথিৱীৰ আন ধৰ্ম গ্ৰন্থৰে সৈতে এটা পৰিয়ালৰ। কোৰাণৰ মতে কোৰাণৰ সত্যৰ উপৰিও, আগৰ ধৰ্মগ্ৰন্থবিলাকৰ সত্যতো বিশ্বাস ৰাখিব লাগে। কোৰাণে বিভিন্ন ধৰ্ম পাৰ্থক্য বিচাৰ কৰি চাইছে বুলি

দাবী কৰে। কোৰাণত যে মোজেচৰ আগত প্ৰকাশ কৰা ভগবানৰ বাণী, টোৰা আৰু গোচপেলত আলোচনা কৰা ধৰ্মৰ প্ৰশ্ন আলোচনা কৰা হৈছে আৰু বাইবেলত থকা কেজনমান প্ৰফেটৰ ইতিহাস ইযাতো আছে সঁচা। কিন্তু কোৰাণে আন গ্ৰন্থৰপৰা ধাৰ কৰিছে বুলিলে সম্পূৰ্ণ ভুল হ'ব। ইচলামৰ আগৰ নবীসকলক কোৰাণে অস্বীকাৰ কৰা নাই। বৰঞ্চ ইযাত মহম্মদৰ আগৰ প্ৰফেটসকলৰ ইতিহাস আছে। নাম নথকা প্ৰফেটসকলকো অস্বীকাৰ নকৰিবলৈ কোৰাণে পৰামৰ্শ দিছে। কোৰাণত লিখিছে, "প্ৰতিটো জাতিৰে একোজন এপষ্টল আছে।" কোৰাণত আডাম্ নোৱা, আব্ৰাহাম, মোজেচ্, যীশু আদি প্ৰফেটৰ জীৱন সম্পৰ্কে আলোচনা কৰা হৈছে। কোৰাণে আডামক প্ৰথম মানুহ বুলি নকয। মহম্মদ বিন আলি এল বাকিৰে (বাৰজন ছিয়া ইমামৰ এজন) কয়, "আমাৰ পিতা আডামৰ আগতে লাখ লাখ আডাম পাৰহৈ গৈছে।" (বাইবেলৰ মতে ঈশ্বৰে আডামক জন্ম দিযে প্ৰথম মানুহ হিচাপে আৰু আডামৰ কামি-হাডৰপৰা প্ৰথম নাৰী ইভৰ জন্ম হয।) আডামৰ জন্ম সম্পৰ্কে বাইবেলৰ গল্প কোৰাণে লোৱা নাই। কোৰাণৰ মতে আন মানুহৰ দৰে আডামো ধূলিৰপৰা হৈছে। ইভ-আডামে জ্ঞান-বৃক্ষৰ গুটি খাই মানুহ জাতিক পাপৰ ভাগী কৰাৰ গল্পৰ সহাযত কোৰাণে বুজাইছে যে মানুহে নিজৰ আসক্তিৰ লগত যুদ্ধ কৰি কৰি, আসক্তি নিজৰ আযত্তলৈ আনিব লাগে। আব্ৰাহাম আৰু মোজেচৰ ইতিহাসত কোৰাণে বেছি জোৰ দিছে। আব্ৰাহামৰ বিশেষত্ব হৈছে এযে যে আৰবত থকা ইহুদী, খ্ৰীষ্টান আৰু পৌত্তলিক এই তিনিওটা সম্প্ৰদাযে তেওঁক মানিছিল। ধৰ্মমত বেলেগ হ'লেও আৰবৰ মানুহৰ যোগসূত্ৰ আছিল আব্ৰাহাম। আব্ৰাহামৰ শুদ্ধাচাৰ সকলোৱে স্বীকাৰ কৰিছিল। কিন্তু তিনিটা সম্প্ৰদাযৰ এটাযো আব্ৰাহামৰ ধৰ্ম নলৈছিল। কোৰাণত আছে, "আব্ৰাহাম ইহুদীও নহয় খ্ৰীষ্টানো নহয। তেওঁ পবিত্ৰ মানুহ অৰ্থাৎ মুছলমান আছিল।" তিনিওটা ধৰ্মৰ উমৈহতীয়া সাধাৰণ তথ্যটো উলিযাই ল'বলৈ তিনিওটা সম্প্ৰদাযকে পৰামৰ্শ দিযা হৈছে। তিনিওটা ধৰ্মৰ উমৈহতীয়া কথা হৈছে এক সৰ্বোচ্চ ঈশ্বৰ। কাৰণ আব্ৰাহামৰ ধৰ্ম ইয়াৰ বাহিৰে একো হ'ব নোৱাৰে।

ধৰ্ম সম্পৰ্কে কোৰাণৰ মূলশিক্ষা হৈছে ঈশ্বৰ একমেবাদ্বিতীয়ম। কোৰাণে কৈছে যে প্ৰতিজন নবীযেই ঈশ্বৰৰ একত্বৰ শিক্ষা দি গৈছে আৰু এয়েই সকলো ধৰ্মৰ মূলভেটি। কোৰাণৰ মতে প্ৰতিজন নবীযে কৈ

গৈছেঃ "ঈশ্বৰক সেবা কৰা, তেওঁৰ বাহিৰে আন কোনো দেৱতা নাই।" সকলো নবীৰ এয়ে বিশ্বব্যাপী শিক্ষা। কিন্তু পিচত সকলো ধৰ্মতে মূৰ্তি পূজা সোমাইছে। কোৰাণে সকলো ধৰ্মৰ মানুহকে নবী-সকলৰ পবিত্ৰ শিক্ষালৈ ঘূৰি আহিবলৈ আহ্বান কৰিছে। ডাঙৰ আৰু জ্ঞানী লোকৰ পূজা কোৰাণে নিন্দা কৰিছে। আন প্ৰকাৰে একেশ্বৰবাদী মানুহৰ মাজতো এই দোষ দেখা যায়। ছেইণ্ট পূজাও একেশ্বৰবাদৰ বিৰোধী। (বুদ্ধ, যীশু আদি * মহাপুৰুষসকলে নিজক কেতিয়াও ঈশ্বৰ বুলি দাবী কৰা নাছিল। তেওঁলোকে তেনে ধাৰণাৰ বিৰুদ্ধেই প্ৰচাৰ কৰিছিল। কিন্তু পিচৰ মানুহে তেওঁলোকক অৱতাৰ হিচাপে পূজা কৰিছে। মহম্মদে ইযাকে দেখি-শুনি বেছি সাৱধান হৈছিল আৰু বাৰে বাৰে তেওঁ কৈছিল যে তেৰোঁ আনৰদৰে মানুহহে)। ডাঙৰ মানুহৰ প্ৰতি অতি ভক্তিৰ নিন্দা কৰা হৈছে। মহম্মদে এটা প্ৰশ্নৰ ওপৰত কয় যে ইহুদী আৰু খ্ৰীষ্টানসকলে তেওঁলোকৰ জ্ঞানীলোকক ঈশ্বৰ বুলি মানে কাৰণে অন্ধৰদৰে তেওঁলোকক অনুকৰণ কৰে। কোৰাণত শিক্ষা দিয়া এক ঈশ্বৰ মতবাদৰ এটা প্ৰধান কথা হৈছে যে ই ধৰ্ম সম্পৰ্কীয় অন্ধ বিশ্বাস এটা মাথোন নহয়। কেনেকৈ কাম কৰিব লাগিব তাৰ নীতি সম্পৰ্কে ই শিক্ষা দিয়ে। উচ্চতৰ আদৰ্শৰ পিনে মানুহ জাতিক আগ বঢ়াই নিয়া আদৰ্শৰ ই এটা ভেটি। কোনো এটা তথ্য সম্পৰ্কে থকা আস্থাকে কোৰাণে ইমান্ বা বিশ্বাস বুলি নকয়। মূলত ই কামৰ ভেটি হিচাপে মানি লোৱা এটা তথ্য। সেই কাৰণে কোৰাণত কৈছেঃ "হে বিশ্বাসীসকল। তোমালোকে ঈশ্বৰৰ প্ৰতি তোমালোকৰ কৰ্তব্য কৰা।"

এক ঈশ্বৰৰ বাহিৰে, আন কাৰো ওচৰত মূৰ দোঁৱাব নালাগে বুলি কোৱাৰপৰা বুজিব নালাগে যে ঈশ্বৰ ঈৰ্ষান্বিত আৰু আনক মানিলে তেওঁ বেয়া পায়। এনে ধাৰণা কোৰাণত নাই। কিন্তু ঈশ্বৰৰ লগত দেৱতাসকলক যোগ দিয়াটো বেয়া বুলি কোৱা হৈছে, কাৰণ তাৰ ফলত মানুহৰ নৈতিক অৱনতি হয় আৰু ঈশ্বৰৰ একত্বৰ শিক্ষাই মানুহৰ নৈতিক উন্নতি সাধন কৰে। এক ঈশ্বৰৰ বাহিৰে আনক নমনাৰ ফলত তেওঁৰ (ঈশ্বৰৰ) মহিমা নাবাঢ়ে।

কোৰাণত মানুহক খলিফা বা ঈশ্বৰৰ প্ৰতিভূ বুলি বৰ্ণনা কৰা হৈছে। কিয়নো, বিশ্বৰ আন সকলো সৃষ্টি নিয়ন্ত্ৰণ কৰাৰ ক্ষমতা মানুহৰ আছে। ঈশ্বৰৰ সকলো সৃষ্টিৰ ওপৰত, আনকি এঞ্জেলৰ ওপৰত মানুহৰ স্থান। খোলোচাকৈ কোৱা হৈছে যে পৃথিৱীত কৰ্তৃত্ব কৰিবৰ কাৰণে

মানুহৰ সৃষ্টি। কোৰাণে কৈছে: "ঈশ্বৰে সাগৰ সৃষ্টি কৰিছে তোমাৰ তল কৰি, যাতে সেই সাগৰত তেওঁৰ আদেশত জাহাজ চলিব পাৰে। ঈশ্বৰে নিজেই দয়া কৰি আকাশত যি আছে, পৃথিবীত যি আছে সকলো তোমাৰ তল কৰি সৃষ্টি কৰিছে।" যদি বিশ্বত প্ৰভুত্ব কৰিবৰ কাৰণেই মানুহৰ সৃষ্টি আৰু বিশ্বৰ সকলো বস্তু বশ কৰি কামত লগাবলৈ যদি মানুহৰ ক্ষমতা আছে, তেন্তে আন বস্তুক দেৱতা-জ্ঞান কৰিলে আৰু প্ৰকৃতিৰ (যি প্ৰকৃতিক জয় কৰি কামত লগাবৰ কাৰণে মানুহৰ সৃষ্টি) ওচৰত মূৰ দোঁৱালে মানুহে নিজক অৱমাননা কৰা নহয়নে? ঈশ্বৰে মানুহক এনে শক্তি দিছে যিহৰ বলত মানুহে সৃষ্টিৰ আন সকলোকে চেৰ পেলাব পাৰে। যিবিলাক বস্তু মানুহৰ তল কৰি সৃষ্টি কৰা হৈছে, তাৰ ওচৰতে যদি মানুহে মূৰ দোঁৱায় তেনেহলে ঈশ্বৰৰ আঁচনিত মানুহৰ যি উচ্চ স্থান দিয়া আছে, সেই ঠাই পাবৰ কাৰণে মানুহে নিজকে নিজে অযোগ্য কৰে।

কোৰাণৰ একেশ্বৰবাদৰ মূল তাৎপৰ্য হৈছে এই: (১) সকলোৰে ঈশ্বৰ, বিশ্বৰ স্ৰষ্টা এজন। একমাত্ৰ ঈশ্বৰকহে সেৱা কৰা কৰ্তব্য আৰু তেওঁৰপৰাহে সহায় বিচাৰিব লাগে। (২) প্ৰকৃতিৰ শক্তিবিলাক জয় কৰি নিজৰ কামত লগাবৰ ক্ষমতা মানুহক দিয়া হৈছে। (৩) সকলো মানুহ সমান। এই নীতিকেইটা কাৰ্যত পৰিণত কৰিবৰ কাৰণে মুছলমানসকলক নিৰ্দেশ দিয়া হৈছে। এফালে ঈশ্বৰক প্ৰাৰ্থনা কৰিবলৈ আৰু আন হাতেদি তেওঁৰ সৃষ্টিৰ বিষয়ে গৱেষণা কৰিবলৈ কোৰাণে কৈছে: "স্বৰ্গ আৰু মৰ্ত্যৰ সৃষ্টিত, দিন আৰু ৰাতিৰ পৰিবৰ্তনত বুজা মানুহৰ কাৰণে বহুতো সঙ্কেত আছে। জ্ঞানীলোকে এফালে ঈশ্বৰক স্মৰণ কৰে আৰু আনহাতে স্বৰ্গ আৰু মৰ্ত্যৰ সৃষ্টিৰ বিষয়ে গৱেষণা কৰে।'

প্ৰকৃতিৰ বিষয়ে চিন্তাই হৈছে বৈজ্ঞানিক গৱেষণা। কাৰণ শৃঙ্খলা লগাই পৰীক্ষা কৰা, পৰ্যালোচনা কৰাই হৈছে বিজ্ঞান। ঈশ্বৰক নাপাহৰাকৈ তেওঁৰ সৃষ্টিৰ কথাত মনোযোগ দিবলৈ কোৰাণে আহ্বান কৰিছে। নৈতিক মহত্বৰ লগত সাংসাৰিক উন্নতি, আধ্যাত্মিকতাৰ লগত বিজ্ঞানৰ সম্বন্ধ স্থাপন কৰিবলৈ কোৰাণে পৰামৰ্শ দিছে। এদিন আছিল যেতিয়া খ্ৰীষ্ট ধৰ্মৰ মতে বৈজ্ঞানিক গৱেষণা বৰ দোষৰ আছিল। আজি খ্ৰীষ্টান জগত ইহসংসাৰৰ কথাত ইমান লিপ্ত হৈ পৰিছে যে ঈশ্বৰৰ তাত ঠায়েই নোহোৱা হৈ পৰিছে। কোৰাণে এটা মাজৰ বাস্তা লৈছে। ঈশ্বৰৰ ওচৰত সেও হৈ প্ৰকৃতিক জয় কৰিবলৈ

কোৰাণত পৰামৰ্শ দিয়া হৈছে। কোৰাণৰ মতে নৈতিক উন্নতিৰ উপায় হৈছে ঈশ্বৰৰ ধ্যান-ধাৰণা আৰু তেওঁৰ সৃষ্টিৰ গৱেষণাই হৈছে পাৰ্থিব উন্নতিৰ উপায়। এই দু'যাটাৰ সম্পৰ্ক বৰ ঘনিষ্ঠ।

প্ৰকৃতিৰ ওচৰত মূৰ দোঁৱাবলৈ নেৰিলে অৰ্থাৎ নিজতকৈ তলৰ বস্তুৰ ওচৰত মনৰ দাসত্বৰ ভাব নোহোৱা কৰিব নোৱাৰিলে, মানুহে প্ৰকৃতিক জয় কৰিব নোৱাৰে। প্ৰকৃতিক জয় কৰাৰ লগে লগে পাৰ্থিব সম্পদ লাভ হ'ব। সেই সময়ত মনৰ সমতা ৰক্ষা কৰিবলৈ, অহংকাৰত নৈতিকতাৰ আদৰ্শ বিসৰ্জন যাতে নিদিয়ে, তাৰ কাৰণে ঈশ্বৰক সদায় মনত ৰাখিব লাগে। ঈশ্বৰক স্মৰণ কৰা মানে ৰুদ্ৰাক্ষৰ মালা জপা নহয়। ঐশ্বৰিক গুণবিলাক লাভ কৰাইহে হৈছে ঈশ্বৰক স্মৰণ কৰাৰ অৰ্থ। চালাট বা ইচলামৰ প্ৰাৰ্থনাৰ ই এটা উদ্দেশ্য।

কোৰাণৰ একেশ্বৰবাদৰ আন এটা দিক হৈছে মানুহ জাতিৰ একত্ব। কোৰাণে কয় যে ঈশ্বৰ কোনো এটা জাতিৰ নহয়। তেওঁ হৈছে 'ৰব-উল-আলমিন'—সকলো জাতিৰ, সমগ্ৰ পৃথিবীৰ গৰাকী।

কোৰাণে মুছলমানৰ বা আৰবৰ ঈশ্বৰ বুলি কেতিয়াও কোৱা নাই। (ইহুদীসকলে ভাবিছিল যে ঈশ্বৰৰ তেওঁলোক অনুগৃহীত জাতি আৰু ঈশ্বৰে তেওঁলোকক ভাল এটুকুৰা ঠাই আৰু ঐশ্বৰ্য দিবলৈ প্ৰতিশ্ৰুতি দিছে।) কোৰাণৰ ঈশ্বৰ বিশ্বৰ গৰাকী। তেওঁ মুছলমান-অমুছলমান সকলোৰে মালিক। আনকি মুছলমান শত্ৰুৰো তেৱেঁই গৰাকী। বিভিন্ন মানুহ আৰু জাতিয়ে পৰস্পৰৰ লগত কাজিয়া কৰিব পাৰে, যুদ্ধ কৰিব পাৰে, কিন্তু তেওঁলোকৰ ঈশ্বৰ এজন—তেৱেঁই সকলোৰে পিতা। কোনো জাতিকে ঈশ্বৰে বিশেষ অনুগ্ৰহ নেদেখুৱায়। সকলো জাতিয়ে ঈশ্বৰৰ অনুগ্ৰহ সমানে লাভ কৰে। কোৰাণে কৈছে, "সকলো মানুহ এটা জাতি।" বিভিন্ন দল বা পৰিয়ালত বিভক্ত হ'লেও মানুহ মাত্ৰেই ভাই ভাই।

কোৰাণৰ মতে অতিমানবৰ পূজাযো মানুহৰ মৰ্যাদা ক্ষুণ্ণ কৰে। সৰ্বশ্ৰেষ্ঠ মানব মহম্মদো আন মানুহৰ দৰে ঈশ্বৰৰ এজন সেবকহে, "লা ইলাহা ইলাল্লাহা।" আকৌ কোৱা হৈছে, "মহম্মদ উৰ ৰচুল উল্লা"—ময়ো তোমালোকৰ দৰে মৰণশীল, মোৰ ওচৰত প্ৰকাশ হৈছে যে তোমালোকৰ ঈশ্বৰ এজন। একেশ্বৰবাদৰপৰাই সকলো মানুহ সমান—এই ধাৰণাও ওলাইছে। ই অকল প্ৰকৃতিৰ দাসত্বৰপৰাই (আদি যুগত মানুহে প্ৰকৃতিৰ শক্তিবিলাক যেনে বৰষুণৰ দেৱতা ব'দৰ দেৱতা পূজা কৰিছিল) নহয়, তাতোকৈ ডাঙৰ দাসত্ব, মানুহৰ দাসত্বৰ-

পৰা মানুহক মুক্ত কৰে। মানুহৰ মনৰ বন্ধন ই কাটি পেলায়। কোৰাণে কৈছেঃ "গোলাম মনে মহৎ আৰু সুন্দৰ একো কৰিব নোবাৰে। মানুহৰ উন্নতিৰ প্ৰথম চৰ্ত হৈছে মনৰ স্বাধীনতা। একেশ্বৰবাদৰ দ্বাৰা কোৰাণে মানুহৰ মন স্বাধীন কৰি তুলিবলৈ সমৰ্থ হৈছে।"

কোৰাণত ঈশ্বৰক আল্লা বোলা হৈছে। ঐশ্বৰিক শক্তিৰ ই এটা সৰ্বনাম। বিভিন্ন গুণ অনুযায়ী ঈশ্বৰৰ আৰু বহুতো নাম দিয়া হৈছে যেনেঃ ৰব, ৰহমান্, ৰহিম। ৰব মানে হৈছে প্ৰভু বা পালন-কৰ্তা। ৰহমান আৰু ৰহিম শব্দই প্ৰেম বা দয়া বুজায়। কোৰাণৰ প্ৰতিটো অধ্যায়ৰ মূৰত আছে বিচমিল্লাহিৰ ৰহমানিৰ ৰহিম। ৰহমান মানে হৈছে তেওঁ, যিজনে মানুহৰ জীৱনৰ কাৰণে আৱশ্যকীয় সকলো সৃষ্টি কৰে বা যিজনে মানুহক তেওঁৰ (মানুহৰ) ক্ষমতা বিকাশৰ কাৰণে ৰাস্তা দেখুৱায়। ৰহিম মানে হৈছে তেওঁ, যিজনে মানুহক তেওঁৰ (মানুহৰ) প্ৰৰিশ্ৰমৰ মূল্য দিয়ে বা ভক্তজনক তেওঁ কৰা ভাল কামৰ কাৰণে যি পুৰস্কাৰ দিয়ে।

কোৰাণৰ মতে মৃত্যুৰ লগে লগে মানুহৰ জীৱন শেষ নহয়। মৃত্যুৱে উচ্চতৰ জীৱনৰ কাৰণে কেৱল দুৱাৰ মুকলি কৰে। যেনেকৈ ধূলিৰপৰা মানুহ হৈছে, সেইদৰে মানুহে কৰা কামৰপৰা উচ্চতৰ মানুহৰ বিকাশ হয়।

পৰজন্ম বা মৰণৰ পিচত জীৱন ইচলামৰ মূল কথা। এই পৃথিৱীৰ জীৱন আৰু মৃত্যুৰ পিচৰ জীৱনৰ লগত সম্বন্ধ আছে যদিও কোৰাণত বাৰে বাৰে কৈছে যে কোনো এক নিৰ্দিষ্ট দিনত জীৱনৰ সম্পূৰ্ণ বিকাশ হয়। এই দিনক ইয়ামুল কিয়ামুল বা বিচাৰৰ দিন বোলা হয়। বিচাৰৰ দিনৰ অৰ্থ হৈছে যে সত্যৰ জয় আৰু অসত্যৰ পৰাজয়। মৃতকৰ পুনৰুত্থান মানে তেওঁৰ নতুন আধ্যাত্মিক জন্ম। প্ৰ'ফটৰ শিক্ষাৰ দ্বাৰা আধ্যাত্মিক পুনৰ জন্ম লাভ কৰিব পাৰি। মৃত্যুৱে এই মাটিৰ দেহাৰ বন্ধন নোহোৱা কৰে আৰু তেতিয়া নতুন আৰু উচ্চতৰৰ জীৱন আৰম্ভ হয়। এই আইনে প্ৰতি মুহূৰ্ততে কাম কৰিছে। কোনো এক বিশেষ দিনৰ কাৰণে ই বাট চাই থকা নাই। স্বৰ্গ আৰু নৰক ইহজন্মতে আৰম্ভ হয় বুলি কোৱা হৈছে। ঈশ্বৰে প্ৰতি মুহূৰ্ততে বিচাৰ কৰিছে। প্ৰতিটো বেয়া কামেই মানুহৰ মনত সাঁচ ৰাখি যায়, তেতিয়াই তাৰ ফলাফলো দেখা দিয়ে। কোৰাণে কৈছেঃ "প্ৰত্তিজন মানুহৰ কাম তেওঁৰ ডিঙিত ওলমি থাকে।

বিচাৰৰ দিনাখন তেওঁৰ নামৰ খাতা ওলাব, মুকলি কিতাপৰদৰে, তেওঁৰ আগত তেতিয়া তেওঁৰ কামৰ হিচাব ওলাই পৰিব।" মুছলমানেই হওঁক বা অমুছলমানেই হওক, তেওঁ কৰা অতি ক্ষুদ্ৰ ভাল বা বেয়া কামৰ ফল দেখা দিবই।

মৰণৰ পিচৰ জীৱনৰ দুটা ভাগ হয়। যাৰ গাত বেযাতকৈ ভাল গুণ বেছি তেওঁ 'জান্নাত'ত বা স্বৰ্গত ঠাই পায়। যি বেছি পৰিমাণে বেযা তেওঁ জাহান্নাম বা নৰকত বাস কৰে। পৃথিবীত স্বৰ্গৰ লগত তুলনা কৰিবলৈ একো নাই। পৰজন্মত এই পৃথিবীৰ সময আৰু দেশৰ সম্পৰ্কে আমাৰ যি ধাৰণা সিযো নাখাটে। কোৰাণত কৈছে যে আকাশ আৰু পৃথিবী গোটেইখন ব্যাপী স্বৰ্গ। স্বৰ্গৰ সৰ্বশ্ৰেষ্ঠ আনন্দ হৈছে ঈশ্বৰৰ অনুগ্ৰহ। ধাৰ্মিকসকলে এই জীবনতে সৰ্বোচ্চ আধ্যাত্মিক আশীৰ্বাদৰ কাৰণে চেষ্টা কৰে। এনে আশীৰ্বাদ লাভ কৰিব পাৰিলে ইহজীবনতে মানুহে স্বৰ্গৰ সুখ লাভ কৰে। স্বৰ্গত দুখ নাই, ভাগৰ নাই, পৰিশ্ৰম নাই। তাত ঈৰ্ষা-ঈৰ্ষি নাই। স্বৰ্গ পৰমশান্তিৰ ঠাই। কিন্তু সেইবুলি ই ভোগৰ ঠাই নহয। ক্ৰমে উচ্চতৰ অবস্থালৈ যাবৰ কাৰণে স্বৰ্গ উপযোগী ঠাই।

পাপীক ঈশ্বৰমুখী কৰিবৰ কাৰণে, ঈশ্বৰে পাপীক শাস্তি দিযে। নৰকৰ শাস্তিৰ উদ্দেশ্যও হৈছে এযে। মানুহে নিজৰ কামৰ দোষত, নিজে নিজৰ শাস্তি মাতি আনে। তথাপি ঈশ্বৰে দযাকৰি তেওঁক সৃষ্টি কৰিছে। প্ৰেম বা দযাই হৈছে ঈশ্বৰৰ আঁচনিৰ চূড়ান্ত উদ্দেশ্য। সেই কাৰণে ভযাবহ হ'লেও, নৰকৰ নাম এঠাইত মৌলা অৰ্থাৎ পাপীৰ বন্ধু আৰু আন এঠাইত উমা বা মাতৃ দিযা হৈছে। ইয়াৰপৰা বুজা যায যে মানুহৰ পাপ নাইকিযা কৰিবৰ কাৰণেহে নৰক। যেনেকৈ জুযে সোণ পৰিষ্কাৰ কৰে, সেইদৰে পাপীক শেষত নৰকৰপৰা উদ্ধাৰ কৰা হ'ব বুলিও কোবা হৈছে।

কোৰাণৰ মতে ভগৱানৰ বাণী পাঁচ ৰকমে প্ৰকাশ হয। জীৱন থকা বস্তু যেনে, জন্তু, মানুহ, বিশেষ মানুহ। যেনে—নবী বা ৰচুল (মহাপুৰুষ) আৰু এঞ্জেল—এই সকলৰ ওচৰত ভগবানে আত্মপ্ৰকাশ কৰে। কিন্তু ইয়াৰ প্ৰতিটো শ্ৰেণীৰ আগত ঈশ্বৰে নিজক বেলেগ বেলেগ ধৰণে প্ৰকাশ কৰে।

মানুহৰ লগত ঐশ্বৰিক সম্পৰ্ক তিনি বিধৰ। প্ৰথমটো হৈছে মানুহৰ অন্তৰত কোনো ভাবৰ অনুপ্ৰেৰণা, দ্বিতীযটো হৈছে আঁৰত থাকি ঈশ্বৰৰ আদেশ জনোৱা প্ৰণালী, তৃতীয়টো হৈছে কেৱল নবী-

সকলৰ কাৰণ। গেব্রিয়েল বা এঞ্জেল ঈশ্বৰৰ বাণীলৈ নবীক দিয়েছি। মহম্মদৰ আগত এনেকৈ কোৰাণ প্ৰকাশ কৰা হয়। ভগৱানৰ বাণী সকলো মানুহৰ কাৰণেই—ঈশ্বৰক বিশ্বাস কৰকেই বা নকৰক। কোৰাণত আছে যে ঈশ্বৰত বিশ্বাস নকৰা এজন ৰজায়ো এটা দৃষ্টি লাভ কৰে। প্ৰফেট বা নবীসকলে উচ্চস্তৰৰ বাণী ভগবানৰপৰা শুনিবলৈ পায়। সাধাৰণ মানুহে তল খাপৰ কথা উপলব্ধি কৰে। মানুহ ওপৰ খাপলৈ উঠিবলৈ ঈশ্বৰে অনুগ্ৰহ কৰি বাট নেদেখুবালে নহয়। ভগবৎ ইচ্ছা প্ৰকাশৰ এই কাৰণে প্ৰযোজন হয়।

প্ৰফেটৰ আৰবী নাম হৈছে নবী। ভাষাগত অৰ্থাৎ যাৰে আগত ভবিষ্যৎ-বাণী প্ৰকাশ কৰা হৈছে তেওঁকেই নবী বুলিব পাৰি। কিন্তু ইচ্‌লামৰ ভাষাত নবী মানে হৈছে এনে এজন পুৰুষ যাক ঈশ্বৰে তেওঁৰ বাণী মানুহ জাতিৰ আগত প্ৰকাশ কৰিবলৈ নিৰ্বাচন কৰিছে। এনেকুৱা পুৰুষক ৰচুলো বোলা হয়। কোৰাণৰ মতে নবীও তেজ-মঙহৰ মানুহ। অবতাৰবাদ ইচ্‌লামে গ্ৰহণ নকৰে।

কোৰাণে আন ধৰ্মৰ প্ৰতি অসহিষ্ণুতা প্ৰচাৰ কৰে আৰু মহম্মদে এহাতে কোৰাণ আৰু আনহাতে তৰোৱাল লৈ ইচ্‌লাম ধৰ্ম প্ৰচাৰ কৰিছিল বুলি এটা ভুল ধাৰণা বদ্ধমূল হৈ আছে। ইচ্‌লামৰ মূলনীতি হৈছে পৃথিবীৰ সকলো নবীৰ ওপৰত বিশ্বাস। ইযেই প্ৰমাণ কৰে যে আন ধৰ্মৰ প্ৰতি অসহিষ্ণু বুলি কোৰাণ আৰু মহম্মদৰ বিৰুদ্ধে কৰা ওপৰৰ অভিযোগ সম্পূৰ্ণ মিছা।

যাৰ মহৎ আৰু উদাৰ প্ৰাণে পৃথিবীৰ বিশিষ্ট ধৰ্মৰ প্ৰতিষ্ঠাতা-সকলৰ প্ৰতি অকল শ্ৰদ্ধা আৰু প্ৰীতি ৰাখিবলৈকে প্ৰচাৰ কৰা নাছিল, তাতোকৈ বহু ডাঙৰ কথা—সেই প্ৰফেটসকলত বিশ্বাস ৰাখিবলৈ কৈছিল, তেওঁ সেই ধৰ্মবিলাকক বিদ্বেষ কৰাৰ দৰে সঙ্কীৰ্ণতালৈ নামিব নোৱাৰে। পৰধৰ্ম সহিষ্ণুতা বা দৰাচলতে ইংৰাজী 'টলাৰেন্স' শব্দই আন ধৰ্মৰ প্ৰতি ইচ্‌লামৰ যি উদাৰ মনোভাৱ তাক ভালকৈ প্ৰকাশ কৰিবই নোৱাৰে। ইচ্‌লামে সকলো ধৰ্মৰ প্ৰতি সমান প্ৰেম, সমান সন্মান আৰু সমান বিশ্বাস প্ৰচাৰ কৰিছে।

যিখন কিতাপে ধৰ্মৰ ক্ষেত্ৰৰপৰা বাধ্যবাধকতা সম্পূৰ্ণ বাদ দিছে, সেইখন কিতাপত আন ধৰ্মৰ প্ৰতি অসহিষ্ণুতাৰ কথা থাকিব নোৱাৰে। কোৰাণে কৈছে: "ধৰ্মত কোনো জোৰ-জবৰদস্তি নাই।" কোৰাণত বহুত বাৰ লিখিছে যে কোনে কি ধৰ্ম ল'ব সেইটো তেওঁৰ নিজৰ কথা। মানুহে নিজৰ ধৰ্ম নিজে বাচি ল'ব।

মুছলমানক যুদ্ধ কৰিবলৈ অনুমতি দিয়া হৈছিল সঁচা, কিন্তু কিহৰ কাৰণে যুদ্ধ কৰিবলৈ দিয়া হৈছিল ? অবিশ্বাসীক (যি ইচ্‌লাম ধৰ্ম লোবা নাই) ইচ্‌লাম ধৰ্ম ল'বলৈ বাধ্য কৰিবৰ কাৰণে যুদ্ধ কৰিবলৈ দিয়া হোৱা নাছিল। কাৰণ, ইচ্‌লামৰ উদাৰ নীতিৰ ই বিৰোধী। যুদ্ধ কৰিবলৈ অনুমতি দিয়া হৈছিল ধৰ্মৰ স্বাধীনতা স্থাপন কৰিবলৈ, ধৰ্ম সম্পৰ্কে সকলো নিৰ্যাতন বন্ধ কৰিবলৈ আৰু সকলো ধৰ্মৰ পূজাঘৰ ৰক্ষা কৰিবলৈ (তাৰ ভিতৰৰে মচ্‌জিদ)।

কিবিলাক চৰ্তত মুছলমানক যুদ্ধ কৰিবলৈ দিয়া হৈছিল ? ইচ্‌লামৰ ইতিহাস পঢ়া সকলো ছাত্ৰই জানে যে ইচ্‌লামে মক্কাত প্ৰতিষ্ঠা লাভ কৰিবলৈ আৰম্ভ কৰাৰ লগে লগে, পয়গম্বৰ মহম্মদ আৰু তেওঁৰ লগৰীয়াসকলৰ ওপৰত ভীষণ নিৰ্যাতন চলিছিল। মহম্মদৰ এশৰো ওপৰ লগৰীয়া এবিছীনিয়ালৈ পলাই গৈছিল, কিন্তু তাৰ পিচতো নিৰ্যাতন চলি আছিল। অবশেষত মুছলমানসকলে মদিনাত আশ্ৰয় ল'বলগীয়া হয়। তাতো তেওঁলোক নিৰাপদ নাছিল। মুছলমান-সকলক আৰু ইচ্‌লাম ধ্বংস কৰিবলৈ শত্ৰুৱে হাতত তৰোৱাল লৈছিল। কোৰাণত লিখিছে ঃ "যিসকলে তোমাৰ লগত যুদ্ধ কৰে তেওঁলোকৰ লগত যুদ্ধ কৰা। যুদ্ধ কৰোঁতে ঈশ্বৰৰ নীতি-নিয়ম ভঙ্গ নকৰিবা। সীমা পাৰ নহ'বা। কাৰণ যি এই সীমা পাৰ হয়, তেওঁক ঈশ্বৰে ভাল নাপায়।" শক্তিশালী উৎপীড়কৰ হাতৰপৰা নিৰ্যাতিত সম্প্ৰদায় এটি ৰক্ষা কৰিবলৈহে কোৰাণে যুদ্ধৰ অনুমতি দিছিল। নিৰ্যাতন বন্ধ হ'লেই যুদ্ধ উঠাই ল'বলৈ চৰ্ত দিয়া হৈছিল। নবীয়ে শত্ৰুৰ লগত শান্তিৰ সন্ধি কৰিছিল। হুদেই বিয়াৰ সন্ধি বিখ্যাত। এই সন্ধিৰ চৰ্ত মুছলমানসকলৰ কাৰণে অসুবিধাজনকেই নহয় অসন্মানজনকো। চৰ্ত আছিল যে যদি কোনো অবিশ্বাসীয়ে ইচ্‌লাম ধৰ্ম গ্ৰহণ কৰি মুছলমানসকলৰ লগ লৈ গৈছে তেওঁক ঘূৰাই দিব লাগিব, কিন্তু যদি কোনো মুছলমান অবিশ্বাসীৰ দললৈ গৈছে, তেওঁক ঘূৰাই দিব নালাগিব। মহম্মদে ইচ্‌লাম ধৰ্মত দীক্ষিত কৰাবলৈ জোৰ খটুওৱাৰ কথা যে মিছা ইযেই তাৰ প্ৰমাণ। মহম্মদৰ দৃঢ় বিশ্বাস আছিল যে তেওঁ আশ্ৰয় নিদিলেও কোনো মুছলমানে ইচ্‌লাম ধৰ্ম নেৰে। মহম্মদৰ এই আশা ফলৱতী হ'ল। এজনো মুছলমানে ইচ্‌লাম নেৰিলে আৰু বহুতে ইচ্‌লাম ল'লেহে।

যিসকলে ইচ্‌লাম ধৰ্ম এৰে, তেওঁলোকৰ প্ৰতি কোৰাণত মৃত্যুদণ্ডৰ বিধান আছে। কোৰাণ যেয়ে পঢ়িছে, তেওঁ জানে যে এনে

ধাৰণাৰ কোনো কাৰণ নাই। পশ্চিমৰ মানুহে ভাবে যে কোৰাণৰ মতে তিৰোতাৰ আত্মা নাই। সম্ভবতঃ কোৰাণ পঢ়িবলৈ নাপাওঁতেই এই ভাব য়ুৰোপৰ মানুহৰ মনত সোমায়। কোৰাণ পঢ়িলে দেখিব যে ধাৰ্মিক তিৰোতাক ধাৰ্মিক মতা মানুহৰে সৈতে সমান ঠাই দিয়া হৈছে।

ইচ্‌লামৰ আগতে আৰবৰ তিৰোতাৰ সম্পত্তিৰ অধিকাৰ নাই। তিৰোতাকো আন সম্পত্তিৰ লগৰ এটা বুলি ধৰা হৈছিল। কোৰাণে তিৰোতাক এই হীন অৱস্থাৰপৰা ওপৰলৈ তোলে। তিৰোতাক সম্পত্তিৰ অধিকাৰ দিয়া হয়। অভিযোগ কৰা হয় যে তিৰোতাৰ প্ৰতি যি উপকাৰ কৰা হ'ল, তাতকৈ বেছি অপকাৰ কৰা হ'ল কোৰাণত থকা বহু-বিবাহ আৰু পৰ্দা-প্ৰথাৰ দ্বাৰা। কিন্তু দৰাচলতে এগৰাকী বিয়া কৰোৱাহে ইচ্‌লামৰ নিয়ম। কিছুমান চৰ্তহে এজনীতকৈ বেছি বিয়া কৰাবলৈ অনুমতি দিয়া হৈছে। দ্বিতীয়তে আৱশ্যকমতে তিৰোতাক ঘৰৰ বাহিৰলৈ যাবলৈ কোৰাণে বাধা দিয়া নাছিল। মহম্মদৰ সময়ত তিৰোতা নিয়মমতে ওৰণি নোলোৱাকৈ মচ্‌জিদলৈ গৈছিল আৰু এটা বেলেগ শাৰীত থিয় হৈ মতা মানুহৰ লগতে প্ৰাৰ্থনা কৰিছিল। পথাৰত তিৰোতাই গিৰিয়েকৰে সৈতে কাম কৰিছিল, সেনাৰ লগত যুদ্ধক্ষেত্ৰলৈ গৈছিল আৰু আহতসকলৰ সেৱা-শুশ্ৰূষা কৰিছিল। উপাৰ্জন কৰিবলৈ তিৰোতাক বাধা দিয়া নহৈছিল। কেবল বয়স হ'লে হাত মুখৰ বাহিৰে, গোটেইটো গা ঢাকি ৰাখিবলৈ মহম্মদে পৰামৰ্শ দিছিল। সৌন্দৰ্য দেখুৱাই ফুৰিবলৈ নিষেধ কৰা হৈছিল যদিও তিৰোতাৰ কাম-কাজত বাধা দিয়া নহৈছিল। জীৱিকাৰ কাৰণে তিৰোতাই কাম কৰিব পাৰে। কাৰণ কোৰাণে কৈছে: "তিৰোতাই যি উপাৰ্জন কৰে তাৰ সুবিধা পাব।"

মহম্মদৰ জীৱন সম্পৰ্কে তীব্ৰ সমালোচনা কৰিছে যদিও মিঃ ওৱেলচে স্বীকাৰ কৰিছে যে মহম্মদৰ শিক্ষাই "নিষ্ঠুৰতা আৰু সামাজিক নিৰ্যাতনৰপৰা মুক্ত এনে এখন সমাজ গঢ়ি তোলে, যাৰ তুলনা তাৰ আগৰ পৃথিৱীত নাই।" দৈনন্দিন জীৱনত মৰম আৰু সুবিবেচনা ইচ্‌লামৰ এটা ঘাই গুণ। প্ৰীতি, উদাৰতা আৰু ভাতৃত্বৰ ভাৱেৰে ইচ্‌লাম পৰিপূৰ্ণ। ইচ্‌লামত আজিও বিজ্ঞ ডাক্তৰ, শিক্ষক আৰু প্ৰচাৰক আছে, কিন্তু পুৰোহিত নাই। বিভিন্ন অৰ্থ হ'ব পৰা প্ৰতীক, বেদী বা পুৰোহিতৰ মন্ত্ৰোচ্চাৰণ নোহোৱাকৈয়ে মহম্মদে শুদ্ধাচাৰ ভাতৃত্বৰ (পৃথিৱীৰ দৰে স্বৰ্গতো ৰজা, পুৰোহিত আদি ওখ ঠাইত বহিব আৰু

আন তলত বহিব এনে ধাৰণাৰ ঠাইত সকলো সমানভাৱে থাকিব এনে ধাৰণা আৰু পৃথিবীত বিশ্বাসঘাতক আৰু অসহিষ্ণু দলাদলিৰ ঠাইত বিশ্বাসী মানুহৰ ভাতৃত্বৰ ধাৰণা) ভাব মানুহৰ প্ৰাণত জগাই তুলিছিল ।

# খ্ৰীষ্ট ধৰ্ম

ধনেজনে শিক্ষাই আজি য়ুৰোপৰ জয়জয়কাৰ। য়ুৰোপৰ মানুহে আজিকালি পৃথিবীৰ ভিতৰত নিজক সভ্য আৰু উন্নত বুলি ভাবে। তেওঁলোকে এচিয়াক অৱজ্ঞা কৰে। য়ুৰোপৰ বেপাৰীয়ে আজি এচিয়াৰপৰা যি পায় লৈ গৈছে। এচিয়াৰ বহুতো দেশ য়ুৰোপৰ অধীনত। আজিৰ য়ুৰোপ যে বহুত বিষয়ত সঁচাকৈয়ে ডাঙৰ সেই বিষয়ে সন্দেহ নাই। বৰ্তমান কালত এচিয়াৰ নিশ্চয় অধঃপতনো ঘটিছে। কিন্তু এনে এদিন আছিল, যেতিয়া এচিয়া আছিল সকলোপিনে পৃথিবীৰ আগৰণুৱা দেশ। সেই দিনত এচিয়াৰ মানুহে য়ুৰোপ জয় কৰিছিল আৰু য়ুৰোপৰ মানুহক সভ্যতাৰ পোহৰ দিছিল। আৰ্য, স্বাইথিয়ান, হূন, আৰব, মঙ্গল, তাৰ্ক— এই সকলো এচিয়াৰ মানুহ। এওঁলোকে এচিয়াৰ কোনো এঠাইৰপৰা গৈ য়ুৰোপ আৰু এচিয়াত বিস্তাৰ লাভ কৰিছিল। বহুত দিনলৈকে য়ুৰোপ এচিয়াৰ উপনিবেশ আছিল আৰু আধুনিক য়ুৰোপৰ বহুতো মানুহ এচিয়াৰপৰা যোৱা আক্ৰমণকাৰীসকলৰ সতি-সন্ততি।

যিকেইজন লোকৰ চিন্তাধাৰাই পৃথিবীত আটাইতকৈ বেছি প্ৰভাৱ কৰিছে সেই আটাইকিজনৰে জন্ম হৈছে এচিয়াত। পৃথিবীৰ ঘাই ধৰ্মকেইটাৰ প্ৰতিষ্ঠাতা আটাইকিজনেই হ'ল এচিয়াৰ। হিন্দু ধৰ্মৰ কোনো এজনক প্ৰতিষ্ঠাতা বুলি বিচাৰি উলিয়াব নোৱাৰি। কেবাপুৰুষৰ বা ঋষি-মুনিসকলৰ সাধনাৰ ফলস্বৰূপ বেদ, বেদেই হিন্দু-ধৰ্মৰ মূল, ভাৰতত এই ধৰ্মৰ জন্ম হয়। বৌদ্ধ ধৰ্মৰ মূল, গৌতম বুদ্ধও ভাৰতৰ। কনফিউচিয়াচ চীনৰ, জোৰাষ্টাৰ পাৰস্যৰ। আজিৰ য়ুৰোপৰ আৰু আমেৰিকাৰ বেছিভাগ মানুহে যি ধৰ্ম গ্ৰহণ কৰিছে, সেই ধৰ্মৰ প্ৰতিষ্ঠাতা যীশুখ্ৰীষ্টৰ জন্ম জেৰুজালেমৰ বেথেলহামত। মুছলমান ধৰ্মৰ মহান বাণী যিজনে পৃথিবীত প্ৰথমে প্ৰচাৰ কৰিছিল, সেইজন মহাপুৰুষ হজৰত মহম্মদেও আৰবৰ মক্কাত জন্ম গ্ৰহণ কৰিছিল। কৃষ্ণ, বুদ্ধ, কনফিউচিয়াচ, জোৰাষ্টাৰ, যীশু, মহম্মদ আদি মহাপুৰুষ-সকলে এচিয়াক মহিমামণ্ডিত কৰি ৰাখিছে।

যীশুখ্ৰীষ্টই প্ৰচাৰ কৰাৰ কাৰণে তেওঁৰ নাম অনুযায়ী তেওঁৰ প্ৰচাৰিত ধৰ্মৰ নাম খ্ৰীষ্টান ধৰ্ম হৈছে। যীশুখ্ৰীষ্টৰ জন্মৰ বছৰ ধৰি খ্ৰীষ্টাব্দ গণনা কৰা হৈছে। এক খ্ৰীষ্টাব্দতে যীশুৰ জন্ম হৈছিল বুলি সঠিককৈ ক'ব নোৱাৰি। [ইতিহাসৰ বছৰবিলাক যীশুখ্ৰীষ্টৰ জন্মৰ

আগৰ আৰু পিচৰ, এই দুভাগত ভগোৱা হৈছে। খ্ৰীষ্টপূৰ্ব বা B C (Before Christ) খ্ৰীষ্টাব্দ বিলাক A D (Anno Domini) বা প্ৰভু জন্ম হোৱা বছৰ ]

যীশুৰ জীৱন কাহিনী জনা যায় মেথিব, মাৰ্ক, লুক আৰু ছেণ্ট জন—এই চাৰিখন 'গচপেল'ৰপৰা। নিউ টেষ্টামেণ্টৰ এইকেইটা ভাগ। শিষ্যসকলে প্ৰায় সকলো মহাপুৰুষৰে জীৱনত কিছুমান অলৌকিক ঘটনাৰ সমাবেশ কৰি ভাল পায়। এনে অলৌকিক কথা-বিলাকে মহাপুৰুষৰ প্ৰকৃত জীবন বুজাত বাধা জন্মায়। মহাপুৰুষসকলো আনৰ দৰেই মানুহ। তেজ-মঙহৰ মানুহ হৈয়ো ব্যক্তিগত লোভ-মোহ আদি ত্যাগ কৰি বিশ্বৰ কল্যাণৰ কাৰণে আত্মাহুতি কৰিব পৰাতেই তেওঁলোকৰ মহত্ব বেছি। সাধাৰণ মানুহে তেওঁত দেবত্ব আৰোপি পূজা জনায়, কিন্তু তেওঁৰ উপদেশৰাশি অবজ্ঞা কৰে। গৌতম বুদ্ধৰ দৰে যীশুখ্ৰীষ্টৰ বিষয়েও শিষ্যসকলে বহুতো অলৌকিক গল্প ৰচনা কৰে। যীশু আছিল অতি দুখীয়া ধৰ্ম প্ৰচাৰক। প্ৰখৰ সূৰ্যৰ তাপত গৰম ধূলিময় জুদাত তেওঁ দানহিচাপে যি পাইছিল তাকে খাই ভ্ৰমি ফুৰিছিল। কিন্তু এনেকৈ বৰ্ণনা কৰা হৈছে যেন যীশুৱে ভালকৈ সেওঁতা ফালি, পৰিষ্কাৰ ধকধকীয়া কাপোৰ পিন্ধি আকাশতহে বিচৰণ কৰিছিল। মেথিব আৰু লুকৰ এই দুখন 'গচপেল'ত যীশুৰ পিতৃ জোচেফক ৰজা ডেভিদৰ বংশ বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা হৈছে, যেন ডেভিদৰ দৰে এজন ৰজাৰ বংশত জন্ম ল'লে যীশুৰ সন্মান বাঢ়িব।

যীশুৰ নেজাৰাথত জন্ম হয়। গেলিলীত তেওঁ প্ৰচাৰ কৰে আৰু ত্ৰিশ বছৰমান বয়সত জেৰুজালেমলৈ যায়। যীশুৰ ল'ৰা কালৰ কথা বিশেষ জনা নেযায়। মধ্য-এচিয়া, কাশ্মীৰ, লাডাখ, তিব্বত আৰু ভাৰতবৰ্ষলৈয়ো তেওঁ আহিছিল বুলি কিছুমানে বিশ্বাস কৰে। এই বিষয়ে সঠিককৈ একো ক'ব নোৱাৰি। অবশ্যে যীশু ইয়ালৈ অহা একো অসম্ভব কথা নহয়। সেই কালত তক্ষশীলা বিশ্ববিদ্যালয়ত শিক্ষা ল'বলৈ দূৰ-দূৰণিৰ ছাত্ৰসকল আহিছিল। জ্ঞান চৰ্চাৰ বাবে যীশু বা ঈশাও আহিব পাৰে। বুদ্ধৰ শিক্ষাৰ লগত যীশুৰ শিক্ষাৰ কিছুমান বিষয়ে মিল আছে। যীশুৱে হয়তো বুদ্ধৰ মতবাদ ভালকৈ জানিছিল। কিন্তু ভাৰতলৈ নহাকৈয়ো যীশুৱে বুদ্ধৰ মতবাদ জানিব পাৰে। কিয়নো সেই সময়ত বৌদ্ধ ধৰ্মৰ কথা ভাৰতৰ বাহিৰতো ভালকৈ প্ৰচাৰ হৈছিল।

যীশু এজন ইহুদী। কিন্তু ইহুদীসকল তেওঁৰ শিক্ষাত বিৰক্ত হৈ উঠিল। কাৰণ, যীশুৱে প্ৰচাৰ কৰিছিল যে ঈশ্বৰ সকলো মানুহৰে দয়ালু পিতা। সূৰ্য্যই যেনেকৈ সকলো মানুহকে সমানে পোহৰ আৰু উত্তাপ দিয়ে, ঠিক তেনেকৈ ঈশ্বৰে সকলোকে সমান চকুৰে চায়। সকলো মানুহ ভাই ভাই, একে পৰম ঈশ্বৰ পৰম পিতাৰ সন্তান। আনপক্ষে ইহুদীসকলে অতদিন বিশ্বাস কৰি আহিছিল যে ঈশ্বৰ এজন আৰু সেইজন ঈশ্বৰে মানুহৰ ভিতৰত ইহুদীসকলক বেছি ভাল পায়। ঈশ্বৰে পিতৃপুৰুষ আব্ৰাহমৰ ওচৰত কথা দি থৈছে যে ইহুদীসকলে পৃথিৱীত এদিন প্ৰভুত্ব কৰিব। ইহুদীসকলে বাট চাইছিল, এজন 'মেছিয়া' বা ঈশ্বৰৰ দূতৰ কাৰণে। তেওঁলোকে ভাবিছিল যে ঈশ্বৰৰ দূত আহি ইহুদী জাতিক মানুহ জাতিৰ ভিতৰত ডাঙৰ কৰি তুলিব। ডেভিদ আৰু ছলমনৰ সময়ত কিছু দিনৰ কাৰণে সৌভাগ্য ভোগ কৰাৰ পিচত, ইহুদীসকলৰ বেয়া দিন আহে। তেওঁলোক ৰোম সাম্ৰাজ্যৰ গোটেইখনতে সিঁচৰিত হৈ পৰে। বেলেগ বেলেগ ঠাইত থাকিলেও ইহুদীসকলৰ পৰস্পৰৰ ভিতৰত জাতীয ভাবৰ এটা ডাঙৰ বান্ধোন আছে। দেশ বুলি এখন নথকা সত্ত্বেও আৰু নানান নিৰ্যাতন ভোগ কৰিবলগা হৈছিল যদিও, ইহুদীসকল আজিও টিকি আছে।

ইহুদীসকলক ধন-সোণ প্ৰভুত্বৰ আশা দিযক ছাবি, যীশুৱে ক'লে যে যাৰ যি আছে তাকো ত্যাগ কৰিব লাগে, তেহে ঈশ্বৰৰ ৰাজ্যত সোমাব পাৰিব। ইহুদীসকল ঈশ্বৰৰ বেছি প্ৰিয, এই বিশ্বাস ভুল বুলি তেওঁ ক'লে। এনেকথা ইহুদীসকলৰ মনঃপুত নাছিল। তেওঁ-লোকৰ কিছুমান যীশুৰ বিৰোধী হৈ উঠিল। যীশুৱে বেছিদিন প্ৰচাৰ কৰিবলৈ নাপালে। ইহুদীসকলে তেওঁক নি ৰোম কৰ্তৃপক্ষৰ হাতত গতাই দিলে। সেই কালত জেৰুজালেম ৰোমৰ তলত আছিল। ৰোম গভৰ্ণৰ পন্তিযাচ পিলেটে তাত শাসন কৰিছিল। জুদাত এখন আচৰিত ৰাজ্য পাতিব খুজিছে, এই অভিযোগৰ বিচাৰ কৰি পিলেটে যীশুক মৃত্যুদণ্ড দিলে। দুজন চোৰৰ লগত একেলগে যীশুৰ ফাঁচি হ'ল। শাৰীৰিক হিচাপে দুৰ্বল যীশুৰ চোৰকিজনতকৈ আগতেই প্ৰাণ গ'ল। গ্ৰেপ্তাৰ কৰি আনোঁতে ৰোম সেনাই যীশুৰ মূৰত কাঁইটৰ মুকুট পিন্ধাই দি ঠাট্টা-বিদ্ৰূপ কৰিছিল। মৃত্যুৰ সমযত যীশুৰ বয়স ত্ৰিশ বছৰতকৈ অলপহে বেছি হৈছিল। তেওঁৰ মৃত্যুদণ্ড হোৱাত শিষ্যসকলে ইমান ভয় খালে যে তেওঁলোকে যীশুক এৰা দিলে। শিষ্যসকলৰ বিশ্বাসঘাতকতাত যীশুৰ দুখ-যন্ত্ৰণা ইমান বেছি হৈ পৰিছিল যে তেও

গোলগোথা পাহাৰৰ ওপৰত ক্ৰুচত উঠি হৃদয়বিদাৰক এই কথাষাৰ কৈছিল: "হে মোৰ ঈশ্বৰ! মোৰ দেৱতা! মোক তুমি কিয় এৰিলা?"

যীশুৱে এখন নতুন ৰাজ্যৰ কথা কৈছিল। ঈশ্বৰৰ সেই ৰাজ্য। "ধনী মানুহ ঈশ্বৰৰ ৰাজ্যত সোমোবাতকৈ বেজি এটাৰ বিন্ধাইদি উট এটা পাৰ হোবাও বেছি সহজ।" যীশুৰ মানুহৰ নৈতিক উন্নতিৰ কাৰণে দহটা উপদেশ—চুৰ নকৰিবা, মিছা সাক্ষী নিদিবা, কাকো নঠগিবা, কাকো বধ নকৰিবা ইত্যাদি। ব্যক্তিগত সুখ-সম্ভোগ আৰু ধন-সম্পত্তিৰ তাৰতম্যৰ তেওঁ বিৰোধী আছিল। সকলো মানুহ আৰু তেওঁলোকৰ সম্পত্তি ঈশ্বৰৰ ৰাজ্যৰ বুলি ভাবিব লাগে। জীৱনৰ পবিত্ৰতাই হৈছে ঈশ্বৰৰ সেবা। যীশুবে এইদৰে অকল যে নৈতিক আৰু সামাজিক বিদ্ৰোহেই ঘোষণা কৰিছিল এনে নহয়, তেওঁৰ শিক্ষাই ৰাজনীতিৰ ওপৰতো প্ৰভাব পেলাইছিল। যীশুবে কৈছিল—এই কথা সচা যে তেওঁৰ ৰাজ্য এই পৃথিবীৰ ৰাজ্য নহয়। তেওঁৰ ৰাজ্য ৰজাৰ সিংহাসনত নাই, মানুহৰ অন্তৰতহে আছে। যি হিচাপে বা যি পৰিমাণে মানুহৰ অন্তৰত তেওঁৰ ৰাজ্য প্ৰতিষ্ঠা হ'ব সেই হিচাপে বা সেই পৰিমাণে এই সংসাৰখনৰো পৰিবৰ্ত্তন হ'ব। সকলো মহাপুৰুষেই একো একোজন বিপ্লৱী। কাৰণ তেওঁলোকে নতুন ভাৱধাৰাৰ বানপানীৰে মানুহৰ মনত তোলপাৰ লগাই দিয়ে আৰু নতুন ৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰে। যুগে যুগে সেয়েহে মহাপুৰুষসকলক তেওঁলোকৰ যুগৰ ৰক্ষণশীলদলে যিমান পাৰে বাধা দিয়ে। যীশুও এজন বিপ্লৱী। ধনী, পুৰোহিত আৰু শাসকসকলে নিজৰ নিজৰ দৃষ্টি-কোণৰপৰা যীশুৰ শিক্ষাত বিপদ দেখিলে।

ৰোমৰ শাসকসকলে ধৰ্মবিশ্বাসৰ কাৰণে সাধাৰণতে নিৰ্যাতন নকৰিছিল। ধৰ্ম সম্পৰ্কে তেওঁলোকৰ সহিষ্ণুতা আছিল। তিবেৰাচ নামে ৰোম সম্ৰাটে কৈছিল, "দেবতাসকলক কোনোবাই যদি অপমান কৰে, দেৱতাই তেওঁক যি কৰে কৰক।" ৰোম গভৰ্ণৰ পিলেটাচে যীশুৰ ধৰ্ম-মতৰ কথা যে বৰকৈ ভাবিছিল এনে নহয়। তেওঁৰ চকুত যীশু আছিল এজন ৰাজনৈতিক বিদ্ৰোহী। ইহুদীসকলে তেওঁক সমাজ বিদ্ৰোহী বুলি ভাবিছিল। আন সকলো ধৰ্মৰ দৰে খ্ৰীষ্টধৰ্ময়ো গোলাম আৰু নিপীড়িতসকলৰ ভিতৰতেই প্ৰথমে থিতাপি লয়। সৰ্বহাৰাসকলে যীশুৰ বাণীত মুক্তি আৰু অমৰত্বৰ আশা দেখে।

বিখ্যাত ঐতিহাসিক ওৱেলচে লেখিছে, "এজন ধনীমানুহে বা পুৰোহিতে বা বেপাৰীযে বা সম্ৰাটৰ কোনো চাকৰীয়ালে, তেওঁৰ জীৱন-প্ৰণালীত আমূল পৰিবৰ্তন নকৰাকৈ যীশুৰ প্ৰকৃত শিক্ষা গ্ৰহণ কৰিব নোৱাৰে। কিন্তু গৌতম বুদ্ধৰ এজন শিষ্যই যীশুৰ পৰামৰ্শ গ্ৰহণ কৰাত একো বাধা নাই। যীশুৰ শিষ্য এজনে তেনেদৰে বুদ্ধৰ শিক্ষা গ্ৰহণ কৰাত একো বাধা নাই। কনফুিউচিয়াচৰ শিক্ষাৰ লগত যীশুৰ শিক্ষাৰ মিল আছে।" সকলো মহাপুৰুষৰে মূল শিক্ষাত যথেষ্ট সাদৃশ্য আছে। বিভিন্ন ধৰ্মৰ মূল শিক্ষাও একে। সংকীৰ্ণ ভাবৰ শিষ্যসকলে মহাপুৰুষসকলৰ মহান শিক্ষা বুজিব নোৱাৰি পৰস্পৰৰ মতৰ বিৰোধিতাৰ ওপৰত জোৰ দি কাজিয়া কৰে।

যীশু জীয়াই থকা কালত, তেওঁৰ নাম পেলেষ্টাইনৰ বাহিৰত মানুহে বৰকৈ নেজানিলেই। ৰোমৰ মানুহে তেওঁৰ নামেই শুনা নাছিল। আজি পৃথিবীৰ কোটি কোটি মানুহে যীশুৰ ধৰ্ম গ্ৰহণ কৰিছে, কিন্তু কেইজনে তেওঁৰ প্ৰকৃত শিক্ষা ল'ব পাৰিছে? যীশুৱে অহিংসা প্ৰচাৰ কৰিছিল আৰু ব্যক্তিগত সম্পত্তিৰ লোভ এৰিবলৈ পৰামৰ্শ দিছিল। যীশুৰ শিষ্য বুলি যিসকলে আজি গৰ্ব কৰে, তেওঁলোকে তেওঁৰ বাণী কেনেকৈ মানিছে? তেওঁলোকৰ বহুতেই সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষক, যুদ্ধ-বিগ্ৰহৰ নামত তেওঁলোক মতলীয়া আৰু ধন-সোণেই তেওঁলোকৰ একমাত্ৰ দেৱতা। সেই কাৰণে বহুতে ভাবে যে আজিৰ যুগত পশ্চিমৰ বহুতো খ্ৰীষ্টানতকৈ গান্ধীজী যীশুৰ বেছি ওচৰৰ।

যীশুৰ ফাঁচিৰ লগে লগে তেওঁৰ বিপ্লৱ একেবাৰে জয় পৰি গ'ল যেন দেখা গৈছিল। তেওঁৰ সকলো শিষ্যই তেওঁক এৰিলে। পিটাৰ নামে এজনক যীশুৰ শিষ্য বুলি ধৰাত ক'লে, "মই যীশু নামে কোনো মানুহক চিনি নাপাওঁ।" কিন্তু মহান বাণী কেতিয়াও লোপ নাপায়। যীশুৰ কথাও আকৌ মানুহৰ মনলৈ আহিবলৈ ধৰিলে। ভয়ত যীশুক এৰি যোৱা শিষ্যসকলৰ মনলৈযো যীশুৰ ভাব আহিল। যীশু সম্পৰ্কে অলৌকিক গল্প ওলাবলৈ ধৰিলে। কোনো কোনোৱে যীশুক জীৱিত অৱস্থাত দেখিবলৈ পালে। গুজৱ ওলাল যে যীশুৰ মৃতদেহ কবৰত নাই। দেখা সাক্ষী আহি ক'লে যে তেওঁ যীশুক স-শৰীৰে ডাৱৰৰ মাজেদি ঈশ্বৰৰ ওচৰলৈ যোৱা দেখিছে। ক্ৰমে তেওঁলোকৰ মনত এই বিশ্বাস হ'ল যে যীশু আকৌ মহিমামণ্ডিত আৰু সৰ্বশক্তিমানহৈ পৃথিৱীলৈ আহিব আৰু মানুহ জাতিৰ বিচাৰ ল'ব। তেওঁলোকে এতিয়া ক'বলৈ ধৰিলে যে যীশু ইহুদীসকলে বাট চাই থকা মেছায়া বা ঈশ্বৰৰ

দূত। জুদা আৰু চিৰিযাত যীশুৰ মতবাদ প্ৰচাৰ হ'বলৈ ধৰিলে। কিন্তু যীশুৰ প্ৰকৃত শিক্ষা আৰু ভাব বহুতেই বুজিব পৰা নাছিল। শিষ্যসকলে যীশুৰ পৰামৰ্শ অনুযায়ী ব্যক্তিগত স্বাৰ্থ সম্পূৰ্ণ জলাঞ্জলি দিছিল আৰু সকলোৱে সম্পত্তি উমৈহতীয়াভাবে ৰাখিছিল। প্ৰেমৰ বাহিৰে তেওঁলোকৰ আন কোনো স্বাৰ্থৰ বান্ধোন নাছিল। কিন্তু তেওঁলোকৰ ধৰ্মবিশ্বাসৰ ভেটি আছিল। যীশুৰ পুনৰুত্থান আদি অলৌকিক গল্প। আত্মত্যাগৰ পুৰস্কাৰ যে আত্মত্যাগ আৰু মানুহে তেওঁৰ লগৰীয়া মানুহৰ প্ৰতি কৰা প্ৰেমৰ বাহিৰে যে আন ঈশ্বৰৰ ৰাজ্য (Kingdom of Heaven) নাই এই কথা তেওঁলোকৰ কমেইহে বুজিছিল। তেওঁলোকে ভাবিছিল যে এতিয়া যি ত্যাগ তেওঁলোকে কৰিছে, অচিৰে যেতিয়া যীশুৰ পুনৰুত্থান হ'ব, তেতিয়া তেওঁলোকে সেই ত্যাগৰ বিনিময়ত ক্ষমতা আদি পাব।

যীশুৰ পৰলোকৰ কিছুদিনৰ পিচত প'ল নামে এজন লোকে খ্ৰীষ্ট ধম প্ৰচাৰ কৰে। এওঁ যীশুক দেখা নাছিল। বৰ্তমান কালৰ বহুতো পণ্ডিতৰ মতে প'লেই হৈছে খ্ৰীষ্ট ধৰ্মৰ প্ৰকৃত প্ৰতিষ্ঠাতা। এওঁ পণ্ডিত লোক আছিল। নেজাৰেথৰ যীশুৰ নাম শুনাৰ আগতেই এওঁ এজন ধৰ্ম প্ৰচাৰক আছিল। নিউটেষ্টামেণ্টত আছে যে প্ৰথমতে প'ল যীশুৰ মতবাদৰ তীব্ৰ সমালোচক আছিল। সম্ভৱতঃ প'ল জন্মত ইহুদী। কোনো কোনো ইহুদী লেখকে এই কথা অস্বীকাৰ কৰে। আলেকজেন্দ্ৰিয়াৰ গ্ৰীক ধম মত এওঁ জানিছিল। এওঁ ইহুদী শিক্ষকৰ তলত পঢ়িছিল।

আদি শিষ্যসকলৰ মুখে মুখে চলি অহা কথাবপৰা এওঁৰ যীশুৰ শিক্ষাৰ লগত পৰিচয হৈছিল। যীশুৰ ভাবধাৰা প'লে বহুত পৰিমাণে আযত্ত কৰে। যীশুৰ শিক্ষা প'লে এটা ধৰ্ম মত হিচাপে গঢ়ি তোলে। ধনীয়ে সম্পত্তি ত্যাগ নকৰিলে যীশুৱে তেওঁক শিষ্য বুলি গ্ৰহণ নকৰিছিল। প'লে সম্পত্তি নেৰিলেও ধনীক গ্ৰহণ কৰিছিল। ব্যক্তিগত সম্পত্তি আৰু গোলামী প্ৰথা প'লৰ ধৰ্ম মতে সহ্য কৰিছিল। কিন্তু তথাপিও ইযাৰ বিপ্লবী ধৰ্ম বহুতখিনি আছিল। ই ৰোম সাম্ৰাজ্যৰ কিছুমান মূলকথাৰ বিৰোধী আছিল। জীবন বিপন্ন হৈছিল যদিও খ্ৰীষ্টানসকলে ৰোম সম্ৰাটক ঈশ্বৰ বুলি পূজা কৰিবলৈ অস্বীকাৰ কৰিলে। অস্ত্ৰ-শস্ত্ৰ নাছিল যদিও সেই সময়ৰ খ্ৰীষ্টানসকলৰ যথেষ্ট নিৰুপদ্ৰব শক্তি আছিল। ৰোম সাম্ৰাজ্যৰ অৰ্থনৈতিক ভেটিত নহ'লেও ৰাজনৈতিক ভেটিত তেওঁলোকে আঘাত কৰিছিল। ৰোম কৰ্তৃপক্ষৰ

আগত এটা নতুন সমস্যা দেখা দিছিল। নিৰস্ত্ৰ আৰু আন কথাত নিৰীহ যদিও বিপ্লৱী খ্ৰীষ্টানসকলে তেওঁলোকক বিমোৰত পেলাইছিল।

যীশুৱে নিজক ঈশ্বৰৰ সন্তান আৰু মানুহৰ ল'ৰা মানুহ বুলি পৰিচয় দিছিল। তেওঁ কোন, এই কথাত যীশুৱে বৰ কম জোৰ দিছিল। তেওঁ প্ৰচাৰ কৰিছিল ঈশ্বৰৰ ৰাজ্যৰ কথা দান, সেবা আৰু মানুহৰ ভ্ৰাতৃত্ব আদি শিক্ষা। প'ল আদি শিষ্যসকলে যীশুক মানুহতকৈ ডাঙৰ আৰু দেৱতাৰ তুল্য বুলি ঘোষণা কৰে। যীশু ঈশ্বৰনে? ঈশ্বৰে তেওঁক সৃষ্টি কৰিছিলনে? তেওঁ ঈশ্বৰৰে সৈতে একে নে বেলেগ? —এইবিলাক প্ৰশ্ন লৈ নানা বিতৰ্কৰ সূত্ৰপাত হ'ল। চতুৰ্থ খ্ৰীষ্টাব্দৰ সময়ৰ খ্ৰীষ্টানসকলৰ মাজত ঈশ্বৰৰ প্ৰকৃতি লৈ প্ৰবল তৰ্ক উঠিছিল আৰু যীশুৰ নৰনাৰায়ণ সেৱাৰ সৰল-সহজ আদৰ্শৰ শিক্ষা তেওঁলোকে অবহেলা কৰিছিল। এই বিষয়ে তিনিটা ঠাই মত দেখা যায়। এৰিযান, চেবেলিযান, ত্ৰিনিতেৰীযান। এৰিযানে বুজালে যে যীশু ঈশ্বৰতকৈ সৰু। এৰিযানসকলে এই মত ল'লে। চেবেলিয়ানসকলে ক'লে যে ঈশ্বৰ স্ৰষ্টা, ৰক্ষক আৰু পালক আৰু যীশু ঈশ্বৰৰ এটা লক্ষণ বা দিক। ত্ৰিনিতেৰীযানসকলে (আথানাচিযাচ এওঁলোকৰ নেতা) প্ৰচাৰ কৰিছিল যে পিতা, পুত্ৰ আৰু হলি ঘোষ্ট (Holy Ghost)—তিনিজন বেলেগ পুৰুষ, কিন্তু ঈশ্বৰ এজন। চাৰি আৰু পাঁচ খ্ৰীষ্টাব্দত খ্ৰীষ্টান সাহিত্যত এই দলবিলাকৰ ভিতৰত ঈৰ্ষা, প্ৰতিদ্বন্দ্বিতা আৰু পাণ্ডিত্য দেখুৱাৰ ভাব দেখা যায়। তেওঁলোকে চুলি এডালক ছফাল কৰি অতি সৰু-সুৰা কথালৈ সময় খেদাইছিল। এনে বিতৰ্কৰ কথা শুনি আজিৰ মানুহে হয়তো হাঁহিব। কিন্তু এই অসন্তৰ আলোচনাবিলাকৰ আঁৰতো, সত্য অন্বেষণৰ স্পৃহা দেখা যায়। প্ৰতিটো দলতে আত্মত্যাগী বীৰ ওলাইছিল।

কনষ্টেইনটাইনৰ আগৰ ৰোম সম্ৰাটসকল খ্ৰীষ্টধৰ্মৰ প্ৰতি বিৰূপ আছিল। কাৰণ সম্ৰাটৰ দেৱত্ব ই স্বীকাৰ নকৰিছিল। ৰোম সম্ৰাটসকলে ভাবিছিল যে খ্ৰীষ্টানসকল ইহুদী দলৰেই। তেওঁলোকে খ্ৰীষ্টানসকলক ইহুদী বুলি ভাবিছিল। কিযনো খ্ৰীষ্টানসকলে ৰোমৰ প্ৰকৃতি-পূজা আৰু সম্ৰাট-পূজা নেমানিছিল। সম্ৰাট ডেৰিযাচে প্ৰথম চৰকাৰীভাৱে নিপীড়ন আৰম্ভ কৰে। দিবক্লিটিয়ানৰ দিনত বহুতো খ্ৰীষ্টান বীৰে আত্মাহুতি দিবলগা হয়। গেলিনিযাদে প্ৰস্তাৱ কৰিছিল যে সম্ৰাটৰ নামত পূজা দিবলৈ যি অস্বীকাৰ কৰিব তেওঁক জীয়াই জীয়াই পুৰিব লাগে। দিৱক্লিটিয়ানে এই প্ৰস্তাৱ নল'লেও কঠোৰ

শাস্তিৰ বিধান দিছিল। আদেশ জাৰি কৰা হ'ল যে য'ত যিমান গিৰ্জা আছে, সকলো ভাঙি চূৰমাৰ কৰি পেলোৱা হ'ব। খ্ৰীষ্ট ধৰ্ম সম্পৰ্কীয় কিতাপ-পত্ৰবিলাক বিচাৰকৰ হাতত জমা দিব আৰু বিচাৰকে সেইবিলাক প্ৰকাশ্যভাবে পুৰি পেলাব।

প্ৰচাৰকসকলক সিংহৰ মুখত পেলাই দিয়া হৈছিল। গিৰ্জাৰ সম্পত্তিও বাজেযাপ্ত কৰা হ'ল। খ্ৰীষ্টানৰ বিৰুদ্ধে জজে যেইকোনো বিচাৰ ল'ব পাৰিছিল। কিন্তু খ্ৰীষ্টান এজনে আদালতত কোনো অভিযোগ কৰিব নোৱাৰিছিল। যিখন কাগজত এই আদেশ জাৰি কৰা হৈছিল, এজন খ্ৰীষ্টানে তাক ফালি পেলালে। অলপ অলপকৈ জুই দি তেওঁক জীয়াই জীয়াই পুৰি মৰা হ'ল। সম্ৰাটৰ সকলো অত্যাচাৰ অগ্ৰাহ্য কৰি এই বীৰজনে মুখত হাঁহি লৈ মৃত্যু বৰণ কৰিছিল। ঐতিহাসিক গীবন খ্ৰীষ্টানসকলৰ বিশ্বাসৰ দৃঢ়তা আৰু কষ্ট-ভোগ সম্পৰ্কে বিশেষ সহানুভূতিসম্পন্ন নহয়। কিন্তু গীবনৰ মতেও এই সময়ত প্ৰায় দুহেজাৰ খ্ৰীষ্টানে ৰোম সম্ৰাটৰ আদেশত প্ৰাণ দিবলগা হৈছিল।

গেলিৰিয়াচ পূৰ্বৰ প্ৰদেশৰ অধিনায়ক আছিল। এওঁ খ্ৰীষ্টানসকলৰ ওপৰত ভীষণ কঠোৰ অত্যাচাৰ চলাইছিল। খ্ৰীষ্টানসকলৰ আত্মত্যাগে সম্ভৱত এওঁৰ অন্তৰ স্পৰ্শ কৰিছিল। মৰিবৰ সময়ত এওঁ উপলব্ধি কৰিলে যে এটা দৃঢ়প্ৰতিজ্ঞ সম্প্ৰদায়ক এনেকৈ অত্যাচাৰ কৰি একো লাভ নাই। তেওঁ খ্ৰীষ্টানসকলৰ ধৰ্মমতৰ প্ৰতি সহিষ্ণুতা দেখুৱাবলৈ আদেশ দি গৈছিল, খ্ৰীষ্টানসকলক তেওঁলোকৰ ব্যক্তিগত মতামত প্ৰকাশ কৰিবলৈ আৰু উৎপীড়নৰ ভয় নোহোৱাকৈ গিৰ্জাত সমবেত হ'বলৈ স্বাধীনতা দিয়া হ'ল।

কোনো আদৰ্শৰ কাৰণে যেতিয়া মানুহ মৰিবলৈ সাজু হয় আৰু সঁচাকৈয়ে হাঁহিমুখে মৃত্যু বৰণ কৰে, তেতিয়া পৃথিৱীৰ কোনো শক্তিয়েই তেওঁলোকক আৰু তেওঁলোকৰ আদৰ্শক হেঁচা মাৰি তল পেলাই ৰাখিব নোৱাৰে। খ্ৰীষ্টানসকলে নিষ্ঠুৰ অত্যাচাৰ সহ্য কৰিলে আৰু মৃত্যু বৰণ কৰিলে, কিন্তু নিজৰ বিশ্বাস নেৰিলে। ইয়াৰ ফলত শেষত তেওঁলোকৰ জয় হ'ল। ৰোম সম্ৰাটে উৎপীড়ন বন্ধ কৰিবলগা হ'ল। চাৰি খ্ৰীষ্টাব্দত সম্ৰাট কনষ্টেন্‌টাইনে নিজে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিলে। তেতিয়াৰপৰা খ্ৰীষ্টান ধৰ্ম ৰোম সাম্ৰাজ্যৰ চৰকাৰী ধৰ্ম হ'ল।

খ্ৰীষ্ট ধৰ্মৰ ভিতৰত যিবিলাক মতভেদ আছিল তাৰ মীমাংসা কৰিবলৈ কনষ্টেনটাইনে ৩২৫ খ্ৰীষ্টাব্দত নিচা নামে নগৰত গিৰ্জাবিলাকৰ

প্ৰতিনিধিসকলৰ এখন সভা পাতে। সম্ৰাটে সোণৰ সিংহাসনত বহি এই সভাৰ সভাপতিত্ব কৰিছিল। সভাত হুলস্থূল লাগিল। এজনে তেওঁৰ বিৰোধীদলৰ বক্তাৰ গালত এচৰ মাৰিলে। এনে কাণ্ড দেখি বহুতে কাণত আঙুলি দি সভাৰপৰা ওলাই গ'ল। কনষ্টেনটাইন অশিক্ষিত আছিল। গ্ৰীক ভাষাত হোৱা আলোচনা তেওঁ বুজা নাছিল। গণ্ডগোলৰ কাৰণ তেওঁ তেওঁৰ দোভাষীৰপৰা বুজি ল'লে। সাম্ৰাজ্যৰ সংহতি ৰক্ষাৰ কাৰণে কনষ্টেনটাইনে এই বিৰোধিতাবিলাক নিৰ্মূল কৰিবলৈ স্থিৰ কৰিলে। নিচাত হোৱা সিদ্ধান্তমতে নিচান মতবাদ হয। যীশুৰ শিক্ষাৰ লগত এই মতবাদৰ মৌলিক পাৰ্থক্য আছে। খ্ৰীষ্টানসকলৰমতে নিচা মতবাদৰ ভিতৰতে যীশুৰ শিক্ষা সোমাই আছে। ইহুদী প্ৰফেটসকলৰপৰাই যীশুৰ নতুন শিক্ষা আৰম্ভ হয়। এই শিক্ষাৰ মন্দিৰ, পুৰোহিত বা বেদী নাই। পূজা-পাৰ্বন, ক্ৰিয়া-কাণ্ডও ইয়াত নাই। 'চাৰমন' (Sermon) বা পৰামৰ্শ দিয়াই ইযাৰ ঘাই কামণ প্ৰচাৰকসকলৰ সংগঠনেই ইযাৰ একমাত্ৰ সংগঠন, কিন্তু চতুৰ্থ শতিকাৰ খ্ৰীষ্টধৰ্ম হাজাৰ হাজাৰ বছৰৰপৰা চলি অহা পুৰোহিত ধৰ্মত পৰিণত হয। যীশুৰ শিক্ষাকে কেন্দ্ৰ কৰি হ'লেও দিকনৃচ, পুৰোহিত আৰু বিচপৰ অনুষ্ঠান গঢ়ি উঠে।

Homo-ousim আৰু Homoiousim এই দুটা শব্দ লৈ বিভিন্ন খ্ৰীষ্টান দলৰ মাজত যুদ্ধ লাগি বহুত মানুহ মৰিছিল। যীশুৰ দেৱত্ব সম্পৰ্কে এই দুটা শব্দৰ পাৰ্থক্য। শেষলৈ গৈ খ্ৰীষ্টান ধৰ্ম দুটা ভাগত ভাগ হয়। এটা লেটিন, আনটো গ্ৰীক। লেটিন ভাগৰ কেন্দ্ৰস্থল আছিল ৰোম। ৰোমৰ বিচপ ইযাৰ মুলত আছিল। পিচলৈ এওঁকেই পোপ বোলা হয়। গ্ৰীক ভাগৰ কেন্দ্ৰস্থল আছিল কনষ্টাণ্টিনোপল্, নষ্টেনটাইনে এই নগৰ প্ৰতিষ্ঠা কৰে। লেটিন গিৰ্জা উত্তৰ আৰু পশ্চিম য়ুৰোপত বিযপি পৰে। এই গিৰ্জাকে পিচলৈ ৰোমান কেথলিক গিৰ্জা নাম দিয়া হয়। গ্ৰীক গিৰ্জাসমূহক 'অৰ্থদকচ্ (নৈষ্ঠিক) চাৰ্চ' বোলা হয। ৰোমৰ পুবৰ সাম্ৰাজ্যৰ পতন হোৱাত, একমাত্ৰ ৰাছিয়াতহে অৰ্থদকচ চাৰ্চ চলিছিল। বৰ্তমানৰ বলচেভিক ৰাছিযাত কোনো গিৰ্জাকেই চৰকাৰীভাৱে স্বীকাৰ কৰা নহয়।

ৰোম আৰু গ্ৰীক অৰ্থদকচ চাৰ্চৰ মাজত পাৰ্থক্য হৈছে মূৰ্ত্তি ব্যবহাৰ কৰালৈ। ৰোম গিৰ্জাই ছেইণ্ট্ (ঋষি-মুনিৰ দৰে সাধুপুৰুষ) সকলৰ মূৰ্ত্তি পূজা সমৰ্থন কৰিছিল। গ্ৰীক গিৰ্জাই ইযাৰ বিৰোধিতা কৰিছিল। যীশুৰ এজন প্ৰথম শিষ্য পিটাৰ ৰোমলৈ আহিছিল আৰু

ভাত প্ৰথম বিচপ হৈছিল বুলি কিংবদন্তি আছে। এই কাৰণে খ্ৰীষ্টান-সকলে ৰোম আৰু ৰোমৰ বিচপক বিশেষ পবিত্ৰ জ্ঞান কৰিছিল। ৰোম সম্ৰাট যেতিয়াৰপৰা কনষ্টাণ্টিনোপল্‌লৈ গ'ল তেতিয়াৰপৰা ৰোমৰ বিচপৰ ক্ষমতা আৰু বাঢ়িল। বিচপসকলৰ ভিতৰত ৰোমৰ বিচপ প্ৰধান হৈ উঠিল। পিচলৈ তেওঁ পোপ উপাধি ল'লে। আজিলৈকে ৰোমৰ পোপ ৰোমান কেথলিক গিৰ্জাৰ নেতা।

নৈতিক, শাৰীৰিক আৰু বুদ্ধি-বৃত্তি সকলোপিনে ছয় আৰু সাত শতিকাৰ য়ুৰোপ বৰ তললৈ নামে। এই সময়ৰ য়ুৰোপ পুনৰ অসভ্যতাৰ অন্ধকাৰত ডুব দিয়ে। ৰোমান সভ্যতাৰ নৈতিক মেৰুদণ্ড নোহোৱা হয়। ৰোম সভ্যতা আছিল ধনৰ সভ্যতা। বেছিভাগ মানুহক গোলাম বাধি ৰোমৰ ৰাজনৈতিক ক্ষমতা বজায় ৰখা হৈছিল। বাহিৰত ৰোম সাম্ৰাজ্যৰ জাকজমক আৰু ঐশ্বৰ্যৰ এটা ৰূপ আছিল। কিন্তু ভিতৰি ভিতৰি নিষ্ঠুৰতা, নিৰ্বোধিতা আৰু স্থবিৰতাই ইয়াক খুলি খুলি খাইছিল। এনে অৱস্থাৰ মাজত খ্ৰীষ্ট ধৰ্মই নিজক প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিবলগীয়া হয়।

পশ্চিমৰ জগতত খ্ৰীষ্টান মনাচ টেৰী (মঠ) বিলাকে সমাজ সংস্কাৰত আগভাগ লয়। য়ুৰোপৰ মঠৰ জীৱনৰ লগত ছেইণ্ট বেনিদিক্টৰ নাম জড়িত আছে। তেওঁ ৪৮০ আৰু ৫৪৪ খ্ৰীষ্টাব্দৰ মানুহ। ইটালীত তেওঁৰ জন্ম। ৰোমৰ ৫০ মাইল দূৰৰ এটুকুৰা হাবিৰ মাজত এটা গহ্বৰত তেওঁ তিনি বছৰ আছিল। এনে অটল গহ্বৰত তেওঁ আছিল যে ভক্তসকলে ৰছীত বান্ধি তেওঁক খোৱা-বস্তু যোগাব লগা হৈছিল। ভাৰতত চাৰিওফালে জুই জ্বলাই লৈ উগ্ৰ গৰমত তপস্যা কৰা, বহুকাল উৰ্দ্ধবাহু হৈ এটা বাহু অসাৰ কৰি পেলোৱা সাধু-সন্ন্যাসী আছিল। তেওঁলোকে ভাবিছিল এনে আত্মনিগ্ৰহ ধৰ্ম। য়ুৰোপতো এনে লোক আছিল। এওঁলোকৰ কোনোবে সাধাৰণ মানুহৰ এনে অদ্ভুত কাণ্ড দেখি ভয় খাই টকা-কড়ি দিব—এই লালসাত আৰু কোনোবে এনে আত্মনিগ্ৰহৰপৰা বেছি পবিত্ৰ হ'ব পাৰিব বুলি ভাবি এনে কাম কৰিছিল। পিচলৈ ই কমি আহে। খ্ৰীষ্ট যুগৰ আগভাগত নিৰ্জন ঠাইলৈ গৈ সংসাৰৰপৰা দূৰত বহুতে নিজক শাস্তি দি ধৰ্ম কৰা বুলি ভাবিছিল। বিশেষকৈ ইজিপ্তত এনে সাধু বেছি আছিল। আদি কালত বহুত দিনলৈকে খ্ৰীষ্টানসকলে ভাবিছিল যে সুখভোগ মানেই পাপ। আজিৰ য়ুৰোপৰ ভাব ইয়াৰ বিপৰীত।

বুদ্ধদেৱে এওঁ উপলব্ধি কৰিলে যে আত্মনিগ্ৰহ কৰি সত্য লাভ

নহয়। এজন সাধুৱে এটা সংকীৰ্ণ গহ্বৰত নিজক বান্ধি ৰাখিছিল আৰু কৈছিল যে সাধু জীৱনৰ ই এটা প্ৰধান চৰ্ত। বেনিদিক্টে তেওঁক ক'লে, "তোমাৰ বান্ধ কাটি পেলোবা, কাৰণ, ঈশ্বৰৰ প্ৰকৃত ভক্তই শিকলিৰে নিজক শিলত বান্ধি নাৰাখে, তেওঁ যীশুৰ ন্যায়-নীতিহে আখৰে আখৰে মানি চলে। ৰাজনীতিৰ বিষয়তো বেনিদিক্টে প্ৰভাৱ কৰিছিল। গ'থ আৰু ইটালীয়সকলৰ ভিতৰত আপোচ কৰিবলৈ চেষ্টা কৰিছিল। গ'থ ৰজা টৰ্থিলাই যেতিয়া গ্ৰীকৰ হাতৰপৰা নেপলছ্ ল'লে, গথসকলে বেনিদিক্টৰ পৰামৰ্শ মতে তিৰোতাসকলক আৰু বন্দীসকলক ভাল ব্যৱহাৰ কৰিছিল। দহ বছৰৰ আগতে সম্ৰাট জাষ্টিনিয়ানৰ সেনাপতিয়ে যেতিয়া নেপলছ্ লৈছিল তেতিয়া সাধাৰণ নাগৰিকৰ হত্যাকাণ্ডৰে তেওঁ বিজয় উৎসৱ পাতিছিল।

বেনিদিক্টৰ এজন প্ৰধান শিষ্য হৈছে পোপ গ্ৰেগৰী (৫৪০-৬০৪)। মঙ্ক বা সাধুৰ ভিতৰত প্ৰথম এৱেঁই পোপ হয়। পোপৰ ভিতৰত সকলোতকৈ এওঁ দক্ষ আৰু উৎসাহী আছিল। ৰোমত স্বাধীন ৰজাৰ দৰে এওঁ শাসন কৰিছিল। গ্ৰেগৰীয়ে সেনা-বাহিনী সংগঠন কৰিছিল আৰু সন্ধি কৰিছিল। বেনিদিক্টৰ নীতি-নিয়ম এওঁৰ প্ৰভাৱত লেটিন মঠবিলাকত চলে। সাত আৰু আঠ খ্ৰীষ্টাব্দত বেনিদিক্টৰ মঠৰ বিস্তাৰ হয়। খেতি, শিল্প আৰু কিতাপ-পত্ৰ ৰখা আদি সকলো বিষয়ে মঠবিলাকেই শিক্ষাৰ কেন্দ্ৰ আছিল। তেতিয়াৰপৰা আঠশ বছৰ অন্ধকাৰ আৰু বিশৃঙ্খল য়ুৰোপত তাৰ মঠবিলাকেই পোহৰ দিছিল। মঠবিলাকৰ লগে লগে স্কুল আছিল আৰু মধ্য যুগত সেইবিলাকেই বিশ্ববিদ্যালয়ত পৰিণত হয়। ৰোম সাম্ৰাজ্যৰ পতনৰ পিচত সামাজিক বিশৃঙ্খলা দেখা দিয়ে আৰু তাৰ ফলত ৰোমৰ স্কুলবিলাক উঠি যায়। এটা সময় আছিল যেতিয়া বৃটেন বা ফ্ৰান্সৰ খুব কম খ্ৰীষ্টপুৰোহিতেইহে গোচপেল পঢ়িব জানিছিল। ক্ৰমে ক্ৰমেহে শিক্ষা বিস্তাৰ হয়।

ধৰ্ম সম্বন্ধীয় সঙ্গীতৰ বাহিৰে আন সঙ্গীত অনুশীলন কৰিবলৈ খ্ৰীষ্টানসকলক বাধা দিয়া হৈছিল। ছেইণ্ট জেৰোমে কৈছিল: "খ্ৰীষ্টান ছোৱালীয়ে বীণ বা বাঁহী হাতত লোৱা উচিত নহয়।" Psalm গান আদি খ্ৰীষ্টানসকলে ইহুদী চাৰ্ভিচৰপৰা লয়। আদি খ্ৰীষ্ট যুগৰ সঙ্গীতৰ গুৰি গ্ৰীকতকৈ চেমিটিকহে বেছি ওচৰ চপা।

ইংলণ্ড আৰু পশ্চিম য়ুৰোপত খ্ৰীষ্ট-ধৰ্মৰ নাম যেতিয়া শুনাই নাছিল, আনকি ৰোমতো যেতিয়া খ্ৰীষ্ট-ধৰ্ম ঘিণোৱা হৈছিল আৰু খ্ৰীষ্টান ধৰ্ম ল'লে নিৰ্যাতন কৰা হৈছিল, তাৰো বহুত আগতে খ্ৰীষ্ট

ধৰ্ম ভাৰতত প্ৰচাৰ হৈছিল। যীশুৰ পৰলোক হোবাৰ প্ৰায় এশ বছৰমানৰ ভিতৰতে সাগৰেদি খ্ৰীষ্টান মিছনেৰী ভাৰতলৈ আহিছিল। তেওঁলোকক সাদৰি লোৱা হৈছিল আৰু তেওঁলোকৰ নতুন ধৰ্ম প্ৰচাৰ কৰিবলৈ দিয়া হৈছিল। দক্ষিণ ভাৰতৰ বহুত মানুহে তেতিয়াই খ্ৰীষ্টান ধৰ্ম লয়। আজিও তেওঁলোকৰ উত্তৰাধিকাৰীসকল সেই ধৰ্মতে আছে। তেওঁলোকে পুৰণি খ্ৰীষ্ট ধৰ্মৰ যিটো শাখা লৈছিল সেইটো শাখা এতিয়া য়ুৰোপত নাযেই।

# মধ্যযুগৰ বেপাৰ-বাণিজ্য

অধ্যাপক পাবাৰে লেখিছে, "মধ্যযুগত য়ুৰোপত বেপাৰ-বাণিজ্য বাঢ়িছিল সঁচা, কিন্তু চীন, ভাৰত আৰু সুদূৰ প্ৰাচ্যৰ মুছলমান ৰাজ্যৰ বেপাৰে য়ুৰোপৰ বেপাৰক চেৰ পেলাই বহুত দূৰ আগবাঢ়ি গৈছিল। য়ুৰোপৰ সাগৰৰ বন্দৰত বেপাৰী পালতৰা নাও অনবৰত চলা-ফিৰা কৰিছিল। ১৫ শতিকাৰ শেষ ভাগত অঁকা এখন ফৰাচী ছবিয়ে মধ্যযুগৰ য়ুৰোপৰ বন্দৰৰ সজীব অৱস্থা ফুটাই তুলিছে। ছবিখনত আছে: পালতৰা নাবৰপৰা অনবৰত মাল বস্তু উঠোৱা আৰু নমোৱা হৈছে। গাৰঁলীয়া বুঢ়া মানুহে বাৰি এডালৰ মূৰত টোপোলা বান্ধি কান্ধত পেলাই লৈ কুঁজা হৈ খোজ দিছে। ভৰিত মোজা নোহোৱা শুদা বুট জোতা।"

চীন আৰু ভাৰতৰ বন্দৰবিলাক পশ্চিমৰ বেপাৰী নগৰবিলাকতকৈ প্ৰায়ে বেছি জাকজমকপূৰ্ণ আছিল। মোগল খানসকলৰ ৰাজত্ব কালত যিসকল য়ুৰোপীয় মানুহ এচিয়ালৈ গৈছিল, এচিয়াৰ বেহা-বেপাৰ আৰু নানা তৰহৰ জাহাজ দেখি তেওঁলোকে তবধ মানিছিল। কেণ্টন নগৰ দেখি এজন ইটালীয় পৰ্যটকে মন্তব্য কৰিছিল, "তিনিখন ভেনিচৰ সমান এইখন নগৰ। ইয়াত ইমান জাহাজ চলাচল কৰে যে বহুতেই সেই কথা বিশ্বাস কৰিবলৈকে টান পাব।" যাত্ৰী আৰু নাবিক লৈ ৭০০ মানুহ ধৰা চীনৰ জাহাজৰ কথা মাৰ্কপ'লোৰ বৰ্ণনাত পোৱা যায়। আজিকালি চীনৰপৰা ছুয়েজ খাললৈ যিটো বাটেদি জাহাজ চলে, সেই দিনতো সেই বাটেদিয়েই চলিছিল। চীনৰ কেণ্টন আদি বন্দৰৰপৰা সুন্দৰ পাট, আদা প্ৰভৃতি বোজাই কৰি জাহাজ ইণ্ডো-চীনলৈ গৈছিল। তাৰপৰা মূল্যবান কাঠ বোজাই কৰি যৱ-সুমাত্ৰালৈ গৈছিল। তাত লং, জলকীয়া আৰু মছলা সংগ্ৰহ কৰি লোৱা হৈছিল। তাৰপৰা জাহাজ লঙ্কালৈ বা মালাবাৰ আৰু ত্ৰিবাঙ্কুৰৰ কালিকট আদি বন্দৰলৈ গৈছিল। তাৰ ভাৰতীয় আৰু আৰব বেপাৰীয়ে চীনৰ জাহাজ লগ পায়। আৰবৰ বেপাৰীয়ে য়ুৰোপৰপৰা মাল লৈ আহে। তাতে এচিয়া আৰু য়ুৰোপৰ মালামাল আদল-বদল

কৰি কিনা-বেচা হয়। এতিয়া দেখা গ'ল যে পিকিঙৰপৰা চীন, শ্যাম আৰু ভাৰতৰ উপকূলেদি জাহাজ কালিকটলৈকে গৈছিল। তাৰপৰা এটা বাট গৈছিল ওৰমুজলৈ। ওৰমুজত সকলো মাল নমাই মাটিযেদি বাগদাদ, ডামস্কচ আৰু চিৰিয়াৰ উপকূললৈ নিয়া হৈছিল। আন এটা ৰাস্তা আছিল এডেনলৈ। এডেনত জাহাজ বদলি কৰি লোহিত সাগৰেদি ওপৰ ইজিপ্টলৈ আৰু তাৰপৰা আলেকজেন্দ্ৰিয়ালৈ যোৱা হয়। বেপাৰৰ তৃতীয়টো ৰাস্তা হৈছে গোবি মৰুভূমিৰ ওপৰেদি ছমৰকণ্ডলৈ যোৱা হয়। পশ্চিমলৈ যোৱা খাই ৰাস্তাৰ লগত এচিয়াৰ সকলো বেপাৰৰ ৰাস্তা যোগ হৈছিল। আৰববিলাক আগৰেপৰা ডাঙৰ বেপাৰী জাতি। ইচ্‌লামৰ পতাকাৰ তলত ৰাজনৈতিক ক্ষেত্ৰত উন্নতি কৰাৰ লগে লগে তেওঁলোকৰ বেপাৰো বহল হয়। আৰব বেপাৰী ভাৰত, চীন আৰু লঙ্কাৰ বন্দৰলৈকে গৈছিল। কৃষ্ণসাগৰ পাৰহৈ ভল্গা নদীয়েদি উজাই ৰাছিয়াৰ সোঁমাজলৈকে তেওঁলোক গৈছিল। আফ্ৰিকাৰ উত্তৰ আৰু পূব উপকূল তেওঁলোকে শোষণ কৰে। ক্ৰুচেদাৰসকলে আংশিকৰূপে বাধা নিদিয়ালৈকে আৰবসকলে স্পেইনৰপৰা পশ্চিম ভূমধ্য সাগৰত প্ৰভুত্ব কৰিছিল। মধ্যযুগত এচিয়া আৰু য়ুৰোপৰ মাজত আদান-প্ৰদানৰ সেতু আছিল আৰবসকল।

দক্ষিণ ভাৰতৰ বন্দৰত চীনৰ জাহাজে আৰবসকলক লগ পায়। আৰবসকলে নিজৰ জাহাজেৰেও চীনলৈ গৈছিল। য়ুৰোপ আৰু এচিয়া এই দুয়োখন মহাদেশৰ দুপিনেদি অহা বেপাৰৰ ৰাস্তাৰ সঙ্গমস্থল আৰু মাল-বস্তু আদান-প্ৰদানৰ মাজৰ ঠাই আছিল দক্ষিণ ভাৰত। মাৰ্ক'পল'বে ক'বৰ দৰে মকৰাৰ জালৰ দৰে মিহি বিখ্যাত তেলুগু মছলিন্‌, মালাবাৰৰ জালুক, গোলকুণ্ডাৰ হীৰা, পাৰস্য উপসাগৰৰ মুকুতা লৈ চীনৰ জাহাজ চীনলৈ ঘূৰি গৈছিল। আৰব আৰু ভাৰতীয় জাহাজে চীন আৰু ভাৰতীয় মাল-বস্তু লৈ য়ুৰোপলৈ গৈছিল। ভাৰতৰপৰা য়ুৰোপলৈ যোৱা দুটা বাট আছিল। পাৰস্য আৰু চিৰিয়াইদি আছিল এটা বাট। ভাৰতৰ জাহাজ পাৰস্য উপসাগৰেদি বাসৰালৈ গৈছিল আৰু ওৰমুজত জাহাজ ৰখাই মাল নমাইছিল। তাৰপৰা বাগদাদ আদি চহৰলৈ উটৰ ওপৰত উঠি যোৱা হৈছিল। পাৰস্যৰ বেপাৰীসকলৰো আন্তৰ্জাতিক বেপাৰ আছিল। পাৰস্যৰ গন্ধক চীনলৈ, গ্ৰীচলৈ চীনৰ চীনা মাটিৰ পাত্ৰ, গ্ৰীচৰ ফুল বছা পচমী কাপোৰ ভাৰতলৈ, ভাৰতীয় তীখা এলেপ্পোলৈ, এলেপ্পোৰ কাঁচ ইয়েমেনলৈ, ইয়েমেনৰ বস্ত্ৰ পাৰস্যলৈ অনা নিয়া কৰা হৈছিল।

১২৫৮ খ্ৰীষ্টাব্দত কিয়েচৰ এজন ধনী বেপাৰীয়ে এনেধৰণৰ বেপাৰ কৰাৰ কথা পোৱা যায়।

ভাৰতৰপৰা য়ুৰোপলৈ যোবা আনটো ৰাস্তা হৈছে ইজিপ্টেদি। কালিকটৰপৰা ভাৰতীয় আৰু আৰব জাহাজ এডেনলৈ গৈছিল। এডেনত জাহাজ বদলি কৰি লোহিত সাগৰেদি ওপৰ ইজিপ্টলৈকে যোবা হৈছিল। তাতে মালবিলাক নমাই উটৰ পিঠিত তুলি মৰুভূমিৰ ওপৰেদি নীল নদীলৈকে নিয়া হৈছিল। তাৰপৰা নাও আৰু আলিযেদি আলেকজেন্দ্ৰিয়ালৈ যোবা হৈছিল। মধ্যযুগৰ শেহৰ পিনে ভেনিচৰ বেপাৰীসকলে বছৰি একোবাৰ গৈ আলেকজেন্দ্ৰিয়াৰপৰা পূবদেশৰ বস্তুবিলাক কিনি আনিছিল। এইদৰে এচিয়া, আফ্ৰিকা আৰু য়ুৰোপৰ ভিতৰত মধ্যযুগৰ বেপাৰ চলিছিল

এই দুটা বাটৰ উপৰিও আৰু এটা তৃতীয় বাট আছিল মধ্য-এচিয়াৰ মাজেদি। এইটো মাটিৰ ৰাস্তা। এই ৰাস্তাইদি বছৰি হাজাৰ হাজাৰ উট চলাচল কৰিছিল। উটৰ ওপৰত বেপাৰৰ বস্তু বোজাই কৰি নিয়া হৈছিল। চীনৰপৰা তিনিটা উটৰ ৰাস্তা আছিল, এই ৰাস্তাকেইটা আহি মিলিছিল ছমৰকণ্ড আৰু বোখাৰাত। এচিয়াৰ সকলো বেপাৰৰ ৰাস্তাৰ এয়ে আছিল সঙ্গমস্থল। চীনৰপৰা পাটৰ কাপোৰ লৈ অহা বেপাৰীয়ে খাইবাৰ পাছেদি বা কান্দাহাৰ বা কাবুলেদি ভাৰত আৰু আফগানিস্তানৰপৰা অহা বেপাৰীসকলক লগ পাইছিল। পশ্চিমৰপৰা অহা বেপাৰীও ইয়াতে লগ হৈছিল। উত্তৰ ভাৰত আৰু উত্তৰ চীনৰ বেপাৰৰ কাৰণে এই ৰাস্তাটো বেছি উপযোগী আছিল।

# ভাৰতত য়ুৰোপীয় শক্তিৰ অভ্যুত্থান

মধ্যযুগৰ য়ুৰোপৰ মানত ভাৰতবৰ্ষ আছিল এখন সপোনপুৰীৰ দৰে। য়ুৰোপৰ বজাৰত ভাৰতে সুন্দৰ সুন্দৰ আৰু আচৰিত বস্তুবিলাক যোগোৱাত, তেওঁলোকে ভাবিছিল সেই দেশ কিজানিবা কিমান ধনী! কি আচৰিত কাৰ্য-কুশলতা ইযাৰ মানুহৰ! ব্যৱসায়ী য়ুৰোপৰ দুঃসাহসিক লোকসকলৰ কাজেই আকাঙ্ক্ষা হ'ল এই ভাৰতবৰ্ষ দেশখন আবিষ্কাৰ কৰিবলৈ। কলম্বচে ভাৰতবৰ্ষলৈ অহা সাগৰৰ ৰাস্তা উলিযাবলৈ গৈযেইহে দৈবক্ৰমে আমেৰিকা আবিষ্কাৰ কৰে। সেই সময়ৰ য়ুৰোপীয জাতিবিলাকে ভাৰতলৈ অহা সাগৰৰ ৰাস্তা উলিযাবলৈ পৰস্পৰৰ লগত ফেৰ মাৰিছিল। পৰ্টুগালৰ ভাস্কো-দি-গামা নামে এজনেই পোনপ্ৰথমে ভাৰতলৈ সাগৰৰ ৰাস্তা আবিষ্কাৰ কৰাত কৃতকাৰ্য হয়। ধন দৌলতৰ লোভত য়ুৰোপৰ মানুহে পুব দেশৰ প্ৰতি, বিশেষকৈ ভাৰতৰ প্ৰতি ১৫ শ শতিকাত বিশেষ চকু দিয়ে। সাগৰেদি অহা-যোৱা কৰিব পাৰিলে মাটিৰ ৰাস্তাইদি বেপাৰ কৰাৰ বহুতখিনি অসুবিধা দূৰ হ'ব বুলি ভাবি, তেওঁলোকে সাগৰৰ ৰাস্তা আবিষ্কাৰত মন দিছিল। মধ্যযুগত ইটালীৰ বন্দৰ ভেনিচ আৰু জেনোৱা পুবদেশৰ লগত বেপাৰ কৰাত আগৰণুৱা আছিল। য়ুৰোপৰ উত্তৰ আৰু পশ্চিমৰ দেশবিলাকে পুবৰ লগত বেপাৰ কৰাৰ সুবিধা নেপাইছিল। কাজেই ভাৰতৰ বস্তুবিলাক সস্তাত পাবৰ কাৰণে পোনপটিযাভাবে তেওঁলোকে ভাৰতৰ লগত বেপাৰ চলাবলৈ চেষ্টা কৰাটো স্বাভাবিক।

পৰ্টুগালৰ 'ভাস্কোদিগামাই কেপ্ অপগুড হ'পেদি ঘূৰি ১৪৯৮ খ্ৰীষ্টাব্দৰ ২২ মে তাৰিখে কালিকটত নামেহি। কালিকটত তেতিয়া শাসন কৰিছিল জামৰিন্ উপাধিধাৰী এজন হিন্দু ৰজাই। জামৰিণে ভাস্কোদিগামা আৰু তেওঁৰ লগৰীয়াসকলক সাদৰ ব্যৱহাৰ জনায়। অতিথিবৎসল জামৰিণে নেজানিছিল যে এদিন এইসকল লোকেই তেওঁৰ বংশ উচ্ছেদ কৰি তেওঁৰ সিংহাসন দখল কৰিব। ১৫০০ খ্ৰীষ্টাব্দত পৰ্টুগীজসকলে কালিকটত এটা ফেক্টৰী স্থাপন কৰে। ১৫০৬ চনত তেওঁলোকে গোৱা লয়। ১৫১০ চনত তেওঁলোকে কালিকট লুট কৰে আৰু ৰাজপ্ৰাসাদ পুৰি পেলায়। সেই সময়ত ভাৰতীয়সকলে বন্দুকৰ ব্যৱহাৰ নাজানিছিল। অতীত ভাৰতত বন্দুকৰ প্ৰচলন থকাৰ প্ৰমাণ

পোৱা যায় যদিও এই সময়ৰ ভাৰতে বন্দুকৰ ব্যৱহাৰ পাহৰিছিল। আগ্নেয়াস্ত্ৰৰ সুবিধা থকাত পৰ্টুগীজসকলে ভাৰতীয়সকলক সহজে হৰুৱাইছিল। ভাৰতত ভৰি দিয়াৰ এশ বছৰ নৌহওঁতেই তেওঁলোকে জাপানলৈকে ভাৰত মহাসাগৰৰ তলানলা লয় আৰু পূবৰ বহুতো দেশত তেওঁলোকৰ বিজয়-পতাকা উৰায়। মাঙ্গালোৰ, কোচীন, লঙ্কা, ওৰমুজ, দিউ, গোৱা আৰু নাগপট্টম তেওঁলোকৰ তললৈ যায়। তেওঁলোক বেপাৰ কৰিবলৈ আহিছিল আৰু বেপাৰৰ কৃতকাৰ্যতাত তেওঁলোক সন্তুষ্ট হৈছিল।

১৮১৮ খ্ৰীষ্টাব্দৰ ৩১ জানুৱাৰী তাৰিখৰ এখন চিঠিত লেফ-টেনেণ্ট কৰ্ণেল আলেকজেণ্ডাৰ ৰাকাৰে লেখিছিল, "য়ুৰোপৰ সকলো জাতিৰ বেপাৰ অভিযানকাৰীসকলৰ প্ৰতি ভাৰতীয় ৰাষ্ট্ৰবিলাকে একে ধৰণে উৎসাহজনক আৰু বন্ধুজনক ব্যৱহাৰ কৰিছিল। দেশত বহুত ধৰণৰ বস্তু উৎপন্ন হৈছিল কাৰণে বিদেশীসকলক সাদৰী লোৱাটো তেওলোকৰ নীতি আছিল। বেছিভাগ দলপতি বা কোঁৱৰৰে নিজৰ ব্যৱসায় আছিল বা প্ৰজাৰ বেপাৰৰ ওপৰত কৰ বহুৱা হৈছিল। ইয়াৰপৰা যথেষ্ট উপাৰ্জন হৈছিল। গতিকে য়ুৰোপীয় নাবিকসকলৰ আগমনত অকল যে সন্তোষেই পোৱা হৈছিল এনে নহয়, কোনো কোনো ক্ষেত্ৰত তেওঁলোকৰ আগমন উপলক্ষে উৎসৱ পতাও হৈছিল।"

এশবছৰৰো ওপৰ পৰ্টুগীজসকলে ভাৰত সাগৰৰ লাভজনক ব্যৱসায় একচেটিয়াভাৱে দখল কৰিছিল। তেওঁলোকৰ ধন-ঐশ্বৰ্য দেখি য়ুৰোপে তবধ মানিছিল। য়ুৰোপীয় জাতিৰ ভিতৰত পৰ্টুগীজসকলেই প্ৰথমে ভাৰতত ৰাজনৈতিক অধিকাৰ লাভ কৰে। কিন্তু পৰ্টুগীজ সকলৰ তললৈ অহা দেশবিলাকে তেওঁলোকৰ শাসনৰ বোজাত কেঁকাৰ লগা হয়। যাতে ভাৰতীয় ৰাষ্ট্ৰবিলাক একেলগ হ'ব নোৱাৰে, সেই অৰ্থে ইখন ৰাজ্যক সিখন ৰাজ্যৰ বিৰুদ্ধে ফেটাই দিয়া নীতি তেওঁ-লোকে অনুসৰণ কৰিছিল। পৰ্টুগীজসকলে ভাৰতীয় সেনাক য়ুৰোপীয় প্ৰণালীত যুদ্ধ বিদ্যাৰ শিক্ষা দিছিল। য়ুৰোপীয় সেনাপতিৰ তলত তেওঁলোকে ভাৰতীয় সেনা নিয়োগ কৰিছিল। তেওঁলোকৰ ক্ষমতা ৰক্ষাৰ কাৰণে ভাৰতীয় সেনাক আগ্নেয়াস্ত্ৰৰ ব্যৱহাৰো শিকোৱা হৈছিল।

ক্ৰুচে লেখিছে, "পৰ্টুগীজসকলৰ যাই নীতি আছিল আৰব আৰু পাৰস্য উপসাগৰেদি ভাৰতৰ বস্তু য়ুৰোপলৈ যোৱাৰ ৰাস্তা বন্ধ কৰা আৰু সেই পুৰণি ৰাস্তাবিলাকৰ ঠাইত তেওঁলোকে আৱিষ্কাৰ কৰা নতুন ৰাস্তালৈ আনি ভাৰতৰ সকলো বেপাৰ একচেটিয়া কৰি

লোৱা।" পৰ্টুগীজসকল অভাৱনীয়ভাৱে ধন-সম্পদৰ অধীশ্বৰ হ'ল সঁচা, কিন্তু প্ৰাচ্যত তেওঁলোকৰ প্ৰভাৱ কমিবলৈ ধৰিলে। ১৫৪৫ খ্ৰীষ্টাব্দত ভাৰতৰ গৱৰ্ণৰ এলফঞ্জ-দ্য চৌজাই কৈছে, "পৰ্টুগীজসকলে এহাতে তৰোৱাল আৰু আনহাতে ক্ৰুছ-চিহ্ন লৈ ভাৰত সোমাইছিল। বহুত সোণ পাই, তেওঁলোকে ক্ৰুছ-চিহ্ন থৈ যিপান পাৰে জেপত সোণ ভৰাবলৈ ল'লে। কিন্তু সোণ ইমান গধুৰ হ'ল যে এহাতেৰে ধৰিব নোবাৰি, তেওঁলোকে সিহাতৰ তৰোৱালখনো পেলাই দিলে। এই অৱস্থাত পাই পিচত অহাসকলে পৰ্টুগীজসকলক সহজে খেদালে।"

পৰ্টুগীজসকল ধৰ্মমত সম্পৰ্কে অসহিষ্ণু আছিল। যি দেশলৈ যায় সেই দেশত তেওঁলোকে নিজৰ ধৰ্মমত বলবৎ কৰিবলৈ বিচাৰিছিল। ফলস্বৰূপে দখল কৰা দেশৰ মানুহৰ সহানুভূতি তেওঁলোকে হেৰুৱাইছিল। আগৰণুৱাহৈয়ো ভাৰতত সাম্ৰাজ্য ৰাখিব নোবাৰাৰ ই এটা কাৰণ।

## ডিনেমাৰ বা ডেনসকল

সম্ৰাট আউৰংজেবৰ নাতিযেক আজিম উচ চানে দহটা বছৰেকীয়া কিস্তিত ৩০,০০০ টকা লৈ ডেনসকলক বেপাৰ কৰিবলৈ 'ফৰমান' বা অনুমতি-পত্ৰ দিয়ে। ১৬৯৮ খ্ৰীষ্টাব্দত বঙ্গদেশত তেওঁলোকে ব্যৱসায় আৰম্ভ কৰে। ১৭৫৫ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰত ফেক্টৰী সাজিবৰ কাৰণে বঙ্গৰ নবাবৰপৰা অনুমতি পায়। আমেৰিকা, ফ্ৰান্স, হলেণ্ডৰ লগত ইংলণ্ডৰ শত্ৰুতা থকা সময়ত, ইংলণ্ডৰ জাহাজ সদায় আক্ৰান্ত হোৱাৰ ভয় আছিল। সেই সময়ত শ্ৰীৰামপুৰৰ সোণালী সুযোগ মিলিছিল। ১৮০৮ খ্ৰীষ্টাব্দত বঙ্গত ডেনসকলৰ সৌভাগ্য ৰবি মাৰ যায়। ইংলণ্ডে ডেনমাৰ্কৰপৰা কোপেনহেগেণত জাহাজবিলাক লুটি লয় আৰু শ্ৰীৰামপুৰ দখল কৰে। ১৮১৫ খ্ৰীষ্টাব্দত শ্ৰীৰামপুৰ ঘূৰাই দিলেও, ডেনিচ ইষ্ট ইণ্ডিয়া কোম্পানী তেতিয়া দেৱলীয়া অৱস্থাত আছিল। ১৮৪৩ খ্ৰীষ্টাব্দত ১২ লাখ টকাত শ্ৰীৰামপুৰ আৰু ত্ৰাণকুবাৰ বৃটিছ গৱৰ্ণমেণ্টে লয়।

## ভাৰতত ডাচ বা ওলন্দাজসকল

১৬ শতিকাৰ শেষভাগত ডাচসকলে ভাৰতত বেপাৰ কৰিবলৈ ধৰে। স্পেইনৰ ওচৰত যেতিয়ালৈকে তেওঁলোক অনুগত আছিল, তেতিয়ালৈকে লিবচনৰ বজাৰৰপৰা তেওঁলোকে ভাৰতীয় মাল কিনিছিল। কিন্তু স্পেইনৰ শৃঙ্খল দলিয়াই পেলোৱাত আৰু ১৫৮০ চনত স্পেইন

আৰু পৰ্টুগাল স্পেইনৰ ৰজাৰ তলত একত্ৰিত হোৱাত লিবচনৰ ৰজাৰ তেওঁলোকৰ কাৰণে বন্ধ হ'ল। তেওঁলোকৰ জাহাজবিলাক বাজেয়াপ্ত হ'ল আৰু মালিকসকল বন্দী হ'ল। ইযাৰে এজন ডাচ বন্দীয়ে পৰ্টুগীজ নাবিকৰপৰা ভাৰতৰ কাহিনী শুনিছিল। ফাটেকৰপৰা ওলাই তেওঁ নিজ দেশলৈ পলাই যায়। ডাচ্ সকলে এওঁৰ মুখে পৰ্টুগীজসকলে কেনেকৈ পুবদেশৰ লগত বেপাৰ কৰি ধনী হৈছে, তাৰ কাহিনী শুনি মোহিত হ'ল। ৮খন জাহাজ তেতিয়াই পুব দেশলৈ পঠিওৱা হ'ল। চাৰিখন কেপ-অপ-গুড্ হ'পেদি আৰু বাকী কেইখন উত্তৰপূবৰ বাটেদি ৰাওণা হয়। সেই দিনত য়ুৰোপীয নাবিকসকলে ভাৰতৰ লগত সাগৰেদি বেপাৰ কৰিবলৈ ব্যগ্ৰ আছিল। কিন্তু সাধাৰণ ভূগোলৰ ভাল জ্ঞান নথকাত, তেওঁলোকে উত্তৰ-পশ্চিম, উত্তৰ-পুব আদি ৰাস্তা লৈছিল। কলম্বচে পশ্চিমেদি আহি ভাৰত পাব বুলি ভুল কৰিছিল। ভাস্কোদিগামাই দক্ষিণৰ ৰাস্তা লৈছিল। ইংৰাজ আৰু ডাচ্ সকলে উত্তৰেদি আহি ভাৰত পাব বুলি ভাবিছিল। অবশ্যে তেওঁলোক ভাৰতলৈ অহাত কৃতকাৰ্য হোবা নাছিল। কিন্তু উত্তৰৰ কিছুমান দ্বীপ বা প্ৰণালী তেওঁলোকে আবিষ্কাৰ কৰে। ডাচ্ সকলে নোভাজেম্বলা আবিষ্কাৰ কৰে। কেপ্ অব্ গুড হ'পেদি যোবা ডাচ্ জাহাজ চাৰিখনে যব্ন আবিষ্কাৰ কৰে। ১৫৯৮ খ্ৰীষ্টাব্দমানত ডাচ্ সকলে ইষ্টইণ্ডিজত ভালকৈ দখল লয়। মাদ্ৰাজৰ ছুটুকুৰামান ঠাইত আৰম্ভ কৰি, তেওঁ-লোকে ক্ৰমে ভাৰতৰ আন ঠাইতো ফেক্টৰী সাজে। বেপাৰত যেতিযালৈকে আছিল, ডাচ সকলে উন্নতিযেই কৰিছিল কিন্তু তেওঁলোকৰ ভাৰতবৰ্ষ শাসন কৰাৰ লোভ জন্মিল। ইংৰাজসকলে কলিতেই তেওঁলোকৰ এই আকাঙ্ক্ষা মষিমূৰ কৰে।

পলাচীৰ যুদ্ধৰ পিচত মিৰজাফৰ বঙ্গৰ নবাব হয়। নবাব চিৰাজউদ্দৌলাৰ প্ৰতি বিশ্বাসঘাতকতা কৰাৰ কাৰণে তেওঁ ক্লাইবৰ পৰা এই অনুগ্ৰহ লাভ কৰে। কিন্তু নবাব হলেও তেওঁ ক্লাইবৰ হাতৰ পুতলা হৈ থাকিব লগা হৈছিল। মিৰজাফৰে এই অৱস্থা অসহনীয় যেন পালে। সেযে তেওঁ ইংৰাজৰ হাতৰপৰা মুক্ত হ'বলৈ চেষ্টা কৰিছিল। এই উদ্দেশ্যে তেওঁ ডাচসকলক সেনা আনিবলৈ তলে তলে উদগনি দিছিল। বাটাভিযাৰ (জাকাৰ্তা) পৰা ৭ খন জাহাজত ১,১০০ জন য়ুৰোপীয় আৰু মালয় সেনা আহিল। ক্লাইবে মিৰজাফৰ আৰু ডাচসকলৰ অভিসন্ধি বুজিলে। কৰ্ণেল ফৰ্ড নামে এজনক পঠিয়াই ডাচ্ সকলৰ অভিযান চুঁচুৰা আহি পাব নোৱাৰা

কৰিলে। ডাচ্‌সকলে ইংৰাজৰ ঠাই লোৱা চেষ্টা এনেকৈ ব্যৰ্থ হ'ল। ইয়াৰ পিচত ভাৰতত ডাচ্‌সকলে অধিকাৰ কৰা ঠাইৰপৰা তেওঁ-লোকৰ লাভ হওক ছাৰি লোকচান হ'বলৈ ধৰিলে। ১৮০৫ চনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ডাচ্‌সকলৰ লগত চুঁচুৰা আৰু মলাক্কা সলাই ল'লে। ভাৰতত ডাচ সকলৰ উল্লেখযোগ্য একো চিন নেথাকিল।

## ভাৰতত ইংৰাজ

পর্টুগীজসকলে ভাৰতলৈ সাগৰৰ বাট উলিওবাত লিচ্‌বনত ভাৰতীয় মালৰ এখন ডাঙৰ বজাৰ হৈ উঠে। ইংৰাজসকল পর্টুগীজ-সকলৰ প্ৰতি ঈৰ্ষান্বিত হৈ উঠিল। সেই সময়ত ইংলণ্ডৰ এটা ডাঙৰ বন্দৰ হিচাপে বৃষ্টলৰ নাম ওলায়। আগৰ দিনৰ সাগৰৰ ডকাইত ৰজাৰ সতি-সন্ততি হিচাপে ইযাৰ নাবিকসকল দুৰ্দান্ত আৰু দুঃসাহসিক নাবিক আছিল। ১৫২৭ চনত ৰবাৰ্ট থৰ্ণ নামে বৃষ্টলৰ বেপাৰী এজনে ইংলণ্ডৰ ৰজা অষ্টম হেনৰীলৈ আবেদন জনাই পৰামৰ্শ দিয়ে যে উত্তৰ-পশ্চিমেদি ভাৰতলৈ এটা ৰাস্তা খুলিব লাগে। ৫০ বছৰবো ওপৰকাল ইংৰাজ নাবিকসকলে উত্তৰ-পশ্চিম পিনেদি ভাৰত পাবলৈ কঠোৰ চেষ্টা কৰে। কিন্তু এই সকলো চেষ্টা বিফল হয়। ১৫৭৮ খ্ৰীষ্টাব্দত ছাৰ ফ্ৰান্সিচ ড্ৰেকে ভাৰতৰপৰা লিচবনলৈ ঘূৰি অহা পর্টু-গালৰ জাহাজ এখন ধৰি লুট কৰে। লুট কৰি লোৱা বস্তুৰ ভিতৰত তেওঁ এখন চাৰ্ট পায। সেই চাৰ্টত কেপেদি ঘূৰি ভাৰতলৈ অহা ৰাস্তাৰ সম্ভেদ আছিল। ১৫৯৪ চনত ছাৰ জন লেফাষ্টাৰে কেপেদি যৰ ওলাযগৈ। ১৬০০ চনত ৰাণী এলিজাবেথৰপৰা ভাৰত আদি পূব দেশৰ লগত বেপাৰ কৰিবলৈ লণ্ডনৰ বেপাৰী কোম্পানী এটাই চনদ পায়। এয়ে ইষ্ট ইণ্ডিযা কোম্প্যানী। দুঃসাহসিক অভিযানকাৰী সকলৰ এখন সমাজক ৰাণী এলিজাবেথে এই চনদ দিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ বুৰঞ্জীত ব্ৰুচে লেখিছে যে কোম্পানীৰ ডিৰে-ক্টৰসকলে কোনো কামত ভদ্ৰলোক নিয়োগ নকৰিবলৈ স্থিৰ কৰে। ভদ্ৰলোক নিয়োগ কৰাত কোম্পানীৰ এই অনিচ্ছাৰপৰা কোম্প্যানীৰ গঠনতন্ত্ৰ আৰু উদ্দেশ্য বুজিবলৈ সহজ হয়। শেহলৈকে কোম্পানী প্ৰায়ে এনে দুঃসাহসিক লোকসকলক লৈয়ে গঠিত হৈছিল যিসকলৰ গাত ভদ্ৰলোকৰ যোগ্যতা বেছি নাই। আধ্যাত্মিক বা নৈতিক কোনো বিধিৰ প্ৰতি এওঁলোকৰ বিশেষ শ্ৰদ্ধা নাছিল।

ভাৰত-ভূমিত ভৰি দিয়া প্ৰথম ইংৰাজ হৈছে কেপ্তেইন হকিন্স। ১৬০৮ চনত হেক্টৰ নামে জাহাজত তেওঁ আহি সুৰাটত নামে। তেওঁ সেই সময়ৰ ইংলণ্ডৰ ৰজা প্ৰথম জেমচ্‌ৰপৰা মোগল সম্ৰাটলৈ এখন চিঠি লৈ আহিছিল। তেওঁ আগ্ৰালৈ গ'ল। মোগল সম্ৰাট জাহাঙ্গীৰে তেওঁক সদয় ব্যবহাৰ কৰে। আমেৰিকাৰ এগৰাকী খ্ৰীষ্টান তিৰোতা হকিন্সলৈ বিয়া দিয়াৰ কথাও পোৱা যায়। সম্ৰাটৰ দৰবাৰৰ পৰ্টু'-গীজ জেচুইট্‌সকলে তেওঁৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা বুলি জানি হকিন্স সুৰাটলৈ ঘূৰি যাব লগা হয়। ১৬১২ চনত যুদ্ধৰ কাৰণে সুসজ্জিত চাৰিখন জাহাজেৰে সৈতে কেপ্তেইন টমাচ্‌ বেষ্টক পঠিওৱা হয়। সুৰাটৰ পৰ্টু'গীজ সেনাক তেওঁ আক্ৰমণ কৰে আৰু পৰ্টু'গীজ নৌ-বহৰ দখল কৰে। পৰ্টু'গীজবিলাক পৰাস্ত হ'লত সুৰাট ইংৰাজসকলৰ হাতত পৰে। প্ৰাচ্যত ইংৰাজৰ সন্মান এনেকৈ বৃদ্ধি পালে। ১৬১৩ চনৰ ৬ ফেব্ৰুৱাৰীত সম্ৰাট জাহাঙ্গীৰৰপৰা সুৰাটত ফেক্টৰী কৰিবলৈ ইংৰাজসকলে অনুমতি পায়। সম্ৰাটৰ ৰাজসভাত এজন ইংৰাজ দূত ৰখাৰ সুবিধাও দিয়া হয়। মোগল সম্ৰাটৰ ৰাজসভাত ছাৰ টমাচ্‌ ৰোৱেই প্ৰথম ইংৰাজ দূত। এবেঁই ভাৰতত ইংৰাজৰ বেপাৰৰ ভেটি স্থাপন কৰে। সুৰাটৰ উপৰিও পশ্চিম উপকূলত আৰু ১৬২৮ চনত মাদ্ৰাজৰ ৭০ মাইল উত্তৰে আৰ্মাগাৱঁত ইংৰাজসকলে কাৰখানা পাতে। ১৬৪০ চনত ইংৰাজসকলে কলিকতাত ফেক্টৰী সাজিবলৈ অনুমতি পায়। ইযাৰ আগতে বঙ্গৰ বেপাৰ পৰ্টু'গীজসকলৰ হাতত আছিল। কিন্তু পৰ্টু'গীজসকলে গোলামৰ বেপাৰ চলোৱাত আৰু বঙ্গৰ নবাবক অমান্য কৰাত মোগল সম্ৰাটৰ বিৰাগভাজন হৈছিল। চাহজাহানে পৰ্টু'গীজসকলৰ বিৰুদ্ধে এটা সেনা-বাহিনী পঠিয়ায়। পৰ্টু'গীজসকল পৰাস্ত হয়। তেওঁলোকৰ জাহাজ পুৰি পেলোৱা হয়। হুগলীত তেওঁলোকৰ বসতি উচ্ছেদ কৰা হয়। বহুতো পৰ্টু'গীজক বন্দী কৰি আগ্ৰালৈ নিয়া হয়। পৰ্টু'গীজসকল ধ্বংস হোৱাত, ইংৰাজসকলে তেওঁলোকৰ হাতলৈ বেপাৰ আনিবলৈ ব্যগ্ৰ হ'ল। বঙ্গ দেশৰ লগত বেপাৰ কৰিবলৈ তেওঁলোকে অনুমতি পালে। কিন্তু ইংৰাজসকলে যথেষ্ট কৰ দিব লগা হৈছিল আৰু তেওঁলোকৰ জাহাজ হুগলী নদীয়েদি সোমাবলৈ দিয়া নহৈছিল— পিপলীতে ৰ'ব লাগিছিল।

গল্প আছে যে ১৬৪৪ চনত সম্ৰাটৰ মৰমৰ জীয়েক জাহানাৰাক বৰকৈ পোৰে দেশীয় চিকিৎসাত কোনোমতে ভাল নোহোৱাত

চাহজাহানে সুৰাটৰ ইংৰাজ চিকিৎসকক মাতি পঠিয়ালে। মিঃ গাব্রিয়েল বৌটন নামে এজন ইংৰাজ চিকিৎসক আছিল আৰু তেওঁৰ চিকিৎসাত জাহানাৰা ভাল হ'ল। চাহজাহানে বৌটনক কি পুৰস্কাৰ লাগে সুধিলে। দেশপ্রেমিক ইংৰাজ ডাক্তৰজনে নিজৰ কাৰণে একো নিবিচাৰিলে। তেওঁ বিচাৰিলে যে ইষ্ট-ইণ্ডিয়া কোম্পানীক বিনা মাচুলে বঙ্গত কাৰবাৰ চলাবলৈ আৰু কোম্পানীৰ জাহাজ হুগলীলৈকে যাবলৈ অনুমতি দিব লাগে। সম্রাটে এই প্রার্থনা মঞ্জুৰ কৰিলে। ১৬৬১ চনত জীযেকৰ যৌতুকত পর্টুগালৰ ৰজাই ইংলণ্ডৰ ৰজা দ্বিতীয় চাৰ্লচক বোম্বেখন দিছিল। ১৬৮৮ চনত ইংলণ্ডৰ ৰজাই বোম্বেখন ইষ্ট-ইণ্ডিযা কোম্পানীক বেচে।

ইংলণ্ডৰ ৰজাৰ দূত হিচাপে ছাৰ টমাছ ৰো ১৬১৫ চনত ভাৰতলৈ আহে। ইংৰাজৰ কাৰণে মোগল সম্রাটৰপৰা তেওঁ বহুতো সুবিধা আদায় কৰে।

দ্বিতীয় চাৰ্লচৰ দিনত ইষ্ট্ ইণ্ডিযা কোম্পানীযে ৰাজনৈতিক ক্ষমতাও পালে। অখ্রীষ্টান জাতিৰ লগত যুদ্ধ আৰু শান্তি কৰিবলৈ ১৬৬১ চনৰ ৩ এপ্রিল তাৰিখে কোম্পানীক চাৰ্টাৰ দিযা হয, কিন্তু তেতিযাও ভাৰতত ৰাজত্ব কৰাৰ ভাব ইংৰাজসকলৰ মনত খেলোৱা নাছিল। ফৰাচীসকলেহে প্রথমে এই বাট দেখুৱায়। ১৭৪৬ চনত মাদ্রাজত ১২০০ সোণা লৈ ফৰাচীসকলে কর্ণাটকৰ নবাবৰ সমগ্র সেনাবাহিনী পৰাস্ত কৰে। স্থানীয় ৰজাসকলৰ তলত যি য়ুৰোপীয শক্তিবিলাক পৰি আছিল তাক ভাঙি দিযে ফৰাচীসকলে। মিলে লেখিছে "ভাৰত জয কৰাৰ কাৰণে দুটা উল্লেখযোগ্য আবিষ্কাৰ হৈছে এই (১) য়ুৰোপীয় শৃঙ্খলাৰ আগত স্থানীয সেনাৰ দুর্বলতা, (২) য়ুৰোপীযৰ তলত স্থানীয় লোকক শৃঙ্খলা শিকোৱাৰ সুবিধা। এই দুয়োটা আবিষ্কাৰ ফৰাচীসকলে কৰে।" ফৰাচী সেনাপতি ডুপ্লেই ভাৰত জয কৰাৰ বাট দেখুৱায। এই আঁচনি কার্যকৰী কৰিবলৈ যোৱাত ফ্রান্সৰ মানুহৰ হাতত ডুপ্লেই গঞ্জনা খাবলগা হয়। কিন্তু ইষ্ট-ইণ্ডিয়া কোম্পানীযে বৰ আগ্রহেৰে ডুপ্লেৰ নীতিকে গ্রহণ কৰিলে। ক্লাইবে এই নীতি কার্যকৰী কৰি তুলিলে। ফৰাচীসকলক দূৰ কৰি লোৱাৰ পিচত ভাৰতত ইংৰাজসকলৰ বাট মুকলি হ'ল। ১৭৫৭ খ্রীষ্টাব্দত পলাচীৰ যুদ্ধত জিকাৰপৰা ভাৰতত ইংৰাজসকলৰ ৰাজনৈতিক কর্তৃত্ব আৰম্ভ হয়।

# ভাৰতত ফৰাচী জাতি

ভাৰতৰ লগত বেপাৰ কৰিবলৈ ১৬৬৪ চনত ফ্ৰান্সতো এটা কোম্পানী গঠন কৰা হ'ল। মন্ত্ৰী কলবাৰ্টৰ অনুৰোধত ফ্ৰান্সৰ সম্ৰাট চতুৰ্দশ লুযে কোম্পানীক অনুমতি-পত্ৰ আৰু কিছুমান সুবিধা দিলে। প্ৰথম দহ বছৰ যি লোকচান হয় তাক পূৰণ কৰা সম্পূৰ্ণ মাছুল মাফ দিয়া আদি সুবিধা দিবলৈ সম্ৰাটে অনুমতি দিযে। ১৬৬৮ চনত ফৰাচী সকলে সুৰাটত এটা ফেক্টৰী স্থাপন কৰিলে। এবছৰৰ পিচত মুছলিপট্টম আৰু ১৬৭৪ চনত পণ্ডিচেৰী স্থাপন কৰা হয। পণ্ডিচেৰী স্থাপন কৰে ফ্ৰেঙ্কিচ মাৰ্টিনে। ১৭০৬ খ্ৰীষ্টাব্দত তেওঁ তাতে ঢুকায আৰু ডাঃ লিনয়ৰে তেওঁৰ ঠাই লয়। এওঁলোক দুযোজনেই দেশীয় ৰজাৰ লগত বন্ধুত্ব ৰখাৰ নীতি অনুসৰণ কৰিছিল। লিযনৰ উত্তৰাধিকাৰী মঁছিয ডুমাচে ভাৰতত ফৰাচী সাম্ৰাজ্য পতাৰ নীতি গ্ৰহণ কৰাৰ আভাস দিয়ে। কৰ্ণাটকৰ নবাব দোস্তআলি খানক আৰু তেওঁৰ জোঁবাযেক চান্দ চাহাবক মাৰাথাসকলৰ বিৰুদ্ধে সমৰ্থন কৰে। ইযাৰ ফলত যি সজ্ঘৰ্ষ হ'ব পাৰে তাৰ কাৰণে ডুমাচে ১২০০ য়ুৰোপীয আৰু যুৰোপীয প্ৰণালীত শিক্ষা দিয়া ৪।৫ হেজাৰ ভাৰতীয সেনাৰ এটা বাহিনী গঠন কৰে। মাৰাথাসকলে দোস্ত আলিৰপৰা কৰ্ণাটক কাঢি লব খোজা চেষ্টা এনেকৈ ব্যৰ্থ হ'ল। দিল্লীৰ মোগল সম্ৰাটে এই বাতৰি শুনি বৰ সন্তোষ পালে। কিযনো সেই সময়ত মাৰাথাসকলক মোগল সম্ৰাটে ভয কৰি থাকিব লগা হৈছিল। ডুমাচক মোগল সম্ৰাটে নবাব উপাধি দিলে আৰু মোগল সাম্ৰাজ্যৰ কৰ্মচাৰী হিচাপে গ্ৰহণ কৰিলে।

১৭৪১ চনত ডুমাচৰ পিচত ডুপ্লে আহিল পণ্ডিচেৰীৰ গবৰ্ণৰ হৈ। ডুপ্লে প্ৰখৰ বুদ্ধিৰ আৰু উচ্চ আকাঙ্ক্ষা থকা লোক আছিল। ভাৰতত য়ুৰোপীয সাম্ৰাজ্য পতাৰ পৰিকল্পনা প্ৰথম তেৰেঁই কৰে। ফ্ৰান্সৰ মানুহে ডুপ্লেৰ নীতি সমৰ্থন কৰা হলে হযতো ভাৰত বৃটিছৰ সাম্ৰাজ্য নহৈ ফৰাচীৰ সাম্ৰাজ্য হ'লহেতেন। ডুপ্লেৰ প্ৰতিভা দেখি ফ্ৰান্সৰ কিছুমান মানুহ ঈৰ্ষান্বিত হৈছিল কাৰণে ডুপ্লেই তেওঁৰ পৰিকল্পনা মতে কাম কৰিবলৈ দেশবাসীৰ সহানুভূতি আৰু সহায নেপালে। ফৰাচী মানুহৰ সাধুতাই ডুপ্লেৰ কূটনীতি সমৰ্থন কৰাত বাধা দিছিল। এশ বছৰৰো ওপৰ মাদ্ৰাজ ইংৰাজসকলৰ হাতত আছিল আৰু ভাৰতৰ ভিতৰত ই বেপাৰৰ ম্যাই ঠাই হৈ পৰিছিল। ইংৰাজৰ বেপাৰৰ প্ৰতিদ্বন্দ্বিতা ধ্বংস কৰিবলৈ ডুপ্লেই মাদ্ৰাজ ল'বলৈ স্থিৰ কৰিলে। এই

উদ্দেশ্যে তেওঁ লাবাউৰ ডোনেইচ নামে ফৰাচী নাবিক এজনক পঠিয়ালে। তেওঁ গৈ সহজে মাদ্ৰাজ ল'লে। ডুপ্লেই যেতিয়া দেখিলে যে কৰ্ণাটকৰ নবাবে তেওঁৰ এই কামত সন্দেহ কৰিছে তেতিয়া ঘোষণা কৰিলে যে দুৰ্গটো ভাঙি মাদ্ৰাজৰ নবাবক ঘূৰাই দিয়া হ'ব। কিন্তু ফৰাচী নাবিক লাবাউৰ ডোনেইচে ডুপ্লেক ভাল নেপাইছিল। তেওঁলোকৰ ভিতৰত প্ৰতিদ্বন্দ্বিতা আছিল। লাবাউৰ ডোনেইচে ডুপ্লেক নোকোবাকৈয়ে ৪০,০০০ পাউণ্ডৰ উপহাৰ লৈ ইংৰাজক নগৰখন পুনৰ দিলে আৰু ভাৰতৰপৰা সেই নৌবাহিনী লৈ গুচি গ'ল। ডুপ্লেই নবাবক মাদ্ৰাজ ঘূৰাই দিব নোবাৰিলে। গতিকে নবাবে মাদ্ৰাজ আক্ৰমণ কৰিলে। কিন্তু গোলাগুলিৰ বলত ডুপ্লেই নবাবৰ সেনাবাহিনীক ১৭৪৬ চনৰ ৪ নবেম্বৰত পৰাস্ত কৰিলে।

ডুপ্লেৰ হাতত পৰাস্ত হৈ কৰ্ণাটকৰ নবাবে ইংৰাজৰ সহায় ল'লে। ১৭৪৮ চনত ইংৰাজসকলে পণ্ডিচেৰী আক্ৰমণ কৰিলে। এইবাৰো ডুপ্লে কৃতকাৰ্য হ'ল। এই সময়তে আইলাচাপেলৰ শান্তিৰ খবৰ আহিল। ইযাৰ ফলত মাদ্ৰাজ ইংৰাজসকলক ঘূৰাই দিব লগা হ'ল। কৰ্ণাটকৰপৰা ইংৰাজক খেদাবলৈ কৰা ডুপ্লেৰ আশা লোপ পালে।

ইংলণ্ড আৰু ফ্ৰান্সৰ ভিতৰত শান্তিৰ অবস্থা বৰ্তিছিল যদিও ইষ্ট্ ইণ্ডিয়া কোম্পানী আৰু ফৰাচী কোম্পানীযে ভাৰতত একোটাকৈ সেনাবাহিনী ৰাখিছিল। ভাৰতীয ৰজাসকলৰ কোনোবে সহায বিচাৰিলে সহায কৰিবলৈ এওঁলোক সদায সাজু আছিল। প্ৰকৃতপক্ষে ভাৰতীয় ৰজাক সহায কৰাৰ চেলু লৈ, পৰস্পৰৰ য়ুৰোপীয় প্ৰতিদ্বন্দ্বীক ধ্বংস কৰাই তেওঁলোকৰ উদ্দেশ্য আছিল। ভাৰতৰ বেপাৰ একচেটিয়া কৰি ল'বলৈ এইসময়ত ইংৰাজ আৰু ফৰাচী কোম্পানীৰ ভিতৰত অৰিয়া-অৰি চলিছিল। অনতিবিলম্বে এটা সুযোগ ওলাল। তাঞ্জোৰৰ হিন্দু ৰজা শাহুজীক চান্দচাহাবে দেশৰপৰা উলিয়াই পঠিয়ালে। শাহুজীয়ে ইংৰাজৰ সহায় বিচাৰিলে। ইযাৰ বাবে তেওঁ ইংৰাজক বহুতো টকা আৰু দেবীকোট নগৰখন দিলে। ইতিমধ্যে ইংৰাজে যেতিয়া শাহুজীক সহায কৰিবলৈ গ'ল, তেতিয়া চান্দচাহাবক মাৰাথা-সকলে বন্দী কৰি নিলে আৰু তাঞ্জোৰত প্ৰতাপ সিং নামে এজনে শাসন প্ৰতিষ্ঠা কৰিলে। তাঞ্জোৰৰ ৰাইজে প্ৰতাপ সিঙৰ ৰাজত্বকে ভাল পাইছিল আৰু শাহুজীক নিবিচাৰিছিল। গতিকে ইংৰাজে দেবীকোট ল'লে আৰু শাহুজীক পেঞ্চন দি থৈ প্ৰতাপৰ লগত সন্ধি কৰিলে।

ডুপ্লেই দেখিলে যে ইংৰাজসকল ক্ৰমে বেছি ক্ষমতাশালী হৈ উঠিছে। তেওঁ চান্দচাহাবক মৰাথাৰপৰা কিনি লৈ কৰ্ণাটকৰ সিংহাসনত বহুবাবলৈ চেষ্টা কৰিলে। এই সময়ত দোষ্ট আলিৰ উত্তৰাধিকাৰী হৈ কৰ্ণাটকৰ সিংহাসনত বহা নবাব আনোৱাৰউদ্দিন ইংৰাজৰ মিত্ৰ আছিল। ফৰাচীৰ সহায়ত চান্দচাহাবে আনোৱাৰউদ্দিনৰ লগত যুদ্ধ কৰিলে। ১৭৪৯ চনৰ যুদ্ধত আনোৱাৰ পৰাস্ত হৈ মৃত্যু হ'ল। এই কৃতকাৰ্যতাৰ ফলত ডুপ্লেই আৰু এজন মিত্ৰ পালে। তেওঁ হৈছে মজফৰ জং। খুৰাক নাজিৰ জঙে তেওঁক বন্দী কৰি ৰাখিছিল। ফাটেকৰপৰা পলাই তেওঁ চান্দচাহাবৰ লগ লৈছিল। ডুপ্লেৰ লগত মিত্ৰতা কৰি তেওঁ দাক্ষিণাত্যৰ চুবেদাৰ বুলি ঘোষণা কৰিলে। এই পদৰ বলত তেওঁ কৰ্ণাটকৰ নবাবৰ দৰে মাত্ৰ দিল্লীৰ সম্ৰাটক জনাযেই তেওঁৰ তলৰ শাসক বা নবাব পাতিব বা খেদাব পাৰিছিল। ত্ৰিচিনপল্লী আনোৱাৰ-উদ্দিনৰ পুতেক মুহম্মদ আলিৰ দখলত আছিল। ডুপ্লেই ত্ৰিচিনপল্লী ল'বলৈ মন মেলিলে। মজফৰ জং আৰু চান্দচাহাবক ত্ৰিচিনপল্লী আক্ৰমণ কৰিবলৈ ডুপ্লেই নিৰ্দেশ দিলে। কিন্তু এই নিৰ্দেশ নেমানি তেওঁলোকে তাঞ্জোৰহে আক্ৰমণ কৰিলে। কিন্তু তাঞ্জোৰ ল'ব নোৱাৰিলে। মজফৰ জঙৰ খুড়াক নাজিৰ জঙে তেওঁলোকক পৰাস্ত কৰিলে। মজফৰ নাজিৰৰ শৰণাপন্ন হ'ল। নাজিৰে তেওঁক পুনৰ বন্দী কৰি নিজে চুবেদাৰ বুলি ঘোষণা কৰিলে। চান্দচাহাবক নবাব ভাঙি তেওঁ মহম্মদ আলিক কৰ্ণাটকৰ নবাব পাতিলে। ডুপ্লেই গুপ্ত-ঘাতকৰ হতুৱাই নাজিৰক বধ কৰালে আৰু মজফৰক আকৌ চুবেদাৰ আৰু চান্দচাহাবক নবাব পাতিলে।

ত্ৰিচিনপল্লী তেতিয়াও মহম্মদ আলিৰ হাতত আছিল। মহম্মদক ইংৰাজে সহায় কৰিছিল। ডুপ্লেই ত্ৰিচিনপল্লী অবৰোধ কৰিলে। লৰেন্সে ত্ৰিচিনপল্লী ৰক্ষা কৰিলে। ডুপ্লে কৃতকাৰ্য ন'হল। ডুপ্লেৰ দুৰ্ভাগ্য যে য়ুৰোপৰপৰা অহা ৭০০ সেনাৰ এটা দল সাগৰত ডুবি মৰিল। ফৰাচী আৰু ইংৰাজ কোম্পানী আৰু য়ুৰোপৰ মন্ত্ৰীসকলে এই সিদ্ধান্ত কৰিলে যে ডুপ্লে ভাৰতত ফ্ৰান্সৰ পক্ষৰ মুৰব্বী হৈ থাকে মানে ইংৰাজ আৰু ফ্ৰান্সৰ ভিতৰত শান্তি স্থাপন হ'ব নোৱাৰে। ফৰাচী মন্ত্ৰীসকলে ডুপ্লেৰ মনোভাৱ জানিছিল। কাৰণ ডুপ্লেই তেওঁলোকক জানিবলৈ দিছিল যে ভাৰতবৰ্ষ ফ্ৰান্সৰ শাসনৰ তললৈ অনাৰ কাৰণে যি পৰিকল্পনা তেওঁ কৰিছিল, তাৰ কথা মন্ত্ৰীসকলক জনাইছিল। ফৰাচী মন্ত্ৰীসকলে ডুপ্লেৰ নীতি ঘোৰ অন্যায়জনক বুলি ভাবিছিল। গতিকে ১৭৫৪ চনত

তেওঁলোকে ডুপ্লেক ফ্ৰান্সলৈ ঘূৰাই নিলে। ডুপ্লেৰ ভাৰতত ফৰাচী সাম্ৰাজ্যৰ সপোন মিছা হ'ল। অপমানিত হৈ আৰু অপেক্ষাকৃত দৰিদ্ৰতাত তেওঁ প্ৰাণত্যাগ কৰে।

ডুপ্লেক মাতি নিয়াৰ পিছত ফ্ৰান্সে ভাৰতীয় ৰজাসকলৰ ঘৰুৱা কথাত হাত নিদিবলৈ স্থিৰ কৰিলে। ডুপ্লেৰ উত্তৰাধিকাৰী গডেহুৱে মাদ্ৰাজৰ ইংৰাজ গৱৰ্ণৰৰ লগত সন্ধি কৰিলেহি। ভাৰতীয় ৰজাসকলৰ কাজিয়াত, ফৰাচী আৰু ইংৰাজ কোম্পানীয়ে হাত নিদিবলৈ স্থিৰ কৰা হ'ল। ফ্ৰান্সে এই প্ৰতিজ্ঞা আখৰে আখৰে ৰাখিছিল কিন্তু ইংৰাজে বহুত সময়ত চৰ্তসমূহ ভঙ্গও কৰিছিল। ১৭৬৯ চনত ফৰাচী কোম্পানী লোপ পালে। ভাৰতত তেওঁলোকৰ হাতত কেৱল থাকিল পণ্ডিচেৰী আৰু চন্দন নগৰ।

## ইংৰাজৰ কৃতকাৰ্যতাৰ কাৰণ

ইংলণ্ডই ভাৰতবৰ্ষ জয় কৰি লোৱা নাছিল। বিজেতা হিচাপে তেওঁলোক এই দেশলৈ অহাও নাছিল। ছাৰ জন মেলকমে 'ভাৰতৰ ৰাজনৈতিক ইতিহাস' নামে কিতাপত লেখিছে, "বাধা নোপোৱাকৈ জোৰ বা ক্ষমতাৰ বলত ভাৰতৰ উপকূলৰ ওচৰ চপা সম্ভৱ ন'হলহেঁতেন, কিন্তু নিভাঁজ বেপাৰীসকলক সকলো প্ৰকাৰে উৎসাহ দেখুওৱা হৈছিল। আদি অধিবাসীসকলে তেওঁলোকৰ সম্পত্তি ৰক্ষা কৰি যি সামৰিক আৰু বেপাৰৰ ক্ষমতা দেখুৱালে, তাৰপৰা ভাৰতৰ প্ৰধান শক্তিবিলাকে ঈৰ্ষা নকৰি প্ৰশংসাৰ চকুৰেহে চাইছিল। দেশীয ৰজাসকলে সময়ত পৰস্পৰৰ বিৰুদ্ধে তেওঁলোকৰ সহায আৰু মিত্ৰতাহে বিচাৰিছিল।"

ভাৰতবৰ্ষ জয কৰাৰ ধাৰণাটোকে ইংলণ্ডৰ মানুহে ভাল নেপাইছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ চাৰ্টাৰ নতুন কৰোঁতে ১৭৯৩ চনত স্পষ্টকৈ কোৱা হয়ঃ "ভাৰতত ৰাজ্য বঢ়োৱা বা বিজয অভিযান চলোৱা, এই জাতিৰ সন্মান, ইচ্ছা আৰু নীতিৰ বিৰোধী।" মুছলমান-সকলৰ দৰে ইংৰাজসকলে হাতত তৰোৱাল লৈ ভাৰতত সোমোৱা নাছিল আৰু ভাৰত জয কৰাও নাছিল। কি উপায়েৰে তেওঁলোকে ইয়াত এখন সাম্ৰাজ্য বিস্তাৰ কৰিলে তাৰ কিছু আভাস তলত দিয়া হ'ল। কৰ্ণেল মেলচনে তেওঁৰ 'The Decisive Battles In India' নামে বিখ্যাত গ্ৰন্থত ভাৰতত বৃটিছৰ সাৰ্বভৌম ক্ষমতা লাভৰ কাৰণ সম্পৰ্কে লেখিছেঃ "ভাৰতত বৃটিছ শক্তিৰ অভ্যুত্থানৰ কাহিনী

মন কৰিবলগীয়া। ভাৰতীয় মানুহৰ চৰিত্ৰৰ যিবিলাক দোষৰ কাৰণে তেওঁলোকৰ পৰাধীনতা সম্ভৱ হ'ল, সেইকাৰণবিলাক বৃটিছ অভ্যুত্থানৰ কাহিনীয়ে পোহৰলৈ আনিছে। ভাল গুণ দেখি আন্তৰিকভাৱে মোহিত হোৱা, বিশ্বাস কৰা আদি তেওঁলোকৰ চৰিত্ৰৰ যেনেকৈ সবলতা, তেনেকৈয়ে দুৰ্বলতাও আছিল। বিজিত হোবাৰ পিচত ই তেওঁলোকৰ বল আৰু যুদ্ধৰ সময়ত ই তেওঁলোকৰ দুৰ্বলতা আছিল। সৰল আৰু বিশ্বাসপ্ৰবণ ভাৰতীয়সকল কূট-কৌশলী ইংৰাজ বেপাৰীৰ জালত সহজে পৰিছিল। ভাৰতীয় মানুহে সময় থাকোতেই বৃটিছ অভিযান-কাৰীসকলৰ প্ৰকৃত চৰিত্ৰ স্বীকাৰ নকৰিলেও কপটতা যে তেওঁলোকৰ চৰিত্ৰৰ এটা ঘাই কথা তাক ধৰিব নোৱাৰিছিল।" উইলিয়াম হোউইটে লেখিছে: "মিঃ আউবাৰে 'ভাৰতত বৃটিছ শক্তিৰ ইতিহাস'ত ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ ডিৰেক্টৰৰ বোৰ্ডৰ চিঠিৰপৰা বহুত অংশ তুলি দিছে। তাৰপৰা দেখুৱাব খোজা হৈছে যে ইংলণ্ডত থকা কোম্পানীৰ প্ৰতিনিধিসকলে দেশীয় মানুহৰ অধিকাৰত হাত দিয়াটো বন্ধ কৰিবলৈ, অত্যাচাৰ কৰি টকা আদায় নকৰিবলৈ আৰু সামৰিক আৰু ৰাজনৈতিক আক্ৰমণৰ ভাব প্ৰতিৰোধ কৰিবলৈ প্ৰকৃততে ইচ্ছা কৰিছিল। ইয়াকে দেখুওৱা হৈছে যে ডিৰেক্টৰসকলে ৰাজ্য দখল কৰাৰ লোভ নেৰাখিছিল, ঘোষণা কৰিছিল যে তেওঁলোকৰ উদ্দেশ্য কেৱল বেপাৰ কৰা, তেওঁ-লোকৰ অনুষ্ঠান ৰাজনৈতিক নহয়। তেওঁলোকৰ কৰ্মচাৰীসকলৰ ৰাজ্য জয়ৰ হেঁপাহৰ তেওঁলোকে নিন্দা কৰিছিল। মিঃ আউবাৰৰ লেখাৰপৰা ডিৰেক্টৰসকলক সাধু বেপাৰী যেন লাগে।

"কিন্তু আমি জানো মানুহৰ চৰিত্ৰ কি। দুৰ্ভাগ্যবশতঃ তেওঁ-লোকৰ নীতি আৰু ইচ্ছাৰ বিৰুদ্ধে গৈ যি ধন-সম্পত্তি বা ক্ষমতা, প্ৰতিপত্তি ভাৰতত তেওঁলোকৰ কৰ্মচাৰীসকলে গোটাইছিল আৰু ইংলণ্ডত তেওঁলোকে তাৰ যিভাগ পাইছিল সি ইমান লোভনীয় আছিল যে তাক বাধা দিব নোৱাৰিছিল।

"আধুনিক কূটনীতি আৰু দিক্‌বিজয় দৰ্শনে এখন ৰাষ্ট্ৰৰ লগত আনখনৰ সম্পৰ্ক এনে ৰঙত বোলাই লুকুৱাই ৰাখে যে সাধাৰণ সৰল মানুহে তলৰ কথাটো মন কৰা টান হয়। যি ধৰণে ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে ভাৰত দখল কৰিলে সি খ্ৰীষ্টধৰ্মৰ বিৰোধী আৰু ঘিণলগা কথা। যদি ক'ৰবাত এনে এটা প্ৰথা আছে যিটো মেকিয়াভেলীয় নীতিতকৈয়ো বেছি (অতি গৰ্হিত অন্যায় কাম—ন্যায়ৰ আৱৰণ দি ঢাকি থোৱা বিদ্যা) উগ্ৰ, বেছি নিষ্ঠুৰ, গৰ্বী, তেনেহলে সেইটো হৈছে

ভাৰতীয় ৰজাসকলৰ হাতৰপৰা ৰাজ্য কাঢ়ি বৃটিছৰ হাতলৈ নিয়াৰ প্ৰথা। যেতিয়াই আমি বৃটিছৰ ন্যায়নিষ্ঠাৰ কথা আন জাতিক কওঁ তেতিয়াই তেওঁলোকে বিদ্ৰূপেৰে ভাৰতলৈ আঙুলিয়াই দেখুৱাব পাৰে সেই প্ৰথা যি প্ৰথাই এশবছৰৰো ওপৰ ভাৰতীয় ৰজাৰপৰা ৰাজ্য কাঢ়ি ল'বলৈ চেষ্টা কৰিছিল আৰু তাকো লোৱা হৈছিল অতি পবিত্ৰ অধিকাৰৰ নাম লৈ। সেই প্ৰথাৰ দৰে অত্যাচাৰ কৰিব পৰা পদ্ধতি পৃথিৱীত আগেয়ে কেতিয়াও ওলোৱা নাছিল।"

এজন ভাৰতীয় পণ্ডিতে য়ুৰোপীয়সকলক উঁইৰ লগত তুলনা কৰিছিল। মনিব নোবাৰা অৱস্থাৰপৰা উঁয়ে কোনেও গম নোপোৱাকৈ আৰম্ভ কৰি এজোপা জীয়া গছ মাৰি পেলাই তাৰ ওপৰত প্ৰকাণ্ড হাঁফলু সাজে। ভাৰতত য়ুৰোপীয়সকলেও উঁইৰ দৰেই আৰম্ভ কৰি সাম্ৰাজ্য পাতে।

ভাৰতত য়ুৰোপীয় শক্তিৰ প্ৰাদুৰ্ভাৱৰ এটা কাৰণ ইয়ো যে তেওঁলোকে পবিত্ৰভাবে ভাৰতীয ৰজাসকলৰ লগত যি সন্ধি কৰিছিল, নিজৰ স্বাৰ্থৰ কাৰণে আবশ্যক হ'লেই সুবিধা বুজি সেই সন্ধিৰ চৰ্ত ভঙ্গ কৰিছিল। উইলিয়াম হোইটে লেখিছে, "যিবিলাক ৰজা ইংৰাজৰ বন্ধুত্বৰ প্ৰলোভনত পৰিছিল তেওঁলোকৰ সৰ্বনাশ হৈছিল। সেই বন্ধুত্বৰ ফলত হয় তেওঁলোক সিংহাসনৰপৰা নামিব লগা হয় নাইবা স্বেচ্ছাচাৰী শক্তি এটাৰ হাতত ঘৃণনীয় পুতলা হৈ থাকিব লগা হয়।" সেইজন লেখকেই আৰু লেখিছে, "অত্যাচাৰৰ কি পদ্ধতিৰে ভাৰতীয় ৰজাসকলৰ হাতৰপৰা তেওঁলোকৰ ৰাজ্য কাঢ়ি লোৱা হৈছিল? চতুৰ মানুহে যেনেকৈ প্ৰথমে ধৰুৱা কৰি লয়, তাৰ পিচত ধৰুৱাক তেওঁলোকৰ কঠোৰ দাবী মানিবলৈ বাধ্য কৰে, এই পদ্ধতিৰেই ভাৰতীয ৰজাৰ ৰাজ্য কাঢ়ি লোৱা হয়। যিদিনাই ইংৰাজসকলে দেখিলে যে তেওঁলোকে ভাৰতত বিচ্ছেদ ঘটাই দেশ জয় কৰা নীতি ল'ব পাৰে, সেই দিনাই তেওঁলোকে সেই নীতি ল'লে। স্পষ্টভাৱে সাহেৰে তাকে নকৈ, কৌশল খটুৱাই সেই নীতি প্ৰয়োগ কৰিছিল। কিযনো, ইংৰাজসকলে বুজিছিল যে দিক্‌বিজয় অধিকাৰ, শক্তিশালীৰ প্ৰাধান্যৰ মতবাদ আগৰ দৰে এই যুগত মানুহে প্ৰশংসনীয় বুলি নেভাবে।"

ভাৰতীয় ৰজাসকলে য়ুৰোপীয় মানুহ কৰ্মচাৰী হিচাপে ৰাখি মাৰাত্মক ভুল কৰিছিল। বিপদৰ সময়ত য়ুৰোপীয় কৰ্মচাৰীসকলে ৰজাসকলক সহায় নকৰি বিশ্বাসঘাতকতাহে কৰিছিল। ভাৰতীয় ৰজাৰ সভাত বৃটিছ ৰেছিডেণ্ট ৰখাটো ইষ্ট ইণ্ডিয়া কোম্পানীৰ

ৰাজনৈতিক কৃতকাৰ্যতাৰ এটা ঘাই কাৰণ। এই বৃটিছ ৰেছিডেণ্টসকলৰ এটা কাম আছিল ৰাজপৰিয়ালৰ ভিতৰত অনৈক্য সৃষ্টি কৰা। মাৰাথা ইতিহাসত গ্ৰাণ্টডাফে লেখিছে, "গৃহবিচ্ছেদ ঘটাই বা আন যিকোনো প্ৰকাৰে হায়দৰ আলি বা নিজামৰ সৈতে মাৰাথাসকল লগলগাত বাধা দিবলৈ বোম্বে গৱৰ্ণমেণ্টে মিঃ মোষ্টিনক পুণালৈ পঠিয়াইছিল।"

পলিটিকেল এজেণ্ট বা ৰেছিডেণ্টসকল শ্ৰেণী হিচাপেই সাধু প্ৰকৃতিৰ নাছিল। কূটৰাজনীতিৰ লেতেৰা কাম কৰিবলৈ আপত্তি কৰিলে তেওঁক তৎক্ষণাৎ আঁতৰ কৰা হৈছিল।

'ছাব্‌ছিডিয়েৰী এলায়েঞ্চ' প্ৰথাৰ উদ্দেশ্য আছিল ভাৰতীয় ৰাষ্ট্ৰবিলাকৰ স্বতন্ত্ৰতা নষ্ট কৰা। ইষ্ট্‌ ইণ্ডিয়া কোম্পানীৰ কাৰ্যাৱলী তদন্ত কৰিবলৈ ১৮৩২ চনত নিয়োগ কৰা ছিলেক্ট কমিটীৰ আগত কেইজনমান বৃটিছ কৰ্মচাৰীয়ে দিয়া সাক্ষ্যৰপৰা সেই কথা প্ৰমাণ হয়। হায়দৰাবাদত ৰেছিডেণ্ট বা সহকাৰী ৰেছিডেণ্ট হৈ থকা ৰাছেলৰ মতে যি ষ্টেটেই ছাব্‌ছিডিযাৰী এলাযেঞ্চত সোমাইছিল সেই ষ্টেটেই শেষত ধ্বংস হৈছিল।

বৃটিছ অভ্যুত্থানৰ আন এটা কাৰণ হৈছে ভাৰতীয় ৰজাসকলে য়ুৰোপীয বেপাৰীসকলক বহুত সুবিধা দিছিল। এচিযাৰ মানুহৰ চৰিত্ৰগত ঔদাৰ্যৰ গুণত যিদিনাই মোগল সম্ৰাটে বৃটিছ বেপাৰীসকলক ভাৰতত বেপাৰ কৰিবলৈ নানা সুবিধা দিলে, সেই দিনাই ভাৰতৰ শিল্প আৰু বেপাৰৰ ধ্বংস আৰু ৰাজনৈতিক অবনতি আৰম্ভ হ'ল বুলি ক'ব পাৰি। তেনে সুবিধা বিদেশী কোনো মানুহক দিযাৰ কথা আজিৰ য়ুৰোপীয মানুহে ভাবিবই নোৱাৰে। বেপাৰীৰ ভাও লৈ তেওঁলোকে ভাৰত জয কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল।

ভাৰতীয়সকলৰ নিজৰ শক্তিশালী নৌ-বহৰ আছিল। ১৭৫৬ চনত এড্‌মিৰেল বাটচন আৰু কৰ্ণেল ক্লাইৱৰ তলত বৃটিছে মাৰাথা নৌ-বাহিনী ধ্বংস কৰিব পৰাত তেওঁলোকে ভাৰতত খুটি পুতিবলৈ সমৰ্থ হয়।

## বঙ্গত জাৰ্মান

১৭৫১ চনত ইম্প্ৰডেনৰ (জাৰ্মানীৰ) এটা কোম্পানীযে ভাৰতৰ লগত বেপাৰ কৰিবলৈ চেষ্টা কৰে। তেওঁলোক অহাৰ বাতৰি শুনি ইংৰাজ আদি য়ুৰোপৰ আন জাতিৰ বেপাৰীসকল অসন্তুষ্ট হয়।

মোগল কৰ্তৃপক্ষয়ো নতুন এটা য়ুৰোপীয় শক্তি অহাৰ কথা ভাল পোৱা নাছিল। কাৰণ আগৰকেইটাই তেওঁলোকক যথেষ্ট দিগদাৰী দিছিল। জাৰ্মান বেপাৰীসকলক বাধা দিয়া এই প্ৰশ্নটোত ইংৰাজ কাউন্সিল আৰু নবাব একমত হৈছিল। সি যি হওক জাৰ্মান জাহাজ আহি পালে আৰু হুগলীৰ পাৰত বসতি ল'লে। জাৰ্মান বেপাৰীসকলৰ নায়কজন আছিল জন ইয়াং। তেওঁ নিশ্চয় ইংৰাজ আছিল। পিচত তেওঁ ইংৰাজ কোম্পানীৰ চাকৰিত সোমায়। নবাবৰপৰা তেওঁলোকে বেপাৰ কৰিবলৈ অনুমতি ল'লে, কিন্তু সেনা ৰাখিবলৈ বা দুৰ্গ কৰিবলৈ নিষেধ হ'ল। জাৰ্মানসকলৰ সংখ্যা বা কাৰবাৰ নিচেই নগণ্য আছিল যদিও, ইংলণ্ডৰ ডিৰেক্টৰসকলে তথাপি তেওঁলোকক ভয় কৰিছিল আৰু তেওঁলোকৰ লগত বেপাৰ নচলাবলৈ আদেশ জাৰি কৰিছিল। ইংৰাজৰ শত্ৰুতাত তিষ্ঠিব নোৱাৰি জাৰ্মান কোম্পানী কিছুদিনৰ পিচতে বন্ধ কৰিব লগা হয়।

## মোগল সাম্ৰাজ্যৰ পতন

আউৰংজেবৰ মৃত্যুৰ পিচত, শাসন ক্ষমতা পোৱা তেওঁৰ উত্তৰাধিকাৰীসকল বৰ দুৰ্বল আছিল। ৰাজনীতিকৰ দূৰদৃষ্টি বা সৈনিকৰ সাহ তেওঁলোকৰ নাছিল। তেওঁলোক আৰামপ্ৰিয় আৰু ভোগবিলাসী আছিল। সম্ৰাটৰ এনেবিলাক দোষৰ কাৰণে শাসনৰ ক্ষমতা মন্ত্ৰীসকলৰ হাতলৈ যায়। এনে অৱস্থাতে ছৈয়দ ভ্ৰাতৃদ্বয়—আব্দুল্লা খান আৰু হুছেইন আলিখান ক্ষমতাশালী হৈ উঠে। তেওঁলোকক ৰজা পাতোতা বুলি জনা গৈছিল। এওঁলোকৰ যি দোষেই নেথাকক, এইটো স্বীকাৰ কৰিব লাগিব যে তেওঁলোকে বাবৰে স্থাপন কৰা আৰু আকবৰে সুদৃঢ় কৰা সাম্ৰাজ্য ৰক্ষা কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। তেওঁলোকৰ হাতত ক্ষমতা থকালৈকে, সাম্ৰাজ্যখন ভাগি যোৱা নাছিল। ছৈয়দ ভ্ৰাতৃদ্বয়ৰ বিৰুদ্ধে ষড়যন্ত্ৰ চলিল। মোৰদাবাদৰ গৱৰ্ণৰ নিজাম উলমুল্কো সেই ষড়যন্ত্ৰত লিপ্ত আছিল। তেওঁ দাক্ষিণাত্যত সম্ৰাটৰ প্ৰতিনিধি হ'বলৈ আশা কৰিছিল। কিন্তু তেওঁ দিল্লীলৈ আহি দেখিলে যে সম্ৰাট ফাৰুক চাহক স্বাৰ্থপৰ সভাসদসকলে বেৰি আছে। তেওঁক মোৰদাবাদৰ গবৰ্ণৰ পদৰপৰাও বঞ্চিতহে কৰা হ'ল। ছৈয়দ ভ্ৰাতৃদ্বয়ে নিজাম উল মুল্কক হাত কৰিলে আৰু তেওঁক মালোৱাৰ শাসনৰ

ভাৰ দিবলৈ প্ৰতিশ্ৰুতি দিয়ে। সম্ৰাট আৰু উজীৰ আব্দুল্লাৰ ভিতৰত তেতিয়া যুদ্ধ হয়। নিজামে কোনোপক্ষক সহায় নকৰি সুবিধা চাই থাকে। যুদ্ধত উজীৰ জিকে। সেইজন সম্ৰাটক ভাঙি উজীৰে তৈইমুৰৰ বংশৰ আন এজনক সম্ৰাট পাতে। ছৈয়দ ভ্ৰাতৃদ্বয়ে নিজে সিংহাসন দখল নকৰিলে। হিন্দুৰ ওপৰত লগোৱা স্বকীয়া কৰ তুলি দিবলৈ তেওঁ সম্ৰাটক পৰামৰ্শ দিছিল। তেওঁ এজন দূৰদৰ্শী ৰাজনীতিজ্ঞ আছিল। উজীৰ আব্দুল্লাই ১৭২০ চনত নিজামক মালোৱাৰৰ গবৰ্ণৰ পাতিলে। সেই বাব পায়েই তেওঁ সেনা বঢোৱাত লাগি গ'ল। দাক্ষিণাত্যৰ ৰাজপ্ৰতিনিধি হুচেইন আলিয়ে নিজামলৈ লেখিলে, "দাক্ষিণাত্যৰ গণ্ডগোল নিবাৰণৰ কাৰণে দাক্ষিণাত্য আৰু দিল্লীৰ মাজত মালোৱাত আমি ঘৰ কৰিব খোজোঁ, গতিকে আমি আশা কৰোঁ আপুনি মুলতান খান্দেহ আৰু এলাহাবাদৰ মাজৰ এটুকুৰা ঠাইৰ শাসনৰ ভাৰ বাছি ল'ব।" নিজামে তাৰ যি উত্তৰ দিলে, তাৰ্পৰা যুদ্ধ অনিবাৰ্য হৈ উঠিল। কেবামাহো যুদ্ধৰ পিচত তেওঁ সম্ৰাটৰ সেনা-বাহিনীক পৰাস্ত কৰিলে। ভাৰতত মুছলমান প্ৰাধান্যৰ কাৰণে এই ঘটনা মাৰাত্মক হ'ল। হুছেন আলিক হত্যা কৰা হ'ল। আনজন বন্দী হ'ল। নিজামৰ ভাগ্য-ৰবি উদয় হ'ল। তেওঁ দাক্ষিণাত্য, মালোৱা, আৰু গুজৰাটত ৰাজপ্ৰতিনিধি আৰু সম্ৰাটৰ উজীৰ হ'ল। কিন্তু উজীৰৰ কাম ইস্তফা দি তেওঁ দাক্ষিণাত্যলৈ গ'ল। ১৭২৪ চনত দাক্ষিণাত্যলৈ আহি তেওঁ তেওঁৰ খুৰাক গুজৰাটৰ গবৰ্ণৰক সম্ৰাটৰ ৰাজ্য আক্ৰমণ কৰিবলৈ আদেশ দিলে। এই খবৰ পাই দিল্লীৰ সম্ৰাটৰ সেনা গুজৰাটলৈ আহিল। যুদ্ধত সম্ৰাটৰ সেনা জিকিল। কিছুদিনৰ কাৰণে গুজৰাট আকৌ মোগল সম্ৰাটৰ তললৈ গ'ল। দিল্লীৰ সম্ৰাটে নিজামক মালোৱাৰৰ গবৰ্ণৰ ভাঙি ৰাজা গিৰিধৰক পাতিলে। তেতিয়া নিজামে সম্ৰাটক ধ্বংস কৰিবলৈ চেষ্টা কৰিলে। মুছলমান সাম্ৰাজ্য ধ্বংস কৰিবলৈ তেওঁ মাৰাথাসকলৰ সহায় লবলৈ সঙ্কোচ নকৰিলে। নিজামেই পোনপ্ৰথমে মোগল সম্ৰাটৰ বশ্যতা অস্বীকাৰ কৰিলে। তেওঁৰে আৰ্হি লৈ পিচত প্ৰদেশবিলাকত যিসকল সম্ৰাটৰ প্ৰতিনিধি হৈ আছিল তেওঁলোকো স্বতন্ত্ৰীয়া হৈ উঠিল। মোগল সাম্ৰাজ্য এনেকৈয়ে ছিন্ন-ভিন্ন হৈ পৰিল। নিজামে যদি নিজে দিল্লীৰ সিংহাসন দখল কৰি শক্তিশালী শাসন প্ৰৱৰ্তন কৰিলেহেঁতেন তেনেহ'লে সেই সময়ৰ অৱস্থাত তেৱেঁই হয়তো শলাগৰ পাত্ৰও হ'ব পাৰিলেহেঁতেন। কিন্তু তেওঁ তেনে চেষ্টা নকৰিলে। ১৭৪৮ চনত নিজাম উলমুল্ক ঢকায়। তেওঁ হায়দৰাবাদৰ নিজাম বংশৰ প্ৰতিষ্ঠাতা।

মাৰাথাসকলে গুজৰাট জয় কৰিলে। বস্তুত লাভৰ কাৰণে মোগল সম্ৰাটে মাৰাথাৰ হাতত মালৱ দিলে। শিৱাজীয়ে গোটেইখন ভাৰত ল'বলৈ আকাঙ্ক্ষা কৰা নাছিল। দাক্ষিণাত্যৰপৰা মুছলমান ৰাজত্ব উচ্ছেদ কৰাহে তেওঁৰ উদ্দেশ্য আছিল। নিজাম-উল-মুল্কে মোগল সাম্ৰাজ্যৰ ঠাইত ভাৰতত মাৰাথা সাম্ৰাজ্য পতাৰ আকাঙ্ক্ষা মাৰাথা-সকলৰ প্ৰাণত জগাই তোলে। মোগল সাম্ৰাজ্য বিচ্ছিন্ন কৰাত তেওঁ মাৰাথাসকলক সহায় কৰিছিল। এই সময়ত মাৰাথা শক্তিয়ে ভাৰতৰ ওপৰত আধিপত্য কৰিব পাৰিব যেন দেখা গৈছিল। ১৭৩৭ খ্ৰীষ্টাব্দত পেছোৱাৰৰ সেনা দিল্লীৰ দুবাৰমুখ পাইছিলগৈ। কিন্তু এনেতে হঠাৎ ১৭৩৮ খ্ৰীষ্টাব্দত নাদিৰ ছাহৰ অভিযানে উত্তৰ ভাৰতৰ অৱস্থা বদলি কৰি পেলালে। মোগল সাম্ৰাজ্য ছাৰখাৰ কৰাত সহায কৰিলে নাদিৰ ছাহৰ আক্ৰমণে। নাদিৰ ছাহ আছিল পাৰস্যৰ ৰজা। সেই সময়ত কাবুল আৰু কান্দাহাৰ মোগল সাম্ৰাজ্যৰ ভিতৰত আছিল। মোগল সম্ৰাটৰ আফগান প্ৰজাৰ বিৰুদ্ধে নাদিৰ ছাহৰ অভিযোগ আছিল। সেই সম্পৰ্কে নাদিৰে মোগল সম্ৰাটলৈ কেবাবাৰো লেখিছিল। কিন্তু মোগল সম্ৰাটে একো উত্তৰ নিদিলে। অৱশেষত নাদিৰে দিল্লীলৈ এজন দূত পঠিযালে। সম্ৰাটৰ দৰবাৰে সেই দূতক পঠিওৱাৰ গুৰিত নাজিম-উল-মুল্কৰ আৰু কাবুলৰ ৰাজপ্ৰতিনিধি জাকেৰিয়াখানৰ ষড়যন্ত্ৰ আছিল বুলি ভাবিছিল।

নাদিৰে ভাৰত আক্ৰমণ কৰি ১৭৩৮ চনৰ ১৫ মে তাৰিখে দিল্লী এৰি গ'ল। সিন্ধু, কাবুল আৰু পঞ্জাবৰ কেখনমান জিলা মোগল সাম্ৰাজ্যৰপৰা ফালি নি নাদিৰ ছাহে তেওঁৰ সাম্ৰাজ্যৰ লগলগাই লয়। নাদিৰ ছাহৰ আক্ৰমণে মোগল সাম্ৰাজ্যৰ ভেটি লৰাই দিলে।

নাদিৰ ছাহৰ পিচত, আহ্মদ ছাহ দুৰাণী আফগানিস্তানৰ সিংহাসনত বহে। দুৰাণীয়ে দুবাৰ ভাৰত আক্ৰমণ কৰে। ১৭৬১ খ্ৰীষ্টাব্দত, দুৰাণীয়ে পানীপথৰ যুদ্ধত মাৰাথাসকলক পৰাস্ত কৰে। নিজৰ দেশত কিছুমান মানুহ বিদ্ৰোহী হোৱাৰ কাৰণে, দুৰাণী দেশলৈ ঘূৰি গ'ল যদিও, মাৰাথাসকলৰ অগ্ৰগতিত বাধা পৰিল।

নিজাম দাক্ষিণাত্যলৈ গ'ল আৰু তেওঁৰ স্বাধীনতা ঘোষণা কৰিলে। বঙ্গৰ ৰাজপ্ৰতিনিধি আলিবৰ্দ্দি খানেও তেওঁৰ আহি ল'লে। সম্ৰাট মহম্মদ ছাহ ১৭৪৭ চনত ঢুকায়। মহম্মদ ছাহৰ দিনত মোগল সাম্ৰাজ্যৰ ক্ষমতা টুটিলেও আওৰংজেবৰ দিনৰ ৰাজ্যৰ সীমা অলপো কোঁচ খোৱা নাছিল। তেওঁৰ পুতেক আহমদ ছাহৰ দিনত সাম্ৰাজ্যৰ

অৱস্থা যেয়ালৈ যায় আৰু কিছুদিনৰ পিচতে যে ধ্বংস হ'ব সেইটো ওলাই পৰে।

## ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ

ভাৰতীয় চিপাহীযে ইংৰাজক কেবাটাও সঙ্কটত ৰক্ষা কৰিছিল। ভাৰতীয় ৰজাসকলৰ তলত কাম কৰা য়ুৰোপীয় সেনাধ্যক্ষসকলে সঙ্কটৰ সময়ত সেই ৰজাসকলৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছিল। কিন্তু ইংৰাজৰ তলত কাম কৰা ভাৰতীয় চিপাহীয়ে তেনেকৈ বিশ্বাসঘাতকতা কৰাৰ দৃষ্টান্ত পোৱা নাযায়।

ভাৰতীয় চিপাহীৰ কাৰ্যকুশলতা, শৃঙ্খলা আৰু নিযমানুবৰ্তিতা ইংৰাজসকলেও অস্বীকাৰ কৰিব পৰা নাই। ১৮৩২ চনত ভাৰত সম্পৰ্কে তদন্ত কৰিবলৈ বহা কমন্স সদনৰ চিলেক্ট কমিটীৰ আগত ছাৰ জেম্পাৰ নিকলচে কৈছে, "ভাৰতীয় চিপাহীৰ স্বভাব সৰল। তেওঁলোকক চলাবলৈ সহজ। ১০০০ য়ুৰোপীয়তকৈ ৫০০০ চিপাহী নিয়ন্ত্ৰণ কৰা সহজ।" ১৮০৫ চনৰপৰা ১৮২৫ চনলৈকে ভাৰতত কাম কৰা মেজৰ জেনেৰেল ছাৰ টমাচ ৰেইনেলে কমিটীৰ আগত সাক্ষ্য দিওঁতে কৈছিল, "ভাৰতীয় চিপাহী অনুগত আৰু ধৈৰ্যশীল। তেওঁলোকে ভাল অনুপ্ৰেৰণাত কাম কৰে। ভৰতপুৰত মই তাৰ প্ৰমাণ পালোঁ। তাত নলাত তেওঁলোকে ৰৰ কষ্টসাধ্য কাম কৰিছিল মোৰ বিশ্বাস যে তেওঁলোকে নিজৰ ধৰ্মবিশ্বাসৰ বিৰোধী কামো কৰিছিল। সেনা হিচাপে তেওঁলোক কাৰ্যকুশল। সাধাৰণতে য়ুৰোপীয় সৈন্যতকৈ ভাৰতীয় চিপাহী বেছি শৃঙ্খলাবদ্ধ। ভাৰতীয় চিপাহীয়ে মদ নোখোৱা-টোৱেই হয়তো তাৰ কাৰণ।"

ইংৰাজ কৰ্তৃপক্ষই ভাৰতীয় চিপাহীৰ এনেকৈ গুণ লৈছিল, কিন্তু ভাৰতীয় চিপাহীয়ে ন্যায় বিচাৰ পোৱা নাছিল। ঐতিহাসিক লেকীয়ে কৈছে, "যি মানুহ বা জাতি অনুগত আৰু প্ৰভুভক্ত তেওঁ-লোক সেইবিলাক গুণৰ কাৰণেই স্বেচ্ছাচাৰী গৱৰ্ণমেণ্টৰ তলত পৰে। ভাৰতীয় জাতি আৰু চিপাহীৰ গাতে এই কথা খাটে। ভাৰতীয় চিপাহী বৰ নিঃকিনভাৱে থাকিব লাগিছিল। দৰমহা নিচেই কম পাইছিল।" ছাৰ জেম্পাৰ নিকলচে পাৰ্লামেণ্টৰ কমিটীৰ আগত কৈছিল, "অফিচাৰসকলৰ অতি সাধাৰণ চাকৰ এটায়ো চাৰি টকা

পায়। কোনো কোনোৱে ২০ টকাও পায়। ভাৰতীয় চিপাহীৰ দৰ্মহা সেই চাকৰৰ তুলনাতো বৰ কম।" আনপক্ষে য়ুৰোপীয় সেনাই সকলো প্ৰকাৰৰ সুবিধা পাইছিল।

১৮৩২ চনৰ এখন চিঠিত কেপ্তেইন বেলামেইনে লেখিছিল, "য়ুৰোপীয় সৈন্যৰ কাৰণে সকলো প্ৰকাৰে ভাল ব্যৱস্থা কৰা হয়। মোটৰ ওপৰত তেওঁৰ অবস্থা যেইকোনো দেশৰ সাধাৰণ নাগৰিকতকৈ সুখৰ।" ভাৰতীয় চিপাহীৰ অৱস্থা বৰ্ণাই তেওঁ লেখিছে, "২০,০০০ আৰু ৩০,০০০ সৈন্যৰ এটা বাহিনীত কোনো ভাৰতীয় মানুহ চুবেদাৰ মেজৰৰ ওপৰখাপলৈ উঠিব নোৱাৰে। ভাৰতীয় চিপাহীৰ ভিতৰত প্ৰতিভাবান্ তেজাল আৰু উচ্চাকাঙ্ক্ষা থকা বহুতো লোক আছে। তেওঁলোক এনে অৱস্থাত সন্তুষ্ট হ'ব নোৱাৰে। ড্ৰেচ আৰু ড্ৰিলত সঘনে পৰিবৰ্তন, আদবকায়দাৰ সৰুসুৰা কথাবিলাক মনাবলৈ কামত নথকা অৱস্থাতো স্বাধীনতা নিদিয়া, আৰু য়ুৰোপীয় সেনাই কৰা অপমান আদি ভাৰতীয় চিপাহী অসন্তুষ্ট হোৱাৰ কিছুমান কাৰণ। ভাৰতীয় মানুহৰ আচাৰ-পদ্ধতি নজনা কৰ্মচাৰীৰ তলতে সাধাৰণতে চিপাহীবিলাকে কাম কৰিবলগা হয়। য়ুৰোপীয় সেনাই কৰা অপমানৰ মাত্ৰাও বাঢ়িছে। তথাকথিত 'কালা আদমি'ৰ বিষয়ে অজ্ঞতা আৰু তেওঁলোকৰ প্ৰতি তাচ্ছিল্যৰ ভাবেই ইয়াৰ মূল কাৰণ। ৩০ বছৰৰ আগেয়ে ভাৰতীয় মানুহক গুলী কৰাৰ কাৰণে য়ুৰোপীয় সৈন্যক ফাঁচি দিয়াৰ ঘটনা নঘটিছিল। আজিকালি এনে গুলী কৰাৰ ঘটনা নিত্য-নৈমিত্তিক ঘটনা হোৱাদি হৈছে। আগৰ দৰে এতিয়া য়ুৰোপীয় আৰু ভাৰতীয় সেনাই ডিঙিত ধৰাধৰিকৈ ফুৰা আৰু পৰস্পৰৰ বেৰেক আৰু তম্বুলৈ যোৱা দেখা নাযায়।"

১৮৩২ চনৰ এখন চিঠিত ওপৰত থকা য়ুৰোপীয় সেনাৰ বিষয়ে লেফটেনাণ্ট কৰ্ণেল বেকাৰে লেখিছিল, "যুদ্ধ বা ৰাজনৈতিক উদ্দেশ্যে ভাৰতীয় সেনাক ভয় খুওৱাৰ বাহিৰে য়ুৰোপীয় সেনা দেশৰ কোনো সাধাৰণ কামতে গবৰ্ণমেণ্টৰ কাৰণে অনাৱশ্যক। অগত্যা নকৰিলেই নোহোৱা কোনো কামকে তেওঁলোকে নকৰে। শৰীৰে বতৰৰ কষ্ট সহিব লগা কামো তেওঁলোকে নকৰে।"

১৮৩২ চনৰ এখন চিঠিত ছাৰ এইচ্. ওৱৰ্ছলীয়ে কৈছে, "ভাৰতীয় চিপাহীসকলে এঠাইৰপৰা আন ঠাইলৈ গ'লে নিজৰ খৰছত ঘৰ ঠিক কৰি ল'ব লাগিছিল। ভাৰতীয় চিপাহীৰ দৰ্মহা বা এলাৱেন্স পূৰ্বতে ঠিক কৰাতকৈ অলপো বঢ়া নাই।" ভাৰতীয় পদাতিক সেনাই

ৰন্ধা বাচন-বৰ্তন, কাপোৰ-কানিৰ উপৰিও ৬০ ৰাউণ্ড বেলেগ কাৰ্টিজ পিঠিত কঢ়িয়াই নিবলগা হৈছিল। ওৰছ্‌লীয়ে এনে নিয়ম নিষ্ঠুৰ বুলি মন্তব্য কৰিছিল।

একালে চিপাহীবিলাকৰ ক্ৰমে বাঢ়ি অহা অভাৱ-অভিযোগ, আনফালে ভাৰতৰ আকাশত ডেলহাউছিৰ জবৰদস্ত নীতিৰ ফলত দেখা দিয়া অসন্তোষৰ মেঘে ভাৰতত এটা ৰাজনৈতিক ধুমুহাৰ পূৰ্বাভাসৰ সূচনা কৰিছিল। লৰ্ড কেনিঙে ইংলণ্ডত থাকোঁতেই সেই কথা কৈছিল। সমগ্ৰ ভাৰতবৰ্ষ তললৈ আনি ইংৰাজসকলৰ অভিমান বাঢ়িল। তেওঁলোকে ভাৰতীয় মানুহৰ ধৰ্মবিশ্বাসৰ প্ৰতি অৱজ্ঞা দেখুৱাবলৈ সঙ্কোচ নকৰা হল। মিঃ নোলানে লেখিছে, "চিপাহীবিলাকৰ ধৰ্মসংস্কাৰত আঘাত দিবলৈ গৱৰ্ণমেণ্টে সঙ্কোচ সিমান নকৰা হ'ল। বিদ্ৰোহ নঘটোৱাকৈ বহুত কালৰপৰা এই সংস্কাৰবিলাক আক্ৰমণ কৰাৰ দৃষ্টান্ত বহুতো আছে। কিন্তু গৱৰ্ণমেণ্টে নেজানিছিল যে প্ৰতিটো ঘটনাতে বেয়া ভাবৰ সৃষ্টি হৈছিল আৰু তলে তলে সেই ভাব বিয়পি গৈছিল। কাৰ্টিজত গৰু, ম'হ, গাহৰিৰ চৰ্বি দিয়াৰ কথা প্ৰচাৰিত হ'ল। এই গুজবত সত্য নথকা নহয়। কণ্‌কণীয়া দি শুকাই থকা খেৰৰ দ'মত ই জানিবা অগ্নি সংযোগহে কৰিলে। ১৮৫৭ চনত ভাৰতত চিপাহী বিদ্ৰোহ ঘটিল।"

বহুত ঠাইত একে লগে একে সময়তে বিদ্ৰোহ কৰিবলৈ স্থিৰ কৰা হৈছিল। কিন্তু মীৰাটৰ ভাৰতীয় চিপাহীসকলে ১৮৫৭ চনৰ ১০ মেইত বিদ্ৰোহ কৰিলে। এনেকৈ আগতীয়াকৈ বিদ্ৰোহ আৰম্ভ কৰি দিয়াত বিদ্ৰোহৰ নেতাসকলৰ কাৰ্য-সূচী ওলট-পালট হৈ গ'ল। ইংৰাজ গৱৰ্ণমেণ্টো সজাগ হ'ল। যুক্তপ্ৰদেশ, দিল্লী, মধ্য ভাৰত আৰু বিহাৰত বিদ্ৰোহ বিয়পি পৰে। ই অকল সামৰিক বিদ্ৰোহেই নাছিল। বৃটিছৰ বিৰুদ্ধে সৰ্বসাধাৰণ ৰাইজেই বিদ্ৰোহ কৰিছিল। মোগল বংশৰ বাহাদুৰ ছাহক সম্ৰাট ঘোষণা কৰা হৈছিল। কেবামাহো বিদ্ৰোহ চলিল। কাণপুৰত ইংৰাজ মতা-তিৰোতা আৰু ল'ৰা-ছোৱালী কিছুমানক বধ কৰা হ'ল। পেছোৱাৰ উত্তৰাধিকাৰী নানা চাহাবক বিশ্বাসঘাতকতা কৰি এই হত্যাকাণ্ডৰ আদেশ দিছিল বুলি অভিযোগ কৰা হয়। লক্ষ্ণৌ অৱৰোধ হ'ল। ইংৰাজসকলে দৃঢ়তাৰে লক্ষ্ণৌ ৰক্ষা কৰিলে। ১৮৫৭ চনৰ ছেপ্টেম্বৰত দিল্লীৰ পতন হ'ল। এইকেমাহ ভাৰতত ইংৰাজ শাসন এডাল সূতাৰ ওপৰত ওলমি আছিল। তাৰ পিচত বিদ্ৰোহৰ বল পৰি আহিল। নানা চাহাবে যদিও নিষ্ঠুৰ অত্যা-

চাৰ কৰাইছিল, তথাপি ইংৰাজ কৰ্মচাৰীসকলে বৰ্বৰতাত তেওঁক এৰাগুণ চেৰ পেলাইছিল। বিদ্ৰোহৰ আৰু বিদ্ৰোহ দমোৱাৰ সময়ত, ঝান্সিৰ ৰাণী লক্ষ্মীবায়ে (২০ বছৰীয়া বিধবা) পুৰুষৰ পোছাক পিন্ধি বৃটিছৰ বিৰুদ্ধে নিজৰ দল পৰিচালনা কৰিছিল। লক্ষ্মীবাঈৰ সাহ আৰু বীৰত্বৰ বহুতো কাহিনী আছে। যুদ্ধ কৰি থাকোতেই বাঈৰ মৃত্যু হয়। ইংৰাজ সেনাপতিসকলেও বাঈৰ নিৰ্ভীকতাৰ শলাগ লৈছিল। ইংৰাজ জেনেৰেল নেইলে এলাহাবাদৰপৰা কাণপুৰলৈ যাওতে বাটত যাকে য'তে পাইছিল গছত ওলোমাই ফাঁচি দিছিল। খুব কম গছতহে মানুহ নোলমাকৈ আছিল। বাহাদুৰ ছাহৰ দুজন ল'ৰা আৰু নাতি-য়েকক গুলী কৰি মৰা হ'ল। ইংৰাজ অফিচাৰ হড্চনে দিল্লীলৈ নিওঁতে বাটত তেওঁলোকক এনেকৈ হত্যা কৰে। তৈইমুৰ আৰু বাবৰৰ বংশ এনেকৈ শেষ হ'ল। চিপাহী বিদ্ৰোহ ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ।

১৮৯৬ চনৰ ৯ আগষ্ট তাৰিখে এংলোইণ্ডিয়ান 'পাযনিয়াৰে বেঙ্গলী প্ৰেছক কেনে ব্যৱহাৰ কৰিব লাগে' শীৰ্ষক প্ৰবন্ধত লেখি-ছিল, "এই পুৰুষৰ ইংৰাজসকলৰ দিনতে তেওঁলোকে নিজৰ খবৰ কাগজ লেখকসকলক কেনে ব্যৱহাৰ কৰিছিল আমি জানো। কোনো লেখকে প্ৰিন্স ৰিজেণ্টক 'Adonis of boty' বুলি ভুলতে লেখিলেও দুবছৰ সশ্ৰম ফাটেক পাইছিল। কোনো পাতুৰীয়ে ফৰাচী বিপ্লৱ সমৰ্থন কৰিলে আৰু পাৰ্লেমেণ্টৰ সংস্কাৰ দাবী কৰিলে, তেওঁক ফাটেক দিয়া হৈছিল সাধাৰণ কয়দীৰ লগত।" চিপাহী বিদ্ৰোহ সম্পৰ্কে কোনো ভাৰতীয়ই আলোচনা কৰিবলৈ সাহ কৰিলে তেওঁকো সেই একে শাস্তিকে দিবলৈ 'পাযনিয়াৰে' পৰামৰ্শ দিছিল। কাজেই চিপাহী বিদ্ৰোহৰ প্ৰকৃত ঘটনাৰ বিৱৰণ পাবলৈ সহজ নহয়। ইংৰাজসকলৰ উক্তিৰপৰাই তলত কিছু দিয়া হ'ল। মিঃ ড্ৰুমণ্ডে ১৮৫৮ চনৰ এটা বক্তৃতাত পাৰ্লেমেণ্টত কৈছিল, "মি বিচে কৈছে যে আমাৰ বহুতো ডেকা অফিচাৰে ভাৰতীয় মানুহক নিষ্ঠুৰভাৱে অত্যাচাৰ কৰে। 'লণ্ডন কোৱাৰ্টাৰ্লী'ৰ মতে ভাৰতীযৰ প্ৰতি য়ুৰোপীয়ৰ আচৰণত বেছি মাত্ৰাই গৰ্ব আৰু অহঙ্কাৰ ফুটি ওলায়। লৰ্ড বেণ্টিঙ্কৰ কথা যে য়ুৰোপীয়-সকলে ভাৰতীয় মানুহৰ আচাৰ-পদ্ধতিৰ বিষয়ে বৰ কম জানে। আমি যদি নিজক আভিজাত্য শ্ৰেণীৰ বুলি গৰ্ব কৰোঁ আৰু তেওঁ-লোকৰ মৰ্যাদা আমি যদি বুজো তেনেহলে যি জাতিয়ে আলেক্-জেণ্ডাৰৰো আগৰ যুগৰ সম্পদ আৰু উত্তৰাধিকাৰীত্বৰ দাবী কৰিব

পাৰে—সেই জাতিৰ অন্তৰত তেনেবিলাক কথাই শেলে বিন্ধাদি নিবিন্ধিব বুলি আমি কেনেকৈ ভাবিব পাৰোঁ ? আমি ইমান মুৰ্খনে যে সদ্যহতে এতিয়া তেওঁলোকে উত্তৰ নিদিয়ে বা উভতি অপমান নকৰে বুলিয়েই আমি ভাবিমনে যে তেওঁলোকে অনুভবো নকৰে। 'প্ৰতিহিংসাৰ ভাব বহুত কাল শুই থাকিব পাৰে, কিন্তু কেতিয়াও নমৰে' এই প্ৰবাদ বাক্যষাৰ আন ঠাইৰ দৰে ভাৰততো সঁচা। এনে ব্যৱহাৰ পাই ভাৰতীয় মানুহে যে আমাক ঘিণ কৰিব তাত আচৰিত হ'বলৈ কি আছে ? মিঃ ফ্ৰেজাৰে কোৱা মতে ভাৰতীয় মানুহ সাধাৰণতে অসন্তুষ্ট হৈ আছে আৰু অসন্তুষ্ট হ'বৰ যথেষ্ট কাৰণ আছে। তেওঁ কৈছে যে দুটা বিপ্লবৰ জেখাই অসন্তোষ জমা হৈছে। চিভিল চাৰ্ভিচৰ সুবিধাৰ কাৰণেই ভাৰতবৰ্ষ শোষণ কৰিব লাগে এই মতবাদৰ কাৰণেই এনে বেয়া ফল দেখা দিছে। এতিয়াৰ দৰে যদি আমি ভাৰতবৰ্ষ ইংৰাজ কৰ্মচাৰীসকলৰ লুটৰ ঠাই বুলিয়েই ভাবো তেনেহলে আমি সেই দেশ হেৰুৱাম আৰু হেৰুৱা উচিতো।"

ইংৰাজসকলে প্ৰায়ে এই বুলি কৈ গৰ্ব কৰে যে ইংৰাজ শাসনত ভাৰতত মুছলমানৰ শাসনত হোৱা অত্যাচাৰৰ ওৰ পৰে। যদি এই কথা সঁচা হ'লহেতেন তেনেহলে, বৃটিছে ভাৰত লোৱাৰ পিচত চিপাহী বিদ্ৰোহ নঘটিলহেতেন। চিপাহী বিদ্ৰোহৰ আগতে ভাৰতত বৃটিছ শাসন সম্পৰ্কে বাৰ্ক আৰু চেৰিদানৰ বক্তৃতা সকলোৰে বিদিত আছে। দাৰ্শনিক হাৰ্বাট স্পেন্সাৰৰ মন্তব্য উল্লেখযোগ্য: "কোম্পানীৰ ডিৰেক্টৰ-সকলেও স্বীকাৰ কৰিবলগা হৈছে যে ভাৰতত ভিতৰুৱা বেপাৰত অত্যাচাৰ আৰু উৎপীড়নৰ দ্বাৰা এনে বিশাল ঐশ্বৰ্য লাভ কৰা হৈছে যে কোনো যুগ আৰু দেশতে তাৰ তুলনা নাই। ইয়াৰপৰাই অনুমান কৰক ইংৰাজসকলে কিমান বেয়া কাম কৰিছিল।" ভেন্সিটাৰ্টে কৈছে যে ইংৰাজে যি দামতে খোজে, সেই দামতে দিবলৈ আৰু যি দামতে বেচে সেই দামতে কিনিবলৈ ভাৰতীয় মানুহক বাধ্য কৰিছিল। ইংৰাজৰ দামত ৰাজী নহলে বেত দিয়া বা আটক কৰি ৰখা হৈছিল। ই কেনে এখন অত্যাচাৰমূলক সমাজ হব কল্পনা কৰক। ওৱাৰেন হেষ্টিংচে কৈছে যে ইংৰাজসকল ওচৰ চপাৰ লগে লগে সৰু নগৰ আদিৰ মানুহ ঘৰবাৰী এৰি গুচি গৈছিল। কেনে অৱস্থাত এনে হব পাৰে বিবেচনা কৰক। নিভাজ বিশ্বাসঘাতকতাই কৰ্তৃপক্ষৰ নীতি আছিল। এজন ৰজাক বিশ্বাসঘাতকতা কৰি আন এজনৰ লগত লগাই দিয়া হৈছিল। এজনক ঘটুৱাবলৈ আনজনক সহায় কৰা হৈছিল। পিচত

সেইজনকো কোনো অসৎ আচৰণৰ অভিযোগত সিংহাসনচ্যুত কৰা হৈছিল। চৰকাৰী বাঘে ভেড়া খোৱাৰ চেলু হিচাপে সদায় কোনো নদীৰ পানী ঘোলা পোৱা গৈছিল। পৰাধীন ৰজাসকলৰপৰা অতিপাত কৰ দাবী কৰা হৈছিল। তাকে দিব নোৱাৰিলে তেওঁৰ ৰাজ্য দখল কৰি তেওঁক শাস্তি দিয়া হৈছিল। আজিও নিমখৰ কাৰবাৰ আমাৰ একচেটিয়া। আজিও আমাৰ যি উপাৰ্জন হয়, দুখীয়া ৰায়তৰপৰা তাৰ আধা কৰ হিচাপে আদায় হয। আজিও ভাৰতীয় চিপাহীৰ সহায়ত, ভাৰতবৰ্ষত ইংৰাজৰ ৰাজ বঢ়োৱা আৰু ৰক্ষা কৰাৰ সুচতুৰ স্বেচ্ছাচাৰিতা চলি আছে। বেছি বছৰ হোৱা নাই, উপযুক্ত পোছাক নিদিলে যাব নোখোজাত এজন চিপাহীক ইচ্ছা কৰি হত্যা কৰা হৈছিল। [প্ৰথম বাৰ্মা যুদ্ধৰ সময়ত ১৮২৪ চনত এটা ঘটনা হয। বেৰাকপুৰৰ বেঙ্গল ৰেজিমেণ্ট এটা ইংৰাজ সৈন্যৰ দ্বাৰা গুলী কৰি মৰা হয়।] পুলিচ ধনীৰ লগ লাগে আৰু জোৰেৰে টকা আদায কৰাত আইন-আদালতক যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিবলৈ এৰি দিযা হয। আজিও তথাকথিত ভদ্ৰলোকে দুখীযা খেতিযকৰ শস্যৰ ওপৰেদি হাতীত উঠি যায় আৰু দাম নিদিযাকৈ গাৱঁৰপৰা ৰচদ আদায় কৰে। ভিতৰৰ মানুহে আজিও য়ুৰোপীয় মানুহ দেখিলে সাধাৰণতে হাবিত সোমায।

চিপাহী বিদ্ৰোহৰ আগৰ বৃটিছ শাসন সম্পৰ্কে ছাৰ জন কেয়ে লেখিছে, "কল্পনা-শক্তি নথকা মানুহে সফলভাৱে ভাৰত শাসন কৰিব নোৱাৰে। ডেলহাউচিৰ কল্পনা-শক্তি নাছিল। এই শক্তি নেথাকিলে বহুত বছৰৰ অভিজ্ঞতাৰ পিচতহে এজনে কোনো জাতিৰ জাতীয় চৰিত্ৰ বুজিব পাৰে আৰু কল্পনা-শক্তি থাকিলে এনে অভিজ্ঞতা নেথা-কিলেও কেইসপ্তাহমানতে বুজিব পাৰে। এই দুটা উপায়ৰ এটাৰেও ডেলহাউচিযে ভাৰতীয় প্ৰতিভা ধৰিব নোৱাৰিলে। তেওঁৰ কেৱল এটা ধাৰণা আছিল, তেওঁ ভাবিছিল যে বিজযী জাতীৰ স্বেচ্ছাচাৰিতা সহ্য কৰাত ভাৰতীয় মানুহ অভ্যস্ত। পুৰণি প্ৰথা, অতীতৰ বংশা-ৱলীৰ প্ৰতি ভাৰতীয় মানুহৰ শ্ৰদ্ধা তেওঁ বুজিব নোৱাৰিছিল। ডেলহাউচি যি জাতিৰ মানুহ সেই জাতিৰ কল্পনা-শক্তি নোহোৱাটো জাতীয় লক্ষণ। আনৰ অন্তৰত যে অতীতৰ গৰ্ব আৰু জাতীয় সম্মান-বোধ থাকিব পাৰে, সেইটো তেওঁ ধাৰণা কৰিব নোৱাৰিছিল। ওপৰৰপৰা তললৈকে ভাৰতৰ ইংৰাজ শাসকসকল এনে ভাবৰ আছিল। কোনোবাই যদি সাহ কৰি প্ৰশ্ন কৰিছিল 'এনে ব্যৱহাৰ কৰিলে আপুনি কেনে পাব?' তেনেহলে তেওঁক এনে ভাষাৰে কদৰ্থনা কৰা

হৈছিল যে বিশ্বাসঘাতকৰ প্ৰতিহে সি প্ৰযোজ্য। এচিয়াৰ মানুহেও স্বাধীনতা আৰু দেশক ভাল পাব বুলি ক'ব খুজিলে তাক 'বৃটিছ বিৰোধী' নাম দি দোষাৰোপ কৰা হৈছিল। পূবৰ মানুহৰ প্ৰতি সম্মান জনালে তেওঁক 'বগা নিগাৰ' বুলি নিন্দা কৰা হৈছিল। কিন্তু এইবিলাক মানুহেই যিসকলে এচিয়াৰ মানুহৰ স্বাধীনতাৰ কথাত অসহিষ্ণু হৈ উঠে তেওঁলোকেই য়ুৰোপীয় গোলামসকলৰ আকাঙ্ক্ষাৰ প্ৰতি সহানুভূতিশীল আৰু ইটালী, পোল আদিৰ স্বাধীনতা যুদ্ধৰ প্ৰশংসা কৰে। ক'লা বৰণ দেখিলেই তেওঁলোকৰ সহানুভূতি শুকাই যায়। তেওঁলোকে ভাবে যে দেশপ্ৰেম, স্বাধীনতাপ্ৰিয়তা ভাৰতত অজ্ঞাত আৰু এচিয়াৰ বিশেষকৈ ভাৰতৰ মানুহৰ তেওঁলোকৰ কাৰণে কি ভাল, সেইটো বিচাৰ কৰাৰ অধিকাৰ নাই, উন্নত সভ্যতাৰ অধিকাৰী বগা জাতিৰ উপকাৰৰপৰা নিজক উদ্ধাৰ কৰাৰ কাৰণে বিদ্ৰোহ কৰিবলৈয়ো তেওঁলোকৰ অধিকাৰ নাই। তেওঁলোকৰ মতে বগা জাতিযে ভাৰত আদি এচিয়াৰ মানুহৰ হৈ ভাবিব, কাম কৰিব আৰু তেওঁলোকৰ মূল্যবান সম্পত্তি আৰু প্ৰিয় অধিকাৰৰপৰা তেওঁলোকক বঞ্চিত কৰিব।

দিল্লী আৰু লক্ষ্ণৌৰ ৰাজপৰিয়ালক আৰু পেছোৱাক বিশ্বাসভঙ্গ কৰি ইংৰাজে সিংহাসনচ্যুত কৰিছিল। চুক্তিভঙ্গ কৰি ভাৰতীয় ৰজাসকলৰ প্ৰতি কৰা অন্যায, অবিচাৰ আৰু ভাৰতীয প্ৰজাৰ ওপৰত হোৱা অত্যাচাৰেই চিপাহী বিদ্ৰোহৰ কাৰণ। কোম্পানীৰ তলত বেছিকৈ চিপাহী হৈছিল মাৰাথাসকল, যুক্তপ্ৰদেশৰ মুছলমানসকল আৰু আৱধৰ হিন্দুসকল। এওঁলোকৰ নিজৰ নিজৰ ৰাজন্যবৰ্গৰ প্ৰতি ইংৰাজে বেছি অবিচাৰ কৰিছিল। এদিন এওঁলোকে বিদ্ৰোহ কৰিলে।

শিখ আৰু গোৰ্খাসকলৰ সহায় নোপোৱা হ'লে, ইংৰাজে চিপাহী বিদ্ৰোহ দমাব নোৱাৰিলেহেঁতেন। ১৮৫৮ চনত ছাৰ জন লৰেন্সে লেখিছিল, "ঈশ্বৰৰ অনুগ্ৰহত পঞ্জাবৰ মানুহৰ সন্তোষ আৰু ৰাজানুগত্যৰ কাৰণে ভাৰত ৰক্ষা পৰিল। পঞ্জাব যোৱা হ'লে আমি ধ্বংস হ'ব লাগিলহেতেন।"

অলপতে স্বাধীনতা হেৰুৱা শিখসকলে চিপাহী বিদ্ৰোহৰ সুযোগ লৈ হেৰোৱা স্বাধীনতা উদ্ধাৰ কৰিবলৈ চেষ্টা নকৰাৰপৰাই বিদেশী শাসনৰ বিষময ফল ওলাই পৰে। সেই সময়ত জন লৰেন্সে পঞ্জাবত শাসন কৰিছিল। তাৰ কিছু আগতে এখন বোৰ্ডে পঞ্জাব শাসন কৰিছিল। তেওঁ আৰু তেওঁৰ ককায়েক ছাৰ হেনৰী লৰেন্স পঞ্জাব বোৰ্ডৰ মেম্বাৰ আছিল; কিন্তু এই দুজন ভায়েকে একেলগে

কাম কৰিব নোৱাৰিলে। হেনৰী লৰেন্সে পঞ্জাবৰ দলপতিসকলৰ প্ৰতি ন্যায় বিচাৰ কৰিব খুজিছিল। কিন্তু জন লৰেন্সে পঞ্জাবৰ মানুহক পাশৱিক বলেৰে বশ কৰিবলৈ মন কৰিছিল। গৱৰ্ণৰ জেনেৰেলজনক সমৰ্থন কৰিলে আৰু পঞ্জাব বোৰ্ড উঠাই দিলে, হেনৰী লৰেন্সক পঞ্জাবৰপৰা লৈ গ'ল আৰু জনক তাৰ শাসনকৰ্তা পাতিলে। জনে যে অতি নিষ্ঠুৰভাবে পঞ্জাব শাসন কৰিছিল, তাত অলপো সন্দেহ নাই।

অৱনতিৰ সময়ত, অদূৰদৰ্শী মোগল সম্ৰাটৰ আদেশত শিখ গুৰু কেজনমানক দিল্লীত হত্যা কৰা হৈছিল। শিখসকলে এই কথা পাহৰিব নোবাৰিছিল আৰু মোগল ৰাজধানীৰ ওপৰত প্ৰতিশোধ লবলৈ সঙ্কল্প কৰিছিল। এতিয়া জন লৰেন্সে শিখসকলৰ এই ভাবৰ সুবিধা ল'লে। শিখ সেনা দিল্লীলৈ পঠিওৱা হ'ল।

নেপাল যুদ্ধত আবধৰপৰা ইংৰাজে নেপালৰ বিৰুদ্ধে যুদ্ধ চলাইছিল আৰু আৱধৰ নবাবে লৰ্ড হেষ্টিংচক সেই যুদ্ধ চলাবলৈ বহুতো টকা ধাৰে দিছিল। নেপালীসকলৰ মনৰ সেই আক্ৰোশ যোৱা নাছিল। চিপাহী বিদ্ৰোহত, তেওঁলোক আৱধ সোমাই তাৰে হোৰ তুলিলে। ছাৰ জং বাহাদুৰে লক্ষ্ণৌলৈ যোবাৰ বাটত আৱধৰ ৫।৬ হেজাৰ মানুহ মৰাৰ গৰ্ব কৰিছিল।

বিদ্ৰোহী চিপাহীসকলে নিষ্ঠুৰ অত্যাচাৰ চলাই বৰ্বৰতাৰ পৰিচয় দিয়ে বুলি য়ুৰোপীয লেখকসকলে বৰ্ণনা কৰিছে। দিল্লী, কানপুৰ আৰু ঝান্সিত ইংৰাজ মতা তিৰোতা আৰু ল'ৰা-ছোবালীৰ ওপৰত অত্যাচাৰ কৰা বুলি ইংৰাজ ঐতিহাসিকে নিন্দা কৰিছে আৰু বিদ্ৰোহৰ কথা-বিলাক যিমান পাৰে বেয়াকৈ দেখুৱাইছে। এই কাহিনী বিলাকৰ বহুতখিনি যে অতিৰঞ্জিত, তাত অলপো সন্দেহ নাই। মিঃ জাষ্টিন্ মেকআৰ্থিয়ে লেখিছে, "বাধ্য কৰি গম পিহুৱাৰ বাহিৰে, ইংৰাজ মহিলাৰ ওপৰত আন কোনোৰকম অত্যাচাৰ কৰা হোৱা নাছিল। তিৰোতাৰ ওপৰত বলাৎকাৰ হোৱা নাছিল। কোনো ইংৰাজ মহিলাক নাঙঠ বা অপমান বা কোঙা কৰা হোৱা নাছিল।"

তিৰোতা বা ল'ৰা-ছোৱালীৰ ওপৰত অত্যাচাৰ সৰ্বদা নিন্দনীয়। কিন্তু এইটো ভবাও ভুল যে তৰ্কৰ খাতিৰত স'চা বুলি ধৰিলেও, একমাত্ৰ ভাৰতত হে তেনে ঘটনা হৈছিল। এজন ইংৰাজে লেখিছে, "ঝান্সি, দিল্লী আৰু কানপুৰত প্ৰকৃততে যিবিলাক ভয়াবহ ঘটনা ঘটিছিল, তাত এচিয়াৰ বুলি কোনো সুকীয়া চাপ মৰা কথা নাই।

অতিষ্ঠ হৈ এটা জাতিয়ে যেতিয়া বিদ্ৰোহ কৰে আৰু বিশেষকৈ যেতিয়া বৰ্ণ বিদ্বেষৰ ভাব থাকে, তেতিয়া পৰস্পৰক নিৰ্মূল কৰাৰ ভাব সদায় দেখা যায়। ১৮২১ চনৰ গ্ৰীক বিদ্ৰোহত এয়ে হৈছিল— শান্তিপ্ৰিয় খেতিয়কৰ মতা-তিৰোতা, ল'ৰা-ছোৱালী ২০ হেজাৰৰো ওপৰ হত্যা কৰা হৈছিল। কাম্বাৰলেণ্ডৰ ডিউকে স্কটচসকলক কি কৰিছিল ? কুলডেনৰ জয়ৰ পিচত কাম্বাৰলেণ্ডে স্কটলেণ্ডলৈ আগবাঢ়ি গ'ল আৰু তাত কেম্প কৰি বহিল। পলৰীয়া স্কটচসকলক চিকাৰ কৰিবলৈ আৰু তেওঁলোকৰ থকা ঠাই পুৰি চাৰখাৰ কৰি দিবলৈ তেওঁ সকলো ফালে সেনা পঠিয়ালে। জন্তুৰ দৰে মানুহক গুলী কৰি মৰা হৈছিল। ৰাজকাৰেংবিলাক লুটি লৈ পুৰি পেলোৱা হৈছিল, তিৰোতা মানুহক নাঙঠ কৰি অত্যাচাৰ কৰা হৈছিল। ডিউকৰ অত্যাচাৰত ৫০ মাইলৰ ভিতৰত কেদিনমানতে জনপ্ৰাণী, ঘৰ-দুৱাৰ একো দেখিবলৈ নোহোৱা হৈছিল।"

বিদ্ৰোহৰ পিচত ইংৰাজে ভাৰতীয় মানুহৰ ওপৰত কেনেকৈ প্ৰতিশোধ লৈছিল চোৱা যাওক। আনকি 'পায়নিয়াৰ' কাগজেও লেখিছিল, "লক্ষ্ণৌ, কানপুৰ আদি নগৰ দখল কৰাৰ পিচত, বহুত নিৰপৰাধী হিন্দুক তেওঁলোকৰ মিছলীয়া দেশবাসীয়ে দিয়া খবৰ মতে 'চামাৰী' ট্ৰায়েল কৰি ফাঁচি দিয়াটো সঁচা।" পায়নিয়াৰে 'নিৰপৰাধী হিন্দু' বুলি লেখিছে যেন নিৰপৰাধী মুছলমানক ফাঁচি দিয়াই নহৈছিল। দৰাচলতে হিন্দু-মুছলমান কোনো বাচ-বিচাৰ কৰা নহৈছিল। ইংৰাজ ঐতিহাসিকে কি কৈছে চাওক, "সামৰিক আইন জাৰি কৰা হৈছিল। মতা-তিৰোতা, ল'ৰা-বুঢ়া বাচ-বিচাৰ নকৰাকৈ ভাৰতীয় মানুহক হত্যা কৰা হৈছিল। পিচত তেজৰ হেঁপাহ আৰু বাঢ়িছিল। গবৰ্ণৰ জেনেৰেলে ইংলণ্ডলৈ পঠিওৱা কাগজত পোৱা যায় যে বিদ্ৰোহৰ কাৰণে যিসকল জগৰীয়া, তেওঁলোকৰ উপৰিও বয়সীয়া তিৰোতা আৰু ল'ৰা-ছোৱালীকো মৰা হৈছিল। ফাঁচি দিয়া নহৈছিল, গাঁৱতে পুৰি মৰা হৈছিল। উচ্চথাপৰ চৰকাৰী কৰ্তৃপক্ষই পৃষ্ঠপোষকতা কৰা এখন কিতাপত লেখা আছে, "বজাৰত বা তিনি আলিৰ মূৰত ওলমি থকা মানুহৰ শ-বিলাক গোটাবলৈ পুৱাৰপৰা সন্ধিয়ালৈকে ৮ খন গাড়ী ঘূৰি ফুৰিছিল। তিনি মাহলৈকে এনেকৈ মৰাশ গোটোৱা হৈছিল। ছহেজাৰ মানুহ এনেকৈ শেষ কৰা হয়। মিচ্ জেনিঙক কোনো গুণ্ডাই মৰাৰ কথা পঢ়ি ইংৰাজৰ মন বিৰক্তি আৰু ক্ষোভত অতিষ্ঠ হৈ উঠাটো স্বাভাৱিক, কিন্তু ভাৰতীয় ইতিহাসত—ইতিহাস নেথাকিলেও প্ৰচলিত

গল্পত ইংৰাজ জাতিৰ বিৰুদ্ধে লেখা থাকিব যে নাম নজনা বহুতো ভাৰতীয় মাক, তিৰোতা আৰু ল'ৰা-ছোৱালী ইংৰাজ প্ৰতিহিংসাৰ নিৰ্মম গ্ৰাসত পৰিবলগা হয়। আমাৰ অন্তঃকৰণ স্পৰ্শ কৰা কাহিনীতকৈয়ো এই গল্পবিলাক বেছি মৰ্মস্পৰ্শী হ'ব পাৰে।" ছাৰ চাৰ্লচ দিল্‌কীয়ে কৈছে, "কানপুৰ অভিযানত গাওঁবিলাক পুৰি, নিৰপৰাধী ভাৰতীয়ক হত্যা কৰি যি অত্যাচাৰ কৰা হৈছিল, মহম্মদ টোগলকেও তাত লাজ পালে-হেঁতেন। চিপাহী বিদ্ৰোহ দমোৱাত যিসকল ইংৰাজ কৰ্মচাৰীয়ে ভাৰতীয় ভাষাৰ এটা শব্দও নুবুজে (সাক্ষী আৰু আচামীৰ জবানবন্দী) তেওঁলোকে শ শ ভাৰতীয় মানুহক ফাঁচি দিছিল।"

## ৰাণী ভিক্টোৰিয়াৰ ঘোষণা

চিপাহী বিদ্ৰোহ সম্পূৰ্ণৰূপে শান্ত নৌহওঁতেই ভাৰতৰ শাসনভাৰ কোম্পানীৰ হাতৰপৰা ইংলণ্ডৰ ৰজাৰ তললৈ নিয়া হয়। ১৮৫৮ চনৰ প্ৰাৰম্ভতে যেতিয়া এই প্ৰস্তাৱ হৈছিল, তেতিয়া কোম্পানীয়ে পাৰ্লামেণ্টলৈ এখন দৰখাস্ত কৰিছিল। জন ষ্টুৱাৰ্ট মিলে সেই দৰখাস্তৰ আঁচনি কৰিছিল। সেই সময়ত প্ৰচলিত এই নীতিটোলৈ দৰখাস্তখনে পাৰ্লামেণ্টৰ মনোযোগ আকৰ্ষণ কৰিছিল যে ভাৰতত বাস কৰা ইংৰাজসকলৰ সুবিধাৰ হকে ভাৰতবৰ্ষ শাসন কৰা উচিত। এই মতৰ পৃষ্ঠপোষকতাৰ কাৰণে ১৮৫৮ চনৰ ১৬ মাৰ্চত কমন্স সদনে এখন চিলেক্ট কমিটি নিযোগ কৰিছিল। ভাৰতত বিশেষকৈ পাহাৰ আদি স্বাস্থ্যকৰ ঠাইত য়ুৰোপীয় উপনিবেশ আৰু বসতিৰ শ্ৰীবৃদ্ধিৰ উৎকৃষ্ট উপায় উদ্ভাৱন সম্পৰ্কে, উন্নতিৰ সম্ভাৱনা সম্পৰ্কে আৰু মধ্য এচিয়াৰ লগত ইংৰাজৰ বেপাৰ বঢ়োৱা সম্পৰ্কে তদন্ত কৰিবলৈ কমিটিক ভাৰ দিয়া হৈছিল।

কিন্তু ইংলণ্ডৰ মানুহে ভাৰতত উপনিবেশ পতাৰ বাটত কোম্পানীক বাধা দিব বুলি ভাবিছিল। 'ভাৰতৰ সম্পদৰ উন্নতি' কৰাৰ বাটতো কোম্পানীক বাধাস্বৰূপ জ্ঞান কৰা হৈছিল। 'ভাৰতৰ সম্পদৰ উন্নতি'ৰ কথা কওঁতে ভাৰতৰ স্বাৰ্থৰ কথা তেওঁলোকে ভবা নাছিল। তেওঁলোকে ভাবিছিল ইংলণ্ডৰ ক্ৰমবৰ্দ্ধমান শিল্পৰ কাৰণে ভাৰতৰ সম্পদ অপহৰণ কৰাৰ কথা।

কোম্পানীৰ হাতৰপৰা শাসন ভাৰ লৈ ৰাণী ভিক্টোৰিয়াই ১৮৫৮ চনৰ নৱেম্বৰ মাহত ভাৰতবাসীলৈ এটা ঘোষণা পঠিয়ায়। ঘোষণাত অতি উদাৰ ভাবৰ ওখ ওখ কথা কোৱা হৈছে। ভাৰতৰ মানুহৰ মন ইংৰাজৰ আচৰণত তিতা হৈ পৰিছিল, চিপাহী বিদ্ৰোহত দেশ অশান্ত হৈ আছিল। সেই কাৰণে মিঠা কথাৰ ঘোষণাৰ ৰাজনৈতিক প্ৰয়োজন ইংলণ্ডৰ গৱৰ্ণমেণ্টে অনুভৱ কৰিছিল। ১৮৫৮ চনৰ মাৰ্চত কমন্স সদনে যি উদ্দেশ্য আগত ৰাখি চিলেক্ট কমিটী নিয়োগ কৰিছিল, তাক ঢাকি ৰখাও প্ৰয়োজন হৈছিল।

ঘোষণাপত্ৰখন প্ৰথম লেখোতে ৰাণী নাছিল। তাত লেখা আছিল যে ভাৰতৰ ধৰ্মবিলাক তল পেলাবৰ ক্ষমতা ৰাণীৰ আছে। ৰাণী ভিক্টোৰিযা বুদ্ধিমতী আছিল। ঘোষণাত তেনে কথা থকাটো তেওঁ উচিত বিবেচনা নকৰিলে। ঘোষণাপত্ৰখন পুনৰ লেখিবলৈ কওঁতে ৰাণীযে এই কথা মনত ৰাখিবলৈ কৈছিল যে এগৰাকী নাৰী-সম্ৰাজ্ঞীৰ মুখত সেই কথা শোভা পাব লাগিব। ঘোষণাপত্ৰত যিহকে নেথাকক, ইংলণ্ডৰ মন্ত্ৰীসকলৰ ভাৰতৰ প্ৰতি মনোভাব, তেওঁলোকে প্ৰথম আঁচনি কৰা আৰু ৰাণীযে নামঞ্জুৰ কৰা আঁচনিখনৰপৰা বুজা যায়। আমি এইটোও মনত ৰখা উচিত যে ঘোষণাত থকা মতে কাম কৰিবলৈ, ইংলণ্ডৰ ৰজা বা ৰাণীযে তেওঁলোকৰ মন্ত্ৰীসকলক বাধ্য কৰিব নোৱাৰে। ইংলণ্ডৰ ৰজা ৰাণীৰ, পাৰ্লামেণ্টৰ ইচ্ছাৰ বিৰুদ্ধে কাম কৰা ক্ষমতা নাই।

ইংলণ্ডৰ কাৰণে ইষ্ট ইণ্ডিযা কোম্পানীযে ভাৰতত সাম্ৰাজ্য পতা সম্পৰ্কে জন মেলকম লুদল'ই লেখিছে, "ভাৰতত ইংৰাজ ৰাজত্ব প্ৰতিষ্ঠাৰ কাহিনী বৰ লেতেৰা। কাপুৰুষালি আৰু দুৰ্বলতাৰ মাজেদি ইযাৰ আৰম্ভণি। আগৰপৰা গুৰিলৈকে লোভ, মিছা প্ৰৱঞ্চনা, জাল আৰু ৰাজদ্ৰোহৰে ইয়াৰ সামৰণি। কোনো ডাঙৰ সাম্ৰাজ্যৰ ভেটি স্থাপনত ইমান বেছি শঠতা, প্ৰবঞ্চনা, জাল-চক্ৰান্ত দেখা নাযায়। ক্লাইৱ, ৱাৰেণ হেষ্টিংচ আৰু তেওঁলোকৰ লগৰ মানুহে আমাৰ সুবিধাৰ কাৰণে যিবিলাক পাপ কৰিছিল, সেইবিলাক মনত পেলাই দিলে আমি বেয়া পোৱাটো মানুহৰ প্ৰকৃতি বিৰোধী নহয। সেই পুৰুষটোৰ কথা ভাবিলে আমি লাজ পাব লাগে।"

মেজৰ বি ডি বসুৰ 'Rise of the Christian Power in India' নামে কিতাপৰপৰা ওপৰৰ এই কথাকেষাৰ দিয়া হ'ল।

## বৃটিছ শাসনত ভাৰত

ইষ্ট ইণ্ডিয়া কোম্পানীযে আৰু কোম্পানীৰ এজেন্টসকলে ভাৰতৰ ধন-সোণ লুট কৰাৰ কথা আমি আগতে আলোচনা কৰিছো। পলাশীৰ যুদ্ধৰ পিচত ১৮ শতিকাৰ শেষাৰ্দ্ধত, ভাৰতৰপৰা ইংলণ্ডলৈ টকাৰ সোঁত বৈছিল। যিবিলাক যুদ্ধৰে ভাৰতবৰ্ষ ইংৰাজে জয় কৰিছিল, তাৰ খৰচ ভাৰতীয় মানুহৰ ওপৰতে জাপি দিয়া হৈছিল। বাৰ্মা আৰু আফগান যুদ্ধৰ খৰচো ভাৰতে দিবলগা হৈছিল, যদিও প্ৰতিবেশী এইবিলাক দেশৰ লগত ভাৰতৰ কোনো কাজিয়া নাছিল। ভাৰতত বৃটিছ শাসনৰ প্ৰথম অধ্যায ওঠৰ শতিকাৰ লগে লগে অন্ত পৰে। বেপাৰ আৰু নঙঠা লুটপাতৰ ওপৰতে এই শাসন প্ৰতিষ্ঠিত। ভাৰতৰপৰা যোবা এই ধনৰে যন্ত্ৰ-শিল্প প্ৰতিষ্ঠা কৰাত ইংলণ্ডৰ যথেষ্ট সহায় হয়।

১৯ শতিকা বৃটিছ শাসনৰ দ্বিতীয় অধ্যাযৰ যুগ। এই যুগত ভাৰতে ইংলণ্ডৰ ফেক্টৰীক কেচামাল যোগায় আৰু বৃটিছ শিল্পজাত বস্তুৰ বজাৰো হ'ল ভাৰতবৰ্ষ। ১৮৫৭-৫৮ চনৰ বিপ্লবৰ আগলৈকে ইষ্ট ইণ্ডিয়া কোম্পানীযে ভাৰত শাসন কৰিছিল। বেপাৰী কোম্পানী এটাই এখন দেশ জয় কৰি শাসন কৰাৰ দৃষ্টান্ত ইতিহাসত পাবলৈ নাই। বিপ্লবৰ পিচত বৃটিছ গবৰ্ণমেণ্টে ভাৰতৰ শাসনভাৰ নিজৰ হাতলৈ তুলি ল'লে যদিও মূলনীতিৰ বিশেষ পাৰ্থক্য হোবা নাছিল, কিযনো যিসকলে ইষ্ট ইণ্ডিয়া কোম্পানী চলাইছিল, বৃটিছ গবৰ্ণমেণ্টো সেই শ্ৰেণীৰহে প্ৰতিনিধি।

যদি ভাৰত ইংৰাজ শাসনৰ তললৈ নাহিলহেঁতেন, তেনেহ'লে পৃথিবীৰ আন দেশৰ দৰে দুদিন আগতে বা পিচতে ভাৰততো যন্ত্ৰ-শিল্প প্ৰতিষ্ঠ হ'লহেতেন। ১৮।১৯ শতিকাৰ প্ৰধান বাণী হৈছে যন্ত্ৰ-শিল্প। ইংলণ্ডৰ পিচে পিচে, য়ুৰোপ, আমেৰিকা আৰু এচিযাৰ জাপানে যন্ত্ৰ-শিল্পত উন্নতি কৰে। বৃটিছ শাসনে যন্ত্ৰ-শিল্প হোবাত বাধা নিদিয়াহেঁতেন ভাৰতে আনক কেচামাল দি নিজে বিদেশী শিল্পজাত বস্তু নিকিনিলে-হেঁতেন। ভাৰত আৰু ইংলণ্ডৰ অৰ্থনৈতিক স্বাৰ্থবিৰোধী আছিল। এই বিৰোধিতাত ৰাজনৈতিক ক্ষমতাৰ জোৰত ইংলণ্ডই সদায় নিজৰ সুবিধা কৰি লৈছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ ভাৰত শাসনৰ অনিষ্টকাৰিতাৰ কথা উল্লেখ কৰি এডাম স্মিথে লেখিছে, "এটা বেপাৰী কোম্পানীৰ শাসনতকৈ বেয়া শাসন একো হ'ব নোৱাৰে। ভাৰতৰ ৰজা হিচাপে

ইষ্ট ইণ্ডিয়া কোম্পানীৰ স্বাৰ্থ হব লাগে তেওঁলোকৰ ৰাজ্য ভাৰতলৈ নিয়া, য়ুৰোপৰ বস্তুবিলাক যিমান হয় সস্তাত বিক্ৰী কৰা আৰু ভাৰতৰপৰা ইংলণ্ড আদি দেশলৈ নিয়া বস্তুবিলাক যিমান হয় বেছি দৰত বেচা। কিন্তু বেপাৰী হিচাপে তেওঁলোকৰ স্বাৰ্থ ইয়াৰ বিপৰীত। ৰজা হিচাপে শাসিত দেশৰ সৈতে তেওঁলোকৰ স্বাৰ্থ এটা। বেপাৰী হিচাপে ভাৰতৰ স্বাৰ্থৰ লগত তেওঁলোকৰ স্বাৰ্থ উত্তৰ মেৰু দক্ষিণ মেৰুৰ দৰে পৃথক।

মোগল সাম্ৰাজ্যৰ পতন হোৱাত ভাৰতত ৰাজনৈতিক বিশৃঙ্খলা ঘটে। কিন্তু তেতিয়াও ভাৰতৰ শিল্প কলা নষ্ট হোৱা নাছিল। ভাৰতীয় অৰ্থনীতিবিদ্ ৰমেশচন্দ্ৰ দত্তই লেখিছে, "১৮ শতিকাৰ ভাৰত এখন ডাঙৰ শিল্পী দেশ আছিল। ভাৰতৰ হেণ্ডলুমে এচিয়া আৰু য়ুৰোপৰ বজাৰত কাপোৰ যোগাইছিল।" বিদেশৰ বজাৰত অতীত ভাৰতৰ আধিপত্যৰ কথা আমি আগতেও কৈছোঁ। ইজিপ্টৰ চাৰি হেজাৰ বছৰীয়া পুৰণি 'মামি'বিলাক সুন্দৰ ভাৰতীয় পাট কাপোৰৰে মেৰিয়াই থোৱা পোৱা গৈছে। ইংৰাজ আদি বিদেশী বেপাৰীসকলে প্ৰথম অৱস্থাত ভাৰতত বস্তু বেচিবলৈ অহা নাছিল। ভাৰতত হোৱা ধুনীয়া ধুনীয়া বস্তু কিনি নি য়ুৰোপত বেছি দামত বেচাই তেওঁলোকৰ উদ্দেশ্য আছিল। য়ুৰোপীয় বেপাৰীয়ে তেতিয়া ভাৰতৰ কেচামাল নলৈছিল, ভাৰতৰ শিল্পজাত বস্তুহে নিছিল। ইষ্ট্ ইণ্ডিয়া কোম্পানীয়েও প্ৰথম ছোৱাত ভাৰতত তৈয়াৰ হোৱা কাপোৰ, পাট, উল আদি নি য়ুৰোপৰ বজাৰত বেচিছিল আৰু তাৰপৰা যথেষ্ট লাভ কৰিছিল। কপাহ-শিল্পত ভাৰতে বিশেষ উন্নতি কৰিছিল। য়ুৰোপ, চীন, জাপান, আৰব, পাৰস্য আৰু আফ্ৰিকাৰ কোনো কোনো অংশলৈ ভাৰতৰ কাপোৰ গৈছিল।

১৭৫৭ চনত ক্লাইৱে মুৰ্শীদাবাদ (বঙ্গ) নগৰৰ বৰ্ণনা কৰি লেখিছে, "এই নগৰ লণ্ডন নগৰৰ দৰে জনবহুল, ডাঙৰ-দীঘল আৰু ঐশ্বৰ্যশালী। পাৰ্থক্য এয়ে যে মুৰ্শীদাবাদত লণ্ডনতকৈ বহুত বেছি সম্পত্তি থকা কোনো কোনো মানুহ আছে।" এই বছৰতে বৃটিছে পলাচীৰ যুদ্ধত জিকি বঙ্গত খোপনি লয়। ৰাজনৈতিক অধঃপতনৰ এই সময়তো বঙ্গ ঐশ্বৰ্য-শালী আছিল। বঙ্গৰপৰা বহুতো শিল্পজাত বস্তু বাহিৰলৈ গৈছিল। ঢাকাৰ মচ্লিন কাপোৰ জগৎ বিখ্যাত।

এতিয়া দেখা গ'ল যে এই সময়ত ভাৰত অকল গাওঁ আৰু খেতিৰ দেশেই নাছিল, ভাৰতত বহুতো নগৰো আছিল। নগৰবিলাকত

শিল্পী আৰু কাৰিকৰসকল গোট খাইছিল। তেওঁলোকে উমৈহতীয়া-ভাৱে কাম কৰিছিল। এশমানকৈ কাৰিকৰ লৈ একো একোটা ফেক্টৰী চলিছিল। শিল্প বিপ্লবৰ আগতে পশ্চিম য়ুৰোপত বিশেষকৈ নেদাৰ-লেণ্ডত এনে বহুতো ফেক্টৰী আছিল। তেতিয়াৰ ভাৰত আছিল পৰিবৰ্তনৰ অৱস্থাত। শিল্প নগৰবিলাকত মজলীয়া থাপৰ বেপাৰী শ্ৰেণী এটা গঢ়ি উঠিছিল। ফেক্টৰীৰ মালিকবিলাক আছিল পুঁজিপতি। সময়ত য়ুৰোপৰ দৰে ভাৰততো এই শ্ৰেণীটো শক্তিশালী হৈ উঠিলহেঁতেন আৰু সামন্ত বা ফিউডেল শ্ৰেণীৰ ঠাই ল'লেহেতেন, কিন্তু এনে সময়তে ভাৰতত বৃটিছে আধিপত্য লাভ কৰিলে। ভাৰতীয় শিল্প তেওঁলোকে ধ্বংস কৰিলে।

প্ৰথমতে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতৰ শিল্পজাত বস্তু নি য়ুৰোপত বেচিছিল। কিন্তু ইংলণ্ডত শিল্পৰ উন্নতি হোৱাৰ লগে লগে তাৰ শিল্পীসকলে ভাৰতৰপৰা শিল্পজাত বস্তু লোৱাটো ভাল নোপোৱা হ'ল। ভাৰতীয় প্ৰতিযোগিতালৈ তেওঁলোকে ভয় কৰিছিল। ১৮ শতিকাৰ আগভাগত তেওঁলোকে বৃটিছ গবৰ্ণমেণ্টক ধৰিলে যে ইংলণ্ডলৈ যোৱা ভাৰতীয় বস্তুৰ ওপৰত কৰ লগাব লাগে। কিছুমান ভাৰতীয় বস্তু ইংলণ্ড সোমোৱাটো একেবাৰে নিষিদ্ধ হ'ল। আইনৰ সহায়ত ভাৰতীয় বস্তু তেওঁলোকে বৰ্জন কৰিলে। প্ৰকাশ্যে ভাৰতীয় কাপোৰ পিন্ধাটো দোষণীয় বুলি গণ্য কৰা হৈছিল। ভাৰতীয় বস্তু 'বয়কট' কৰিয়েই ভাৰতীয় শিল্প ইংলণ্ডই মাৰিব নোৱাৰিলেহেঁতেন। কিন্তু সেই সময়ত ইষ্ট ইণ্ডিয়া কোম্পানীৰ জৰিয়তে ইংলণ্ডই ভাৰতৰ বহুতো ঠাইত প্ৰভুত্ব কৰিছিল। ভাৰতীয় শিল্প মাৰি বৃটিছ শিল্পৰ উন্নতি কৰাৰ নীতি লোৱা হ'ল। কোনো মাচুল নিদিয়াকৈ বৃটিছ বস্তু ভাৰত সোমাব পাৰিছিল। ভাৰতৰ কাৰিকৰসকলক ইষ্ট ইণ্ডিয়া কোম্পানীৰ ফেক্টৰীত কাম কৰিবলৈ জোৰ কৰা হৈছিল। আনকি ভাৰতৰ ভিতৰতো এঠাইৰ-পৰা আন ঠাইলৈ বস্তু নিওঁতে মাচুল দিব লাগিছিল। ভাৰতীয় শিল্প নষ্ট কৰিবলৈ এনেবিলাক ব্যৱস্থা লোৱা হয়।

ভাৰতীয় বস্ত্ৰ শিল্প এনে চমৎকাৰ আছিল যে ইংলণ্ডৰ যন্ত্ৰ-শিল্পয়ো ইয়াৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰিছিল। শতকৰা ৮০ ভাগ কৰ লগাই ইংলণ্ডৰ যন্ত্ৰ-শিল্প ৰক্ষা কৰিব লগা হৈছিল। ১৯ শতিকাৰ আগভাগতো কিছুমান ভাৰতীয় পাট আৰু কপাহী কাপোৰ বৃটিছ বজাৰতে ইংলণ্ডত হোৱা বস্তুতকৈ সস্তাত বেচিব পৰা হৈছিল। কিন্তু ভাৰতৰ শাসক-শক্তি ইংৰাজে ভাৰতীয় শিল্প ধ্বংস কৰিবলৈ বদ্ধ

পৰিকৰ আছিল। তদুপৰি উন্নতি কৰাৰ পিচত যন্ত্ৰ-শিল্পৰ লগত কুটীৰ-শিল্পই প্ৰতিযোগিতা কৰা সম্ভৱ নাছিল। গতিকে যি ভাৰতবৰ্ষ অতদিন 'পূবৰ লাঙ্কাচাৰ আছিল' আৰু যি ভাৰতে ১৮ শতিকাত য়ুৰোপক যথেষ্ট কাপোৰ যোগাইছিল, সেই ভাৰতে বৃটিছ শিল্পজাত বস্তু ল'ব লগাত পৰিল। ভাৰতলৈ যন্ত্ৰ নাহিল। আহিল যন্ত্ৰত তৈয়াৰী বস্তু। অতদিন ভাৰতৰপৰা বিদেশলৈ ভাৰতীয় বস্তু ৰপ্তানি হৈছিল আৰু ভাৰতলৈ সোণ-ৰূপ আহিছিল। এতিয়া সেই সোঁত উভতি ব'লে। ভাৰতলৈ বিদেশী বস্তু আহিবলৈ ধৰিলে আৰু ভাৰতৰপৰা ধন-সোণ ওলাই গ'ল।

সাধাৰণতে দেশৰ গবৰ্ণমেণ্টে সেই দেশৰ শিল্প কলা ৰক্ষা কৰে। মানুহক সেই বিষয়ে উৎসাহ দিয়ে। কিন্তু ৰক্ষা কৰা আৰু উৎসাহ দিয়া দূৰৰ কথা, ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বৃটিছ শিল্পৰ লগত সজ্ঘৰ্ষ ঘটা ভাৰতীয় শিল্প মাত্ৰকে ধ্বংস কৰিলে। কপাহ শিল্প প্ৰথমতে পৰিল। ভাৰতৰ জাহাজ শিল্পও বৰ উন্নত আছিল। সেই শিল্পও গ'ল। ধাতুৰ কাম, কাঁচ আৰু কাগজ শিল্পও পৰি আহিল।

প্ৰথমতে বিদেশী বস্তু ভাৰতৰ বন্দৰবিলাক আৰু তাৰ ওচৰৰ ঠাইবিলাকতহে সোমাইছিল। ৰেল আৰু ৰাস্তা বঢ়াৰ লগে লগে বিদেশী বস্তু ভিতৰুৱা গাওঁবিলাকতো সোমাল। গাৱঁৰ শিল্পবিলাকো ধ্বংস হ'বলৈ ধৰিলে। চুয়েজ খাল খন্দাৰ পিচত ভাৰতলৈ বৃটিছ বস্তু অহা সহজ হ'ল। বেছিকৈ যন্ত্ৰ-শিল্পৰ বস্তু আহিল আৰু দূৰদূৰণিৰ গাৱঁতো সোমাল। ১৯ শতিকাৰ গোটেই সময়ছোৱাত এনেকৈ ভাৰতৰ বজাৰ বৃটিছ শিল্পজাত বস্তুৱে গ্ৰাস কৰে।

বৃটিছ যন্ত্ৰজাত বস্তু অহাত, ভাৰতৰ হাতৰ কাম ধ্বংস হ'ল। আগৰ লাখ লাখ ভাৰতীয় কাৰিকৰ নিবনুৱা হ'ল। তাঁতীবিলাকৰ দুৰ্দশাৰ সীমা নোহোৱা হ'ল। তেওঁলোকৰ ব্যৱসায় লাঙ্কাচাৰে খাই পেলালে। ইংলণ্ডতো ফেক্টৰী আৰু যন্ত্ৰই কুটীৰ শিল্প আৰু কাৰিকৰসকলক ধ্বংস কৰিছিল। কিন্তু তাত নানা কষ্ট ভোগ কৰিব লগা হ'লেও আগৰ কাৰিকৰসকলে নতুন কাৰখানাত কাম পাইছিল আৰু নতুন অৱস্থাৰ লগত তেওঁলোকে কোনোমতে খাপ খুৱাই লৈছিল। ভাৰতত নতুন একো প্ৰতিষ্ঠা হোৱা নাছিল। তাঁতীয়ে তাঁত এৰি গৈ সোমাবলৈ কাপোৰৰ কল নাছিল। বৃটিছে ভাৰতত আধুনিক যন্ত্ৰ শিল্প হ'বলৈ নিদিলে। গতিকে ভাৰতীয় কাৰিকৰসকলে আগৰ শিল্প ধ্বংস হোৱাত বাধ্য হৈ খেতি কৰাৰ মনেৰে গাৱঁলৈ ঘূৰি যাব লগা হ'ল।

কিন্তু গাঁৱৰ খেতিয়কৰ সংখ্যা এনেয়ে যথেষ্ট আছিল। নবাগতসকলৰ কাৰণে মাটি নাছিলেই। কিছুমান কাৰিকৰে অলপ-অচৰপ মাটি লৈ খেতিত ধৰিলে। কিন্তু বেছিভাগেই মাটি নেপালে। তেওঁলোকে কাম বিচাৰি হাবাথুৰি খাব লগাত পৰিল। বহুতো খাবলৈ নেপাই মৰিল। এই সম্পৰ্কে ১৮৩৪ চনত ভাৰতৰ এজন ইংৰাজ গৱৰ্ণৰ জেনেৰেলে লেখিছে, "বেপাৰৰ ইতিহাসত এনে দুখৰ তুলনা নাই। তাঁতীসকলৰ হাড়েৰে ভাৰতৰ মাটি ভৰিছে।" বেছিভাগ কাৰিকৰ আৰু তাঁতী আগতে নগৰত আছিল। এতিয়া তেওঁলোকৰ ব্যৱসায় নষ্ট হোৱাত তেওঁলোক গাঁবলৈ ঘূৰি গ'ল। নগৰৰ জনসংখ্যা কমিল, গাঁবৰ বাঢ়িল। ১৯ শতিকাত ভাৰতত নগৰৰ সংখ্যা কমি গৈ থাকে আৰু গাঁৱৰ সংখ্যা বাঢ়ি থাকে। এই যুগত পৃথিবীৰ আন দেশত যন্ত্ৰশিল্পৰ গুণত গাঁবৰপৰা মানুহ নগৰলৈ আহিছিল। ইংলণ্ড আদি দেশত নতুন নগৰ সৃষ্টি হৈছিল আৰু আগৰ সৰু নগৰবিলাক প্ৰকাণ্ড হৈ উঠিছিল। ভাৰতত তাৰ বিপৰীত সোঁত বৈছিল। ইয়াত নগৰ ভাগি গাঁবৰ সংখ্যা বাঢ়িছিল। মূল শিল্পৰ লগে লগে লগৰীয়া সহকাৰী শিল্পবিলাকো নোহোৱা হ'ল। ধুনা, ৰং কৰা, ফুলবচা কাম কমি গ'ল। তাঁতীৰ শিল্প নষ্ট হোৱাত সূতা কটাও নোহোৱা হ'ল। যঁতৰ লোপ পালে। তাঁতশিল্প থাকোঁতে খেতিয়ক পৰিয়ালে সূতা কাটিও কিছু উপাৰ্জন কৰিছিল। অসমৰ বাহিৰে ভাৰতৰ আন ঠাইত সকলোবে তাঁত নবৈছিল। তাঁতবোৱা শ্ৰেণীটো বেলেগ আছিল। খেতিয়কৰপৰা সূতা লৈ গৈ সেই শ্ৰেণীটোৱে আছুতীয়াকৈ কাপোৰৰ শিল্প আৰু ব্যৱসায় চলাইছিল। যন্ত্ৰশিল্প প্ৰতিষ্ঠা হোৱাত য়ুৰোপতো অৱশ্যে আগৰ কাৰিকৰ আদি ধ্বংস হৈছিল। কিন্তু তাত পুৰণিৰ ধ্বংস হৈ নতুনৰ সৃষ্টি হৈছিল। ভাৰতত পুৰণি শিল্প মৰিল, কিন্তু নতুন একো নহল। বৃটিছ শিল্পৰ স্বাৰ্থৰ কাৰণে ভাৰতত নতুন শিল্প হ'বলৈ দিয়া নহ'ল।

ভাৰতৰ নিবনুৱা কাৰিকৰ শ্ৰেণীয়ে জীৱন ধাৰণৰ কাৰণে খেতিত ধৰাৰ বাহিৰে উপায় নেথাকিল। মাটিৰ ওপৰত ভীষণ হেঁচা পৰিল। অকল খেতিত এখন দেশ ভৰা সম্ভৱ নহয়। সকলো শিল্পৰপৰা বঞ্চিত হৈ, ভাৰতে খেতি কৰি সমৃদ্ধিশালী হ'ব নোৱাৰে। ভাৰতৰ দাৰিদ্ৰ্যৰ মূল কাৰণ এয়ে।

এই মূল কাৰণটো দূৰ নকৰালৈকে ভাৰতৰ খেতিয়কৰ দুখ-দুৰ্দশা গুচোৱা সম্ভৱ নহয়। দেশৰ প্ৰায়ভাগ মানুহে খেতিৰ বাহিৰে

আন ব্যৱসায় নথকাত, মাটিৰ ভাগ বৰ সৰু সৰু হ'ল। প্ৰতি পৰিয়ালৰ ভাগত যিকণ মাটি পৰিল, তাৰে তেওঁলোকে ভৰণ পোষণ যাব নোৱাৰে। বৰষুণ নোহোৱা বা আন কাৰণত খেতি নহ'লে তেওঁলোকৰ জীয়াই থাকিবৰ উপায় নেথাকে। বিজ্ঞানসন্মতভাবে খেতি কৰাৰ উন্নত প্ৰণালী তেওঁলোকক শিকোৱা হোৱা নাই। প্ৰকৃতিৰ ওপৰত তেওঁলোকে নিৰ্ভৰ কৰি থাকিব লাগে। বেমাৰ আৰু দুৰ্ভিক্ষ লাগিয়েই আছে। এনেকৈ লাখ লাখ মানুহ মৰিব লাগিছে। অগত্যা উপায় নেপাই মহাজনৰপৰা অসম্ভৱ সুদত তেওঁলোকে টকা ধাৰ কৰে। সুদৰ ওপৰত সুদ বাঢ়ি যায়। সৰল আৰু অশিক্ষিত খেতিয়কে মহাজনৰ কূটচক্ৰ ধৰিব নোৱাৰে। জীৱন অসহনীয় হৈ উঠে। ১৯ শতিকাত বৃটিছ ৰাজত্বত বেছিভাগ ভাৰতীয়ৰ এয়ে দশা।

ভাৰতৰ জনসংখ্যা বঢ়াৰ কাৰণে—বৃটিছ নীতিৰ কাৰণে নহয়, মাটিৰ ওপৰত হেঁচা পৰিছে বুলি প্ৰায়ে কোৱা হয়। সাম্ৰাজ্যবাদৰ ফলত জনসাধাৰণৰ যি অৰ্থনৈতিক দুৰ্দশা দেখা দিছে, তাৰ কৈফিয়ৎ দিবলৈ গৈ মূলধনী অৰ্থনীতিবিদসকলে নানা অজুহাত উলিয়াইছে। প্ৰকৃতপক্ষে পৃথিবীৰ শিল্প ব্যবসায় এশ্ৰেণী মানুহে একচেটিয়া কৰি ৰাখিব নোৱাৰাহেঁতেন, কোনো দেশৰে অৰ্থনৈতিক সমস্যা সমাধান কৰা টান নহ'লহেঁতেন। ভাৰতত ভাৰতীয় মানুহৰ শিল্প-ব্যৱসায় ইংৰাজে কাঢ়ি লোৱাত মাটিৰ ওপৰত যে হেঁচা বেছিকৈ পৰিছে তাত অলপো সন্দেহ নাই। এই প্ৰসঙ্গত জনসংখ্যা বৃদ্ধিৰ যুক্তিটো নেখাটে। অকল ভাৰততে নহয়, পৃথিবীৰ আন দেশতো জন্মহাৰ নেবাঢ়িলেও মৃত্যুহাৰ কমাৰ কাৰণে জনসংখ্যা বাঢ়িছে। য়ুৰোপত - বিশেষকৈ ইংলণ্ড, বেলজিয়াম, হলেণ্ড আৰু জাৰ্মানীৰ জনসংখ্যা বৃদ্ধিৰ অনুপাত ভাৰতত কৈ বেছি। কিন্তু তাত এশ্ৰেণীৰ হাতত হ'লেও দেশৰ মানুহৰ মাজতে শিল্প-ব্যৱসায়া থকাত, ভাৰতৰ দৰে তেওঁলোকৰ দুৰ্দশা হোৱা নাই। শিল্প-ব্যবসায় প্ৰতিষ্ঠা হ'লে ভাৰতৰ বৰ্দ্ধিত জনসংখ্যাক জীৱন ধাৰণৰ উপায় দিয়া টান ন'হব। অবশ্যে, জনসংখ্যা বৃদ্ধিৰ সমস্যাৰ কথাও বেলেগে চাবলগীয়া হ'ব পাৰে।

নানা ভাগ্য বিপৰ্যয়ৰ মাজতো ভাৰতৰ গাঁৱলীয়া পঞ্চায়ত প্ৰথা টিকি আছিল। ১৮৩০ চনত ভাৰতৰ এজন বৃটিছ গৱৰ্ণৰ ছাৰ চাৰ্লচ মেটকাফে কয়ঃ "ভাৰতৰ গাঁৱলীয়া পঞ্চায়তবিলাক সৰু সৰু প্ৰজাতন্ত্ৰৰ দৰে। ইয়াত আৱশ্যকীয় প্ৰায় সকলো বস্তু গাঁৱৰ ভিতৰতে পোৱা যায়। বিদেশৰ লগত তেওঁলোকৰ কোনো সম্পৰ্ক নথকাৰ

দৰেই। সুকীয়া সৰু ৰাষ্ট্ৰৰ দৰে গাঁবৰ এই সঙ্ঘবিলাকৰপৰা তাৰ মানুহে বহুতখিনি সুখ সন্তোষ আৰু স্বতন্ত্ৰতা ভোগ কৰে।"

যেতিয়া বৃটিছে ভাৰতৰপৰা কেচামাল কিনিবলৈ আৰু ভাৰতক বৃটিছ যন্ত্ৰশিল্পৰ বস্তু বেচিবলৈ ধৰিলে, তেতিয়া ইষ্ট ইণ্ডিয়া কোম্পানীয়ে গাঁৱৰ ভিতৰলৈকে ৰাস্তা তৈয়াৰ কৰিলে। ১৮৫৩ চনত বোম্বেত প্ৰথম ৰেল খোলা হ'ল। ভাৰতীয় শিল্প ধ্বংস হোৱাত পুৰণি গাবঁলীয়া সঙ্ঘবিলাক টিকা টানেই হৈছিল। তাৰ পিচত যেতিয়া ৰেল আৰু ভাল ৰাস্তা তৈয়াৰ হ'ল, কোনো গাওঁ আছুতীয়াকৈ এচুকত থকা সম্ভৱ নোহোৱা হ'ল। বেপাৰীয়ে গাঁৱৰপৰা কেচামাল ল'বলৈ ধৰিলে। এখন গাঁবৰপৰা আন ঠাইলৈ সহজে বস্তু পঠিয়াব পৰা হ'ল। কাজেই এঠাইৰ বজাৰৰ ভাবে আন ঠাইৰ ওপৰত তৎক্ষণাৎ প্ৰভাব কৰিলে। গাঁবৰ পুৰণি অৰ্থনৈতিক শৃঙ্খলা ভাগি গ'ল। বিদেশলৈ ভাৰতৰ কেচামাল পঠিয়াবলৈ আৰু বিদেশৰপৰা ভাৰতলৈ শিল্পজাত বস্তু আনিবলৈ ভাৰতৰ উপকূলত বোম্বে, কলিকতা, মাদ্ৰাজ আৰু কৰাচী আদি নতুন নগৰ প্ৰতিষ্ঠা হ'ল। এই নগৰবিলাকত গাঁবৰপৰা কেচামাল আনি মজুত কৰা হয় আৰু তাৰপৰা বিদেশলৈ চালান হয়। য়ুৰোপতো এই যুগত বহুতো নতুন নগৰ সৃষ্টি হয়। কিন্তু ভাৰতৰ নগৰৰ লগত সেই-বিলাক নগৰৰ মৌলিক পাৰ্থক্য আছে। লিভাৰপুল, মাঞ্চেষ্টাৰ, বাৰ্মিহাম আৰু চেফিল্ড আদি য়ুৰোপৰ নগৰবিলাক হৈছে শিল্পৰ নগৰ। তাত ডাঙৰ ডাঙৰ কাৰখানা আছে। কিন্তু ভাৰতীয় নগৰবিলাকত কোনো বস্তু উৎপন্ন নহয়। এই নগৰবিলাক বিদেশী বেপাৰৰ কোঠ আৰু বিদেশী শাসনৰ প্ৰতীক মাথোন

ভাৰতত অতদিন নানা আক্ৰমণৰ ঘাত-প্ৰতিঘাত সহ্য কৰি, গাওঁ-বিলাকে নিজৰ স্বাতন্ত্ৰ্য বজাই ৰাখিছিল। ৰজা কোন আহিল কোন গ'ল তালৈ ভ্ৰূক্ষেপ নকৰাকৈ, গাঁবলীয়া সঙ্ঘবিলাকে নিজৰ নিজৰ এলেকাৰ কাম চলাই আছিল। এতিয়া বৃটিছ বেপাৰীয়ে ভাৰতৰপৰা কেচামাল নিয়া নীতি লোৱাৰ ফলত ভাৰতৰ গাওঁবিলাক পৃথিবীৰ বজাৰৰ চাক নযাত পৰিল। তেতিয়া খেতিয়কে পৃথিবীৰ বজাৰৰ কাৰণে খেতি কৰিবলৈ ল'লে, গাঁবৰ বজাৰৰ কাৰণে নহয়। আগতে কেতিয়াবা যদি আকাল হৈছিল বস্তুৰ একান্ত অভাবৰ কাৰণেই হৈছিল। এতিয়া এঠাইত বস্তু থাকি, আন এঠাইত খোৱাবস্তু নাথাকিলেও আৰু সেই ঠাইলৈ বস্তু নিয়া সম্ভৱ হ'লেও, দুৰ্ভিক্ষ হ বলৈ ধৰিলে। খেতি বৰ ভাল হ'লেও আজি-কালি আকাল হয়। ইয়াৰ কাৰণ হৈছে যে স্থানীয় মানুহৰ প্ৰয়োজন

হিচাপ কৰি, কিনা বেচা নিয়ন্ত্ৰণ কৰিবলৈ গাঁৱত এতিয়া কোনো অনুষ্ঠান নাই। গাঁৱৰ মাজে মাজে বেপাৰী সোমাইছে। তেওঁলোকে আগধনো লগাই থৈছে। পৃথিবীৰ বজাৰত সেই বস্তুৰ যিমান প্ৰয়োজন খেতি চপোৱাৰ লগে লগে, বেপাৰীয়ে সেই অনুপাতে গাঁৱৰ সকলো বস্তু কিনি চালান দিয়ে। দোকানত বস্তু থাকিলেও টকাৰ অভাৱত খেতিয়কে সেই বস্তু কিনিব নোৱাৰে আৰু নাখাই থাকিব লাগে।

এনেকৈ পুৰণি গাঁৱৰ শৃঙ্খলা নষ্ট হ'ল। পঞ্চায়ত লোপ পালে। পণ্ডিত নেহৰুৱে এই সম্পৰ্কে লেখিছেঃ "পুৰণি গাঁৱৰ শৃঙ্খলা নষ্ট হোৱাত আমি বৰ দুখ কৰিবলগা নাই, কিয়নো এই শৃঙ্খলাৰ দিন উকলিল। বৰ্তমান অৱস্থাৰ লগত ই খাপো নেখায়। গাঁওবিলাকে যি স্বায়ত্তশাসন ভোগ কৰিছিল তাৰ বেছিভাগেই ভাল। কিন্তু সেই প্ৰথাৰ আসোঁৱাহবিলাকলৈয়ো যেন আমি মন নকৰাকৈ নেথাকোঁ। পৃথিবীৰপৰা বিচ্ছিন্ন হৈ আছুতীয়াকৈ স্বাবলম্বী জীৱন যাপন কৰাটো উন্নতিৰ অনুকূল নহয়। যিমানেই ঠেক জগতত আবদ্ধ থাকিম, সিমানেই সঙ্কীৰ্ণমনা আৰু স্বাৰ্থপৰ হোৱাৰ বিপদ আছে। বৃহত্তৰ এলেকাৰ লগত সংযোগ উন্নতিৰ কাৰণে প্ৰয়োজনীয়। কিন্তু বৰ্তমানৰ লগত খাপ খোৱাকৈ নতুন কোনো গাৱঁৰ শৃঙ্খলা গঢ়ি নুঠাকৈয়ে, পুৰণিটো ধ্বংস হ'ল—এয়ে হৈছে দুখৰ কথা। নতুন শৃঙ্খলা গঢ়ি তোলাৰ কাম এতিয়াও হৈ উঠা নাই।"

এইখিনিলৈকে আমি ভাৰতৰ মাটি আৰু খেতিয়কৰ ওপৰত বৃটিছ নীতিৰ আওপকীয়া ফলাফলৰ কথা আলোচনা কৰিছোঁ। এই ফলাফল অতি ভীষণ। ইষ্ট্ ইণ্ডিয়া কোম্পানীয়ে প্ৰকৃততে মাটি সম্পৰ্কে কি নীতি লৈছিল, চোৱা যাওক। এই নীতিয়ে খেতিয়কক পোনপটীয়া আঘাত কৰে।

জমিদাৰী প্ৰথা ভাৰতত একেবাৰে নতুন। ই বৃটিছৰ সৃষ্টি। বৃটিছৰ আগতে এই প্ৰথা ভাৰতত নচলিছিল। খেতিয়কে পোনে পোনে ৰাষ্ট্ৰক উৎপন্নৰ এক অংশ ৰাজহ দিছিল। ৰাষ্ট্ৰ আৰু খেতিয়কৰ মাজত জমিদাৰ নামে এটা শ্ৰেণী নাছিল। কোনো কোনো ক্ষেত্ৰত গাওঁ পঞ্চায়তে গাৱঁৰ সকলোৰে হৈ কাম কৰিছিল। আকবৰৰ সময়ত ৰজা টোডৰমলে মাটি জৰীপ কৰে। ৰায়তে ৰাষ্ট্ৰক উৎপন্নৰ ⅓ অংশ দিছিল। ইচ্ছা কৰিলে খেতিয়কে টকাৰেও ৰাজহ দিব পাৰিছিল। মোগল সাম্ৰাজ্যৰ অৱনতি ঘটাত কেন্দ্ৰীয় চৰকাৰ দুৰ্বল হ'ল আৰু ৰাজহ ঠিকমতে তুলিব নোৱাৰা হ'ল। ৰাজহ তোলাৰ নতুন প্ৰণালী ওলাল। ৰাজহ

তোলাৰ কৰ্মচাৰী নিয়োগ কৰা হ'ল। তেওঁলোকক দৰ্মহা দিয়া নহৈছিল। যিমান ৰাজহ তোলে তাৰ $\frac{1}{10}$ ভাগ তেওঁলোকে কমিছন স্বৰূপে পাইছিল। তেওঁলোকক কেতিয়াবা কেতিয়াবা জমিদাৰ বা তালুকদাৰ বোলা হৈছিল। কিন্তু আজি-কালিৰ দৰে তাৰ অৰ্থ নাছিল। মোগলৰ কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ অবস্থা যেতিয়া ক্ৰমে বেযালৈ গ'ল তেতিয়া এই ৰাজহ সংগ্ৰাহকসকলে খেতিয়কৰপৰা যিমান বেছিকৈ পাৰে, ৰাজহ ল'বলৈ লাগিল। ক্ৰমে এওঁলোক উত্তৰাধিকাৰী হৈ পৰিল।

মোগল সম্ৰাটৰ পক্ষে ইষ্ট ইণ্ডিয়া কোম্পানীযে বঙ্গত এনেধৰণৰ ৰাজহ সংগ্ৰাহকৰ (Tax Collector) অধিকাৰ পাইছিল। ১৭৬৫ চনত কোম্পানীক মঞ্জুৰ কৰা দেবানীৰ অৰ্থ এযে। দৰাচলতে মোগল সম্ৰাটৰ তেতিয়া কোনো ক্ষমতা নাছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ কৰ্মচাৰীসকলে বঙ্গ আৰু বিহাৰৰপৰা যিমান পাৰে, বেছিকৈ ৰাজহ আদায় কৰিছিল। মাটিৰ ৰাজহ আগতকৈ দুগুণ তোলা হৈছিল নিয়মমতে ৰাজহ দিব নোবাৰিলেই খেতিয়কৰ দখল উচ্ছেদ কৰা হৈছিল। নিৰ্দয়ভাৱে ৰাজহ তোলা হৈছিল। পলাচী যুদ্ধৰ ১২ বছৰৰ ভিতৰত, দেবানী মঞ্জুৰ কৰাৰ চাৰি বছৰৰ ভিতৰত কোম্পানীৰ নীতি আৰু ৰৰযুণৰ অভাবত বঙ্গ আৰু বিহাৰত ভীষণ ছুৰ্ভিক্ষই দেখা দিলে। এই ছুৰ্ভিক্ষত মুঠ অধিবাসীৰ ⅓ ভাগ মানুহ মৰিল। ১৭৬৯-৭০ চনৰ এই ভীষণ ছুৰ্ভিক্ষৰ মাজতো কোম্পানীয়ে পূৰা ৰাজহ আদায় কৰিছিল। শস্য শ্যামলা বঙ্গদেশ ধ্বংস হোবাদি হ'ল। অৱশেষত ২০ বছৰমানৰ ভিতৰত অবস্থা ইমান বেয়ালৈ গ'ল যে কোম্পানীযেও অলপ চকুমেলি চাবলগা হ'ল।

সেই সময়ত গবৰ্ণৰজেনেৰেল আছিল লৰ্ড কৰ্ণৱালিচ। তেওঁ ইংলণ্ডৰ এজন জমিদাৰ। ইংলণ্ডৰ দৰে ভাৰততো তেওঁ জমিদাৰ সৃষ্টি কৰিবলৈ মন কৰিলে। টেক্স কলেক্টৰসকলৰ লগত কৰ্ণবালিচে মাটি বন্দবস্ত কৰিলে। তেওঁলোক জমিদাৰ হ'ল। বৃটিছে জমিদাৰসকলৰ লগত কাৰবাৰ কৰিছিল। খেতিয়কক জমিদাৰে ইচ্ছামতে ব্যবহাৰ কৰিছিল। জমিদাৰৰ লোভৰপৰা খেতিয়কক ৰক্ষা কৰাৰ কোনো ব্যৱস্থা নেথাকিল। বঙ্গ আৰু বিহাৰৰ জমিদাৰৰ লগত কৰ্ণৱালিচে ১৭৯৩ চনত যি বন্দবস্ত কৰিলে, তাকে পাৰ্মেনেণ্ট ছেটেল্‌মেণ্ট্‌ বোলা হয়। প্ৰতিজন জমিদাৰে গৱৰ্ণমেণ্টক মুঠতে কিমান টকা ৰাজহ দিব তাক বান্ধি দিয়া হৈছিল। বঙ্গ আৰু বিহাৰত ইয়াৰ পৰিমাণ নিগাজিভাৱে স্থিৰ হৈছিল। পিচত বৃটিছ

শাসন আগ্ৰা আৰু আবধৰ ফালে যেতিয়া বিস্তৃত হ'ল বৃটিছ নীতিৰো পৰিবৰ্তন হ'ল। তাত জমিদাৰৰ লগত অস্থায়ী বন্দবস্ত কৰা হ'ল—বঙ্গৰ দৰে চিৰস্থায়ী নহয়। অস্থায়ী বন্দবস্তৰ ঠাইত নিৰ্দিষ্ট সময়ৰ পিচত—সাধাৰণতে ৩০ বছৰ মানত নতুন বন্দবস্ত কৰা হয়। প্ৰতিবাৰেই ৰাজহৰ পৰিমাণ সাধাৰণতে বঢ়োৱা হয়। প্ৰধানকৈ বঙ্গ, বিহাৰ আৰু যুক্ত প্ৰদেশত জমিদাৰী প্ৰথা প্ৰবৰ্তন হ'ল। অসম, মাদ্ৰাজ আদি ঠাইত জমিদাৰী প্ৰথা প্ৰবৰ্তন কৰা নহল। এইবিলাক ঠাইত কোম্পানীয়ে খেতিয়কৰ লগত পোনপটীয়াভাৱে মাটি বন্দবস্ত কৰিছিল। কিন্তু ইয়াতো মাটিৰ খাজনাৰ হাৰ বৰ বেছি আছিল। সাৰ কমি যোৱাত মাটিৰ উৎপন্ন ক্ৰমে হ্ৰাস হ'লেও প্ৰতি ছেটেল্‌মেণ্টে ছেটেল্‌-মেণ্টে খাজনাৰ হাৰ বাঢ়িছিল। কুটীৰ শিল্পবিলাক ধ্বংস হোৱাত খেতিয়কৰ উপকৰা উপাৰ্জনো একো নাছিল। ধান বিক্ৰী কৰিযেই তেওঁলোকে বিদেশী মালবিলাক ল'বলগা হ'ল। লাহ-বিলাহৰ নানা ৰংচঙীয়া বিদেশী বস্তু আহি ভাৰতৰ বজাৰ ভৰি পৰিল। প্ৰথমে নগৰত তাৰ পিচত গাৱঁত সেইবিলাক সোমাল। এফালে খেতিয়কৰ উপাৰ্জন কমিল, আনহাতে তেওঁলোকৰ খৰচ বাঢ়িল কাজেই তেওঁ-লোকৰ ধাৰৰ বোজা বাঢ়িবলৈ ধৰিলে। ৰাহি হোৱা দূৰৰে কথা, যি উপাৰ্জনেৰে লোণে-ভাতে খোৱাও টান, তালৈ নোচোৱাকৈয়ে যেতিয়া মাটিৰ ওপৰত অন্যায়ভাবে বেছি কৰ লগোৱা হ'ল, খাজানা অনাদায়ত খেতিয়কৰ মাটি নীলামত যাবলৈ ধৰিলে। এনে মাটি মজলীয়া খেতি যক শ্ৰেণী আৰু বিশেষকৈ মহাজনসকলে ল'লে। এওঁলোকে সেই মাটি আধি মুখচোৱালৈ দিযে বা নিজে দৰমহা দিয়া হালোৱা ৰাখি খেতি কৰায়। জমিদাৰী প্ৰথা নেথাকিলেও, অসমতো এনেকৈ ক্ৰমে প্ৰকৃত খেতিয়ক আৰু চৰকাৰৰ মাজত এটা শ্ৰেণী গঢ়ি উঠে। প্ৰকৃত খেতিয়ক বহুতৰে নিজৰ বুলিবলৈ মাটি সম্পত্তি নোহোৱা হয়। ইয়াৰ উপৰি অসমলৈ আন প্ৰদেশৰ বিশেষকৈ পূৰ্ববঙ্গৰ পমুৱাসকলৰ সোঁত বোৱাত অসমৰ মাটিৰ সমস্যা জটিল হৈ উঠে।

১৯ শতিকাৰ মাজভাগত কিছুমান ইংৰাজে নীলৰ বেপাৰ কৰাৰ অৰ্থে বঙ্গদেশত জমিদাৰী লয়। নীল খেতি কৰা সম্পৰ্কে খেতিয়কৰ লগত তেওঁলোকে কঠোৰ বন্দবস্ত কৰে। যিখিনি মাটি পায়, তাৰে এটুকুৰাত নীল খেতি কৰিবলৈ খেতিয়কক বাধ্য কৰা হৈছিল। সেই নীল নিৰ্দ্ধাৰিত দামত ইংৰাজ জমিদাৰক বেচিবলৈযো খেতিয়ক বাধ্য আছিল। চৰ্তবিলাক ইমান কঠোৰ আছিল যে খেতিয়কে সেইবিলাক

পালন কৰা অসম্ভৱ হৈ উঠিছিল। চৰ্তমতে খেতিয়কক নীল খেতি কৰিবলৈ বাধ্য কৰিবৰ কাৰণে আইন পাচ কৰা হ'ল। এনেবিলাক আইন আৰু শাস্তিৰ ক্ষমতাৰ জোৰত খেতিয়কসকল ইংৰাজ জমিদাৰৰ গোলাম হোৱাদি হ'ল। নীলৰ দাম প্ৰায়ে ইমান পৰি যায় যে খেতিয়কে নীলৰ সলনি ধান আদিৰ খেতি কৰিলে নিশ্চয় বহুত বেছি লাভ পালেহেঁতেন। কিন্তু নীলৰ বাহিৰে আন খেতি কৰাটো নিষিদ্ধ আছিল। খেতিয়কৰ দুৰ্দশাৰ সীমা নোহোৱা হ'ল। ধৰিত্ৰীৰ দৰে সহনশীল আমাৰ দেশৰ খেতিয়ক। সহ্যৰ সীমা পাৰ হোৱাত খেতিয়কসকল নীল খেতিয়ক ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিল। তেওঁলোকে এটা ফেক্টৰী আক্ৰমণ কৰিলে। নিষ্ঠুৰভাৱে দমন নীতি চলাই তেওঁলোকক বশ কৰা হ'ল।

১৯ শতিকাৰ ভাৰতৰ খেতিয়কৰ অৱস্থা যে কেনে করুণ, ওপৰত তাৰ কিছু আভাস পোৱা যাব। তেওঁলোকৰ অৱস্থা ক্ৰমে বেযালৈ যায। মনত ৰখা উচিত যে ভাৰতবৰ্ষ বুলিলে এওঁলোককে বুজায়। ভাৰতৰ শতকৰা ৮০ জন লোকেই খেতিয়ক। যাৰে লগত সংস্পৰ্শলৈ আহে, তেৱেঁই খেতিয়কক শোষণ কৰে। টেক্স কলেক্টৰ, জমিদাৰ, দোকানী, মহাজন, বেপাৰী আৰু সকলোতকৈ ডাঙৰ বেপাৰী ইংৰাজ গবৰ্ণমেণ্ট – এই সকলোৱেই ভাৰতীয় খেতিয়কৰ ওপৰত ৰঘুমলাৰ দৰে শিপাইছিল। মাজে মাজে দুৰ্ভিক্ষ হৈ মানুহৰ কষ্টৰ সীমা নোহোৱা হৈছিল। আচৰিত কথা যে যেতিয়া আকালত খাবলৈ নেপাই মানুহ মৰিছিল, তেতিয়াও ঘেঁহু আৰু আন খাদ্য-বস্তু ধনী বেপাৰীৰ লাভৰ কাৰণে আন দেশলৈ ৰপ্তানি হৈছিল। ১৮৬১ চনত উত্তৰ ভাৰতত ডাঙৰ দুৰ্ভিক্ষই দেখা দিয়ে। দুৰ্ভিক্ষ হোৱা অঞ্চলৰ শতকৰা ৮½ ভাগ মানুহ মৰে। ১৫ বছৰৰ পিচত ১৮৭৬ চনত উত্তৰ-মধ্য আৰু দক্ষিণ ভাৰতত দুবছৰ ধৰি আকাল হয়। যুক্তপ্ৰদেশ, মধ্যপ্ৰদেশ আৰু পঞ্জাবৰ এছোৱাত দুৰ্ভিক্ষৰ প্ৰকোপ বেছি হয়। প্ৰায় এক কোটি মানুহ মৰে। ২০ বছৰৰ পিচত আকৌ সেই ঠাইতেই দুৰ্ভিক্ষ দেখা দিয়ে। যি দেশত দুৰ্ভিক্ষৰ কথা মানুহে শুনাই নাছিল, সেই ভাৰতত বৃটিছ শাসনৰ শোষণ নীতিৰ ফলত ৪০ বছৰৰ ভিতৰত ৪ বাৰ ভীষণ দুৰ্ভিক্ষ হয়। দুৰ্ভিক্ষ নোহোৱা সময়তো যে, ভাৰতীয় খেতিয়কসকলে দুবেলা পেট ভৰাই খাবলৈ পায়, এনে নহয়। বহুতেই সদায় আধা-পেটীকৈ থাকিব লাগে। বছৰৰ কেবামাহো তেওঁলোকৰ আকালতে যায়। ১৮৭৮ চনত ফ্লৰেন্স নাইটিংগেলে লেখিছিল— "অকল প্ৰাচ্য দেশসমূহৰ

মাজতে নহয়. গোটেই পৃথিবীতে আমাৰ পূব সাম্ৰাজ্যৰ (ভাৰতৰ) খেতিয়কৰ দৰে দুখৰ দৃশ্য আৰু নাই। পৃথিবীৰ ভিতৰত আটাইতকৈ উৰ্বৰা এইখন দেশ। আমাৰ আইনৰ ফলত, দুৰ্ভিক্ষ কিহক কয়, সেই কথাকে যি ঠাইত মানুহে নেজানিছিল, তেনে ঠাইতো মানুহ সদায় আধা পেটাকৈ থাকিব লগা হয়।”

মূলধনী প্ৰথাৰ চৰম বিকাশ হৈছে সাম্ৰাজ্যবাদ বৃটিছ সাম্ৰাজ্যবাদৰ ৰথৰ চকৰীত ভাৰতৰ জনসাধাৰণ পিহ খালে। চীন আৰু ইজিপ্টতো সেই একে যন্ত্ৰই শোষণ কৰিছিল। মূলধনী প্ৰথা আৰু সাম্ৰাজ্যবাদৰ ভিতৰত থাকি এই শোষণ বন্ধ কৰিব নোবাৰি। যিমানেই ভাল মানুহ নহওক, এই প্ৰথাৰ ভিতৰত থাকি তেওঁ শোষণ কাৰ্যত সহায় নকৰাকৈ থাকিব নোৱাৰে। ব্যক্তি লৈ কোনো কথা নাই। প্ৰথমটো পৰিবৰ্তন কৰাহে কথা। মূলধনী প্ৰথা আৰু সাম্ৰাজ্যবাদৰ সংস্কাৰ সম্ভব নহয়। ইযাক লোপ কৰাহে কথা। পণ্ডিত নেহৰুৱে ক'বৰ দৰে, যেনেকৈ শিল বা মাটি যিমানেই নিমিলাওক, সি খাদ্য হ'ব নোবাৰে, তেনেকৈ সাম্ৰাজ্যবাদ আৰু মূলধনী প্ৰথাকো শোষণবিহীন এটা ব্যবস্থাত পৰিণত কৰিব নোবাৰি।

ভাৰতক শোষণ কৰি যি লাভ হৈছিল, তাৰ বেছিভাগ গৈছিল ইংলণ্ডলৈ। অৱশ্যে ইংলণ্ডৰ সকলো মানুহে এই লাভ নেপাইছিল, এটা শ্ৰেণীয়েহে পাইছিল। শোষণৰপৰা পোৱা লাভৰ কিছু অংশ ভাৰততো থাকি গৈছিল। ভাৰতৰ কোনো কোনো শ্ৰেণীয়েও তাৰ সুবিধা পাইছিল। ভাৰতত বৃটিছ শাসনৰ পৃষ্ঠপোষকতা কৰিবলৈ, ইংৰাজে ভাৰততো এটা সংৰক্ষিত স্বাৰ্থ থকা শ্ৰেণী গঢ়ি তুলিলে। বৃটিছ সেই সময়ত যুৰোপৰ সকলোতকৈ আগৰণুৱা জাতি। তাত ফিউডেল প্ৰথা তল পেলাই বুৰ্জোৱা শ্ৰেণী ওপৰলৈ উঠিছিল। ভাৰতত সেই ইংৰাজসকলেই অতি পিচ পৰা আৰু ৰক্ষণশীল শ্ৰেণীৰ লগত সহযোগিতা কৰিছিল। ফৰাচী কূটনীতিজ্ঞ ৰিচেলো যেনেকৈ ফ্ৰান্সত কেথলিক আৰু বাহিৰত প্ৰটেষ্টান আছিল, তেনেকৈ ইংৰাজ পুঁজিপতিসকলে ইংলণ্ডত যি নীতি লৈছিল ভাৰতত তাৰ বিপৰীত নীতি অনুসৰণ কৰিছিল। ভাৰতত তেওঁলোকে জমিদাৰ শ্ৰেণী সৃষ্টি কৰিলে। পৰি যোৱা 'ফিউডেল' শ্ৰেণীটো ঠোকা ভেজা দি থিয় কৰিছিল। তেওঁলোকে দৰাচলতে ভাৰতত 'ফিউডেল' প্ৰথা সুদৃঢ় কৰিছিল। এইসকল ইংৰাজেই যুৰোপত মজলীয়া শ্ৰেণীৰ নেতা আছিল। তেওঁলোকেই বুৰ্জোৱা বিপ্লৱ কৰি পাৰ্লামেণ্টৰ হাতলৈ ক্ষমতা আনিছিল। শিল্প-বিপ্লৱতো তেওঁলোকেই

আছিল আগৰণুৱা। বৃটিছে যে কিয় এনে বিপৰীত নীতি অনুসৰণ কৰিছিল বুজা টান নহয়। সাধাৰণতে মূলধনী প্ৰথাত পুজিপতিসকলৰ ভিতৰত প্ৰতিযোগিতা হয়। এই প্ৰতিযোগিতাই মূলধনী অৰ্থনীতি কিছু নিয়ন্ত্ৰণো কৰে। কিন্তু সাম্ৰাজ্যত মূলধনী প্ৰথাৰ প্ৰতিযোগিতা চলিবলৈ দিয়াটো তেওঁলোকে সমীচীন বুলি ভবা নাছিল। ক্ষমতা থকাত বৃটিছে শিল্প ব্যৱসায়ত ভাৰতত তেওঁলোকৰ প্ৰতিদ্বন্দ্বীসকলক ধ্বংস কৰিছিল আৰু নতুন প্ৰতিদ্বন্দ্বী ওলোবাত বাধা দিছিল। জন সাধাৰণৰ লগত সহযোগিতা কৰা তেওঁলোকৰ পক্ষে সম্ভৱেই নাছিল। কিয়নো, জনসাধাৰণক শোষণ কৰিবলৈকে তেওঁলোক ভাৰতত আছিল। শোষক আৰু শোষিতৰ স্বাৰ্থ একে হ'ব নোৱাৰে। সেই কাৰণে বৃটিছে ভাৰতত 'ফিউডেল' প্ৰথাকে দাঙি ধৰিছিল। বৃটিছ আহোতে ভাৰতত ফিউডেল ডাঙৰীয়াসকলৰ কোনো ক্ষমতা নাছিল বুলিয়েই ক'ব পাৰি। ইংৰাজে তেওঁলোকক পুনৰ থিয় কৰিলে। ভাৰতত সৰু-বৰ সাতশ দেশীয় ৰাজ্য আছিল। হায়দৰাবাদ, কাশ্মীৰ, মহীশূৰ, বৰোদা আৰু গোৱালিয়ৰ হৈছে ডাঙৰ ৰাজ্য। বেছিভাগ ভাৰতীয় ৰজা অতীতৰ ফিউডেল শ্ৰেণীৰ উত্তৰাধিকাৰী নহয়। সেইদৰে ডাঙৰ জমিদাৰসকলৰ বহুতৰে আভিজাত্যৰ গৰ্ব কৰিবলৈ একো নাই। প্ৰাক্-ঐতিহাসিক যুগৰেপৰা একেটা বংশৰে লগত সম্বন্ধ থকা বুলি দাবী কৰিব পাৰে একমাত্ৰ উদয়পুৰৰ মহাৰাণাইহে। তেওঁলোকক সূৰ্যবংশীয় বোলা হয়। পৃথিবীত এই বিষয়ে তেওঁৰ লগত প্ৰতিযোগিতা কৰিব পাৰে জাপানৰ মিকাডোৱে। বংশ পৰম্পৰাত সদায় উচ্চ সম্ভ্ৰান্ত পৰিয়ালৰ মানুহ বুলি কিছুমানে গৰ্ব কৰে, ইতিহাসৰ পৰ্যালোচনাত সি নিটিকে। ব্যক্তি হিচাপে কত তলখাপৰ মানুহো ৰজা-বিষয়া জমিদাৰ হৈছে। যিমানেই নিম্ন স্তৰৰ নহওক, আজি ধন-ঐশ্বৰ্য আৰু পদমৰ্যাদাৰ যি অধিকাৰী, তেওঁৰ বংশই কালিলৈ আভিজাত্যৰ দাবী কৰিব। সুখৰ কথা যে তথাকথিত আভিজাত্যৰ অহমিকা দেখি আজিৰ জগতে হাঁহিবলৈ শিকিছে।

বৃটিছে নিজে খ্ৰীষ্টান ধৰ্মৰ সংস্কাৰ কৰা বুলি দাবী কৰিছিল যদিও ভাৰতত তেওঁলোকে ৰক্ষণশীলতাহে সমৰ্থন কৰিছিল। বৃটিছসকল অহাত ভাৰতত হিন্দুধৰ্ম আৰু ইচলামৰ নিয়মবিলাক বেছি কটকটীয়া হয়। বিদেশী আক্ৰমণত দেশৰ ধৰ্ম আৰু সংস্কৃতিয়ে কঠোৰ নিয়মৰ দুৰ্গৰ মাজত সোমাই নিজক ৰক্ষা কৰে। মুছলমান আক্ৰমণৰ পিচত হিন্দু-ধৰ্মই জাতি ৰক্ষাৰ নিকপকপীয়া নিয়ম কৰে। ইংৰাজ

আক্ৰমণত হিন্দুধৰ্ম আৰু ইচ্‌লাম দুয়োৰে তেনে প্ৰতিক্ৰিয়া হৈছিল। তদুপৰি বৃটিছে নিজৰ অজ্ঞাতসাৰে আৰু ইচ্ছা কৰিও ভাৰতৰ দুয়োটা ধৰ্মৰ ৰক্ষণশীল দলক সহায় কৰিছিল। বৃটিছসকলে ধৰ্মৰ কথাত হাত দিব খুখুজিছিল। ধৰ্মৰ কথাত হাত দিলে ক'ৰবাত জনসাধাৰণে তেওঁলোকৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব বুলি তেওঁলোকে আশঙ্কা কৰিছিল। ধৰ্মত হাত দিছে বুলি যাতে সন্দেহ কৰিব নোৱাৰে সেই উদ্দেশ্যে তেওঁলোকে দেশৰ ধৰ্মৰক্ষা কৰিছিল। ধৰ্ম মানে তাৰ বাহিৰা খোলাটোহে। ইয়াৰ ফলত ভাৰতত ধৰ্মৰ বাহিৰা আচাৰ-অনুষ্ঠানবিলাক থাকিল, ভিতৰত সাৰ কমেই ৰ'ল। গৱৰ্ণমেণ্ট ৰক্ষণশীল দলৰ লগত থকাত ধৰ্ম-সংস্কাৰৰ কামবিলাকে বাধা পাইছিল। বিদেশী গৱৰ্ণমেণ্টে সংস্কাৰমূলক কাম কৰিবও নোৱাৰে। কিযনো, তেওঁলোকে কোনো পৰিবৰ্তন কৰিব খুজিলে মানুহে বাধা দিয়াটো স্বাভাৱিক। হিন্দুধৰ্ম আৰু হিন্দু আইন আগতে সদায় অৱস্থা অনুযায়ী পৰিবৰ্তন হৈছিল। হিন্দু আইনৰ বহুতখিনি সময়ৰ আৰু অৱস্থাৰ ওপৰত নিৰ্ভৰ কৰি কৰা হৈছিল। সময় আৰু অৱস্থাৰ পৰিবৰ্তন হ'লেও বৃটিছৰ তলত হিন্দু আইনৰ এই পৰিবৰ্তনৰ ক্ষমতা লোপ পালে। অতি ৰক্ষণশীল দলৰ পৰামৰ্শ মতে সংগ্ৰহ কৰা নিকপ্‌কপীয়া আইন কৰা হ'ল। কেইশমান বছৰৰপৰা হিন্দু সমাজৰ উন্নতি এনেয়ে ধীৰ আছিল। এতিয়া ইয়াৰ গতি একেবাৰে বন্ধ হ'ল। নতুন অৱস্থাত মুছলমান সকলো বিৰক্ত হৈছিল। বৃটিছৰ তলত তেওঁলোকে প্ৰগতিশীল শক্তি হেৰুৱালে। ইচ্‌লামো দুৰ্গত সোমাল।

সতীযোৱা প্ৰথা উচ্ছেদ বৃটিছৰ দিনত হোৱা এটা উল্লেখযোগ্য সংস্কাৰ। ইয়াৰ কাৰণে তেওঁলোক প্ৰশংসাৰ যোগ্য। কিন্তু ইযো ঠিক যে ৰাজা ৰামমোহন ৰায় প্ৰমুখ্যে ভাৰতীয় ধৰ্ম-সংস্কাৰকসকলে এই প্ৰথা তুলি দিবলৈ বহুত বছৰ আন্দোলন কৰি আহিছিল। বৃটিছৰ আগতে মাৰাঠাসকলে সতীযোৱা প্ৰথা নিষিদ্ধ কৰিছিল। গোৱাত পৰ্টুগীজসকলে এই প্ৰথা তুলি দিছিল।

ভাৰত যাতে একমাত্ৰ কৃষিপ্ৰধান দেশ হৈ থাকে আৰু ভাৰতে যাতে কোনোমতে শিল্পত হাত দিব নোৱাৰে, বৃটিছে সদায় তালৈ লক্ষ্য ৰাখিছিল। বৃটিছে ভাৰতৰ উন্নত শিল্প ধ্বংস কৰি নোহোৱাহে কৰিছিল। ভাৰতত যাতে কাৰখানা বৃদ্ধি হ'ব নোৱাৰে, তাৰ কাৰণে তেওঁলোকে ভাৰতলৈ অহা যন্ত্ৰ-পাতিৰ ওপৰত কৰ লগাইছিল। আন দেশে এই যুগত যন্ত্ৰ-শিল্পৰ বিষয়ে উৎসাহ দিছিল। জাপান দ্ৰুতবেগত

সেই পিনেদি আগবাঢ়িছিল। কিন্তু ভাৰতত বৃটিছ চৰকাৰে তাত বাধা দিলে। ১৮৬০ চনলৈকে যন্ত্ৰ আমদানিৰ ওপৰত থকা কৰ তুলি লোৱা হোৱা নাছিল। তেতিয়া ভাৰতত এটা কাৰখানা তৈয়াৰীৰ খৰচ, ইংলণ্ডতকৈ চাৰি গুণ বেছি লাগিছিল যদিও ভাৰতত বনুৱাৰ খৰচ ইংলণ্ডতকৈ বহুত গুণে কম।

যুগৰ সোঁত আইন-কানুনে জোৰ কৰি ৰোধ কৰিব নোৱাৰে। বৃটিছেও ভাৰতত যন্ত্ৰ-শিল্প ৰোধ নীতি ল'লেও, সম্পূৰ্ণ কৃতকাৰ্য নহ'ল। মূলধনী প্ৰথাৰ অন্তৰ্নিহিত অসামঞ্জস্যৰ ফলত সময়ত তেওঁলোকে নিজেই ভাৰতলৈ কিছু যন্ত্ৰ-পাতি আনিবলগা হয়। প্ৰতিযোগিতাৰ ভয়ত ইংৰাজে ভাৰতৰ শিল্পোন্নতিত বাধা দিছিল। কিন্তু ইংলণ্ডৰ যন্ত্ৰ-শিল্পীসকলে ভাৰতত তেওঁলোকৰ বস্তু নেবেচাকৈযো থাকিব নোৱাৰিছিল। তদুপৰি ইংৰাজ পুজিপতিসকলে দেখিছিল যে বেঙ্কত জমা হৈ পৰি থকা তেওঁলোকৰ ওপৰঞ্চি টকাবিলাক খটুবাবলৈ তেওঁলোকক ঠাই লাগে। ইংলণ্ডতকৈ ভাৰতত সেই টকা খটুবালে বেছি লাভ হোবাৰ আশা তেওঁলোকে দেখিছিল। ভাৰতত খটুওবা বেছিভাগ মূলধনেই বৃটিছৰ। গতিকে চৰকাৰৰ বিৰোধী নীতি সত্বেও ১৯ শতিকাৰ মাজ ভাগত ভাৰতত যন্ত্ৰশিল্প আৰম্ভ হয়। বৃটিছ মূলধনেৰে বঙ্গত মৰাপাট শিল্প আৰম্ভ হ'ল। শাসন আৰু বেপাৰৰ সুবিধাৰ কাৰণে বৃটিছে ভাৰতত ৰেল বহুবাবলগা হৈছিল। ৰেল আদিৰ সহায়ত বেগেতে ইঠাইৰপৰা সিঠাইলৈ সৈন্য পৰিচালনা কৰিব নোবাৰাহেতেন বা টেলিগ্ৰাফ আদিৰ যোগে কেন্দ্ৰীয চৰকাৰে সকলো ঠাইৰে খবৰ-বাতৰি ৰাখিব নোবাৰাহেতেন ভাৰতৰ দৰে বিশাল সাম্ৰাজ্য এখন ইংৰাজে কেইদিন বশত ৰাখিব পাৰিলেহেতেন? বৰ্তমান যুগৰ এই যন্ত্ৰ-পাতিবিলাকৰ সহাযতহে ইংৰাজে তেওঁলোকৰ শাসনত থকা অতিশয অসন্তুষ্ট ভাৰতীয় প্ৰজাক দমাই ৰখা সম্ভৱ হয়। আগৰ যুগৰ দৰে অবস্থাত ইমান দূৰ দেশৰপৰা ইংৰাজে ভাৰত শাসন কৰিব নোৱাৰিলেহেতেন। অসন্তুষ্ট ৰাইজে বিক্ষিপ্তভাৱে কৰা বিদ্ৰোহেই ইংৰাজ শাসন অচিৰে অচল কৰি পেলালেহেঁতেন।

আক্ৰমণকাৰী মোগল বা তাৰ আগৰ আন শক্তিযে যে ভাৰত শাসন কৰিব পাৰিছিল, তাৰ কাৰণ এযে আছিল যে তেওঁলোকে আক্ৰমণকাৰী হিচাপে আহিলেও দেশবাসীৰ লগত সম্পূৰ্ণভাৱে মিলি যাব পাৰিছিল। বাহিৰা কোনো এখন দেশৰ লগত সম্পৰ্ক ৰাখি তেওঁলোকে ভাৰত শাসন কৰা নাছিল। আক্ৰমণত সফলতা লাভ কৰাৰ পিচতে, তেওঁলোকে লৈ অহা সংস্কৃতি দেশৰ সংস্কৃতিৰ সোঁতৰ

লগত মিলি যায়। বিজেতা আৰু বিজিতৰ চিন সোনকালে লোপ পায়। বিজেতায়ো ভাৰতকে মাতৃভূমি বুলি গ্ৰহণ কৰিছিল। ভাৰতৰ স্বাৰ্থ তেওঁলোকৰ স্বাৰ্থৰ অভিন্ন আছিল। তেওঁলোকৰ কোনো কোনো-জন ৰজা অত্যাচাৰী বা অতিপাত খৰচীও হ'ব পাৰে, কিন্তু তেওঁ-লোকে ইংৰাজৰ দৰে ভাৰতত ধন ঘটি নিজৰ দেশলৈ গুচি নগৈছিল। ভাৰতেই তেওঁলোকৰ নিগাজি ঘৰ আছিল। বিজেতা ইংৰাজে ভাৰতক শোষণ কৰি ইংলণ্ডলৈ ধন-সোণ পঠিয়াই আছিল। বিজেতা মোগলে নিজৰ দেশ বুলি কোনো বাহিৰা দেশৰ কাৰণে ভাৰত শোষণ কৰা নাছিল। ভাৰতৰ স্বাৰ্থৰ লগত মোগলৰ শাসনৰ স্বাৰ্থ অভিন্ন আছিল। অৱশ্যে মধ্যযুগীয় স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ বহুতো সমস্যা উদ্ভৱ হৈছিল। সেইটো এটা সম্পূৰ্ণ বেলেগ পৰিস্থিতি হিচাপে বুজিব লাগে।

ইংৰাজ শাসকসকলে গৰ্ব কৰে যে তেওঁলোকে ৰেল, টেলিগ্ৰাফ, ৰাস্তা-ঘাট আদি আনি ভাৰতক মধ্যযুগৰপৰা টানি আনি বৰ্তমান যুগৰ পোহৰ দিছে। সেই দিনত যন্ত্ৰ-শিল্পত আগৰণ বা ইংৰাজৰ সংস্পৰ্শলৈ অহাত, বৰ্তমান যুগৰ এই সুবিধাবিলাক ভাৰতে কিছু সহজে হয়তো পাইছিল। কিন্তু কোনেও ক'ব নোৱাৰে যে ইংৰাজৰ শাসন নীতিয়ে বাধা নিদিয়াহেঁতেন, ভাৰতত যুগধৰ্ম অনুযায়ী এতিয়াতকৈ বহুতগুণ বেছি যন্ত্ৰ-শিল্প প্ৰতিষ্ঠা নহ'লহেঁতেন। আধুনিক যন্ত্ৰ-পাতি বৈজ্ঞানিকৰ অৱদান। কোনো দেশৰ সি স্বকীয়া সম্পত্তি নহয়। হঠাৎ কোনো এখন দেশে এইবিলাক আবিষ্কাৰ কৰাও নাই, মানুহ জাতিয়ে বিভিন্ন দেশত যুগ-যুগান্তৰ ধৰি যি গৱেষণা কৰি আহিছে, যি জ্ঞান সঞ্চয় কৰিছে তাৰে পৰিণতি স্বৰূপে এঠাইত এদিন কোনো ব্যক্তিবিশেষৰ যোগেদি ইয়াৰ আবিষ্কাৰ হৈছে মাথোন। মানুহ জাতিৰ ই উমৈহতীয়া সম্পত্তি। জ্ঞান কোনো ব্যক্তি বা জাতিৰ আচুতীয়া সম্পত্তি হ'ব নোৱাৰে। এই যুগৰ যিটো বিশেষ জ্ঞান (বিজ্ঞান আৰু ইঞ্জিনীয়াৰিং বিদ্যা আদিৰ জ্ঞান) তাৰপৰা কাকো বঞ্চিত ৰখাটো সমগ্ৰ মানুহ জাতিৰ প্ৰতি অন্যায়। অতীতৰ জ্ঞানৰাশিৰ লগত মিলাই বৰ্তমান যুগৰ জ্ঞানৰ সুযোগ পোৱাহেঁতেন ভাৰতে বিশ্বৰ প্ৰগতিত যে কিমান খিনি সহায় কৰিলেহেঁতেন তাক কোনে ক'ব ?

১৮৮০ চনৰ পিচত বোম্বে আৰু আহমদাবাদত কাপোৰৰ কল বহিল। ইয়াৰ বেছিভাগ মূলধনেই ভাৰতীয়ৰ। বৃটিছ মূলধনেৰে খনিৰ কামো আৰম্ভ হ'ল। গৱৰ্ণমেণ্টে তেতিয়া 'লেইচেজ ফেয়াৰি' (Laissez Faire) অৰ্থাৎ অবাধ বাণিজ্য বা শিল্প-নীতি লৈছিল।

শিল্প আৰু ব্যৱসায়ৰ ক্ষেত্ৰত যি যিহকে নকৰক তাত বাধা নিদিয়াৰ এই নীতি। ১৮ শতিকাত আৰু ১৯ শতিকাৰ আগভাগত ভাৰতীয় বস্ত্ৰৰ লগত ইংলণ্ডই প্ৰতিযোগিতা কৰিব নোৱাৰিছিল। সেই কাৰণে তেতিয়া ইংলণ্ডলৈ আমদানি হোৱা ভাৰতীয় বস্ত্ৰৰ ওপৰত কৰ লগোৱা হৈছিল। 'লেইচেজ ফেযাৰি' নীতিৰ কথা তেতিয়া ভবা নহৈছিল। পিচত যেতিয়া ভাৰতীয শিল্প ধ্বংস হ'ল, প্ৰতিযোগিতাৰ ভয় দূৰ হ'ল, তেতিযা তেওঁলোকে অবাধ শিল্প-বাণিজ্য নীতি ল'লে। অৱশ্যে তেতিযাও যে সকলো বিষযতে তেওঁলোকে সেই নীতি লৈছিল, এনে নহয। কাৰ্যতঃ বৃটিছ মূলধনেৰে ভাৰতত যিবিলাক শিল্প চলিছিল, সেই-বিলাক সম্পৰ্কে তেওঁলোকে চকু মুদি থকা নীতি লৈছিল। ভাৰতীয় মূলধনেৰে চলোৱা বস্ত্ৰ-শিল্পৰ প্ৰতি তেওঁলোক উদাসীন আছিল। লাঙ্কাচাৰৰ বস্ত্ৰ-শিল্পৰ প্ৰতিযোগী হৈ উঠে বুলি ভয় কৰি তেওঁলোকে ভাৰতীয় কাপোৰ কলত উৎপন্ন হোৱা বস্ত্ৰৰ ওপৰত কৰ লগালে। ইয়াক কপাহৰ 'এক্সাইজ ডিউটি' বোলা হয়। ই এটা আচৰিত ব্যৱস্থা। প্ৰত্যেক দেশেই বিদেশৰপৰা অহা মালৰ ওপৰত কৰ বহুবায, হয় নিজৰ দেশৰ শিল্প বিদেশী প্ৰতিযোগিতাৰপৰা ৰক্ষা কৰিবলৈ নহয ৰাষ্ট্ৰৰ ৰাজহ বঢাবলৈ। কিন্তু ভাৰতত বৃটিচসকলে ভাৰতীয় বস্ত্ৰৰ ওপৰত কৰ বহুবালে, বিলাতৰ বস্ত্ৰ শিল্পক সহায কৰিবলৈ। ভাৰতৰ বস্ত্ৰ-শিল্প নতুনকৈ আৰম্ভ হৈছিল মাথোন। আনপক্ষে ইংলণ্ডৰ বস্ত্ৰ-শিল্প পুৰণি আৰু সুপ্ৰতিষ্ঠিত শিল্প, ন্যায়তঃ এটা কেঁচুবা অবস্থাৰ শিল্প ৰক্ষা কৰিবলৈহে যি হয বিধান লব লাগে। সেইটো কৰক ছাৰি কেঁচুবা ভাৰতীয কপাহ-শিল্পৰ বিৰুদ্ধে বিদেশী পুৰণি শিল্প এটাৰ পক্ষেহে চৰকাৰে ব্যবস্থা লৈছিল। ভাৰতত বৃটিছ শোষণ নীতিৰ ই এটা নগ্নৰূপ। আগৰ যুগত বিজেতাই লুটপাত কৰাৰ কথা ইতিহাসত পোৱা যায়। তেওঁলোকক লুটপাত কৰে সকলোৰে চকুৰ আগতে কেদিনমানলৈ, কিন্তু আধুনিক তথাকথিত সভ্য বিজেতাসকলে লুট কৰে মূলধনী অৰ্থনীতি বিজ্ঞানৰ নানা সূক্ষ্ম প্ৰণালীৰে। যাক লুট কৰা হয়, ততালিকে তেওঁ সেইটো ধৰিবকে নোৱাৰে।

বহুত আন্দোলনৰ পিচত কেইবছৰমান আগতেহে কপাহৰ আব-কাৰী কৰ তুলি দিয়া হৈছিল। ভাৰতৰ ধনী শ্ৰেণীয়ে শিল্পোন্নতিৰ কাৰণে ৰৰকৈ দাবী কৰিবলৈ ধৰে। ১৯০৫ চন মানত চৰকাৰে শিল্প-ব্যৱসায়ৰ এটা বিভাগ খোলে। এই বিভাগ অৱশ্যে নামতহে আছিল। প্ৰথম বিশ্বযুদ্ধৰ সময়ত, ভাৰতীয় শিল্প কিছু আগবাঢ়ে। ইয়াৰ লগে

লগে ভাৰততো শিল্প-বনুৱাৰ শ্ৰেণী এটা সৃষ্টি হয়। নগৰৰ কাৰখানা-বিলাকত তেওঁলোকে কাম কৰে। গাৱঁত মাটিৰ অভাৱ আৰু সদায় আধা-আকালৰ অৱস্থা এটা চলি থকা হেতু তেওঁলোক কাৰখানাত বনুৱা হ'বলৈ বাধ্য হয়। অসমৰ চাহ বাগিচাত কাম কৰিবলৈ আন প্ৰদেশৰপৰা বনুৱা আমদানি হ'ল। অসমত মান-মৰাণৰ সময়ত বহুত মানুহ হানি হয়। কোনো এক সময়ত মাৰি মৰকতো বহুত মানুহ মৰে। ফলত অসমৰ জনসংখ্যা অসম্ভৱ ৰকমে কমি গৈছিল আৰু সেয়ে অসমৰ মাটিৰ ওপৰত হেঁচা তেতিয়া বেছি নাছিল। অসমীয়া মানুহ কাজেই সাধাৰণতে বাগিচাত বনুৱা নোসোমাইছিল। অবশ্যে, তেতিয়াও নগাৱঁৰ চালনা বাগিচাত স্থানীয় মানুহে মজদুৰ কাম কৰাৰ কথা পোৱা যায়। স্থানীয় মজদুৰৰ দৰ্মহা মাহে তেতিয়া ৭৫০ টকা মান আছিল। বাহিৰৰপৰা অহা মজদুৰৰ দৰ্মহা আছিল মাহে ৩৫০ টকা মান। বাহিৰৰ পৰা কম দৰ্মহাত বনুৱা পোৱা কাৰণেও বোধহয় স্থানীয় মানুহক বনুৱা হিচাপে লোৱা বৰ্দ্ধ কৰা হৈছিল। ভাৰতৰপৰা বেছি দৰ্মহাৰ আশা দেখুৱাই ফিজি, দক্ষিণ আফ্ৰিকা, লঙ্কা, আৰু মৰিচলৈযো বনুৱা নিয়া হৈছিল। তাত বনুৱাসকলক প্ৰায়ে গোলামৰ দৰে ব্যবহাৰ কৰা হৈছিল। অসমৰ চাহ-বাগিচাতো বনুৱাৰ অবস্থা অলপো ভাল নাছিল। তেওঁ-লোককো ফুচুলাইহে অসমলৈ অনা হৈছিল। বাগিচাত অবস্থা অসহনীয় হ'লে তেওঁলোকে পিচত নিজৰ প্ৰদেশলৈ ঘূৰি যাবলৈ বিচাৰিছিল। কিন্তু তাতো মাটি-বাৰী নথকাত ঘূৰি যাবলৈযো উপায় নাছিল।

নগৰৰ কাৰখানাৰ বনুৱাসকলে দেখিলে যে তেওঁলোকে যি দৰ্মহা পায়, তাৰে নগৰৰ খৰচ কুলোৱা সম্পূৰ্ণ অসম্ভৱ। গাৱঁত থাকোঁতে নেপালেও তেওঁলোকে মুকলি আকাশৰ তলত বেলিৰ পোহৰ আৰু নিৰ্মল বতাহ পাইছিল। এতিয়া কাৰখানাৰ ওচৰত অন্ধকাৰ, বতাহ সোমাব নোৱাৰা, অপৰিষ্কাৰ ঘৰত তেওঁলোক থাকিবলগা হয়। অসহনীয় হ'লে কেতিযাবা তেওঁলোকে কাম বন্ধ কৰিছিল। কিন্তু ধনী মালিকে চৰকাৰৰ সহাযত সহজে তেওঁলোকক দমন কৰিব পাৰিছিল। তেতিয়া তেওঁলোকে ভালকৈ সঙ্ঘবদ্ধও নাছিল। ক্ৰমে তেওঁলোক সঙ্ঘবদ্ধ হ'ল। ভাৰতৰ বনুৱাসকলে ট্ৰেড ইউনিয়ন গঠন কৰিলে। বৃটিছ চৰকাৰ মূলধনী শ্ৰেণীৰ চৰকাৰ। নিজৰ দেশতো বনুৱা শ্ৰেণীৰ বিৰুদ্ধে পুঁজিপতিসকলক তেওঁলোকে সমৰ্থন কৰিছিল। ভাৰতত নতুনকৈ সৃষ্টি হোৱা ভাৰতীয় মূলধনী শ্ৰেণীক ইংৰাজ পুঁজিপতিসকলে আৰু তেওঁলোকৰ চৰকাৰে উঠিবলৈ দিব খুজিছিল। কিন্তু

ভাৰতীয় বনুৱাৰ লগত ভাৰতীয় পুজিপতিৰ যেতিয়া সজ্ঘৰ্ষ লাগে, তেতিয়া তেওঁলোকে ভাৰতীয় বনুবাৰ বিপক্ষে পুজিপতিসকলকে সমৰ্থন কৰে। শ্ৰেণীগত স্বাৰ্থৰ কথা উঠিলে, ইংৰাজ পুজিপতি আৰু ভাৰতীয় পুজিপতি লগ হোৱা দেখা যায়। বনুৱাৰ স্বাৰ্থ, পুজিপতিৰ স্বাৰ্থৰ বিৰোধী তেহেলৈ তেওঁ ইংৰাজেই হওক বা ভাৰতীযই হওক। ইংৰাজ পুজিপতিযে যেনেকৈ ইংৰাজ বনুৱাৰ স্বাৰ্থ নুবুজে, তেনেকৈ ভাৰতীয় পুজিপতিযেও ভাৰতীয় বনুৱাৰ স্বাৰ্থ নুবুজে। পুজিপতি শ্ৰেণীযে —যি দেশৰেই নহওক বনুৱাক শোষণ কৰিয়েই টিকি থাকে।

বৃটিছ শাসনত ভাৰতত পুজিপতি শ্ৰেণীয়েও ভালকৈ গা কৰিব পৰা নাই। ডাঙৰ শিল্প তেওঁলোকে কৰিব পৰা নাই। বৃটিছ শিল্পৰ স্বাৰ্থৰ প্ৰতিযোগিতাই তাত বাধা দিছে। আনপক্ষে ইংলণ্ড আদি মূলধনী দেশৰ লগত তুলনামূলক হিচাপে চালেও ভাৰতৰ বনুৱাৰ অৱস্থা অতি বেযা। ভাৰতীয বনুবাৰ অবস্থা মাউৰা ল'ৰা-ছোৱালীৰ দৰে হৈ আছিল। বৃটিছ শাসনে ভাৰতৰ বনুৱাৰ কাৰণে একো কৰা নাছিল। বনুবাক ৰক্ষা কৰিবলৈ দুই-এখন আইন পাছ হৈছিল যদিও বনুৱাৰ দুৰ্দশাৰ সীমা নাছিল। ভাৰতত বৃটিছ পুজিপতিসকলে যি শিল্প প্ৰতিষ্ঠা কৰিছিল তাত ভাৰতীয় বনুবাসকলক অতি কম বানচত নিষ্ঠুৰভাবে খটুবা হৈছিল। বগা মালিকে ক'লা বনুৱাৰ প্ৰতি কৰা অন্যায অবিচাৰৰ আদালতত কাৰ্যতঃ কোনো প্ৰতিকাৰ নাই। অসমৰ চাহ বাগিচাত বগা কৰ্মচাৰীয়ে 'কুলী'ক বুট জোতাৰে গুৰিয়াই মাৰিলে, পিলাই ফাটি মৰা বুলি প্ৰমাণ দিযাৰ কথা সততে শুনা গৈছিল। বহুত সময়ত ধনী মালিকৰ বিৰুদ্ধে বিচাৰ দুখীয়া বনুৱাৰ পক্ষে প্ৰহসন মাথোন আছিল।

## ভাৰতত বৃটিছ শাসন-প্ৰণালী

প্ৰথমতে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰত শাসন কৰে। তেওঁলোকে ভাৰতত এজন গৱৰ্ণৰজেনেৰেল নিয়োগ কৰিছিল। গৱৰ্ণৰজেনেৰেলৰ এখন কাউন্সিল আছিল। কোম্পানীৰ পিচত আছিল বৃটিছ পাৰ্লামেণ্ট। ১৮৫৮ চনত চিপাহী বিদ্ৰোহৰ পিচত বৃটিছ পাৰ্লামেণ্টে ভাৰতৰ শাসন ক্ষমতা পোনপটীয়াকৈ নিজৰ হাতলৈ আনে। ১৯ বছৰৰ পিচত ১৮৭৭ চনত ইংলণ্ডৰ ৰাণীয়ে ভাৰতৰ সম্ৰাজ্ঞী উপাধি লয়। গৱৰ্ণৰ

জেনেৰেল ভাৰতত ৰজাৰ প্ৰতিনিধি বা ভাইচৰয়। ভাইচৰয়ে তেওঁৰ তলত বহুতো কৰ্মচাৰী লৈ ভাৰত শাসন কৰে ভাৰতবৰ্ষ কেবাখনো প্ৰদেশ আৰু দেশীয় ৰাজ্যত বিভক্ত কৰা হ'ল। প্ৰদেশবিলাক ভাগ কৰা হৈছিল স্বেচ্ছাচাৰীভাৱে। বিভিন্ন ভাষাৰ মানুহ একেখন প্ৰদেশতে জোৰেৰে জাপি দিযাত প্ৰদেশবিলাকৰ সৌষ্ঠৱ হানি হৈছিল। দেশীয় ৰাজ্যবিলাক নামত স্বাধীন আছিল। কিন্তু দৰাচলতে তেওঁলোক বৃটিছৰ তলতীযা আছিল। প্ৰতিখন দেশীয় ৰাজ্যতে 'ৰেছিডেণ্ট' নামে এজন ইংৰাজ কৰ্মচাৰী থাকে। ৰাজ্যখনৰ শাসন সাধাৰণভাৱে তেৱেঁই নিযন্ত্ৰণ কৰে। ৰাজ্যৰ শাসন-ব্যৱস্থা কিমান বেযা বা পুৰণি তালৈ তেওঁ মন নিদিয়ে। 'ৰেছিডেণ্ট'ৰ চকু কেৱল তাত বৃটিছৰ ক্ষমতা আৰু স্বাৰ্থ অটুট ৰখা আৰু সুদৃঢ় কৰা। ভাৰতত ⅓ অংশ দেশীয় ৰাজ্য। বাকী দু-ভাগত বৃটিছে পোনপটীয়াকৈ শাসন কৰে। এইখিনিক বৃটিছ-ভাৰত বোলা হৈছিল। ভাইচৰয় সমগ্ৰ ভাৰতৰ (দেশীয় আৰু বৃটিছ) সৰ্বময় কৰ্তা আছিল। তেওঁ ভাৰতৰ কাৰো ওচৰত দাযী নাছিল। ভাৰতৰ ৰাইজক তেওঁ সম্পূৰ্ণ উপেক্ষা কৰি চলিব পাৰিছিল। তেওঁ দাযী বৃটিছ পাৰ্লামেণ্ট আৰু বৃটিছ মন্ত্ৰীসভাত যিজন ভাৰত সচিব থাকে তেওঁৰ ওচৰত। বৃটিছ পাৰ্লামেণ্ট আৰু মন্ত্ৰীসভাৰ তলত ভাইচৰযে স্বেচ্ছাচাৰীভাৱে ভাৰত শাসন কৰে। বৃটিছ ভাৰতৰ সকলো উচ্চ বিষযা বৃটিছ আছিল। ১৯ শতিকাৰ শেষ ভাগতহে কিছু উচ্চ ভাৰতীয বিষযা লোৱা হয। ভাৰতীয মানুহে উচ্চ বিষয-বাব পালেও শাসনৰ চাবি-কাঠী বৃটিছৰ হাততে আছিল। মিলিটেৰীৰ বাহিৰে উচ্চ বিষযাসকল তথাকথিত 'ভাৰতীয চিভিল চাৰ্ভিচ'ৰ মেম্বাৰ। ৰাইজৰ ওচৰত কোনো দায়িত্ব নথকাত, এওঁলোকে ৰাইজৰ উন্নতি-মূলক কামত মন নিদিযে। শান্তি আৰু শৃঙ্খলা ৰক্ষাই এওঁলোকৰ ঘাই কাম। 'শান্তি আৰু শৃঙ্খলা' মানে ভাৰতীয মানুহক কোনো কথাতে মাত মাতিব নোৱাৰাকৈ দমাই ৰখা। এওঁলোক ৰাজহুৱা মত সম্পৰ্কে অসহিষ্ণু। এওঁলোকে নিজক চৰজান্তা বুলি ভাবে। তেওঁলোকৰ কামৰ সমালোচনা কৰিলেই ৰাজদ্ৰোহ হয। প্ৰকৃতপক্ষে ৰাজনৈতিক জ্ঞানৰ উৎসস্বৰূপ ৰাইজৰপৰা আঁতৰি থকাত বাহিৰৰপৰা ক্ষমতা নেপালে, এওঁলোকৰ একোৱেই নাছিল। পণ্ডিত নেহৰুৱে ক'বৰ দৰে 'পাঞ্চ' (ইংৰাজী হাস্যৰসাত্মক কাগজ) আৰু বেহেৰা-বাবুৰ্চ্চি হৈছে এওঁলোকৰ সমাজ। ৰাইজৰপৰা পৃথক হৈ নিজৰ গপতে তেওঁলোক ওফন্দি থাকে। বৃটিছ পাৰ্লামেণ্ট থাকে বহুত দূৰত।

এওঁলোকৰ সাধাৰণ কামবিলাক তেওঁলোকে চাই থাকিব নোৱাৰিছিল। ভাৰতত বৃটিছৰ স্বাৰ্থ বজাই থাকিলে বাকী কথাত তেওঁলোকৰ আগ্ৰহো নাছিল। 'ভাৰতীয় চিভিল ছাৰ্ভিচ' হৈছে ভাৰতত ইংলণ্ডৰ শিল্পী আৰু পুঁজিপতিৰ এজেণ্ট। ভাৰত শোষণ কৰাইহে তেওঁলোকৰ প্ৰধান লক্ষ্য। পণ্ডিত নেহৰুৰ ভাষাত "ভাৰতীয় চিভিল ছাৰ্ভিচ' দৰাচলতে ভাৰতীযও নাছিল, 'চিভিলো' নাছিল, 'ছাৰ্ভিচো' নাছিল। কেবাটাও শাসন সংস্কাৰ হৈছিল যদিও চিভিল ছাৰ্ভিচৰ অখণ্ড প্ৰতাপ বজাই আছিল।"

ভাৰতত যি শাসন চলিছিল সি আমোলাৰ শাসন আছিল। কৰ্মচাৰীযে কৰ্মচাৰী নিযোগ কৰিছিল। খাপে খাপে কৰ্মচাৰী কৰ্মচাৰীৰ ওচৰত দাযী। ৰাইজৰ ওচৰত নহয। এনে শাসনক আমোলাতন্ত্ৰ বোলা হয। নিজৰ আৰু বৃটিছ শিল্পৰ স্বাৰ্থৰ কথাত, ভাৰতৰ আমোলাতন্ত্ৰই কাৰ্য কুশলতাৰ পৰিচয দিযে। কিন্তু স্বাস্থ্য, শিক্ষা আদি জনহিতকৰ কাম তেওঁলোকে অবহেলা কৰে। কৃষি, স্বাস্থ্য, শিক্ষা আদি বিষয়ে যিবিলাক বিভাগ খোলা হৈছে তাৰ পৰিচালনা কাৰ্য অতি ঢিলা আৰু আন্তৰিকতাবিহীন।

বৃটিছে ডাঙৰ ডাঙৰ বিষযবিলাক লৈছিল। সৰু সুৰা কাম বিলাকলৈ বিলাতৰপৰা মানুহ অনা সম্ভৱ নাছিল। সেই কাৰণে তেওঁলোক আমোলাতন্ত্ৰৰ তলৰ খাপৰ বিষয়া সৃষ্টি কৰিবৰ উদ্দেশ্যেই প্ৰথমে ভাৰতত স্কুল-কলেজ পাতিলে। তেতিযাৰেপৰা ভাৰতত এযে শিক্ষাৰ মাই উদ্দেশ্য হৈ আছে। এই শিক্ষাই কেৱল চাকৰিৰ কাৰণেহে উপযুক্ত কৰে। কিন্তু ক্ৰমে শিক্ষিতৰ সংখ্যা বাঢ়িল আৰু তেওঁলোকক চৰকাৰে চাকৰি দিযা অসম্ভব হ'ল। শিক্ষিত নিবনুৱা শ্ৰেণী এটা ওলাল। বিশ্ববিদ্যালয উত্তীৰ্ণ হোৱা বহুতো আছে, যিসকলে চাকৰি নেপালে কি কৰিব, ক'ব নোৱাৰে। চাকৰিৰ বাহিৰে শিক্ষাই তেওঁলোকক কোনো শিল্প বা ব্যৱসাযৰ উপযুক্ত কৰি তোলা নাছিল। তেওঁলোকৰ বেছি-ভাগেই একো উৎপন্ন কৰিব নোৱাৰিছিল।

বঙ্গদেশে ইংৰাজী শিক্ষা আৰম্ভ কৰা প্ৰথম। সেই কাৰণে প্ৰথম ছোৱাত বেছিভাগ কেৰাণী আছিল বঙালী। ১৮৫৭ চনত কলিকতা, বোম্বে আৰু মাদ্ৰাজ এই তিনি ঠাইত বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হ'ল। মুছলমানসকলে প্ৰথমে ইংৰাজী শিক্ষাত আগ্ৰহ নেদেখুৱাইছিল। সেই কাৰণে চাকৰিৰ প্ৰতিযোগিতাত তেওঁলোক পিছ পৰিল। অসমত ইংৰাজ শাসন বহুত পিচত আৰম্ভ হয় কাৰণে ইংৰাজী শিক্ষাও পিচত

আৰম্ভ হ'ল। সেই কাৰণে, অসমত ইংৰাজৰ শাসনৰ প্ৰথমছোৱাত অসমীয়া মানুহ চাকৰিত নাছিল। তদুপৰি, অসমৰ মানুহে প্ৰথম-ছোৱাত ইংৰাজৰ শাসনত চাকৰি লোৱাৰ কথা ভাবিবলৈকে টান পাইছিল।

## ভাৰতৰ মনত সংঘাত

১৮৫৭ চনৰ বিপ্লব ভাৰতৰ প্ৰথম স্বাধীনতাৰ বিপ্লব। এই বিপ্লব দমোবাৰ পিচত, ভাৰতবৰ্ষই বহুত দিনলৈকে ইংৰাজ শাসনৰ বিৰুদ্ধে মূৰ দাঙিব নোৱাৰিলে। আধুনিক যুগৰ অদ্ভুত কৰ্ম-যন্ত্ৰৰ সহায়ত ইংৰাজে যি ক্ষমতা দেখুৱালে ভাৰত তাৰ ওচৰত সেও হৈ পৰিল। পৌৰাণিক শিক্ষা-পদ্ধতি লোপ পোৱাত ইংৰাজী শিক্ষিত সকলেই দেশৰ একমাত্ৰ শিক্ষিত শ্ৰেণী হৈ পৰিল। প্ৰথমছোৱাত এওঁলোক প্ৰায় সকলোৱেই ইংৰাজ শাসনৰ সমৰ্থক আছিল। সেই দিনত ইংৰাজী শিক্ষিত শ্ৰেণী হৈছে আমোলা শ্ৰেণী। জনসাধাৰণৰপৰা এই শ্ৰেণীটো সম্পূৰ্ণ বিচ্ছিন্ন হৈ পৰিছিল। ভাৰতৰ শিক্ষিত শ্ৰেণীটো নিজৰ দেশতে এটা সুকীয়া জাতি হোৱাদি হৈ পৰিল। জনসাধাৰণ মূক, নিৰ্জীৱ। প্ৰথম অৱস্থাত ভাৰতৰ শিক্ষিত শ্ৰেণীটোৱে ইংলণ্ডৰ সকলো কথা ভাল যেন দেখিছিল আৰু তাৰ প্ৰশংসা কৰিছিল। ইংৰাজক পোছাক-পৰিচ্ছদ আদৱ-কায়দা আদিত অনুকৰণ কৰি গৰ্ব অনুভৱ কৰিছিল। ভাৰতত স্বেচ্ছাচাৰীভাবে শাসন কৰিলেও, ইংলণ্ডৰ মানুহে সেই সময়ত গণতন্ত্ৰ আৰু স্বাধীনতাৰ কথা বৰকৈ কৈছিল। ভাৰতীয় শিক্ষিতসকলে তাকে পঢ়ি মোহ গৈছিল। সময়ত ইংলণ্ডই ভাৰতক স্বায়ত্ত-শাসন দিব বুলিও তেওঁলোকে আশা কৰিছিল। লাহে লাহে তেওঁলোকৰ মোহজাল আঁতৰিল। ইংৰাজী শিক্ষাই এফালে যদিও তেওঁলোকৰ ৰুচি বিজতৰীয়া কৰি তুলিছিল, আনফালেদি আকৌ সিয়েই ভাৰতীয়সকলক পশ্চিমীয়া ভাৱধাৰাৰ পোহৰো দিছিল। শিক্ষিত নিবনুৱাৰ সংখ্যা যেতিয়া বাঢ়িল, তেওঁলোকৰ মাজত জাতীয় ভাবৰ উদ্ৰেক নোহোৱাকৈ থকা সম্ভৱ নাছিল। গোটেইখন ভাৰততে একে প্ৰণালীৰে ইংৰাজে শাসন কৰিছিল। ইয়াৰ প্ৰতিক্ৰিয়াও কাজেই গোটেই ভাৰততে একে ৰকমে হৈছিল। মোগল সাম্ৰাজ্যৰ পতনৰ পিচত ভাৰতবৰ্ষ ছিন্নভিন্ন হৈ পৰিছিল। ভাৰতে যোগসূত্ৰ হেৰুৱাইছিল। ইংৰাজৰ দিনত ভাৰত একে শাসনৰ তললৈ আহিল। পদদলিত পৰাধীন দেশ হিচাপে ভাৰত এক হ'ল। পণ্ডিত নেহৰুৱে লেখিছে, "ইংৰাজে

ভাৰতৰ এটা উপকাৰ কৰিছিল। তেওঁলোকৰ নতুন আৰু শক্তিৱন্ত জীৱনৰ সংস্পৰ্শই ভাৰতত এটা আলোড়ন তুলিছিল। ভাৰতত ই ৰাজনৈতিক আৰু জাতীয় একতাৰ ভাৱ সৃষ্টি কৰে। আমাৰ পুৰণি দেশখন স্থবিৰ হৈ পৰিছিল। আমাৰ সমাজত জীৱন নাইকিয়া হৈছিল। এই জাতিটোক ডেকা আৰু সঞ্জীৱিত কৰি তুলিবলৈ কষ্টদায়ক হ'লেও, সম্ভৱতঃ এনে পদাঘাতৰ প্ৰয়োজন আছিল।”

কম-বেছি পৰিমাণে ইংৰাজী শিক্ষা পোৱা, উকীল, মোক্তাৰ, বেপাৰী, চৰকাৰ বা শিল্প-কাৰখানাবিলাকত চাকৰি কৰা আমোলা-বিষয়াসকলক লৈ ভাৰতত এটা মজলীয়া শ্ৰেণী গঢ়ি উঠিল। মোটা-মুটিভাবে এওঁলোকেই হ'ল ভাৰতৰ নতুন মজলীয়া শ্ৰেণী। জনসাধাৰণৰ লগত সম্পৰ্ক নাছিল যদিও এওঁলোকেই জাতীয় জাগৰণৰ নেতৃত্ব ল'লে।

অতীতত হিন্দুধৰ্ম সংস্কাৰ কৰিবলৈ বহুবাৰ চেষ্টা কৰা হৈছিল। ১৯ শতিকাৰ আগভাগত পশ্চিমৰ ভাবধাৰাৰ সংস্পৰ্শত হিন্দুধৰ্ম সংস্কাৰৰ প্ৰথম চেষ্টা কৰে ৰাজা ৰামমোহন ৰায়ে। তেওঁ সকলো ধৰ্ম গ্ৰন্থ যত্নেৰে পঢ়িছিল তেওঁ সংস্কৃত, আৰবী আদি কেবাটাও ভাষা জানিছিল। তেওঁ পূজা-পাৰ্বনৰ বিৰোধী আছিল। ক্ৰিয়াকাণ্ড বাদ দি উপনিষদৰ ধৰ্ম তেওঁ প্ৰচাৰ কৰিলে। এই উদ্দেশ্যে তেওঁ ব্ৰাহ্ম সমাজ প্ৰতিষ্ঠা কৰে। বিলাতলৈ যোৱা ভাৰতীয়সকলক হিন্দুসমাজে সেই দিনত জাতিচ্যুত হোৱা বুলি ভাবিছিল। মূল ধৰ্মৰ কথা বাদ দি হিন্দু-সমাজে তেতিয়া তুচ্ছ আচাৰ-বিচাৰত বেছি মনোযোগ দিছিল। আচাৰ ৰক্ষাত অলপ ব্যতিক্ৰম হ'লেও ধৰ্ম গৈছিল। উচ্চ শিক্ষা পোৱা শ্ৰেণীয়ে সমাজৰ এনে কঠোৰ ব্যবস্থা মানিবলৈ টান পাইছিল। পশ্চিমীয়া ভাৱধাৰাৰ সংস্পৰ্শত তেওঁলোকৰ আগৰ বিশ্বাসো ঢিলা হৈছিল। এওঁ-লোকৰ কিছুমানে ব্ৰাহ্মসমাজত আশ্ৰয় ল'লে। অৱশ্যে এওঁলোকৰ সংখ্যা বেছি নাছিল। বঙ্গৰ ইংৰাজী শিক্ষিতসকলৰ ভিতৰতে ই সীমাবদ্ধ আছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ দেউতাক মহৰ্ষি দেবেন্দ্ৰ-নাথ ঠাকুৰ আৰু কেশৱ চন্দ্ৰ সেন এই সমাজৰ দুটা ডাঙৰ খুটা। সামাজিক সংস্কাৰ আৰু তিৰোতাৰ শিক্ষাৰ কাৰণে সমাজে চেষ্টা কৰে। কিছুদিন পিচতে ব্ৰাহ্মসমাজত দুটা ভাগ হয়। ব্ৰাহ্মসমাজ বাল্য-বিবাহৰ বিৰোধী আছিল। কিন্তু কেশৱ সেনে তেওঁৰ জীয়েকক কোচবিহাৰৰ মহাৰাজৰ লগত সৰুতে বিয়া দিয়ে। ব্ৰাহ্মসমাজৰ কিছুমানে সেনৰ এই কাৰ্যৰ প্ৰতিবাদ কৰে। এই লৈ, আনন্দমোহন বসুৰ

নেতৃত্বত 'সাধাৰণ ব্ৰাহ্মসমাজ' প্ৰতিষ্ঠা হয়। বঙ্গৰ ব্ৰাহ্মসমাজে ভাৰতৰ আন ঠাইতো প্ৰভাৱ বিস্তাৰ কৰে।

১৯ শতিকাৰ শেষৰফালে পঞ্জাবত হিন্দুধৰ্ম সংস্কাৰৰ কাৰণে আন এটা আন্দোলন হয়। ইয়াৰ নেতা আছিল স্বামী দয়ানন্দ সৰস্বতী। তেওঁ আৰ্যসমাজ প্ৰতিষ্ঠা কৰে। এওঁলোকৰ কথা হৈছে 'বেদলৈ ঘূৰি যোৱা'। জাতিপ্ৰথা তেওঁলোকে নেমানে। আত্মৰক্ষাৰ কাৰণে দুৰ্গত সোমোৱা, গতিহীন হিন্দুধৰ্মক আক্ৰমণমূলক মিছনেৰী ধৰ্মত পৰিণত কৰিবলৈ আৰ্যসমাজৰ চেষ্টা আছিল। অলপ নিয়ম এৰিলেই হিন্দু-ধৰ্মচ্যুত হৈছিল। আন ধৰ্মৰপৰা হিন্দু কৰা নহৈছিল। আৰ্যসমাজে শুদ্ধি আন্দোলন চলালে। ধৰ্মান্তৰ গ্ৰহণ কৰা মানুহকো সংস্কাৰ কৰি তেওঁ-লোকে হিন্দু কৰিলে। ই হিন্দু জাতীয়তাৰ আন্দোলন। হিন্দু সম্প্ৰদায়ৰ ভিতৰত আৰ্য সমাজৰে ইচলামৰ লগত সাদৃশ্য বেছি। ইচলাম আৰু খ্ৰীষ্টান ধৰ্মই ইয়াৰ ওপৰত প্ৰভাৱো কৰে। কৌতূহলৰ কথা যে ইয়েই ইচলামৰ প্ৰতিদ্বন্দ্বী আৰু বিৰোধী হৈ উঠে।

হিন্দু জাতীয়তাবাদী হোৱা কাৰণে আৰ্যসমাজ ভাৰতীয় জাতীয়তা-বাদী হ'ব নোৱাৰিলে। ব্ৰাহ্মসমাজতকৈ আৰ্যসমাজ বেছি ব্যাপক। গোটেই ভাৰততে এই সমাজে কাম কৰে। মজলীয়া শ্ৰেণীৰ ভিতৰতে ই সীমাবদ্ধ। আৰ্য সমাজে বহুতো স্কুল-কলেজ চলায়। আৰ্যসমাজৰ দুটা ভাগ হয়। এদল গুৰুকুল মতবাদী। এওঁলোক বৈদিক মত মতে কাম কৰাৰ পক্ষপাতী। পুণাত এম জি ৰাণাডেৰ নেতৃত্বত 'প্ৰাৰ্থনা সমাজে' এনে আন্দোলন চলায। সামাজিক সংস্কাৰৰ আন্দোলন ৰাণাডেই বহুত দিনলৈকে কংগ্ৰেছৰ লগে লগে চলায।

এই শতিকাৰ এজন ধৰ্মবীৰ হৈছে ৰামকৃষ্ণ পৰমহংস। তেওঁ সেৱাধৰ্মৰ ওপৰত জোৰ দিয়ে। তেওঁ সমাজ সংস্কাৰৰ চেষ্টা কৰা নাছিল। তেওঁৰ আদৰ্শ মতে ৰামকৃষ্ণ মিছন প্ৰতিষ্ঠা হয়। এই মিছনে দৰিদ্ৰনাৰায়ণৰ সেবাব্ৰত লৈ দেশত বহুতো কাম কৰিছে। ৰামকৃষ্ণৰ বিখ্যাত শিষ্য হৈছে স্বামী বিবেকানন্দ। ওজস্বিনী ভাষাৰে তেওঁ এক বিশিষ্ট জাতীয়তাৰ বাণী প্ৰচাৰ কৰে। তেওঁৰ জাতীয়তাৰ ভাৱ আছিল অৰাজনৈতিক। ইয়াৰ উৎস আছিল উপনিষদৰ যুগৰ ভাৰতৰ শিক্ষা আৰু সংস্কৃতি।

১৯ শতিকাত ভাৰতত যিটো জাতীয়তাৰ সোঁত বৈছিল সি আছিল কিছু পৰিমাণে হিন্দু দৰ্শন বা ধৰ্ম সম্পৰ্কীয়। মুছলমানসকলে কাজেই সন্দেহৰ ভাৱ ৰাখি আঁতৰত আছিল। ১৯ শতিকাৰ শেষৰ

পিনে মুছলমান জাতীয়তাবাদো মূৰ দাঙি উঠিল। তেওঁলোকে ইচলামৰ সংস্কৃতি আৰু প্ৰথালৈ ঘূৰি চালে। হিন্দু সংখ্যাগৰিষ্ঠতাৰ হেঁচাত ইচলামৰ সংস্কৃতি লোপ পাব বুলি তেওঁলোকে ভয় কৰিছিল। মন কৰিবলগীয়া কথা যে হিন্দু-মুছলমান ধৰ্ম সংস্কাৰ কৰিবলৈ কৰা এই প্ৰগতিশীল আন্দোলনবিলাকে যিমানদূৰ পাৰে পশ্চিমৰপৰা পোৱা নতুন বৈজ্ঞানিক আৰু ৰাজনৈতিক ধাৰণাৰ লগত পুৰণি ধৰ্মমত খাপখুবাই ল'বলৈ চাইছিল। তেওঁলোকে নিৰ্ভীকভাবে পুৰণি সংস্কাৰ-বিলাক পৰীক্ষা কৰিব নোৱাৰিছিল। নতুন পৃথিবীৰ বৈজ্ঞানিক, ৰাজনৈতিক আৰু সামাজিক ধাৰণাও তেওঁলোকে উপেক্ষা কৰিব নোবাৰিছিল। গতিকে তেওঁলোকে দুযোটাৰে সামঞ্জস্য স্থাপন কৰিবলৈ চেষ্টা কৰিলে। তেওঁলোকে দেখুবাব খুজিলে যে আধুনিক প্ৰতিটো ধাৰণা, তেওঁলোকৰ পুৰণি ধৰ্মশাস্ত্ৰত বিচাৰিলেই পোৱা যায়। এনে চেষ্টা ব্যৰ্থ নহৈ নোবাৰে। পোনপটীয়াকৈ চিন্তা কৰাত ই বাধাহে দিলে। যিবিলাক নতুন শক্তি বা ভাবধাৰাই পৃথিবীখন সলনি কৰিছে তাক বুজিবলৈ চেষ্টা নকৰি আৰু সাহেৰে সৈতে মূল কাৰণৰ কথা নেভাবি তেওঁলোকে অতীতৰ সংস্কাৰ আৰু প্ৰথাৰ আধুনিক তাৎপৰ্য আৰু সাৰ্থকতা বিচাৰি হাবাথুৰি খাইছিল। তেওঁলোকে সম্মুখলৈ চাই আগ নেবাঢ়িব খুজিছিল, কিন্তু তাকে কৰোতে প্ৰতিখোজতে পিছলৈ চাইছিল। কিন্তু তেওঁলোকৰ চেষ্টাই যে এটা আলোড়ন সৃষ্টি কৰিছিল তাত সন্দেহ নাই।

নগৰবিলাকত নতুন মজলীয়া শ্ৰেণীটো গঢ়ি উঠিল। ভাৰতত আগতেও মজলীয়া শ্ৰেণী এটা আছিল। বৃটিছ শাসনে সেই শ্ৰেণীটো মাৰি পেলায়। নতুন মজলীয়া শ্ৰেণীটো বৃটিছ শাসনৰ সৃষ্টি। প্ৰথম অবস্থাত তেওঁলোকে বৃটিছ শাসন সমৰ্থন কৰিছিল। জনসাধাৰণৰ শোষণৰ সামান্য অংশ তেওঁলোকেও পাইছিল। বৃটিছ শাসনত সৰু-সুৰা আমোলা হিচাপে তেওঁলোকে সহায় কৰিছিল। আদালতৰ কামত সহায় কৰি অপেক্ষাকৃত হিচাপে কিছুমানৰ অৱস্থা ভাল হৈছিল। বেপাৰীসকলে লাভ বা কমিছন লৈ ইংৰাজৰ শিল্পৰ বস্তু বেচিছিল। ব্যৱসায়ী শ্ৰেণীৰ হাতলৈ কিছু টকা আহিল। তেওঁলোকৰ কিছুমানে মহাজনী কাৰবাৰো কৰিছিল। তেওঁলোকে সুদলৈ টকা খটুৱালে। ধুখীয়া হৈ পৰা জমিদাৰৰপৰা তেওঁলোকে মাটি কিনি নিজে জমিদাৰ হ'ল। ভাৰতীয় মূলধন কাৰখানা স্থাপনত লগাবলৈ আৰম্ভ হ'ল। এনেকৈ সংখ্যাত তাকৰীয়া হ'লেও ভাৰতীয় মূলধনী শ্ৰেণী এটা ক্ৰমে

গঢ়ি উঠিবলৈ উপক্ৰম হ'ল। বৰ্ত্তমান যুগত পৃথিবীৰ চাৰিওকালে হোৱা উন্নতি দেখি বা সেইবিলাকৰ কথা পঢ়ি ভাৰতৰ শিক্ষিত মজলীয়া শ্ৰেণীৰো আশা-আকাঙ্ক্ষা বাঢ়িল। তেওঁলোকে দেখিলে যে সকলো পিনে বৃটিছৰ বাধা। প্ৰায় সকলো উচ্চ বিষয় বৃটিছৰ একচেটিয়া। শিল্পৰ ক্ষেত্ৰতো বৃটিছৰ একনায়কত্ব। তেওঁলোকে বৃটিছৰপৰা কিছুমান সুবিধা পাবলৈ আন্দোলন কৰিলে। এয়ে নতুন জাতীয় আন্দোলনৰ গুৰি। বঙ্গদেশে এই আন্দোলনৰ নেতৃত্ব লৈছিল। ১৮৭২ চনত বঙ্কিম চন্দ্ৰই 'আনন্দ মঠ' লেখে। 'বন্দে মাতৰম' গানটো ইয়াতে আছে। 'আনন্দ মঠে' জাতীয়তাবাদৰ ভাব প্ৰচাৰ কৰে। বঙ্গৰ নীল বাগিচাত কাম কৰা বনুৱাৰ দুৰ্দশা বৰ্ণাই দীনবন্ধু মিত্ৰেই ৰচনা কৰা 'নীলদৰ্পণ' নামৰ নাটক এখনে ভাৰত আৰু য়ুৰোপত বহুল প্ৰচাৰ লাভ কৰে। এইখনেই বহুতো য়ুৰোপীয ভাষালৈ অনূদিত হোৱা আধুনিক যুগৰ প্ৰথম নাটক। দীনবন্ধু মিত্ৰ বঙ্কিম চন্দ্ৰৰ সমসাময়িক।

মাদ্ৰাজত ১৮৮৬ চনৰপৰা থিয়ছফিকেল ছ'চাইটিৰ আন্দোলন হয়। থিয়ছফিকেল ছ'চাইটিযে আধুনিক পৃথিবীৰ সকলোৰেপৰা শিক্ষা ল'বলৈ উৎসাহ দিয়াৰ উপৰিও, পূৰ্বৰ সংস্কৃতিত য'ত যি গৌৰব কৰিবলগীয়া কথা আছে সকলো উদ্ধাৰ কৰাৰ চেষ্টা কৰিছিল। মিছেচ এনী বেছান্ত এই সমাজৰ গুৰি ধৰোঁতা। তেওঁ বাৰাণসীত এই উদ্দেশ্যে এখন কলেজ পাতে। থিয়ছফিকেল ছ'চাইটিযে আন্তৰ্জাতিক ভ্ৰাতৃত্বৰ ভাৱ জগাই তুলিবলৈ চেষ্টা কৰে। পশ্চিমৰ শ্ৰেষ্ঠত্বৰ অভিমান তেওঁলোকে বোধ কৰে আৰু ভাৰতত নতুনকৈ সংস্কৃতিৰ কেন্দ্ৰ পাতে।

বৃটিছৰ তলত ভাৰতে বিজ্ঞানৰ উন্নতি কৰিবলৈ সুবিধা পোৱা নাছিল। কিন্তু তাৰ মাজতো ভাৰতীয়সকলে বিজ্ঞানৰ ক্ষেত্ৰত যি বৰঙণি দিছে, সি নগণ্য নহয। প্ৰফেছৰ ৰামচন্দ্ৰই (১৮২১-১৮৮০) য়ুৰোপৰ গণিতজ্ঞসকলৰ প্ৰশংসা লাভ কৰে। তেওঁৰ 'The Problem of Maxima and Minima' নামে কিতাপখন বিখ্যাত। ভাৰতৰ প্ৰথম এফ্ আৰ এছ, ৰামানুজমৰ (১৮৮৭ ১৯২০) প্ৰতিভা অসাধাৰণ। প্ৰফেছৰ হাৰ্ডিয়ে কয যে ৰামানুজমে এনে সমস্যাৰ কথা ভাবিছিল যিবিলাকৰ কথা য়ুৰোপৰ বিখ্যাত গণিতজ্ঞসকলে এশ বছৰেও পুৰাকৈ সমাধান কৰিব নোৱাৰিছিল। ১৯৩৫ চনত ছাৰ এছ. এম. চুলেইমানে ৰিলেটিভিটিৰ নতুন থিয়'ৰি দাঙি ধৰে আৰু প্ৰফেছাৰ আইনষ্টাইনৰ থিয়'ৰিৰ ত্ৰুটি ধৰা পেলায়। পিচৰ বছৰৰ সূৰ্য-গ্ৰহণে

চুলেইমানৰ ধাৰণা যে সঁচা সেইটো প্ৰমাণ কৰে। উদ্ভিদ বিজ্ঞানত ছাৰ জে চি বসু (১৮৫৮-১৯৩৯) এফ আৰ এছ, ডাঃ বীৰবল সাহনী এফ. আৰ এছ আৰু ডাঃ বি এন সিংহৰ নাম উল্লেখযোগ্য। ডাঃ বসুৱে মাৰকণিতকৈয়ো আগতে বেতাঁৰ যন্ত্ৰ আৱিষ্কাৰ কৰে বুলি কথা আছে। তেওঁ প্ৰতিষ্ঠা কৰে যে জন্তুৰ জীৱনৰ লগত গছৰ জীৱনৰ সাদৃশ্য আছে। তেওঁৰ গবেষণাগাৰলৈ পৃথিবীৰ আন ঠাইৰ পণ্ডিত-সকল আহিছিল। কেম্ব্ৰিজত ১৯৩০ চনত আৰু আমষ্টাৰ্দমত ১৯৩৫ চনত বহা আন্তৰ্জাতিক উদ্ভিদ বিজ্ঞানৰ কংগ্ৰেছৰ কোনো শাখাৰ ডাঃ সাহনী ভাইচ-প্ৰেছিডেণ্ট আছিল। এডিনবাৰ্গ বিশ্ববিদ্যালয়ৰ ডাঃ ক্ৰুৰ দৰে পণ্ডিতেও ডাঃ সিংহৰ প্ৰতিভা স্বীকাৰ কৰিছে। পদাৰ্থ বিজ্ঞানত ছাৰ চি. ভি ৰমন, এফ আৰ এছ আৰু ডাঃ মেঘনাদ সাহা, এফ. আৰ এছ সমগ্ৰ পৃথিবীৰে সম্পদ। ডাঃ ৰমনে ১৯৩১ চনত নবেল পুৰস্কাৰ লাভ কৰে। আধুনিক পৃথিবীৰ বিখ্যাত বৈজ্ঞানিক ছাৰ জেমচ্ জিনচে ডাঃ সাহাক জ্যোতিষ বিজ্ঞানত মূল্যবান তথ্য আবিষ্কাৰ কৰাৰ কাৰণে প্ৰশংসা কৰে।

ৰাসায়নিক পণ্ডিতৰ ভিতৰত ডাঃ ৰয়, ডাঃ পি এছ খানখোজী আৰু ছাৰ এছ এছ ভাটনাগৰ, এফ আৰ এছৰ নাম পৃথিবী বিখ্যাত। আন্তৰ্জাতিক কৃষি সন্মিলনত তেওঁ সন্মানেৰে যোগ দিয়ে। কৃষি ৰসায়নত খানখোজীৰ নাম বিখ্যাত। মেটিয়ৰলজীত বি এন বানাৰ্জীৰ নাম আছে। ১৯৩৭ চনত এজন ভাৰতীয় চিকিৎসকে ষ্টেলিনক চিকিৎসা কৰি ভাল কৰে। লেনিনগ্ৰাডত বনৌষধিৰ ইনষ্টিটিউট্ স্থাপন কৰা হৈছে। ডাঃ হোমি ভাবাৰ নাম পৃথিবীৰ বৈজ্ঞানিকসকলৰ ভিতৰত লেখত ল'বলগীয়া।

## ভাৰতৰ জাগৰণ

নতুনকৈ সৃষ্টি হোৱা ভাৰতৰ শিক্ষিত মজলীয়া শ্ৰেণীটোৰ কথা আমি আগতে আলোচনা কৰিছোঁ। তেওঁলোকে চৰকাৰৰ ওচৰত নিজৰ অভাৱ-অভিযোগ জনাবলৈ এটা অনুষ্ঠানৰ প্ৰয়োজন বোধ কৰিলে। সৰ্বভাৰতীয় কোনো অনুষ্ঠান নথকাত, তেওঁলোকৰ দাবীবিলাক যথানুৰূপে পেছ কৰা সম্ভৱ নহৈছিল।

মিঃ এ. অ', হিউম নামে এজন সদাশয় স্কটলেণ্ডীয় মানুহে কংগ্ৰেছ মহাসভা পতাৰ ধাৰণা দাঙি ধৰিলে। তেওঁ ভাৰতীয় চিভিল ছাৰ্ভিচত কাম কৰিছিল। ডেপুটি কমিছনাৰ কাম কৰা এই মানুহজনক বুজিবলৈ

তেওঁৰ একেষাৰ কথা উল্লেখ কৰিলেই যথেষ্ট হ'ব। তেওঁ কৈছিল ঃ "আৱকাৰী ৰাজহ পাপৰ ধন।" প্ৰথমতে হিউমৰ ধাৰণা আছিল যে কলিকতাৰ ইণ্ডিয়ান এছোচিয়েচন, বম্বেৰ প্ৰেছিডেন্সি এছোচিয়েচন আৰু মাদ্ৰাজৰ মহাজন সভা প্ৰমুখ্যে প্ৰাদেশিক অনুষ্ঠানবিলাকে ৰাজ-নৈতিক প্ৰশ্ন হাতত ল'ব আৰু নিখিল ভাৰতীয় সঙ্ঘটো সামাজিক কথালৈ থাকিব। তেওঁ ভাবিছিল, বছৰত এবাৰ যদি সমগ্ৰ ভাৰতৰ মুখিয়াল ৰাজনীতিজ্ঞসকল মিলি সামাজিক প্ৰশ্ন সম্পৰ্কে আলোচনা কৰে, তেন্তে যথেষ্ট উপকাৰ হ'ব। তেওঁ ভাবিছিল যে যি ঠাইত সভাখন বহিব সেই প্ৰদেশৰ গৱৰ্ণৰকে সভাপতি পাতিব লাগে। তেওঁ সেই সময়ৰ ভাইচৰয লৰ্ড ডাফ্‌ৰিণৰ লগত সেই বিষয়ে আলোচনা কৰে। গৱৰ্ণৰক সভাপতি পতা কথাষাৰ লৰ্ড ডাফ্‌ৰিণে ভাল নুবুলিলে। কিয়নো গৱৰ্ণৰৰ আগত সভ্যসকলে মন খুলি কথা নক'ব। ডাফ্‌ৰিণে এই পৰামৰ্শ গোপনে দিছিল। হিউমে বিলাতলৈ গৈ তাতো লৰ্ড ৰিপনৰ লগত এই বিষযে পৰামৰ্শ কৰিছিল।

১৮৮৫ চনৰ ডিচেম্বৰ মাহৰ ২৮ তাৰিখে খ্ৰীষ্টমাচৰ ভিতৰত বোম্বেৰ গোকুলদাস তেজপাল সংস্কৃত কলেজৰ ঘৰত কংগ্ৰেছৰ প্ৰথম অধিবেশন বহে আৰু তাত বঙ্গৰ উমেশচন্দ্ৰ বেনাৰ্জীযে সভাপতিত্ব কৰে। সৰুকৈ আৰম্ভ কৰা এই অনুষ্ঠানটোৱে সময়ত এটা জাতীয় অনুষ্ঠানৰ মৰ্যাদা লাভ কৰে। চৰকাৰৰ ওচৰত অভাৱ-অভিযোগৰ প্ৰতিকাৰৰ অৰ্থে আবেদন-নিবেদন কৰাৰ উদ্দেশ্যেৰেই প্ৰথম যি কংগ্ৰেছ সভা প্ৰতিষ্ঠা হয়, পিচলৈ সিয়েই গৈ পূৰ্ণ স্বাধীনতাৰ সঙ্কল্প লৈ বৃটিছ চৰকাৰৰ বিৰুদ্ধে সংগ্ৰাম চলায়। আৰম্ভণিতে কংগ্ৰেছে কেৱল ওপৰৰ মজলীয়া শ্ৰেণীৰহে প্ৰতিনিধিত্ব কৰিছিল। জনসাধাৰণৰ কথাই নাই, দুখীয়া মজলীয়া শ্ৰেণীৰো তাত ঠাই নাছিল। খেতিয়ক বনুৱাৰ অভাৱনীয় দাৰিদ্ৰ্যৰ কথা তেতিয়াৰ কংগ্ৰেছে নেভাবিছিল। বৃটিছ চৰকাৰৰ ওচৰত আনুগত্য স্বীকাৰ কৰা হৈছিল। অতি নম্ৰ ভাষাত সামান্য শাসন সংস্কাৰ বিচাৰিছিল। ইংৰাজী ভালকৈ নজনা মানুহ কংগ্ৰেছৰ প্ৰতিনিধি হ'ব নোৱাৰিছিল। কংগ্ৰেছৰ আলোচনা হৈছিল ইংৰাজী ভাষাত। বৰদিনৰ বন্ধত কোনো ডাঙৰ চহৰত য়ুৰোপীয় পোছাকেৰে সুসজ্জিত হৈ তেওঁলোক গোট খাইছিল। জমিদাৰ, ভাৰতীয় পুঁজিপতি আৰু চাকৰি বিচৰা নিবনুৱাৰ দাবীয়েই সেই দিনৰ কংগ্ৰেছৰ দাবী আছিল। চৰকাৰী চাকৰিত ইংৰাজ বিষয়াৰ ঠাইত ভাৰতীয় মানুহ ল'বলৈ তেওঁলোকে দাবী কৰিছিল। সামৰিক আৰু অসামৰিক

বিভাগত ইংৰাজ কৰ্মচাৰীসকলৰ গাত বহুতো খৰচ হৈছিল। কংগ্ৰেছে তাৰ প্ৰতিবাদ কৰিছিল। কিন্তু ইংৰাজ আমোলাতন্ত্ৰৰ ঠাইত ভাৰতীয় আমোলাতন্ত্ৰ হ'লেই যে ভাৰতৰ সমস্যাৰ সমাধান নহয় সেই সম্পৰ্কে তেতিয়াৰ কংগ্ৰেছে মন দিয়া নাছিল। ভাৰতৰ দুখৰ কাৰণ আছিল বৃটিছ শাসন-পদ্ধতি। যেতিয়ালৈকে সেই পদ্ধতি চলি থাকে, তেতিয়ালৈকে কৰ্মচাৰীসকল ইংৰাজেই হওক বা ভাৰতীয়ই হওক তাৰপৰা সমূহ দেশবাসীৰ একো লাভালাভ নহয়। চৰকাৰী চাকৰিয়ে কোনো দেশৰ অৰ্থনৈতিক সমস্যা সমাধান কৰিব নোৱাৰে।

বৃটিছৰ অনুগত হৈ ধীৰপন্থী হিচাপে কাম কৰিলেও সেই দিনৰ কংগ্ৰেছৰ উপযোগিতা কম আছিল বুলি ভাবিলে ভুল হ'ব। হয়তো সেই দিনৰ অবস্থা চাই কংগ্ৰেছে তাতকৈ একো বেছি কৰা সম্ভৱ নাছিল। এনে ভাবেও যিসকলে সেই দিনত দেশসেৱা কৰিছিল, তেওঁলোকৰ ওচৰত আমি কৃতজ্ঞ। পিচৰ যুগৰ ভাৰতৰ জাতীয় জীৱন তেওঁলোকৰ চেষ্টা আৰু ত্যাগৰ ওপৰত গঢ়ি উঠিছে। চৰকাৰৰ কাৰ্যৰ সামান্য সমালোচনাও সেই দিনত ডাঙৰ কথা আছিল। ইংৰাজ জাতিৰ ন্যায়-নিষ্ঠা আৰু শুভবুদ্ধিৰ ওপৰত তেতিয়াও ভাৰতীয়সকলে বিশ্বাস ৰাখিছিল। ইংলণ্ডৰ পাৰ্লামেণ্ট গণতন্ত্ৰৰ জন্মদাত্ৰী, বৃটিছ জাতি উদাৰ— এনেবিলাক বিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি ভাৰতীয়সকলে তেওঁলোকক দেশৰ ভবিষ্যত এৰি দিছিল।

ভাৰতীয় ৰাজনৈতিকসকলে ভাৰতৰ স্বাধীনতাৰ কথা, আইন অমান্য কৰাৰ কথা তেতিয়া ভাবিব নোৱাৰিছিল। কংগ্ৰেছ তেতিয়া বিদ্ৰোহী অনুষ্ঠান নাছিল। সেই দিনৰ ভাৰতীয় ৰাজনীতি এয়ে আছিল যে ভাৰতীয় ছাত্ৰই উচ্চ শিক্ষা লৈ—পাৰিলে বিদেশী বিশ্ববিদ্যালয়ত চৰকাৰৰ উচ্চ বিষয়-বাব ল'ব লাগে। স্থানীয় নিকায়, বিশ্ববিদ্যালয়, আৰু চৰকাৰী চাকৰি ভাৰতীয়ৰ হ'ব লাগে। শিক্ষাৰ কেন্দ্ৰ, বিধান-সভাবিলাক নিৰ্বাচিত হ'ব লাগে। টেক্সৰ পৰিমাণ নিয়মীয়া হ'ব লাগে, সামৰিক খৰচ কমাব লাগে, ন্যায়পালিকা আৰু কাৰ্যপালিকা ফালি বেলেগ কৰিব লাগে। গৱৰ্ণৰ, গৱৰ্ণৰজেনেৰেল আৰু ভাৰত-সচিবৰ কাউন্সিলত ভাৰতীয় মানুহ লব লাগে। বৃটিছ পাৰ্লামেণ্টত পোনপটীয়াকৈ প্ৰতি প্ৰদেশৰপৰা দুজনকৈ ভাৰতৰ প্ৰতিনিধি দিব লাগে। ভাৰতীয় চিভিল ছাৰ্ভিচ প্ৰৱৰ্তন কৰাৰ ৩৫ বছৰ পিচতো— ১৮৯৩ চনত সেই ছাৰ্ভিচত ২০ জন ভাৰতীয়হে আছিল—য়ুৰোপীয় আছিল এহেজাৰ। চিভিল ছাৰ্ভিচৰ কাৰণে ভাৰত আৰু বৃটেইন দুয়ো ঠাইতে একেলগে

পৰীক্ষা ল'ব লাগে, মাটিৰ খাজনা কমাব লাগে, দেশীয় শিল্পৰ উন্নতি কৰিব লাগে, চিভিল ছাৰ্ভিচৰপৰা গৱৰ্ণৰ নেপাতি ইংলণ্ডৰ ৰাজহুৱা জীৱনৰ মুখিয়াললোকক সেই বাব দিব লাগে ইত্যাদি। ১৮৯৩ চনত্তে পণ্ডিত মালব্যই ভাৰতৰ পুৰণি গাঁৱলীয়া শিল্প উদ্ধাৰ কৰিবলৈ এটা প্ৰস্তাৱ দিছিল।

এখোজ এখোজকৈ আগবাঢ়ি ঔপনিবেশিক স্বায়ত্ত-শাসন, সাম্ৰাজ্যৰ ভিতৰত হ'ম ৰুল আৰু শেষত পূৰ্ণ স্বাধীনতা আহৰণ কৰাই কংগ্ৰেছৰ লক্ষ্য আছিল। কংগ্ৰেছৰ প্ৰভাবো স্তৰে স্তৰে বাঢ়ি গৈছে। ধনী শ্ৰেণীৰপৰা মজলীয়া শ্ৰেণী, মজলীয়া শ্ৰেণীৰপৰা ই সৰ্বসাধাৰণ ৰাইজৰ অনুষ্ঠান হৈ পৰিছে। ১৮৮৫ চনৰপৰা ১৯০৫ চনলৈকে, ১৯০৫ চনৰ পৰা ১৯২১ চনলৈকে আৰু ১৯২১ চনৰপৰা ১৯৪৭ চনলৈকে এই তিনিটা ভাগত কংগ্ৰেছৰ ইতিহাস বিভক্ত কৰিব পাৰি। ১৮৮৫ চনৰ পৰা ১৯০৫ চনলৈকে বৃটিছৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখি কংগ্ৰেছে নিয়মতান্ত্ৰিক আন্দোলন চলায়। সুৰেন্দ্ৰ নাথ বানাৰ্জী, বদৰুদ্দিন তয়বজী, ফিৰোজশ্বাহ মেহতা, দাদাভাই নওৰজি, হিউম, আনন্দ চাৰ্লু, ছাৰ ওদেন বাৰ্গ, আলফ্ৰেদ ওৱেব সেই যুগৰ কংগ্ৰেছৰ নেতা আছিল। ভাৰতৰ প্ৰপিতামহ দাদাভাই নওৰজিয়ে প্ৰথম 'স্বৰাজ' শব্দটো ব্যৱহাৰ কৰে।

প্ৰথম ২৫ বছৰমান চৰকাৰে কংগ্ৰেছক এতিয়াৰ দৰে শত্ৰু বুলি নেভাবিছিল। কংগ্ৰেছৰ মুখিয়াল লোকসকলৰ ভিতৰৰপৰা হাইকোৰ্টৰ জজ্, বৰলাটৰ কাউন্সিলৰ মেম্বৰ পতা হৈছিল। ছাৰ আদি ৰাজকীয় উপাধিৰেও তেওঁলোকক ভূষিত কৰা হৈছিল। ছাৰ চি পি ৰামস্বামী আয়াৰে ডাঃ বেছান্তৰ অন্তৰীণৰ সময়ত নিকপত্ৰৰ প্ৰতিৰোধৰ প্ৰতি-শ্ৰুতি-পত্ৰত চহী দিছিল। এওঁ কংগ্ৰেছৰ মানুহ আছিল। এওঁকো মাদ্ৰাজৰ কাউন্সিলৰ মেম্বৰ পতা হয়। এ. চৌধুৰীয়ে বঙ্গ বিচ্ছেদ আন্দোলনত যোগ দিছিল। তেওঁ তেতিয়াই হাইকোৰ্টৰ জজ হ'ল। ছৈয়দ হাচান ইমাম্ ১৯১২ চনত পাটনালৈ কংগ্ৰেছ সভাৰ পিচতে হাইকোৰ্টৰ জজ্ হয়।

ভাৰতৰ জাতীয় চেতনা যি পৰিমাণে বাঢ়ি আহিল সেই পৰিমাণে বৃটিছ গৱৰ্ণমেণ্ট কংগ্ৰেছ আন্দোলনৰ প্ৰতি বিৰূপ হৈ উঠিল। চৰকাৰৰ নীতি হ'ল যে কোনো বিষয়ে ৰাজহুৱা আন্দোলন কৰিলে, যেতিয়া-লৈকে সেই আন্দোলন সম্পূৰ্ণৰূপে ধ্বংস নহয়, তেতিয়ালৈকে ৰাজহুৱা দাবীৰ অলপো মানি ল'ব নেলাগে। জাতীয় আত্মচেতনাৰ উন্মেষ

ফলস্বৰূপে 'আৰ্ম এক্ট' পাছ হ'ল। হিউমক কংগ্ৰেছ অনুষ্ঠান পতা সম্পৰ্কে পৰামৰ্শ দিছিল যদিও লৰ্ড ডাফ্ৰিণ্ কংগ্ৰেছৰ প্ৰকাশ্য শত্ৰু হৈ উঠিল। যি সময়ত যিটো দল উগ্ৰ বা চোকা বুলি গণ্য হয়, সেইটো দলক দমন কৰি, নৰম বা ধীৰপন্থীসকলক হাত কৰিবলৈ প্ৰতিক্ৰিয়া-শীল আৰু জো-হুকুম দলে নিজৰ স্বাভাৱিক দৌৰ্বল্য আৰু স্বাৰ্থৰ কাৰণে চৰকাৰৰ পক্ষ লৈ থাকে। সৰ্বসাধাৰণ ৰাইজ নীৰৱ নিস্তব্ধ, গভীৰ টোপনিত নিমগ্ন। কংগ্ৰেছৰ জৰিয়তে যিসকলে আন্দোলন কৰিছিল, তেওঁলোকৰ কাকো কাকো উপাধি বা চাকৰি দি গৱৰ্ণমেণ্টে হাত কৰিছিল, কিন্তু অনুষ্ঠান হিচাপে যাতে কংগ্ৰেছৰ প্ৰতিপত্তি নেবাঢ়ে, তালৈ সদায় চৰকাৰে চোকা দৃষ্টি ৰাখিছিল। প্ৰায় আৰম্ভণিৰেপৰা কংগ্ৰেছে চৰকাৰৰপৰা বাধা পাইছিল। নানা অসুবিধাৰ মাজেদিহে কংগ্ৰেছৰ ৪ৰ্থ অধিৱেশন এলাহাবাদত বহিছিল। কংগ্ৰেছ মণ্ডপৰ কাৰণে মাটিকে পোৱা টান হৈছিল। জিলা মেজিষ্ট্ৰেটৰ আদেশ অমান্য কৰি ১৮৮৭ চনত মাদ্ৰাজ কংগ্ৰেছত যোগ দিয়াৰ কাৰণে এজন লোকৰপৰা ২০,০০০ হাজাৰ টকাৰ জামিন বিচৰা হৈছিল। ১৮৯০ চনত বঙ্গ চৰকাৰে আদেশ জাৰি কৰিলে যে কোনো চৰকাৰী চাকৰিয়ালে দৰ্শক হিচাপেও কংগ্ৰেছ সভাত যোগ দিয়া উচিত নহয়। মুছলমান-সকল কংগ্ৰেছৰ বিৰোধী বুলি সেই দিনতেই চৰকাৰে এটা ধ্বনি তুলিছিল। সাম্প্ৰদায়িক ভেদ-নীতিৰ গুটি সিঁচিবলৈ চৰকাৰে তেতিয়াই ব্যৱস্থা কৰে। ১৮৮৮ চনত ৰজা শ্বেখ হুচেইন্ খানে কংগ্ৰেছক সমৰ্থন কৰি ফটোৱা দিয়ে। তেওঁ ঘোষণা কৰে: "মুছলমানসকল কংগ্ৰেছৰ বিৰোধী নহয়, চৰকাৰহে বিৰোধী।" প্ৰথমছোৱাত কংগ্ৰেছত মুছলমানৰ সংখ্যা কম আছিল সঁচা, কিন্তু তাৰপৰা বুজিব নেলাগে যে মুছলমানসকলৰ তাত যোগ নাছিল। সেই দিনৰ কংগ্ৰেছ উচ্চ ইংৰাজী শিক্ষিত লোকৰ—বিশেষকৈ বেৰিষ্টাৰ আদিৰ সভা আছিল। হিন্দু-মুছলমান কোনো সম্প্ৰদায়ৰে ৰাইজে কংগ্ৰেছৰ ভু নেপাইছিল। বহুতে নামকে শুনা নাছিল। মুছলমানসকলে প্ৰথমছোৱাত বেছি পৰিমাণে ইংৰাজী শিক্ষাত মন দিয়া নাছিল। তেওঁলোকৰ ৰেজিষ্টাৰ উকীল সংখ্যাও কম আছিল। সেই কাৰণেহে কংগ্ৰেছ সভাত তেওঁলোকৰ সংখ্যা বেছি নাছিল। কংগ্ৰেছৰ প্ৰতি বিৰোধিতা কৰি নহয়, ইংৰাজী শিক্ষাত আনৰ লগত খোজ মিলাই ৰখাৰ উদ্দেশ্যেৰে বিখ্যাত মুছলমান নেতা ছাৰ ছৈয়দ আহমদ খানে মুছলমানসকলক শিক্ষাত একান্তপতীয়াকৈ লাগিবলৈ পৰামৰ্শ দিছিল। সেই দিনৰ কংগ্ৰেছ

নেতা আদি সকলোৱে ভাব আছিল যে ইংৰাজী শিক্ষা আদি নেথাকিলে ৰাজনীতি বুজা টান। তেনে ভাবৰপৰাহে ছাব চৈয়দে ৰাজনীতি পিচ পেলাই শিক্ষাত জোৰ দিছিল। ১৯০৫ চনৰপৰা ১৯২১ চনলৈকে কংগ্ৰেছৰ ইতিহাস চালে দেখা যায় যে ভাৰতে আত্মপ্ৰতিষ্ঠাৰ কাৰণে ৰাট বিচাৰি হাবাথুৰি খাইছিল। জাতিৰ প্ৰাণত এটা আশা-আকাঙ্ক্ষা জন্মিছিল। ৰাজনৈতিক চেতনা জন্মাৰ লগে লগে ৰাজনৈতিক দলো সৃষ্টি হ'ল। কংগ্ৰেছৰ ভিতৰত ধীৰ আৰু উগ্ৰপন্থীসকলৰ টনা-আজোৰা হৈছিল। ১৯১৪ চনত মাদ্ৰাজৰ গৱৰ্ণৰ যেতিয়া কংগ্ৰেছ মণ্ডপলৈ গ'ল, গোটেইখন সভা থিয় হৈ তেওঁক সম্বৰ্দ্ধনা জনাইছিল। সেই সময়ত মিঃ পেট্ৰোৱে ভাৰতীয় এক্স্‌পিডিশ্যনেৰী ফৰ্চ বাহিৰলৈ পঠিওৱা সম্পৰ্কে বক্তৃতা দিছিল। তেওঁৰ বক্তৃতা বন্ধ কৰি ইংলণ্ডৰ ৰজাৰ ওচৰত আনুগত্যৰ প্ৰস্তাৱ দাঙি ধৰিবলৈ সভাই সুৰেন্দ্ৰ বানাৰ্জীক অনুৰোধ কৰে। ১৯১৬ চনত লক্ষ্ণৌ কংগ্ৰেছ দৰ্শন কৰিবলৈ ছাৰ জেমচ্‌ মেষ্টন যাওঁতেও কংগ্ৰেছ সভাই তেওঁক সম্বৰ্দ্ধনা জনায়। আনুগত্যৰ এনে আতিশয্য কংগ্ৰেছে দেখুৱাইছিল যদিও, দেশৰ ডেকাসকলৰ মন যে তীব্ৰ হৈ উঠিছিল বঙ্গ বিচ্ছেদৰ আন্দোলনেই তাৰ প্ৰকৃষ্ট প্ৰমাণ। ধীৰপন্থীসকলে কংগ্ৰেছ দখল কৰি আছিল যদিও উগ্ৰপন্থীসকল দেশত প্ৰিয় আৰু শক্তিশালী হৈ উঠিছিল। গোপালকৃষ্ণ গোখ্‌লে আৰু লোকমান্য বালগঙ্গাধৰ তিলক এই যুগৰ কংগ্ৰেছৰ বিখ্যাত নেতা। শেষৰ পিনে মিছেচ বেছান্তৰো প্ৰতিপত্তি বাঢে।

কুৰি শতিকাৰ আৰম্ভণিত লৰ্ড কাৰ্জনৰ দাম্ভিক আৰু অবিচাৰপূৰ্ণ কামে ৰাজভক্ত ভাৰতৰ মোহ ভাঙিলে আৰু জাতিক নতুন তেজ দিলে। লৰ্ড কাৰ্জনে কলিকতা কৰ্পোৰেচনৰ ক্ষমতা হ্ৰাস কৰিলে, বিশ্ববিদ্যালয় চৰকাৰী কৰ্তৃত্বলৈ আনি শিক্ষা ব্যয়সাধ্য কৰি তুলিলে আৰু ভাৰতীয় মানুহৰ সত্যৰ প্ৰতি শ্ৰদ্ধা নাই বুলি মত প্ৰকাশ কৰি ভাৰতৰ আত্মসম্মানত আঘাত কৰিলে। তেওঁ ক'লে যে ভাৰতীয়সকল পাৰিপাৰ্শ্বিক অৱস্থা, বংশ আদি সকলো প্ৰকাৰে বৃটিছ শাসনৰ তলত উচ্চ বিষয় পাবলৈ অযোগ্য। তেওঁ বহুওৱা পুলিচ কমিশ্যনে ভাৰতীয়-সকলক স্পেচিয়েল্‌ পুলিচ ছাৰ্ভিচৰপৰা বাদ দিছিল। ব্যৱসায়ীসকলৰ এখন সভাত বক্তৃতা দি তেওঁ নঙঠা ভাষাত কৈছিল, "শাসন আৰু শোষণ একেলগে যায়।" কাৰ্জনৰ এনেবিলাক কাৰ্যই জাতীয় আন্দোলনক তেজ দিছিল। তাতে ঘিঁউ ঢালি দিলে বঙ্গ বিচ্ছেদে। কাৰ্জনৰ বঙ্গ বিচ্ছেদৰ থাই উদ্দেশ্য আছিল সাম্প্ৰদায়িক চেতনা জগাই তোলা।

অসম আৰু পূব বঙ্গলৈ তেওঁ সেই কাৰণে মুছলমান সংখ্যাগৰিষ্ঠ প্ৰদেশ সৃষ্টি কৰে। ১৯০৫ চনৰ ১৬ অক্টোবৰত বঙ্গৰ মানুহৰ ইচ্ছাৰ বিৰুদ্ধে বঙ্গ ভাষা-ভাষী মানুহখিনি দুখন প্ৰদেশত বিভক্ত কৰা হ'ল। জাতীয় আন্দোলন ঘনীভূত হ'ল। বঙ্গ বিচ্ছেদৰ বিৰুদ্ধে শোভাযাত্ৰা, সভা আদি সংগঠন হ'ল। হৰতাল হ'বলৈ ধৰিলে। গৱৰ্ণমেণ্টে ইয়াৰ বিৰুদ্ধে কঠোৰ দমন নীতি আৰম্ভ কৰিলে। সভা আদিৰ বিৰুদ্ধে নিষেধাজ্ঞা জাৰি হ'ল। ছাত্ৰসকলক ৰাজনীতিত যোগ দিবলৈ নিষেধ কৰা হ'ল। পূব বঙ্গৰ লেফটেনাণ্ট গৱৰ্ণৰ ছাৰফুলাৰে ভয় দেখুৱাই ক'লে, "ৰক্তপাতৰ প্ৰয়োজন হ'ব পাৰে।" তাৰ পিচতেই পূব বঙ্গলৈ গোৰ্খা সেনা আহিল। আন্দোলনকাৰীৰ পক্ষে অলপো হিংসাৰ কাৰ্য তেতিয়াও ক'তো হোৱা নাছিল। চৰকাৰে তেওঁলোকৰ অবিবেচনাৰে দেশবাসীক ক্ষুব্ধ কৰি তুলিছিল। যিমানেই চৰকাৰে অত্যাচাৰ চলালে, সিমানেই আন্দোলনৰ জুইকুৰা জ্বলি উঠিল। বঙ্গত বঙ্গ বিচ্ছেদৰ বিৰুদ্ধে যি আন্দোলন আৰম্ভ হ'ল, সমগ্ৰ ভাৰতে তাক সমৰ্থন কৰিলে। প্ৰতিখন প্ৰদেশৰে নিজৰ কিছুমান বহুদিনীয়া অভিযোগ আছিল। এতিয়া বঙ্গ বিচ্ছেদৰ আন্দোলন সমৰ্থন কৰাৰ লগে লগে নিজৰ নিজৰ অভিযোগবিলাকো প্ৰত্যেক ঠায়ে ঠায়ে দাঙি ধৰিলে। পঞ্জাবত 'কেনেল কলনাইজেচন বিলে' আন্দোলন সৃষ্টি কৰে। পিচত ইয়াৰে ফলত লালা লাজপৎ ৰায় আৰু চৰ্দাৰ অজিত সিং নিৰ্বাসিত হয়। ১৯০৬ চনৰ কলিকতা কংগ্ৰেছ বহিল দাদাভাই নাওৰজিৰ সভাপতিত্বত। তেওঁ 'স্বৰাজ' শব্দটো প্ৰথম ব্যৱহাৰ কৰে। ই জাতীয় উৎসাহ বৃদ্ধি কৰিলে।

ৰাজনীতিত ছাত্ৰসকলক যোগ দিবলৈ নিষেধ কৰাত বঙ্গত স্কুল-কলেজ বৰ্জন কৰা হ'ল। অকল পূব বঙ্গতে ২৪ খন জাতীয় হাইস্কুল প্ৰতিষ্ঠা হয। ভূতপূৰ্ব জাষ্টিচ ছাৰ গুৰুদাস বানাৰ্জীৰ নেতৃত্বত বঙ্গ জাতীয় বিদ্যা পৰিষদ সংগঠিত হ'ল। কলিকতা কংগ্ৰেছৰ প্ৰস্তাৱ অনুযায়ী জাতীয় নিয়ন্ত্ৰণত, জাতীয় ধাৰাত শিক্ষা দিবলৈ স্থিৰ কৰা হয। ১৯০৩-১৯০৪ চনৰপৰা বাবু বিপিন চন্দ্ৰ পালে তেওঁৰ 'নিউ ইণ্ডিয়া' কাগজৰ জৰিয়তে জাতীয় নব জাগৰণত যথেষ্ট সহায়তা কৰে। বঙ্গ বিচ্ছেদ আন্দোলনৰ কাৰ্য তালিকাত ঠাই পালে তিনিটা কথাই— (১) জাতীয় শিক্ষা, (২) স্বদেশী আৰু (৩) বিদেশী বৰ্জন। বঙ্গ, মহাৰাষ্ট্ৰ, মধ্যপ্ৰদেশ, পঞ্জাব আৰু অন্ধ্ৰৰ ঠায়ে ঠায়ে জাতীয় বিদ্যালয় প্ৰতিষ্ঠা হ'ল। স্বদেশী আন্দোলনে বঙ্গত তীব্ৰৰূপ লয়। আন প্ৰদেশতো

ইয়াৰ যৌ লাগে। হেণ্ডলুম শিল্প পুনৰ প্ৰবৰ্তিত হ'ল। বিদেশী কাপোৰ বৰ্জন কৰা হ'ল। চৰকাৰে অমানুষিক নিৰ্য্যাতন চলালেও আন্দোলনৰ তেজ দিনে দিনে বাঢ়িবলৈ ধৰিলে। কৃষ্ণ কুমাৰ মিত্ৰ, পুলিন বিহাৰী দাস, শ্যামসুন্দৰ চক্ৰবৰ্ত্তী, অশ্বিনী কুমাৰ দত্ত, মনোৰঞ্জন গুহ তালুকদাৰ, সুবোধ চন্দ্ৰ মল্লিক, শচীন্দ্ৰ প্ৰসাদ বসু, সতীন চন্দ্ৰ চাটাৰ্জী, ভূপেশ চন্দ্ৰ নাগক নিৰ্বাসিত কৰা হ'ল। এওঁলোকে বঙ্গৰ ডেকা-সকলৰ মাজত সংগঠন কৰিছিল। শাৰীৰিক শক্তি আৰু সাহ সেই সময়ৰ আদৰ্শ আছিল। ১৯০৮ চনত আন্দোলন আৰু দমন নীতি চূড়ান্ত অৱস্থা পালেগৈ। নতুন উৎসাহ-উদ্দীপনাৰ প্ৰতীক স্বৰূপ 'যুগান্তৰ', 'সান্ধ্য' আৰু 'বন্দে মাতৰম্' কাগজ চৰকাৰে বন্ধ কৰি দিলে। 'সান্ধ্য'ৰ সম্পাদক ব্ৰহ্মবান্ধৱ উপাধ্যায় হাস্পতালত ঢুকায়।

১৯০৮ চনৰ ৩০ এপ্ৰিলত মজফ্ফৰপুৰত দুটা বোমা পৰে। তাৰ জিলা জজ্ মিঃ কিংছফৰ্ডক বধ কৰাই বোমা পেলোৱাৰ উদ্দেশ্য আছিল। বোমা তেওঁৰ গাত নপৰিল, দুগৰাকী ভদ্ৰ মহিলাহে মৰা পৰিল। এই ঘটনাৰ সংস্পৰ্শত খুদিৰাম নামে এজন ডেকা ল'ৰাৰ ফাঁচি হয়। খুদিৰামৰ ফটো দেশময় প্ৰচাৰ হ'ল, খুদিৰামে কেনেকৈ হাঁহি হাঁহি ফাঁচি ল'লে তাৰ গান মানুহৰ মুখে মুখে হ'ল। 'যুগান্তৰ' কাগজে প্ৰকাশ্যভাৱে 'আতঙ্কবাদ' প্ৰচাৰ কৰিলে। দেশৰ অপমান নিবাৰণ কৰিবলৈ আৰু জাতিৰ ন্যায্য দাবী পূৰণৰ কাৰণে পৃথিবীৰ সুসভ্য জাতিবিলাকে যি পন্থা অৱলম্বন কৰি আহিছে বুলি ইতিহাসে সাক্ষ্য দিছে, ভাৰতেও তাকে অনুসৰণ কৰাৰ অধিকাৰ আছে বুলি তেওঁলোকে দাবী কৰিলে। স্বামী বিবেকানন্দৰ ভায়েক ভূপেন্দ্ৰ নাথ দত্ত 'যুগান্তৰ'ৰ সম্পাদক আছিল। ভূপেন্দ্ৰ নাথ দত্তক দীঘলীয়া দিনলৈ ফাটেক দিয়াৰ খবৰ শুনি মাকে পুতেকৰ দেশসেৱাত আনন্দ প্ৰকাশ কৰিলে। ৫০০ বঙালী তিৰোতাই দত্তৰ মাকক বীৰ পুতেকৰ মাক বুলি অভিনন্দন জনায়। আদালতত দত্তই কয় যে কাগজৰ সম্পাদন কাৰ্যৰ ভাৰ ল'বলৈ দেশত ৩০ কোটি মানুহ আছে।

এনে বিশ্বাসৰ বলতেই আন্দোলন শক্তিশালী হয়। গৱৰ্ণমেণ্টৰ দমন-নীতিলৈ মানুহে ভয় নকৰিছিল। বঙ্গ আন্দোলনৰ মুখ্য নেতা হৈছে অৰবিন্দ ঘোষ আৰু বিপিনচন্দ্ৰ পাল। অৰবিন্দ ৰাজদ্ৰোহৰ অভিযোগত কেবাবাৰো অভিযুক্ত হয়। অৱশেষত তেওঁ বৃটিছ-ভাৰত এৰি যায়। পণ্ডিচেৰীৰ আশ্ৰমত তেতিয়াৰপৰা তেওঁ যোগাভ্যাস কৰি জীৱনৰ বাকী ছোৱা অতিবাহিত কৰে। পিচলৈ পাল ৰাজনীতিত

নৰম পন্থী হৈ পৰে। অসহযোগ আন্দোলনত তেওঁ যোগ দিয়া নাছিল। এযুগৰ উগ্ৰপন্থী, পিচৰ যুগৰ লগত খোজ দিব নোৱাৰি চৰকাৰৰ উপাধিধাৰী আৰু সমৰ্থক হোৱাৰ বহুতো দৃষ্টান্ত আছে। মহাৰাষ্ট্ৰত বাল গঙ্গাধৰ তিলক ১৯০৮ চনৰ ১৩ জুলাইত গ্ৰেপ্তাৰ হয়। সেই তাৰিখেই অন্ধ্ৰত কেইজনমানক গ্ৰেপ্তাৰ কৰা হয়। পাঁচ দিনৰ বিচাৰৰ পিচত তিলকৰ ছবছৰ ফাটেক হয়। ১৮৯৭ চনত তেওঁৰ ওপৰত হোৱা দণ্ডাদেশৰপৰা যি ছমাহ ৰেহাই দিয়া হৈছিল, এতিয়া সেই ছমাহো ছবছৰৰ লগত যোগ দিয়া হ'ল। শিৱাজীৰ কাল্পনিক বাণী সম্পৰ্কে এটা কবিতা প্ৰকাশ কৰাত তেতিয়া তেওঁৰ ১৮ মাহ ফাটেক হৈছিল। ৰাজদ্ৰোহৰ অভিযোগত সচৰাচৰ ৫ বছৰ ফাটেক হৈছিল। অলপ পিচৰপৰা প্ৰকাশ্য ৰাজদ্ৰোহ নোহোৱা হ'বলৈ ধৰিলে। প্ৰকৃততে ৰাজদ্ৰোহমূলক আন্দোলন বন্ধ হোৱা নাছিল কৌশলৰে গোপনীয়-ভাৱে আন্দোলন চলোৱা হৈছিল। বোমা আৰু বিভলভাৰে ৰাজদ্ৰোহ-মূলক বক্তৃতাৰ ঠাই ল'লে। তেতিয়াৰপৰা ভাৰতত টেৰৰিজিম বা সন্ত্ৰাসবাদৰ সূচনা হয়। এনাৰ্কিষ্ট নামে এটা দলে ভাৰতৰ স্বাধীনতাৰ কাৰণে বিক্ষিপ্তভাৱে এই আন্দোলন বহুত বছৰ চলায়। মহাত্মা গান্ধীয়ে অহিংসা গণ-আন্দোলন চলোৱাত, জাতিৰ উৎসাহৰপৰা এনাৰ্কিষ্টসকল বঞ্চিত হয়। অহিংস নীতিৰ কথা বাদ দিলেও ইংৰাজ চাকৰিয়াল কিছুমানক বধ কৰিব পাৰিলে যে বৃটিছ চৰকাৰে ভয় কৰি ভাৰতক স্বাধীনতা দিব সেই কথা বহুতে বিশ্বাস নকৰে। এখন দেশৰ স্বাধীনতা লাভৰ কাৰণে সন্ত্ৰাসবাদ কাৰ্যকৰী নহয়। ভাৰতৰ অৱস্থাত ই কিমানদূৰ কাৰ্যকৰী সেই বিষয়েও সন্দেহ আছে। ভাৰতৰ শুই থকা জনসাধাৰণক জগাবলৈ ই যথেষ্ট নাছিল। সি যি নহওক, এনাৰ্কিষ্টসকলে অপৰিসীম ত্যাগ, কঠোৰ কষ্ট সহিষ্ণুতা আৰু প্ৰশংসনীয় কাৰ্যকুশলতাৰ পৰিচয় দিয়ে। দেশৰ সৰ্বোচ্চ স্বাৰ্থৰ কাৰণে নিজক তেওঁলোকে যেনেকৈ আহুতি দিছিল সেই কথা ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসত জিলিকি থাকিব। চৰকাৰে এনাৰ্কিষ্টসকলক ধৰা পেলাবলৈ গোটেই দেশতে বেপৰোৱা দমন-নীতি চলাইছিল। এনাৰ্কিষ্ট বুলি পুলিচে বঙ্গৰ নিৰ্দোষী ডেকা ল'ৰা বহুতকে আটক কৰে। এনাৰ্কিষ্ট বুলিয়েই তেওঁৰ ওপৰত অমানুষিক আৰু বৰ্বৰোচিত অত্যাচাৰ চলিছিল। কিন্তু চৰকাৰৰ কোনো অত্যাচাৰেই তেওঁলোকক কৰ্তব্য-চ্যুত কৰিব পৰা নাছিল। অম্লান বদনে তেওঁলোকে সকলো নিৰ্যাতন সহিছিল।

চৰকাৰে আন্দোলন দমনৰ নতুন অস্ত্ৰ উলিয়ালে। ১৯০৮ চনত তেওঁলোকে 'চেদিচাচ্ মিটিংছ এক্ট' আৰু 'প্ৰেছ এক্ট' পাছ কৰে। দুবছৰ পিচত 'ক্ৰিমিনেল ল এমেণ্ড্মেণ্ট এক্ট' পাছ কৰে। ১৯০৭ চনত লণ্ডনৰ এখন ৰাজহুৱা সভাত ছাৰ কাৰ্জন উইলীক মদনলাল টিঙৰা নামে এজন ভাৰতীয় ডেকা ল'ৰাই হত্যা কৰে। নাচিকৰ কলেক্টৰ জেকচনকো বধ কৰা হয়। এনেকৈ বঙ্গকে কেন্দ্ৰ কৰি হিংসামূলক আন্দোলন ভাৰতৰ আন প্ৰদেশলৈযো বিয়পে। টিঙৰাৰ ফাঁচি হয।

১৯০৯ চনত পণ্ডিত মালব্যৰ সভাপতিত্বত লাহোৰত বহা কংগ্ৰেছ সভাই উক্ত ঘটনাবিলাকত দুখ প্ৰকাশ কৰে। গোখ্লে সেই সময়ৰ কংগ্ৰেছৰ প্ৰধান নেতা। তেওঁ চৰকাৰক সতৰ্ক কৰি দিলে যে জাতিৰ নিম্নতম্ দাবীও নমনাৰ কাৰণে আৰু কাৰ্জনৰ শাসন-নীতিৰ ফলত দেশৰ ডেকা ল'ৰাখিনি সংযত কৰি ৰখা ক্ৰমে টান হৈ পৰিছে। তেওঁ কৈছিল যে যিমানেই পলম কৰিছে, সিমানেই শাসন-সংস্কাৰৰ মূল্য কমি গৈছে। তেতিয়া ভাৰতৰ সচিব লৰ্ড মৰ্লিয়ে কাৰ্জনৰ নীতিয়ে যে কি সৰ্বনাশ কৰিলে, সেইটো বুজি পালে। ১৯১১ চনৰ ১২ ডিচেম্বৰত দিল্লী দৰবাৰত সম্ৰাটে এনে এটা ঘোষণা কৰিলে যাৰ ফলত বঙ্গবিচ্ছেদ ৰদ হ'ল। বৃটিছ চৰকাৰে যে আন্দোলনৰ হেঁচাত বঙ্গবিচ্ছেদ ৰদ কৰিব লগা হ'ল, তাত অলপো সন্দেহ নাই। কিন্তু দেখুৱাই ৰাজহুৱা মতৰ ওচৰত সেও হ'বলৈ আমোলাতন্ত্ৰৰ সাহ নাই। কাজেই প্ৰদেশবিলাক আকৌ নতুনকৈ ভাগ কৰাৰ চেলু লৈ বঙ্গ-বিচ্ছেদ ৰদ কৰা হয়। সম্ৰাটে ঘোষণা কৰিলে যে ভাৰতৰ ৰাজধানী কলিকতাৰপৰা দিল্লীলৈ উঠি যাব। বঙ্গ প্ৰেছিডেন্সীখনত গবৰ্ণৰ পদৰ সৃষ্টি হ'ব, বিহাৰ, ছোটনাগপুৰ আৰু উৰিষ্যা লৈ লেফ্টেনাণ্ট্ গৱৰ্ণৰৰ তলত এখন প্ৰদেশ হ'ব আৰু অসম এজন চীফ কমিছনাৰৰ তলত থাকিব। আনন্দ উৎসৱৰ মাজত ১৯১১ চনত কলিকতাত কংগ্ৰেছ সভা বহিল। সুৰেন্দ্ৰ বানাৰ্জীয়ে বঙ্গক এই আন্দোলনত আন প্ৰদেশে যি সহায় কৰিলে তাৰ বাবে শলাগ জনালে।

বঙ্গবিচ্ছেদ আন্দোলনত সফলতা লাভ কৰিলেও দেশ সন্তুষ্ট হ'ব পৰা নাছিল। ১৯০৮ চনৰ 'প্ৰেছ এক্ট' আৰু 'ছেদিচাচ্ মিটিংছ এক্ট', ১৯১০ চনৰ 'ক্ৰিমিনেল এমেণ্ড্মেণ্ট্ এক্ট' আৰু তদুপৰি ১৮১৮ চনৰ ৩ নম্বৰ ৰেগুলেচনৰ কথা মানুহে পাহৰিব পৰা নাছিল। এনে আইনে ৰাজহুৱা স্বাধীনতাৰ গুৰিতে কুঠাৰাঘাত কৰিছিল। ই পুলিচৰ হাতত অসীম ক্ষমতা দিছিল। তিলককে প্ৰমুখ্য কৰি ৰাজনৈতিক

বন্দীসকল তেতিয়াও জেলত আছিল। ভাৰতত তৈয়াৰ হোৱা কাপোৰৰ ওপৰত আবকাৰী-কৰ চলিয়েই আছিল। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ দুৰৱস্থাৰ কথাও ভাৰতৰ কাণত পৰিছিলহি। মহাত্মাজীয়ে তাত যি সত্যাগ্ৰহ আন্দোলন চলায়, গোখলে আদি ভাৰতীয় নেতাসকলে তালৈ আগ্ৰহেৰে চকু দিয়ে। ১৯১১ চনৰ এয়ে অৱস্থা। ১৯১২ চনত নতুন ৰাজধানী দিল্লীলৈ সোমাওঁতে শোভাযাত্ৰা হৈছিল। ভাইচৰয় লৰ্ড হাৰ্ডিঞ্জ যেতিয়া হাতীত উঠিছিল তেতিয়া তেওঁৰ ওপৰত এটা বোমা পেলোৱা হয়। কংগ্ৰেছে ১৯১২ চনৰ পাটনা অধিবেশনত এই ঘটনাত বিৰক্তি প্ৰকাশ কৰে। এই ঘটনাৰ পিচতে খবৰ কাগজবিলাক কঠোৰভাবে নিয়ন্ত্ৰণ কৰা হ'ল। তাৰ প্ৰতিক্ৰিয়া হিচাপে প্ৰেছ আইনবিলাক উঠাই ল'বলৈ তুমুল আন্দোলন হ'ল। কলিকতা উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশে প্ৰেছ আইনৰ এটা মোকৰ্দমাৰ ৰায়ত কয় যে সেই আইনৰ কোনো ধাৰা বিশেষ মানুহৰ বুদ্ধিয়ে যিমান বহলাব পাৰে সিমান বহল। মিছেচ বেছান্তৰ 'নিউ ইণ্ডিয়া' কাগজৰ ১৯১৭ চনত ২০,০০০ টকা বাজেযাপ্ত কৰা হয় প্ৰেছ এক্ট মতে।

১৯১৪ চনৰ জুলাইত মহাযুদ্ধ লাগিল। ভাৰতবৰ্ষ সাধাৰণ চিপাহীৰ হাতত এৰি থৈ সকলো সেনাবাহিনী যুদ্ধলৈ পঠিওৱা হ'ল। ইংলণ্ডে ভাৰতত সেনা ৰাখে ভাৰতবৰ্ষ ৰক্ষা কৰিবলৈ। ইংলণ্ডেই যদি যায় ভাৰতবৰ্ষ ৰক্ষা কৰি কি হ'ব? সেই কাৰণে ভাৰত ৰক্ষালৈ নোচোবাকৈ সকলো সেনা উঠাই লৈ যোৱা হয়। জাপান ইংলণ্ডৰ মিত্ৰ থকাত ভাৰতবৰ্ষলৈ তেওঁলোকৰ ভয়ো নাছিল। ভাৰতে বিদ্ৰোহ কৰাৰ কথা তেওঁলোকে নেভাবিছিল। ভাৰতে ইংলণ্ডৰ বিপদৰ সুযোগ ল'বও খোজা নাছিল। নহ'লে সেই সময়ত বিদ্ৰোহ কৰাহেতেন ইংলণ্ড যথেষ্ট বিমোৰত পৰিলহেতেন। ফ্লেণ্ডাৰ্ছ আদিৰ যুদ্ধত ভাৰতীয় সেনাই অপূৰ্ব বীৰত্ব দেখুৱায়। ইংলণ্ডৰ সামৰিক নেতাসকলে ভাৰতীয় সেনাৰ ৰণ-নৈপুণ্য শলাগিবলৈ বাধ্য হয়। যুদ্ধৰ প্ৰথমছোৱাত, ভাৰতীয় সেনাই মিত্ৰপক্ষক এটা ডাঙৰ বিপৰ্যয়ৰপৰা ৰক্ষা কৰিলে।

১৯১৪ চনত কংগ্ৰেছে পুনৰ স্বায়ত্ত-শাসনৰ দাবী দাঙি ধৰিলে। কংগ্ৰেছৰ প্ৰস্তাৱত কোৱা হয় যে ইংলণ্ডৰ বৰ্তমান সঙ্কটত ভাৰতে যি সুগভীৰ আনুগত্যৰ পৰিচয় দিছে, তালৈ চাই কংগ্ৰেছে চৰকাৰক অনুৰোধ কৰে যে সম্ৰাটৰ ভাৰতীয় আৰু আন দেশৰ প্ৰজাৰ মাজত পাৰ্থক্য উঠাই দিব লাগে, ১৯১১ চনৰ ২৫ আগষ্টৰ বিজ্ঞপ্তি মতে প্ৰাদেশিক স্বায়ত্ত-শাসন দিব লাগে আৰু ভাৰতক

সাম্ৰাজ্যৰ ভিতৰত সমান অংশীদাৰ বুলি ল'বলৈ যথোপযুক্ত ব্যৱস্থা ল'ব লাগে।

মিছেচ বেছান্তে পুৰস্কাৰ হিচাপে ভাৰতৰ দাবী দাঙি ধৰিব খোজা নাছিল, আধিকাৰৰ ভেটিত তেওঁ সেই দাবী কৰিছিল। মিছেচ বেছান্তে আগতে প্ৰধানকৈ দুখীয়াৰ সেবা কৰিছিল। তেওঁ থিয়ছ'ফিকেল ছচাই-টিৰ কামত ব্যস্ত আছিল। পুব আৰু পশ্চিমত তেওঁৰ লাখ লাখ শিষ্য আছিল। ১৯১৪ চনত তেওঁ কংগ্ৰেছত যোগ দিয়ে। তেওঁ 'হ'ম ৰুল' আন্দোলন আৰম্ভ কৰে। ১৯১৭ চনৰ ১৬ জুনত 'হ'ম ৰুল' আন্দোলনৰ নেতা মিছেচ বেছান্ত, মিঃ অৰুন্দেল আৰু মিঃ ওৱাদিয়াক অন্তৰীণ কৰা হয়।

১৯১৪ চনৰ জুনত তিলক খালাচ হয়। ১৯১৫ চনৰ ১৯ ফেব্ৰুৱাৰীত গোখ্‌লেৰ পৰলোক হ'ল। তিলক খালাচ হৈয়েই 'হ'ম ৰুল' আন্দোলন জোৰেৰে চলাবলৈ চেষ্টা কৰিলে। ১৯০৭ চনৰ চুৰাট অধিবেশনৰেপৰা কংগ্ৰেছৰ দুটা দল হৈ ফাটি গৈছিল। এফালে তিলক প্ৰমুখ্যে উগ্ৰপন্থীসকলৰ আৰু আনফালে গোখ্‌লে প্ৰমুখ্যে ধীৰপন্থী-সকলৰ যি মতানৈক্য চলিছিল চুৰাট কংগ্ৰেছত সিয়েই গণ্ডগোলত পৰিণত হয়। উগ্ৰপন্থীসকলে তিলকক সেই অধিবেশনৰ সভাপতি কৰিব খুজিছিল। ধীৰপন্থীসকল তাৰ বিৰোধী আছিল। তেওঁলোকে ৰাসবিহাৰী ঘোষক সভাপতি বাছিলে। তেতিয়া উগ্ৰপন্থীসকলে লালা লাজপত ৰায়ৰ নাম প্ৰস্তাৱ কৰিলে। লালাজীয়ে সভাপতি হ'বলৈ অসম্মতি জনালে। কংগ্ৰেছ সভাত যেতিয়া সভাপতিৰ নাম প্ৰস্তাৱ হৈ গ'ল, তেতিয়া তিলকে সেই বিষয়ে অলপ ক'ব খুজিলে। তেওঁক ক'বলৈ দিয়া নহ'ল। দুয়ো দলৰপৰা তেতিয়া চিঞৰ-বাখৰ আৰম্ভ হ'ল, চকী দলিযাদলি হ'ল, ধীৰপন্থীসকলে কাৰ্যতঃ জাতীয় বা উগ্ৰপন্থী সকলক বাদ দি কংগ্ৰেছৰ নিয়মতন্ত্ৰ গঠন কৰিলে। এই ঘটনাৰ পিচত তিলকৰ ফাটেক হ'ল। তেওঁ যেতিয়া খালাচ হ'ল, তাৰ কিছু পিচতে গোখ্‌লেৰ মৃত্যু হ'ল। কংগ্ৰেছৰ দুয়োটা দলৰ ভিতৰত মীমাংসা কৰিবলৈ মিচেচ বেছান্তে চেষ্টা কৰিলে। কিন্তু আপোচৰ সকলো প্ৰস্তাৱ নাকচ হোৱাত ১৯১৫ চনৰ বোম্বে কংগ্ৰেছ ধীৰপন্থী কংগ্ৰেছ হৈ থাকে। বোম্বে অধিবেশনত ২২৫৯ জনৰ কম প্ৰতিনিধি যোগ দিয়া নাছিল। তিলকৰ প্ৰভাৱ দেশত এতিয়া সকলোতকৈ বেছি আছিল। চৰকাৰে তেওঁক যিমানেই নিপীড়ন কৰিছিল, সিমানেই দেশবাসীৰ বুকুত সোমাইছিল। ১৯১৬ চনত তেওঁক বাইজৰ তৰফৰ

একলাখ টকা উপহাৰ দিয়া হয়। তেওঁ সেই টকা জাতীয় কামত খৰচ কৰে। কিন্তু তেতিয়াও এনে কিছুমান শক্তিয়ে কাম কৰিছিল যাৰ বলত তেওঁ কংগ্ৰেছৰপৰা আঁতৰি থাকিব লগা হয়। কংগ্ৰেছক তেওঁৰ মতে কাম কৰাবলৈ ৰাজী কৰাব নোৱাৰি, তেওঁ 'হ'ম ৰুল লীগ'ৰ কামত লাগে। ১৯১৬ চনৰ ২৩ এপ্ৰিলত তেওঁ 'হ'ম ৰুল লীগ' আৰম্ভ কৰে—বেছান্তৰ হ'ম ৰুলৰ ৬ মাহ পিচত।

তিলকে যদিও সেনাবাহিনীত সোমাবলৈ ছাত্ৰসকলক পৰামৰ্শ দিছিল তথাপি তেওঁক পঞ্জাব বা দিল্লীত সোমাবলৈ মানা কৰি চৰকাৰে তেওঁৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰিছিল। ১৯১৬ চনৰ লক্ষ্ণৌ কংগ্ৰেছত তিলকে সদলে যোগ দিয়ে। চুৰাট কংগ্ৰেছৰপৰা তেওঁলোক আঁতৰি আছিল। উগ্ৰ আৰু ধীৰ পন্থী দুয়োদল এইবাৰ কংগ্ৰেছ সভাত মিলা-প্ৰীতিকৈ বহিল। তিলক আৰু খাপার্ডে ৰাসবিহাৰী ঘোষ আৰু সুৰেন্দ্ৰ বানাৰ্জীৰ সৈতে ওচৰা-উচৰিকৈ বহিল। মিছেচ বেছান্তে তেওঁৰ লগৰীয়া অৰুন্দেল আৰু ওৱাদিযাক লগত লৈ তাত যোগ দিছিল। সেই অধিবেশনত ২৩০১ জনৰ কম প্ৰতিনিধিয়ে যোগ দিয়া নাছিল। মুছলমানৰ ভিতৰত মামুদাবাদৰ ৰজা, এৰচুল আৰু জিন্নাৰ দৰে মানুহ তাত আছিল। গান্ধীজীও তালৈ গৈছিল। তেওঁ বিষয়-বাছনি কমিটিৰ সভ্য নিৰ্বাচিত হ'ব নোৱাৰিলে। অৱশ্যে সভাপতিয়ে তেওঁক মনোনীত কৰি লৈছিল।

লক্ষ্ণৌ অধিবেশনৰ যাই কাম হৈছে দুটা:—(১) হিন্দু-মুছলমান আপোচৰ কংগ্ৰেছ লীগ স্কীম্। হিন্দু-মুছলমানৰ ভিতৰত চলি অহা মতানৈক্য বিলাকৰ আপোচ কৰি এটা মীমাংসালৈ অহা হয়। লক্ষ্ণৌ কংগ্ৰেছৰ পেক্ট, মুছলীম লীগে সমৰ্থন কৰে। যুদ্ধৰ কেইবছৰমান আগতে শিক্ষিত মুছলমানসকলে 'নিখিল ভাৰত মুছলীম লীগ' নামে এটা স্বকীয়া অনুষ্ঠান গঢ়ি তোলে। চৰকাৰে এই কামত প্ৰৰোচনা দিছিল। কংগ্ৰেছত যাতে সকলো মুছলমানে যোগ নিদিয়ে, তাৰ কাৰণে বৃটিছৰ এই চেষ্টা। লক্ষ্ণৌত ভাৰতৰ ভৱিষ্যত শাসনতন্ত্ৰ সম্পৰ্কে লীগ আৰু কংগ্ৰেছ একমত হয়।

(২) কংগ্ৰেছ আৰু লীগ দুয়ো স্বায়ত্ত-শাসনৰ আঁচনি সমৰ্থন কৰে। সৰ্বোচ্চ লেজিচলেটিভ কাউন্সিলৰ এঙ্গলো ইণ্ডিয়ান মেম্বৰ দুজনক বাদ দি বাকী আটাইকেজন নিৰ্বাচিত মেম্বাৰে (১৯ জন) সেই আঁচনিৰ কথাবিলাক এখন মেমৰেণ্ডাম স্বৰূপে ভাইচৰয়লৈ পঠিয়ায়। কংগ্ৰেছে স্বায়ত্ত-শাসনৰ আঁচনি দেশব্যাপী প্ৰচাৰ কৰিবলৈ তলতীয়া

কংগ্রেছ কমিটিবিলাকক নির্দেশ দিয়ে। সেইমতে দেশৰ সকলোতে প্রবল প্রচাৰকার্য হয়।

ভাইচ্‌ৰয় লর্ড ছেমচফোর্ডে ১৯ জন সদস্যৰ মেম'ৰেণ্ডামখনত 'বিপর্যয়মূলক' পৰিবর্ত্তনৰ কথা আছে বুলি মন্তব্য কৰিছিল। ইংলণ্ডত লর্ড চিডনহামে সেই মেম'ৰেণ্ডামখন 'বিপ্লৱী' বুলি মন্তব্য কৰে আৰু 'ভাৰতত জার্মান ষড়যন্ত্রই কাম কৰিছে'– এই যুক্তিত দমন-নীতি চলাবলৈ পৰামর্শ দিয়ে। তাৰ অলপ পিচতে ভাৰত চৰকাৰে স্বায়ত্ত-শাসনৰ আন্দোলন দমাবলৈ কঠোৰ নীতি আৰম্ভ কৰিলে। তুৰস্কৰ প্রতি সহানুভূতি প্রকাশ কৰাত যুদ্ধৰ আৰম্ভণিতে মৌলানা মহম্মদ আলি, মৌলানা ছৌকত আলি আটক আছিল। আৰব দেশৰ লগত সম্পর্ক থকাত আবুল কালাম আজাদকো আটক কৰা হয়। হ'ম ৰুল আন্দোলনৰ মিছেচ বেছান্ত, অৰুন্দেল আদি ইন্‌টার্ণ হয়। তেওঁ-লোকক খালাচ দিবলৈ দাবী কৰি কেবাখনো প্রদেশে নিৰুপদ্রব প্রতিৰোধ (passive resistance) চলাবলৈ স্থিৰ কৰে। মাদ্রাজ প্রাদেশিক কংগ্রেছে ১৯১৭ চনৰ ১৪ আগষ্টত সেই সম্পর্কে এটা প্রস্তাব লয়।

ইতিমধ্যে ভাৰত সচিব মিঃ অষ্টিন্ চেম্বাৰলেনে পদত্যাগ কৰিলে। মেছপটেমিয়াৰ যুদ্ধ পৰিচালনা সম্পর্কীয় কথাত কমন্স্‌ সদনত তেওঁক তীব্র সমালোচনা কৰা হৈছিল। মণ্টেগু তেতিয়া ভাৰত সচিব হয়। ২০ আগষ্টত তেওঁ ঘোষণা কৰিলে যে ভাৰতত বৃটিছ নীতিৰ উদ্দেশ্য হৈছে দায়িত্বশীল শাসন। এই ঘোষণাৰ পিচত মাদ্রাজ প্রাদেশিক কংগ্রেছৰ নিৰুপদ্রব প্রতিৰোধৰ কথা হুহকি গ'ল। ১৬ ছেপ্টেম্বৰত বেছান্ত আৰু তেওঁৰ লগৰীয়াসকল খালাচ হ'ল। অৱশ্যে মৌলানা মহম্মদ আলি আৰু মৌলানা ছৌকত আলি খালাচ নহ'ল। ছয় অক্টোবৰত এলাহাবাদত নিখিলভাৰত কংগ্রেছ কমিটি আৰু মুছলিম লীগৰ কাউন্সিলৰ যুটীয়া অধিবেশন বহিল। তাত নিৰুপদ্রব প্রতি-ৰোধৰ প্রশ্নটো বাদ দিয়া হ'ল। কংগ্রেছ লীগৰ আঁচনিখন গ্রহণ কৰিবলৈ ভাইচৰয় আৰু ভাৰত সচিবৰ ওচৰলৈ যুটীয়া অধিবেশনে সজাতি দল পঠিয়াবলৈ স্থিৰ কৰিলে। ১৯১৭ চনৰ শেষৰ পিনে মিঃ মণ্টেগু আৰু লর্ড ছেমচ্‌ফর্ডে ভাৰতৰ বিভিন্ন ঠাইত সজাতি দলৰ সাক্ষ্য গ্রহণ কৰে আৰু তিলক, বেছান্ত, গান্ধী প্রমুখ্যে বহুতো বিশিষ্ট লোকৰ লগত কথা-বতৰা হয়। ভাৰতৰ মত কি, তাকে লৈ যে শাসন সংস্কাৰৰ আঁচনি ঠিক কৰিবলৈ তেওঁলোকে এই চফৰ

দিছিল, এনে নহয়। তেওঁলোকে নির্ধাৰণ কৰি যোৱা শাসন সংস্কাৰৰ আঁচনি মতে কোনে কোনে মন্ত্ৰী বা একজিকিউটিভ কাউন্সিলৰ মেম্বৰ হিচাপে কাম কৰিব পাৰিব তাতেহে তেওঁলোকে টুকুৰিয়াই চাইছিল।

বৃটিছৰ পৰাধীন দেশ হিচাপে ভাৰত যুদ্ধত লিপ্ত হৈ পৰিছিল। কিন্তু ভাৰতত বা ভাৰতৰ ওচৰত যুদ্ধ-বিগ্ৰহ হোৱা নাছিল। তথাপিও যুদ্ধই ভাৰতৰ ওপৰত বহুত পিনৰপৰা যে প্ৰভাব কৰা নাছিল, এনে নহয়। জাৰ্মানীৰ বিৰুদ্ধে ভাৰতৰ কোনো অভিযোগ নাছিল যদিও ভাৰতে যুদ্ধত ইংলণ্ডক ধনে-জনে সহায় কৰিবলগা হয়। যুদ্ধৰ অবস্থাৰ সুযোগ লৈ ভাৰতত ৰাজনৈতিক আন্দোলন কৰা অসম্ভৱ কৰি তোলা হৈছিল। 'ভাৰত প্ৰতিৰক্ষা আইন' গৃহীত কৰা হৈছিল। যুদ্ধ বা সেই সম্পৰ্কে কোনো কথাৰ সমালোচনা হ'ব নোৱাৰিছিল। তথাপি তলে তলে জাৰ্মানীৰ—বিশেষকৈ তুৰস্কৰ পক্ষে ভাৰতত সহানুভূতিৰ সোঁত এটা বৈ আছিল, অৱশ্যে প্ৰকাশ্যে সেই কথা কোনেও নকৈছিল। প্ৰকাশ্যে বৃটিছৰ প্ৰতি আনুগত্যৰ কথাহে প্ৰচাৰ হৈছিল। ইংলণ্ডই ভাৰতৰ আনুগত্য দেখি শলাগো লৈছিল। ইংৰাজ কৰ্তৃপক্ষই ভাৰতক যুদ্ধৰ পিচত নতুন দৃষ্টিভঙ্গীৰে চাব বুলি আশ্বাসো দিছিল। কিন্তু ভাৰত আৰু ভাৰতৰ বাহিৰত কিছুমান ভাৰতীয়ই বৃটিছৰ প্ৰতি এনে আনুগত্য নেদেখুৱাইছিল। তেওঁলোক আনৰ দৰে নিশ্চেষ্ট হৈ থকাও নাছিল। আয়াৰলেণ্ডৰ দৰে তেওঁলোকে বিশ্বাস কৰিছিল যে ইংলণ্ডৰ বিপদেই ভাৰতৰ সুযোগ। জাৰ্মানী আৰু য়ুৰোপৰ আন ঠাইত থকা ভাৰতীয় কিছুমান বাৰ্লিনত গোট খালে। ইংলণ্ডৰ শত্ৰুক সহায় কৰাৰ তেওঁলোকে উপায় বিচাৰিছিল। সেই উদ্দেশ্যে এখন কমিটিও তেওঁলোকে পাতিছিল। জাৰ্মান চৰকাৰে সেই সময়ত স্বাভাবিকতে যিকোনো সহায় পালেই ভাল পাইছিল। ভাৰতীয় বিপ্লৱীসকলক তেওঁলোকে সমৰ্থন কৰিলে। জাৰ্মান চৰকাৰ আৰু ভাৰতীয় কমিটীৰ ভিতৰত লিখিত চুক্তি হৈছিল। সেই চুক্তি মতে ভাৰতীয়সকলে যুদ্ধত জাৰ্মানীক সহায় কৰিবলৈ গাত লয় আৰু যুদ্ধত জিকিলে জাৰ্মানীয়ে ভাৰতৰ স্বাধীনতাৰ দাবী সমৰ্থন কৰিব বুলি প্ৰতিশ্ৰুতি দিয়ে। তাৰ পিচৰপৰা এই কমিটীয়ে জাৰ্মানীৰ পক্ষে যুদ্ধত কাম কৰে। ভাৰতৰ বাহিৰলৈ পঠিওৱা ভাৰতীয় সেনাৰ মাজত তেওঁলোকে প্ৰচাৰ চলায়। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তলৈকে তেওঁলোকে কাম কৰিছিল। কিন্তু তেওঁলোক বিশেষ সফলকাম ন'হ'ল। অৱশ্যে বৃটিছৰ বিশেষ উদ্বেগ হৈছিল। সাগৰেদি ভাৰতলৈ অস্ত্ৰ-শস্ত্ৰ পঠিয়াবলৈ কৰা চেষ্টা

ব্যৰ্থ হ'ল। জাৰ্মানীৰ পৰাজয় হোৱাত এই কমিটী পণ্ড হ'ল। ভাৰতৰ প্ৰায়ভাগ মানুহে এই কমিটীৰ কথা নেজানিছিল। ভাৰতৰ জন-সাধাৰণৰ লগত তেওঁলোকৰ এই চেষ্টাৰ কোনো সম্পৰ্কও নাছিল।

ভাৰততো কিছু বিপ্লৱী কাম হৈছিল। ষড়যন্ত্ৰ মোকৰ্দমা বিচাৰ কৰিবলৈ স্বকীয়া ত্ৰিবিউনেল নিয়োগ কৰা হৈছিল। বহুতৰে মৃত্যুদণ্ড হ'ল। বহুতক যাবজ্জীৱন ফাটেক দিয়া হ'ল। তেতিয়া ফাটেক দিয়া কোনো কোনো ১৮ বছৰৰ পিচলৈকে জেলত সোমাই থাকিল। মহাত্মা গান্ধীয়ে এই যুদ্ধত বৃটিছক সহায় কৰিছিল। তেওঁ সেইটো কৰ্তব্য বুলি ভাবিছিল—আন বহুতৰ দৰে কোনো স্বাৰ্থ বা গৱৰ্ণমেণ্টক ভয় কৰি নহয়। তেনে সহায়ৰ দ্বাৰা দেশৰ মঙ্গল হ'ব বুলি তেওঁ ভাবিছিল। যুদ্ধৰ সময়ত আন দেশৰ দৰে ভাৰততো এমুঠি মানুহে যথেষ্ট লাভ কৰিছিল। কিন্তু বেছিভাগ মানুহৰে দুখ বাঢ়িছিল। কাজেই অসন্তোষো বাঢ়িল। ইফালে যুদ্ধৰ কাৰণে বেছি মানুহ বিচৰা হ'ল। জোৰেৰে ভৰ্তিকৰণৰ কাম চলিল। ৰিক্ৰুইট কৰি অনাসকলে বহুত ৰকমে পুৰস্কাৰ দিয়াৰ আশা পালে। পঞ্জাবত বল প্ৰয়োগ কৰি ভৰ্তিকৰণ কৰা হৈছিল। জন-সাধাৰণ ইয়াত বৰ বিৰক্ত হৈছিল। ভাৰতৰপৰা বিভিন্ন সীমান্তলৈ সেনা আৰু বনুৱা বিভাগত যোৱা মানুহৰ সংখ্যা দহ লাখৰো ওপৰ। এই প্ৰসঙ্গতে মেৰুৰ ঘটনাটো উল্লেখযোগ্য। বহুতো পঞ্জাবী—বিশেষকৈ শিখ যুক্তৰাষ্ট্ৰৰ কেলিফৰ্ণিয়া আৰু পশ্চিম কানাডাৰ বৃটিছ কলম্বিয়ালৈ পমুৱা হৈ গৈছিল। অৱশেষত আমেৰিকা আৰু কানাডাৰ চৰকাৰে তালৈ পমুৱা যোৱা বন্ধ কৰিলে। কানাডাৰ চৰকাৰে নিয়ম কৰিলে যে এনে পমুৱাক হে কানাডাত সোমাবলৈ দিয়া হ'ব, যিসকল বাটত ইটো বন্দৰৰপৰা সিটো বন্দৰত জাহাজ সলনি নকৰাকৈ পোনে পোনে আহিব পাৰে। ভাৰতীয় পমুৱা বন্ধ কৰিবলৈকে এই নিয়ম কৰা হৈছিল, কিয়নো ভাৰতৰপৰা গ'লে বাটত চীন আৰু জাপানত জাহাজ সলনি নকৰাকৈ নোৱাৰি। বাবু গুৰদিৎ সিং নামে এজন শিখে তেতিয়া 'কামাগাটা মেৰু' নামে এখন জাহাজ আছুতীয়াকৈ বন্দৱস্ত কৰি ল'লে। কলিকতাৰপৰা এদল পমুৱা লৈ বাটত ক'তো জাহাজ নসলোৱাকৈ তেওঁ কানাডাৰ ভেনকুভাৰ পালেগৈ। কানাডাৰ চৰকাৰে যি নিয়ম কৰিছিল, সেই নিয়ম মতে এতিয়া তেওঁলোকক কানাডাত সোমাবলৈ দিব লাগিছিল। কিন্তু তেওঁলোকৰ কাকো তাত নামিবলৈ দিয়া ন'হল। সেই জাহাজতে তেওঁলোকক ঘূৰাই পঠিওৱা হ'ল। সৰ্বস্বান্ত হৈ তেওঁলোক

ঘূৰি ভাৰত পালেহি। কলিকতাৰ বন্দৰত তেওঁলোক নামিল। স্থানীয় কৰ্তৃপক্ষই আদেশ দিলে যে তেওঁলোক পোনে পোনে পঞ্জাবলৈ যাব লাগিব, আন ঠাইলৈ যাব নোৱাৰে। তেওঁলোকে ক'লে যে চৰকাৰক এই অন্যায় আদেশৰ বিৰুদ্ধে জনাবলৈ নিদিয়ালৈকে তেওঁলোক পঞ্জাবৰ ট্ৰেইনত নুঠে। তাৰ পিচত পুলিচৰ লগত তেওঁলোকৰ সংঘৰ্ষ হয়। বহুতো মৰে। বাকী যিসকল থাকিল, দিহাদিহি গ'ল। পুলিচে তেওঁলোকৰ পিচ ল'লে। তেওঁলোকৰ বিৰবণে পঞ্জাবত খং আৰু বিৰক্তি বঢ়ালে। সমগ্ৰ ভাৰততে 'কামাগাটা মেৰু'ৰ ঘটনাই অসন্তোষ সৃষ্টি কৰে। গুৰদিৎ সিং ৭/৮ বছৰ পলাই আছিল। ১৯১৮ চনলৈকে বিভিন্ন ঠাইত তেওঁ পলাই ফুৰিছিল। ১৯১৮ চনৰ পিচত তেওঁ বোম্বেলৈ আহে আৰু তাৰ জাহাজ তৈয়াৰী কৰা কোম্পানী এটাৰ মেনেজাৰ হয়। এনেকৈ ছদ্মবেশত কাম কৰি থাকোঁতেই তেওঁ গান্ধীজীক দেখা কৰে। গান্ধীজীয়ে তেওঁক আত্মসমৰ্পণ কৰিবলৈ পৰামৰ্শ দিয়ে। তেওঁ আত্মসমৰ্পণ কৰিলে। চৰকাৰে তেওঁক কাটেকত থ'লে। ১৯২২ চনত তেওঁ খালাচ হয়।

যুদ্ধৰ দিনত ক'ত কি হৈছিল, খবৰ পোৱা নগৈছিল। চৰকাৰে তেওঁলোকৰ মনোমত খবৰহে ওলাবলৈ দিয়ে। ফলত গুজব ওলায়। সি যি কি নহওক, জনা যায় যে ছিঙ্গাপুৰত ভাৰতীয় ৰেজিমেণ্টৰ মাজত ডাঙৰ বিদ্ৰোহ হয। সৰু-সুৰাকৈ আন কেবাঠাইতো হয়।

মানুহ দি সহায় কৰাৰ উপৰিও ভাৰতে টকাৰেও ইংলণ্ডক সহায় কৰিব লগা হয়। এবাৰ ১০ কোটি টকা ভাৰতৰপৰা যায়। পিচত আৰু যায়। ভাৰতৰ দৰে দুখীয়া দেশৰপৰা ইমান টকা লোৱাটো যে নিষ্ঠুৰতা তাক কোৱা বাহুল্য মাথোন। ভাৰতে ইংলণ্ডক এই টকা দান দিছিল বুলি দেখুওৱা হৈছিল। দৰাচলতে চৰকাৰৰ হেঁচাত অনিচ্ছা সত্ত্বেও মানুহে বৰঙণি দিবলগা হয়। খাবলৈ যাৰ নাই, যুদ্ধলৈ ধনী ইংলণ্ডক তেওঁ দান দিছে বুলি কোৱাটো বিদ্ৰূপহে।

যুদ্ধৰ ফলত ভাৰতৰ অৱস্থাৰ এটা ডাঙৰ পৰিবৰ্তন ঘটে। যুদ্ধৰ মাজত ভাৰতৰ বৈদেশিক বাণিজ্য ওলট-পালট হয়। ভাৰতলৈ আগৰ দৰে বৃটিছ বস্তু আহিব নোৱাৰা হ'ল। জাৰ্মান ছাবমেৰিণে ভূমধ্য সাগৰত আৰু আটলাণ্টিকত জাহাজ ডুবাইছিল। এনে অৱস্থাত বেপাৰৰ জাহাজ অহা সম্ভৱ নাছিল। ইংলণ্ড আদি দেশৰ বস্তু আহিব নোৱাৰা হ'লত ভাৰতে নিজৰ প্ৰয়োজনীয় বস্তু নিজে কৰিবলগাত পৰিল। যুদ্ধৰ আৱশ্যকীয় আন বহুতো বস্তুও চৰকাৰী প্ৰয়োজনত ভাৰততে

কৰিব লগা হ'ল। গতিকে মৰাপাট আৰু কাপোৰৰ কলৰ দৰে পুৰণি শিল্প আৰু যুদ্ধৰ সময়ৰ নতুন শিল্প দ্রুতবেগত আগবাঢ়িল। অ'তদিন টাটাৰ লোহাৰ কাৰখানাৰ প্রতি চৰকাৰে উদাসীনতা দেখুৱাইছিল। এতিয়া তাৰ গুৰুত্ব এশগুণে বাঢ়ি গ'ল, কিয়নো যুদ্ধৰ বস্তু তাত তৈয়াৰ কৰিবলৈ চৰকাৰক তেনে এটা কাৰখানাৰ নিতান্ত প্রয়োজন হৈছিল। কম বেছি পৰিমাণে চৰকাৰে টাটাৰ নিয়ন্ত্রণ ল'লে।

যুদ্ধৰ কালত ভাৰতত কাৰবাৰ কৰা বৃটিছ আৰু ভাৰতীয় পুঁজিপতিসকলে বাহিৰা প্রতিযোগিতাৰ সন্মুখীন হ'বলগা নহৈছিল। তেওঁলোকে সেই অবস্থাৰ পূৰা সুযোগ ল'লে। ভাৰতীয় জনসাধাৰণৰ মূৰত কঠাল ভাঙি তেওঁলোকে অজস্র লাভ কৰিলে। বস্তুৰ দাম যথেষ্ট বঢ়াই দিলে। মালিকৰ ডিভিডেণ্ড বাঢ়িল। কিন্তু বনুৱাৰ দশা আগৰ দৰেই থাকিল। বস্তুৰ দৰ যি অনুপাতে বাঢ়িল, সেই অনুপাতে তেওঁলোকৰ মজুৰি নেবাঢ়িল। কাজেই বনুৱাৰ অবস্থা যুদ্ধৰ আগতকৈয়ো তেতিয়া বেযালৈহে গ'ল।

পুঁজিপতিসকলে এনেকৈ লাভ কৰি যি টকা জমালে, তাক আকৌ শিল্পত খটুৱাব খুজিলে। অবস্থাৰ হেঁচাত ভাৰতীয় পুঁজিপতিসকলৰ দাবী অস্বীকাৰ কৰা চৰকাৰৰ পক্ষেও সম্ভৱ নহ'ল। যুদ্ধৰ সময়ত বাধ্য হৈ তেওঁলোকে ভাৰতীয় শিল্পক সহায় কৰিবলগা হৈছিল। ইংলণ্ডৰপৰা যন্ত্রজাত বস্তুৰ ঠাইত ভাৰতলৈ যন্ত্র আহিবলৈ ধৰিলে।

এশ বছৰ ধৰি বৃটিছ চৰকাৰে ভাৰতত যি নীতি অনুসৰণ কৰি আহিছিল, এতিয়া তাৰ কিছু পৰিবর্তন কৰিলে। পৰিবর্তিত অৱস্থালৈ চাই তেওঁলোকে নীতিও সলনি কৰে। প্রথম ১৮ শতিকাত ভাৰতত বৃটিছ ৰাজত্বৰ লুটপাত আৰু নগদ টকা নিয়াৰ অবস্থা. ক্লাইভ আৰু ওৱাৰেন হেষ্টিংচৰ কাহিনীয়ে তাৰ প্রমাণ দিয়ে। ক্লাইভ ভাৰতৰপৰা বিলাতলৈ উভতি যাওঁতে, লগত ধন-সোণৰ যিমানবিলাক বাকচ নিছিল সেইবিলাক দেখি ইংলণ্ডৰ মানুহ আচৰিত হৈছিল। বৃটিছ পার্লেমেণ্টত বার্কে হেষ্টিংচৰ বিৰুদ্ধে অভিযোগ কৰি দিয়া তেওঁৰ বিখ্যাত বক্তৃতাত যিবিলাক কথা কৈছিল সেইবিলাকৰপৰা অৱস্থাটো বুজা যায়। দ্বিতীয় অবস্থাত যেতিয়া বৃটিছ ৰাজত্ব দৃঢ়ভাৱে প্রতিষ্ঠিত হ'ল, তেতিয়া ভাৰতবর্ষখন কেঁচামাল সংগ্রহ কৰা পথাৰ আৰু বৃটিছ শিল্পজাত বস্তু বিক্রী কৰা বজাৰ হিচাপে ব্যৱহাৰ কৰা হয়। যুদ্ধলৈকে এশ বছৰৰো ওপৰ এই অৱস্থা চলে। ভাৰতত যন্ত্র-শিল্প তেতিয়া হ'বলৈ দিয়া নহৈছিল। যুদ্ধৰ ভিতৰত তৃতীয় অৱস্থা দেখা দিয়ে।

বৃটিছ শিল্পৰ লগত কিছু সংঘৰ্ষ হলেও ভাৰতত কিছু শিল্প হোৱাত বৃটিছ চৰকাৰে কিছু উৎসাহ দিবলগা হয়। যুদ্ধৰ অৱস্থাত বৃটিছ চৰকাৰে ভাৰতীয় পুঁজিপতিসকলৰ দাবী সম্পূৰ্ণ অস্বীকাৰ কৰা সম্ভৱ নহ'ল। বৃটিছ পুজিপতিসকলে তেওঁলোকৰ হাতত জমা হৈ পৰি থকা টকা খটুবাবলৈও সুযোগ বিচাৰিছিল। ভাৰত শিল্পত পিচ পৰা দেশ। ইয়াত শিল্প প্ৰতিষ্ঠা কৰি মূলধন খটুবাই বেছি লাভ কৰাৰ সুযোগ তেওঁলোকে দেখিছিল। বনুৱাৰ দৰ্মহা ভাৰতত ইংলণ্ডতকৈ কম। গতিকে মূলধন ভাৰতলৈ আহিল। ভাৰতত শিল্প বিস্তাৰত ই সহায় কৰিলে। যুদ্ধৰ অভিজ্ঞতাৰপৰা বুজা গ'ল যে যন্ত্ৰ-শিল্পত উন্নত দেশেহে আধুনিক যুদ্ধ কাৰ্যকৰীভাৱে চলাব পাৰে। জাৰ্মাণী যুদ্ধত পৰি গ'ল, কিয়নো ৰাছিয়া তেতিয়া শিল্পত পিচ পৰা আছিল। বৃটিছসকলে ভয় কৰিলে যে ইয়াৰ পিচত ভাৰতৰ সীমান্তত ছোভিয়েত ৰাছিয়াৰ লগত যুদ্ধ লাগিব পাৰে। ভাৰতত ডাঙৰ শিল্প নেথাকিলে বৃটিছে ভালকৈ যুদ্ধ চলাব নোৱাৰে। এই কাৰণেও ভাৰতত শিল্প প্ৰতিষ্ঠা কৰিবলগা হ'ল। ভাৰতত যি শিল্প প্ৰতিষ্ঠা হ'ব, তাত যাতে ভাৰতীয় মানুহতকৈ বৃটিছ পুঁজিপতিৰ হাত বেছি থাকে তালৈ চকু ৰখা হৈছিল। দৰাচলতে ভাৰতত যি শিল্প চলিছে, তাৰ বহুত ভাগ বৃটিছৰ। ইয়াৰপৰা এইটো বুজিব নেলাগে যে ভাৰতত মূল শিল্প-বিলাক প্ৰতিষ্ঠা কৰিবলৈ বৃটিছে খোলামনৰে পূৰামাত্ৰাই উৎসাহ দিছিল। যিখিনি আৰু যি পৰিমাণে শিল্প প্ৰতিষ্ঠা কৰিলে, ইংলণ্ডত তৈয়াৰ হোৱা বস্তুবিলাকৰ বিক্ৰীত সহায় হয়, সেইখিনি আৰু সেই পৰিমাণেহে ভাৰতত শিল্প হ'বলৈ বৃটিছে বাট এৰি দিছিল। যন্ত্ৰ তৈয়াৰ কৰা ডাঙৰ কাৰখানা কৰাত বৃটিছে উৎসাহ দিয়ক ছাৰি বাধাহে দি আহিছিল। এইটোও মনত ৰখা উচিত যে বৃটিছ চৰকাৰে ইচ্ছা কৰি দিয়া উৎসাহ আৰু তেওঁলোকৰ ইচ্ছা নথকা সত্ত্বেও অৱস্থাৰ হেঁচাত ভাৰতত যিখিনি শিল্প প্ৰতিষ্ঠা হৈছিল, আধুনিক জগতৰ শিল্প-প্ৰধান দেশৰ তুলনাত সি অতি নগণ্য। শিল্পৰ ক্ষেত্ৰত ভাৰত নিচেই তলত পৰি থাকে। ১৯১৬ চনত ভাৰতীয় শিল্প আয়োগ এটা নিয়োগ কৰা হয়। দুবছৰ পিচত আয়োগে প্ৰতিবেদন দিয়ে যে চৰকাৰে ভাৰতীয় শিল্পত উৎসাহ দিব লাগে আৰু কৃষিতো নতুন শিল্প-প্ৰণালী প্ৰৱৰ্তন কৰা উচিত। আয়োগে ইয়াকো পৰামৰ্শ দিয়ে যে সাৰ্বজনীন প্ৰাইমাৰী শিক্ষা প্ৰৱৰ্তন কৰিবলৈ চেষ্টা কৰিব লাগে। ইংলণ্ডত কাৰখানা শিল্প আৰম্ভ কৰা যুগত, পাৰদৰ্শী বনুৱা (skilled labour)

তৈয়াৰ কৰিবলৈ, সাৰ্বজনীয় প্ৰাইমেৰী শিক্ষা দিয়া প্ৰয়োজন বোধ কৰিছিল। ভাৰততো যন্ত্ৰ-শিল্পৰ কামত পাৰদৰ্শী বনুৱাৰ প্ৰয়োজন হ'ব বুলি ভাবি শিল্প আয়োগে ব্যাপক প্ৰাইমেৰী শিক্ষাৰ অনুমোদন কৰিছিল। যুদ্ধৰ অন্তত এই আয়োগৰ পিচত আন কেবাটাও আয়োগ আৰু কমিটি বহে। ভাৰতীয় শিল্প শুল্কৰ আদিৰে ৰক্ষা কৰিবলৈয়ো পৰামৰ্শ দিয়া হয়। ভাৰতীয় শিল্পৰ ভালৰ কাৰণেই যে এনেবিলাক চেষ্টা কৰা হৈছিল, সেই কথা ক'ব নোৱাৰি। হয়তো, বিদেশী মূলধন— তাৰ মানে বৃটিছ মূলধন ভাৰতত লাভজনকভাৱে খটুওৱাৰ কথাহে ভবা হৈছিল। তেতিয়া বৃটিছ মূলধন ভাৰতলৈ আহিবলৈয়ো ধৰিলে। ভাৰতত যি শুল্কৰ বহুওৱা হ'ল, সি দৰাচলতে ভাৰতত বৃটিছ মূলধনক ৰক্ষা কৰা কামতহে লাগিল। বৃটিছ মূলধনীসকলৰ আৰু এটা সুবিধা হ'ল যে ভাৰত, চীন, ইজিপ্ট আদি দেশত বনুৱাৰ মজুৰি কম। বৃটিছ পুঁজিপতিসকলে এইবিলাক দেশত তেওঁলোকৰ মূলধন খটুৱাই, ইংলণ্ডৰ বনুৱাৰ ওপৰত তেওঁলোকৰ (ইংলণ্ডৰ বনুৱাৰ) মজুৰি কমাবলৈ হেঁচা দিছিল। বৃটিছ পুঁজিপতিসকলে ইংলণ্ডৰ বনুৱাক ক'লে, "চোৱা, চীন, ভাৰত আদি দেশত বনুৱাই বৰ কম দামত খাটে। সেইবিলাক দেশৰ শিল্পৰ লগত আমি প্ৰতিযোগিতা কৰিব নোৱাৰা হৈছো। কাজেই তোমালোকৰ মজুৰি কিছু কমাব লাগিব। তাতে যদি তোমালোকে আপত্তি কৰা, তেনেহ'লে বাধ্য হৈ আমি ইংলণ্ডত কাৰবাৰ বন্ধ কৰিব লাগিব আৰু আন দেশত আমাৰ টকা খটুৱাব লাগিব।" ভাৰতত বৃটিছ চৰকাৰে ভাৰতীয় শিল্প নিয়ন্ত্ৰণ কৰাৰ কাৰণে বহুতো ব্যৱস্থা কৰিছিল। আধুনিক শিল্পৰ ওপৰত বেঙ্কৰ প্ৰভাৱ বৰ বেছি। যুদ্ধৰ পিচতে ভাৰতত চৰকাৰে কেবাটাও বেঙ্ক লগলগাই 'ইম্পেৰিয়েল বেঙ্ক' কৰিলে। চৰকাৰৰ হাতৰ মুঠিত থকা এই বেঙ্কৰ জৰিয়তে চৰকাৰে ভাৰতীয় শিল্পৰ ওপৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল।

বৃটিছে ভাৰতীয় শিল্পৰ কাৰণে যে অতখিনি কৰিলে (কিহৰ কাৰণে কি কৰিলে আমি আগতে দেখিছোঁ।) তাৰ পুৰস্কাৰ স্বৰূপে বৃটিছ-বস্তুৰ কাৰণে কিছুমান সুবিধা বিচাৰিলে। ইয়াকে 'ইম্পেৰিয়েল প্ৰেফাৰেন্স' বোলা হয়। ইয়াৰ অৰ্থ এয়ে যে বিদেশৰ পৰা ভাৰতলৈ অহা বস্তুৰ ওপৰত যি টেক্স বহুৱা হয়, তাৰপৰা বৃটিছ বস্তুবিলাক ৰেহাই দিব লাগে। পিচত তেওঁলোকে এই সুবিধা ল'লেও।

১৯১৮ চনৰ জুন মাহত মণ্টেগু-ছেমচ্ ফৰ্ড-প্ৰতিবেদন প্ৰকাশ হ'ল। যুদ্ধৰ পিচতে ভাৰতে প্ৰকৃত স্বায়ত্ত-শাসনৰ ভাগ পাবলৈ আশা কৰিছিল। মণ্টেগু ছেমচ ফৰ্ড প্ৰতিবেদনে সেই আশাৰ মূলতে কুঠাৰাঘাত কৰিলে। যুদ্ধৰ উদ্দেশ্য সম্পৰ্কে বৃটিছে, গণতন্ত্ৰ স্বাধীনতা আদি ডাঙৰ ডাঙৰ কথা কৈছিল। ভাৰতক স্বায়ত্ত শাসনৰ প্ৰতিশ্ৰুতিও দিছিল। কিন্তু যুদ্ধত জিকি তেওঁলোকে সেই সকলোবোৰ পাহৰি পেলালে। তেওঁলোকৰ শাসন সংস্কাৰৰ আঁচনি ভাৰতীয় মানুহক আৰু পৃথিবীৰ জনমতক ভুৱা দিবলৈহে মাথোন। পৃথিবীক তেওঁলোকে দেখুবাবৰ প্ৰয়োজন হয় যে ভাৰতক তেওঁলোকে ক্ৰমে স্বায়ত্ত-শাসনৰ বাটত আগবঢ়াই নিছে—উপযুক্ত হোৱা নাই কাৰণেহে ভাৰতীয় মানুহৰ হাতত সম্পূৰ্ণ ক্ষমতা এৰি দিব পৰা নাই। নিজৰ স্বাৰ্থৰ কাৰণে তেওঁলোকে যে ভাৰতবৰ্ষ ৰখা নাই, ভাৰতক ৰাজনৈতিক ক্ষমতাৰ উপযুক্ত কৰি গঢ়ি তোলাইহে যে তেওঁলোক ভাৰতত থকাৰ উদ্দেশ্য, ইয়াকে তেওঁলোকে পৃথিবীক বুজাব খোজে। নিঃস্বাৰ্থভাৱে ভাৰত শাসন চলোৱাটো দেখুবাই, পৃথিবীৰ নৈতিক সমৰ্থন লাভ কৰিবলৈ তেওঁলোকে সদায় চেষ্টা কৰে। অকল তৰোৱালৰ জোৰত বেছি দিন এখন দেশ তলত ৰখা সম্ভৱ নহয়। সেই কাৰণে ভাৰত আৰু ভাৰতৰ বাহিৰৰ আন দেশৰো অন্ততঃ কিছুমান মানুহে যাতে তেওঁলোকৰ শাসন সমৰ্থন কৰে, তাৰ কাৰণে বৃটিছে সদায় নানা কৌশল অৱলম্বন কৰিছে। পেটত যিযেই নাথাকক মুখৰে বহু ধৰণে মিঠা আৰু সুন্দৰ কথা কৈ ভুলাবলৈ চেষ্টা কৰিছে। ভাৰতৰ দাবী মতে প্ৰকৃত ক্ষমতা ভাৰতক নিদিয়াৰ যুক্তি হিচাপে সময় চাই এটা নহয় এটা চেলু উলিয়াই লয়। ভাৰতীয় ৰাজনীতিৰ উগ্ৰপন্থী সকলক দমন কৰি, নৰমপন্থীসকলক হাত কৰাৰ ভাবেৰেই শাসন সংস্কাৰৰ একো একো দফা আগবঢোৱা হয়। আজিকালি ভাৰতক স্বাধীনতা নিদিয়াৰ যুক্তি হিচাপে হিন্দু-মুছলমানৰ অনৈক্যৰ প্ৰশ্ন এটা বৃটিছে থিয় কৰিছে। হোৱাই-নোহোৱাই তেওঁলোকে কয় যে ভাৰতে সাম্প্ৰদায়িক সমস্যা সমাধান কৰিব পাৰিলেই ভাৰতক স্বৰাজ বা স্বাধীনতা দিয়াত একো বাধা নাই। সাম্প্ৰদায়িক সমস্যাৰ সমাধান নহ'লে স্বাধীনতা দিয়াৰ লাভ নাই, কিয়নো তেতিয়াহলে হিন্দু-মুছলমানে খোৱা-কামোৰা কৰি মৰিব। ভাৰতত ইংৰাজৰ ঈশ্বৰদত্ত যি দায়িত্ব তাক এনে অৱস্থাত কেনেকৈ এৰি যাব পাৰে? জিন্না আৰু মুছলিম লীগকে ভাৰতৰ সাম্প্ৰদায়িক অনৈক্যৰ চিন স্বৰূপে

দেখুৱাই তেওঁলোকে এনে কথা কৈছে। কিন্তু ১৯১৬ চনত কংগ্ৰেছ আৰু লীগ দুয়ো সম্পূৰ্ণ একমত হৈ ভাৰতৰ শাসনতন্ত্ৰৰ এখন আঁচনি দিছিল। সেই আঁচনিও বৃটিছ চৰকাৰে গ্ৰহণ কৰা নাছিল। কংগ্ৰেছ লীগ আঁচনি অগ্ৰাহ্য কৰি বৃটিছে মণ্টেগু ছেমচ্‌ফৰ্ড শাসন সংস্কাৰ দি ভাৰতক আভুৱা ভাৰিব খোজে। এওঁলোকৰ প্ৰতিবেদনত ভাৰতৰ মানুহ দায়িত্বপূৰ্ণ চৰকাৰৰ লায়ক নহয় বুলি দেখুৱাবলৈ চেষ্টা কৰা হয়। ই ভাৰতত দ্বৈত শাসন প্ৰৱৰ্তন কৰে। পুলিচ, বিত্ত, স্বৰাষ্ট্ৰ আদি জৰুৰী বিভাগ আছুতীয়াকৈ, আগৰমতে এক্‌জিকিউটিভ্‌ মেম্বৰৰ হাততে ৰখা হয়। কেইটামান বিভাগ মন্ত্ৰীসকলৰ হাতত এৰি দিয়া হয়। বিত্তীয় বিভাগ হাতত নথকাত মন্ত্ৰীসকলে কাৰ্যকৰীভাৱে কোনো নতুন কাম হাতত লোৱা সম্ভব নাছিল। আচলতে সাৰটো নিজে ৰাখি বাকলিটো ৰাইজৰ প্ৰতিনিধিসকলৰ হাতলৈ দিয়া হয়। ১৯১৮ চনৰ ২৯ আগষ্টত বোম্বাইত হাচান ইমামৰ সভাপতিত্বত বিশেষ অধিবেশনৰ কংগ্ৰেছ সভাই মণ্টেগু ছেমচ্‌ফোৰ্ড প্ৰতিবেদনত অসন্তোষ প্ৰকাশ কৰে, কংগ্ৰেছ লীগ আঁচনি পুনৰ সমৰ্থন কৰে আৰু ঘোষণা কৰে যে সাম্ৰাজ্যৰ ভিতৰত থাকি স্বায়ত্ত-শাসনৰ বাহিৰে একোতেই ভাৰত সন্তুষ্ট নহয়। কংগ্ৰেছৰ পুৰণি নেতা দিনশ্বাচা, সুৰেন্দ্ৰ নাথ বানাৰ্জীয়ে এই কংগ্ৰেছত যোগ নিদিলে। মামুদাবাদৰ ৰজাৰ সভাপতিত্বত মুছলীম লীগেও কংগ্ৰেছৰ মতেই ষোলঅনা সমৰ্থন কৰে। ১৯১৮ চনৰ ডিচেম্বৰত দিল্লী অধিবেশনত কংগ্ৰেছৰ পুনৰ বিভেদ ঘটিল। চুৰাট কংগ্ৰেছত উগ্ৰপন্থীসকল ওলাই যাবলগা হৈছিল। এতিয়া ধীৰ-পন্থীসকল কংগ্ৰেছৰপৰা ওলাই যাবলগা হ'ল। নতুনকৈ হোৱা কংগ্ৰেছৰ বেছিভাগ প্ৰতিনিধিৰ মাজত তেওঁলোকে স্বস্তি অনুভৱ নকৰিছিল। শ্ৰীনিবাস শাস্ত্ৰীৰ সংশোধনী প্ৰস্তাব নিটিকিল। তেওঁ শাসন সংস্কাৰ 'নৈৰাশ্যকৰ আৰু অসন্তোষজনক' বোলাত আপত্তি কৰিছিল। প্ৰিন্স্‌ অব ওৱেলচ্‌ ভাৰতলৈ আহিলে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ কংগ্ৰেছত যিটো প্ৰস্তাৱ দাঙি ধৰাৰ কথা হৈছিল, তাক তুলি ল'বলগা হয়। এই সময়ত কংগ্ৰেছৰ ওপৰত চৰকাৰৰ প্ৰস্তাৱিত শাসন সংস্কাৰ আঁচনিৰ প্ৰতিক্ৰিয়া যে কেনেকৈ হৈছিল ই তাৰেই এটা চিন। মিছেচ বেছান্তে অলপ সংশোধন কৰি মণ্টেগু আঁচনি লোৱাৰ পক্ষপাতী আছিল। কংগ্ৰেছে তাক অগ্ৰাহ্য কৰাত তেওঁ কংগ্ৰেছৰ বিৰোধী হৈ উঠে।

যুদ্ধৰ পিচৰ অৰ্থনৈতিক পটভূমিলৈ লক্ষ্য কৰিলে সেই সময়ৰ ৰাজনৈতিক অৱস্থা বুজিবলৈ সহজ হ'ব। একালে যদিও ধনী শিল্প

ব্যৱসায়ীসকলৰ আয় বাঢ়িছিল, আনফালে খেতিয়ক আৰু বনুৱাৰ অৱস্থা বেয়ালৈ গৈছিল। বনুবাসকলৰ অসন্তোষ বাঢ়িল। ফেক্টৰী-বিলাকত ধৰ্মঘট হবলৈ ধৰিলে। গোটেই ভাৰততে খেতিয়কৰ অৱস্থা বৰ বেয়া হয়। আবধত আপোনা-আপুনি খেতিয়কৰ ডাঙৰ আন্দোলন হয়। তল খাপৰ শিক্ষিত নিবনুবাৰ সংখ্যা বাঢ়িল। তেওঁলোকে ৰাজনীতিৰ পিনে মন দিলে। কোনো কোনোবে বিপ্লবী আন্দোলনতো যোগ দিলে। বনুবাসকল সঙ্ঘবদ্ধ হ'ল। কিছু পিচতে ট্রেড ইউনিযন কংগ্ৰেছ প্রতিষ্ঠা হ'ল। হিন্দু-মুছলমান শিখ সকলোকে এই অৰ্থ-নৈতিক অবস্থাই সমানে আঘাত কৰিছিল। কাৰণ কাৰ কি ধৰ্ম তালৈ চাই অৰ্থনৈতিক অৱস্থা নিৰ্ণীত নাছিল। হিন্দুবেই হওক বা মুছলমানেই হওক, খেতিয়কৰ আৰ্থিক অবস্থাৰ পাৰ্থক্য নাছিল। হিন্দুবেই হওক বা মুছলমানেই হওক, জমিদাৰৰ স্বাৰ্থ খেতিযকৰপৰা পৃথক আছিল।

মুছলমানসকল ক্ষুব্ধ হ'বৰ বিশেষ কাৰণো আছিল। তুৰস্কৰ বিৰুদ্ধে বৃটিছে যুদ্ধ কৰাত, তেওঁলোক অসন্তুষ্ট হৈ আছিল। মক্কা, মদিনা আৰু জেৰুজালেম (জেৰুজালেম ইহুদী, খ্ৰীষ্টান আৰু মুছলমান তিনিওটা ধৰ্মৰ মানুহৰে পবিত্ৰ স্থান।) বৃটিছে দখল লব বুলিও আশঙ্কা হৈছিল।

যুদ্ধৰ পিচত ভাৰত অসন্তুষ্ট আৰু বিৰক্ত হৈ আছিল। কিন্তু একেবাৰে আশা এৰাও নাছিল। অলপ পিচতে সেইকণ আশাও লোপ পালে। জাতীয আন্দোলন মষিমূৰ কৰিবলৈ চৰকাৰে বিশেষ আইন জাৰি কৰিলে। ১৯১৯ চনৰ ফেব্রুবাৰী মাহত 'ৰাওলাট্ বিল' ওলাল। ৰাওলাট চাহাবৰ সভাপতিত্বত বহা এখন কমিটিযে বিলখন ৰচনা কৰে। বিলখনে চৰকাৰক অসম্ভব ক্ষমতা দিয়ে, ফলত পুলিচে যাকে সন্দেহ কৰে, তাকে গ্রেপ্তাৰ কৰাৰ আৰু বিনা বিচাৰে বা গোপনে বিচাৰ কৰি আটক ৰখাৰ ক্ষমতা পালে। দেশময় বিলখনৰ প্রতিবাদ হ'ল। অতি নৰমপন্থীজনেও বিলখনৰ নিন্দা নকৰাকৈ নোৱাৰিলে। ই 'ব্লেক এক্ট' নাম পালে। ডিফেন্স্ অব ইণ্ডিয়া এক্টমতে মিছেচ বেছান্ত প্রমুখ্যে নেতাসকলক অন্তৰীণ কৰাৰ কথা আগতে কোৱা হৈছে। বস্তুত আটক বন্দীৰ সংখ্যা তিনি হাজাৰবো ওপৰ হয়। প্ৰেছ আইনৰ বলত কাগজৰ স্বাধীনতা হৰণ কৰা হৈছিল। পিচৰ বছৰ আহিল ৰাওলাট্ বিল। দেশত স্বাভাৱিকতেই এনে দমন-নীতিৰ বিৰুদ্ধে প্রতিবাদমূলক আন্দোলন চলিল। আচৰিত কথা আগৰ বিশিষ্ট কংগ্ৰেছ নেতা আৰু উগ্ৰপন্থী কংগ্ৰেছৰ প্ৰথম মহিলা সভানেত্রী

বেছাস্তেই গান্ধীজীৰ বিৰোধিতা কৰিছিল। তেওঁ কয় যে ৰাওলাট্ বিলত আপত্তি কৰিবলৈ একো নাই।

মোহনদাস কৰমচাঁদ গান্ধীয়ে এই আন্দোলনৰ লগত সুৰ মিলাই মাত দিলে। কিন্তু তেওঁৰ মাত অলপ বেলেগ আছিল। তেওঁৰ মাত আছিল সৰু আৰু শান্ত। কিন্তু তথাপি সমূহ জনতাৰ ধ্বনি ভেদ কৰি সেই মাত শুনা গৈছিল। কোমল সুৰত ক'লেও তেওঁৰ কথাত এনে এটা দৃঢ় ভাব আছিল যিটো অনুভৱ নকৰাকৈ থাকিব নোৱাৰি। অতি বিনীতভাবে গোহাৰি জনালেও তেওঁৰ কথাত ৰণশিঙা বাজি উঠে। প্ৰতিটো শব্দৰে অৰ্থ আছে। অন্তৰৰ গভীৰতম প্ৰদেশৰ-পৰা ওলোৱা সেই শব্দই সকলোৰে অন্তৰ স্পৰ্শ কৰে। অকৃত্ৰিম বন্ধুত্ব আৰু শান্তিৰ ভাবত অনুপ্ৰাণিত হৈ তেওঁ কথা কয়, কিন্তু ভাব আঁৰত থাকে অন্যায়ৰ ওচৰত সেও নোহোৱাৰ দৃঢ় সঙ্কল্প। পিচত এই ভাষাৰ লগত ভাৰতৰ মানুহৰ যথেষ্ট পৰিচয় ঘটে। ১৯১৯ চনৰ ফেব্ৰুবাৰী-মাৰ্চত ই নতুন আছিল। সেই দিনত ৰাজনৈতিক নেতাসকলে দীঘল দীঘল বক্তৃতা দিছিল, চৰকাৰী কাৰ্যৰ নিন্দা কৰিছিল, কিন্তু তাৰ পিচত কি কৰিব সেই বিষয়ে একো নাজানিছিল। তেওঁলোকে প্ৰতিবাদ কৰি প্ৰস্তাৱ লৈছিল, কিন্তু তাক কাৰ্যকৰী কৰাৰ কোনো উপায় নেজানিছিল। চৰকাৰেও প্ৰস্তাববিলাকলৈ ভ্ৰূক্ষেপ নকৰিছিল। কিয়নো তাৰ পিচত কোনো কাৰ্যকৰী আঁচনি নাছিল। গান্ধীজী হৈছে কামৰ মানুহ কথাৰ নহয়। দক্ষিণ আফ্ৰিকাত তেওঁ ভাৰতীয়সকলৰ ন্যায্য অধিকাৰ আদায় কৰিবলৈ সত্যাগ্ৰহ কৰিছিল। তাৰপৰা যুদ্ধৰ মাজতে তেওঁ লণ্ডন হৈ ভাৰতলৈ আহে। ভাৰতলৈ আহি তেওঁ সবৰমতীত আশ্ৰম পাতি বহে। নিজৰ স্বাস্থ্য ভঙ্গ কৰিও, কৰ্তব্য বুলি ভাবিছিল কাৰণে তেওঁ যুদ্ধৰ সৈন্য সংগ্ৰহ কৰি দিছিল। ১৯১৭ চনত বিহাৰৰ চম্পাৰণ জিলাৰ নিপীড়িত প্ৰজাসকলক য়ুৰোপীয় খেতিয়ক-সকলৰ হাতৰপৰা ৰক্ষা কৰিবলৈ তেওঁ সত্যাগ্ৰহ কৰিছিল। তাত তেওঁ কৃতকাৰ্যও হয়। প্ৰজাৰ আপত্তি আছিল যে নীল খেতিৰপৰা তেওঁলোকৰ লাভ নহয়, কিন্তু য়ুৰোপীয় খেতিয়কসকলে তেওঁলোকক নীল কৰিবলৈ বাধ্য কৰে। য়ুৰোপীয় খেতিয়কে ধাৰত পোতখোৱা জমিদাৰৰপৰা সেই মাটি কিনি লয়। তদুপৰি প্ৰজাৰ ওপৰত নানা ধৰণৰ কৰ আছিল। উদাহৰণ স্বৰূপে এটা ল'লেই যথেষ্ট হ'ব। চাহাবৰ যদি অসুখ হয় আৰু তেওঁ যদি স্বাস্থ্যনিবাসলৈ যাবলগা হয় তেন্তে সেই খৰছ উলিয়াবলৈ প্ৰজাৰ ওপৰত 'পাগৰ ছি' নামে টেক্স

বন্ধুওৱা হয়। ১৯১৭ চনৰ এপ্ৰিলত মহাত্মাজী তালৈ যায়। তেওঁক জিলাখন এৰি যাবলৈ তৎক্ষণাৎ ১৪৪ ধাৰাৰ জাননী দিয়া হয়। সেই আদেশ গান্ধীজীয়ে অমান্য কৰে। চৰকাৰে দিয়া কেইজাৰ-ই-হিন্দ মেডেল তেওঁ ঘূৰাই দিলে। পিচত চৰকাৰে তেওঁৰ বিৰুদ্ধে কৰা মোকৰ্দমা তুলি লয় আৰু এটা আযোগ নিযোগ কৰে। জমিদাৰ, খেতিয়ক, চৰকাৰ আৰু প্ৰজাৰ প্ৰতিনিধি হিচাপে গান্ধীজীক লৈ আয়োগ গঠিত হৈছিল। আযোগে কাৰ্যতঃ প্ৰজাৰ অভিযোগবিলাক স্বীকাৰ কৰিয়েই প্ৰতিবেদন দিযে। কমিটিৰ পৰামৰ্শমতে এখন আইন হয়। সেই আইনে নীলখেতি তুলি দিযে। ইয়াৰ কেইবছৰমান পিচতে বেছিভাগ খেতিযকে কাৰখানা আৰু মাটি বেচি সেই জিলাৰ-পৰাই গুচি যায়। ১৯১৮ চনত গুজৰাটৰ কৈৰাতো খেতি নোহোৱাত দুৰ্ভিক্ষই দেখা দিছিল। খেতিয়কে খাজনা ৰেহাই দিবলৈ দাবী কৰিলে। চৰকাৰে নুশুনিলে। গান্ধীজীয়ে তেতিযা খেতিয়ক-সকলক সত্যাগ্ৰহ কৰিবলৈ পৰামৰ্শ দিলে। চৰ্দাৰ বল্লভভাই পেটেলে তেওঁৰ লাভজনক বেৰিষ্টাৰী ব্যৱসায় এৰি দি গান্ধীৰ লগত যোগ দিলে। ভাৰতৰ খেতিযকে অন্যায়ৰ বিৰুদ্ধে মূৰ দাঙি থিয় দিবলৈ এই প্ৰথম শিকিলে। চৰকাৰে দুখীয়া খেতিযকক খাজনা ৰেহাই দিবলৈ ৰাজী হোৱাত সত্যাগ্ৰহ বেছিদিন চলাবলগা নহ'ল। আহ্মদাবাদৰ কাপোৰ মিলৰ মালিক আৰু বনুৱাসকলৰ মাজত মজুৰি বঢোৱা লৈ কাজিযা লাগে। গান্ধীজীযে কাজিযাৰ বিষয় মীমাংসা কৰিবলৈ মধ্যস্থতাৰ নীতি মানি ল'বলৈ দুয়ো পক্ষকে ৰাজী কৰালে। ভাৰতৰ বনুৱা আন্দোলনৰ ইতিহাসত ই এটা ডাঙৰ কথা। কেটামান মিলৰ বনুৱাই ইতিমধ্যে ধৰ্মঘট কৰাত মধ্যস্থতা ভঙ্গ হয়। গান্ধীজীযে দুখ প্ৰকাশ কৰিলে আৰু বনুৱাক তাৰ প্ৰতিকাৰ কৰিবলৈ ক'লে। দুযোপক্ষই বন্দৰস্ত ভঙ্গ কৰিছিল। বনুৱাই তাৰ প্ৰতিকাৰ কৰিলে, কিন্তু মালিকসকল ৰাজী ন'হল। গান্ধীজীয়ে তেতিয়া মিলে কিমান লাভ কৰে, বনুৱাই কিনিব লগা বস্তুৰ দাম কি পৰিমাণে বাঢ়িছে সকলো চাই এই সিদ্ধান্ত কৰিলে যে বনুৱাৰ মজুৰি শতকৰা ৩৫ ভাগ বাঢ়িব লাগে। মালিকসকলে শতকৰা ২০ ভাগ বঢ়াবলৈহে ৰাজী হ'ল। ১৯১৮ চনৰ ২২ ফেব্ৰুৱাৰীত মিলৰ তলা তেওঁলোকে বন্ধ কৰি দিলে। গান্ধীজীৰ নেতৃত্বত বনুৱাসকলে নিয়মমতে প্ৰতিজ্ঞা-পত্ৰত চহী কৰি সত্যাগ্ৰহ আৰম্ভ কৰিলে। এক পক্ষমান যুদ্ধ চলাৰ পিচত বনুৱাসকল ভাগৰা যেন দেখা গ'ল।

দৰ্মহা নোহোৱাকৈ থাকিবলৈ তেওঁলোকে টান পালে। এনে যুদ্ধ তেওঁলোকৰ পক্ষে এয়ে প্ৰথম। গান্ধীজীয়ে আমৰণ দান লৈ বনুৱাক ভৰণ-পোষণ দিয়াটো ভাল নেপাইছিল। তেওঁৰ মতে বনুৱাই যি যুদ্ধ কৰিছে, তাত আবশ্যকমতে কষ্ট কৰিবলৈ তেওঁলোকে শিকিব লাগিব। প্ৰতিশ্ৰুতি ভঙ্গ গান্ধীজীয়ে সহিব নোৱাৰে। গান্ধীজীয়ে তেতিয়া ঘোষণা কৰিলে যে বনুৱাসকলে যেতিয়ালৈকে তেওঁলোকৰ প্ৰতিজ্ঞা ৰক্ষা কৰিব পৰা নহ'ব তেতিয়ালৈকে তেওঁ একো নাখায়। তেওঁ ভাবিলে যুদ্ধৰ মাজত ভয় খাই পিছ হুঁহকিলে কোনো জাতি ডাঙৰ হ'ব নোৱাৰে। গান্ধীজীৰ আমৰণ অনশনৰ খবৰ চৌদিশে বিযপি পৰিল। অনশনৰ চতুৰ্থ দিনত এটা মীমাংসা হ'ল। দুয়োপক্ষই মধ্যস্থতাত ৰাজী হ'ল। মধ্যস্থসকলৰ ৰায়মতে বনুৱাক শতকৰা ৩৫ ভাগ মজুৰি বঢ়াই দিয়া হ'ল। ভাৰতৰ বনুৱা আন্দোলনৰ ইতিহাসত ই এটা উল্লেখযোগ্য কৃতকাৰ্যতা। আহ্‌মদাবাদৰ বনুৱা এছোচিয়েচনে গান্ধীজীৰ সত্য আৰু অহিংসাৰ নীতি গ্ৰহণ কৰিছিল। পৃথিবীৰ আন কোনো বনুৱা সংঘৰ এনে নিয়মতন্ত্ৰ নাই। ১৯৩৫ চনত এছোচিয়েচনৰ ৩০,০০০ চাঁদা দিয়া মেম্বৰ আছিল। ৩৯ টা ধৰ্মঘট তেওঁলোকে চলায়। তাৰ ভিতৰত ২৩ টাত বনুৱাৰ জয় হয়।

গান্ধীজীয়ে বিনীতভাবে বৰলাটলৈ গোহাৰি জনালে যে ৰাওলাট বিলখন যেন আইন কৰা নহয়। চৰকাৰক তেওঁ সাবধানো কৰি দিলে। কিন্তু যেতিয়া তেওঁ দেখিলে যে সমগ্ৰ ভাৰতে একবাক্যে, বিৰোধিতা কৰা সত্ত্বেও বৃটিছ চৰকাৰে আইনখন পাছ কৰিবলৈ দৃঢ় সঙ্কল্প, তেতিয়া তেওঁ সত্যাগ্ৰহ কৰিবলৈ সাজু হ'ল। বিলখন আইন হোৱাৰ পিচতে যিটো ৰবিবাৰ পৰে, সেইদিনাখন সমগ্ৰ ভাৰতত হৰতাল পালন কৰিবলৈ তেওঁ আহ্বান জনালে। সেইদিনা সকলো কাম-কাজ বন্ধ কৰি উপবাসে থাকি প্ৰাৰ্থনা জনাবলৈ তেওঁ পৰামৰ্শ দিয়ে। প্ৰথমতে ১৯১৯ চনৰ ৩০ মাৰ্চ তাৰিখ ধাৰ্য কৰা হৈছিল। পিচত দিনটো হোঁহোকাই ৬ এপ্ৰিল ধাৰ্য কৰা হ'ল। কিন্তু সময়মতে দিল্লীৰ মানুহে তাৰিখ বদলি কৰাৰ খবৰ নেপালে। তেওঁলোকে ৩০ মাৰ্চতে হৰতাল কৰিলে। সেইদিনা দিল্লীৰ শোভাযাত্ৰা পৰিচালনা কৰিলে স্বামী শ্ৰদ্ধানন্দই। য়ুৰোপীয় চিপাহীয়ে তেওঁক গুলী কৰিব বুলি ভয় দেখুৱালে। স্বামীজীয়ে তেওঁৰ প্ৰশস্ত বুকু খুলি চিপাহীৰ আগত থিয় দিলে। চিপাহী স্তব্ধ হ'ল। কিন্তু দিল্লী ৰেল ষ্টেচনত পুলিচৰ লগত জনতাৰ সজ্ঘৰ্ষ হ'ল। পুলিচে গুলী চলায়। ৰাইজৰ পাঁচ

জন নিহত হ'ল। বহুতো আহত হ'ল। ছয় এপ্ৰিলত দেশব্যাপী হৰতাল হ'ল। সি যেন হিন্দু-মুছলমানৰ আন্তৰিক মিলনৰ দিন। জাতীয় উৎসাহৰ সেই দিনত উচ্চ জাতি আৰু অবনতৰ ভেদভাৱ নোহোৱা হৈছিল। স্বামী শ্ৰদ্ধানন্দই দিল্লীৰ জুমা-মছজিদত বিৰাট জনতাৰ আগত বক্তৃতা দিছিল।

ছয় এপ্ৰিলৰ সত্যাগ্ৰহ দিবসৰপৰা ভাৰতৰ ইতিহাসত এক নতুন অধ্যায় আৰম্ভ হ'ল। পঞ্জাবৰ ওপৰত চৰকাৰে বিশেষ চকু দিলে। পঞ্জাব হৈছে শিখ আৰু আন সামৰিক জাতিৰ দেশ। ইয়াত যদি কংগ্ৰেছৰ আন্দোলন সোমায় আৰু সামৰিক জাতিবিলাকৰ ৰাজনৈতিক আকাঙ্ক্ষা জাগে, তেন্তে ভাৰতত বৃটিছ চৰকাৰ নিশ্চিন্ত হ'ব পাৰে কেনেকৈ? পঞ্জাবৰ লাট লোহাৰ মানুহ ছাৰ মাইকেল অ' ডাযাৰে সংক্ৰামক ব্যাধি স্বৰূপ কংগ্ৰেছ আন্দোলনৰপৰা পঞ্জাবখন আঁতৰাই ৰাখিবলৈ দৃঢ়সঙ্কল্প কৰিছিল। ১৯১৯ চনত কংগ্ৰেছ বহিবলগা আছিল পঞ্জাবৰে অমৃতসৰত। ডাঃ কিচ্‌লু আৰু ডাঃ সত্যপাল পঞ্জাবত কংগ্ৰেছৰ সংগঠক। ১০।৪।১৯ তাৰিখে হঠাৎ এওঁলোক দুজনক গ্ৰেপ্তাৰ কৰি পুলিচে অজ্ঞাত কোনো ঠাইলৈ লৈ যায। খবৰটো ওলোবামাত্ৰকে বহুত মানুহ ওলাই আহিল। তেওঁলোকে ডাঃ কিচ্‌লু আৰু ডাঃ সত্যপাল ক'ত আছে সুধিবলৈ জিলা মেজিষ্ট্ৰেটৰ ওচৰলৈ যাব খুজিলে। মিলিটেৰীয়ে তেওঁলোকক বাধা দিলে। জনতাৰ ওপৰত গুলী চলোৱা হ'ল। দুজনমান নিহত হ'ল। মৃতকৰ শ লৈ জনতাই শোভাযাত্ৰা কৰি নগৰলৈ ঘূৰিল। বাটত তেওঁলোকে নেচনেল বেঙ্ক ঘৰত জুই লগাই দিলে আৰু তাৰ য়ুৰোপীয় মেনেজাৰক বধ কৰিলে। উত্তেজিত জনতাই সৰ্বমুঠ ৫ জন ইংৰাজক বধ কৰিছিল আৰু বেঙ্কটো, ৰেলওৱে গুদামঘৰ এটা আৰু কেটামান ৰাজহুৱা ঘৰ পুৰিছিল। গুজৰাণৱালা আৰু কুশাৰত ৰাইজ উত্তেজিত হয়। ১২ এপ্ৰিলত কুশাৰত আৰু ১৪ এপ্ৰিলত গুজৰাণবালাত ৰেলষ্টেচন, দলঙত জুই দিয়ে আৰু টেলিগ্ৰাফ তাঁৰ আদি নষ্ট কৰে। ট্ৰেইন আক্ৰমণ কৰি দুজন সেনাও বধ কৰা হয। সৰু-সুৰাকৈ আন দুই-এঠাইত গণ্ডগোল হৈছিল যদিও এইকিটাই প্ৰধান ঘটনা।

চৰকাৰে এগুণত এশগুণ প্ৰতিশোধ ল'বলৈ স্থিৰ কৰিলে। যাতে সকলো ভাল ল'ৰা হৈ থাকে আৰু কোনেও কংগ্ৰেছৰ নাম নলয়, তাৰ কাৰণে নিষ্ঠুৰ উৎপীডনেৰে ৰাইজৰ মাজত ত্ৰাসৰ সঞ্চাৰ কৰিবলৈ চৰকাৰে উক্ত ঘটনা এটা চেলু হিচাপে ল'লে। পাঁচজনৰ মৃত্যুৰ

কাৰণে সমগ্ৰ নগৰবাসীকে জগৰীয়া বুলি ধৰা হ'ল। দহ এপ্ৰিলত নগৰৰ শাসনভাৰ সামৰিক কৰ্তৃপক্ষৰ হাতলৈ নিবলৈ বন্দবস্ত হ'ল। জেনেৰেল ডায়াৰ নগৰৰ অধ্যক্ষ। কেবামাহলৈকে তাত কি হৈছিল নহৈছিল বাহিৰৰ পৃথিবীয়ে জানিবৰ উপায় নাছিল। কঠোৰভাৱে চেঞ্চৰ কৰি খবৰ-বাতৰি বন্ধ কৰা হৈছিল।

পঞ্জাবৰ নেতাসকলৰ অনুৰোধ মতে ৮ এপ্ৰিলত গান্ধী দিল্লীলৈ ৰাওনা হয়। পঞ্জাব বা দিল্লী নোসোমাবলৈ বাটতে তেওঁৰ ওপৰত আদেশ জাৰি কৰা হয়। আদেশ মানিবলৈ অস্বীকাৰ কৰাত, তেওঁক গ্ৰেপ্তাৰ কৰি স্নকীয়া ট্ৰেইনত ১০ এপ্ৰিলত বোম্বেত থৈ যোবা হয়। গান্ধীৰ গ্ৰেপ্তাৰৰ খবৰত কেবাঠাইতো গণ্ডগোল সৃষ্টি হয়। আহ্‌মদাবাদত ইংৰাজ আৰু ভাৰতীয় কৰ্মচাৰী কেজনমানক হত্যা কৰা হয়। কলিকতাত পুলিচৰ গুলীত ৰাইজৰ ছজনমান নিহত আৰু কিছুমান আহত হয়। আহ্‌মদাবাদলৈ গৈ গান্ধীজীয়ে তাৰ ৰাইজক শান্ত কৰে। এই গণ্ডগোলকিটাৰ কাৰণে গান্ধীজীয়ে সত্যাগ্ৰহ স্থগিত ৰাখে।

ইফালে অমৃতসৰত অতি শোচনীয় দুৰ্ঘটনা ঘটিল। চৰকাৰে কয় যে কাৰ্যতঃ তাত ১০ এপ্ৰিলতে সামৰিক আইন জাৰি কৰা হয়। কিন্তু দৰাচলতে লাহোৰ আৰু অমৃতসৰত ১৫ এপ্ৰিলতহে হয়। তাৰ পিচত পঞ্জাবৰ আন কেখনমান জিলাতো সামৰিক আইন জাৰি কৰা হয়। ১৩ এপ্ৰিলত কাজেই অমৃতসৰত প্ৰকৃতপক্ষে সামৰিক আইন নাছিল। ১৩ এপ্ৰিল আছিল বহাগ বিহুৰ দিন। সেইদিনা এখন ৰাজহুৱা সভা হ'ব বুলি জাননী দিয়া হ'ল। সময়মতে জালিয়ানবালাবাগ নামে ঠাইত ২০ হেজাৰ মানুহ গোট খালে—ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহো তাত আছিল। জালিযানৱালাবাগ হৈছে অমৃতসৰ নগৰৰ মাজত চাৰিওফালে বেৰা দিয়া এটুকুৰা খোলা ময়দান। তাত সোমাবলৈ কেৱল এটা বাট আছে। বাটটো ইমান ঠেক যে গাড়ী সোমাব নোৱাৰে। জেনেৰেল ডায়াৰে ১০০ ভাৰতীয় আৰু ৫০ জন বৃটিছ সেনা লৈ তাত উপস্থিত হ'লগৈ। হংসৰাজে তেতিয়া সভাত বক্তৃতা দি আছিল। ডায়াৰে তৎক্ষণাৎ গুলী চলাবলৈ আদেশ দিলে। হাণ্টাৰ কমিছনৰ আগত তেওঁ নিজেই কয় যে আদেশ দিয়াৰ ২।৩ মিনিটৰ ভিতৰত সেই সৰু ৰাস্তাইদি ২০ হেজাৰ মানুহ ওলোৱা কোনো ৰকমেই সম্ভৱ নহয়। ১৬০০ ৰাউণ্ড গুলী চলোৱা হয়। ডায়াৰে নিজেই কৈছে যে খাৰবাৰুদ শেষ হোৱাতহে গুলী চলোৱা বন্ধ হয়, নহ'লে তেওঁ আৰু গুলী চলালেহেঁতেন। গৱৰ্ণমেণ্টৰ হিচাপ মতেই

৩৭৯ জন মৰে আৰু ১২০০ জন আহত হয়। ভাৰতীয় চিপাহীয়ে গুলী চলায। বৃটিছ চিপাহী তেওঁলোকৰ পিচত আছিল। ডায়াৰে কৈছে যে তেওঁ অস্ত্ৰসজ্জিত গাড়ীও লৈ গৈছিল। পিচে জালিয়ানৱালাবাগৰ বাটটো সৰু হোৱাত গাড়ী সুমুৱাব নোৱাৰিলে। গুলী চলাই সদলে ডায়াৰ গুচি গ'ল। মৃত আৰু আহতসকল তাতে গোটেই নিশা পৰি থাকিল। গুলীৰ আঘাতত পৰি থকাসকলক পানী এটোপা দিবলৈয়ো কোনো বন্দবস্ত কৰা ন'হল। চিকিৎসাৰ কোনো ব্যৱস্থা নাছিলেই।

ডায়াৰে খোলাকৈয়ে কৈছে যে মানুহবিলাকক তেওঁ ভালকৈ এশিকনি দিব খুজিছিল। ডাযাৰৰ ৰাজত্বত অভাৱনীয় অত্যাচাৰ চলিছিল। অমৃতসৰৰ ওৱাটাৰ ছাপ্লাই আৰু ইলেক্ট্ৰিক ছাপ্লাই বন্ধ কৰি দিযা হৈছিল। প্ৰকাশ্যভাবে বেত্ৰদণ্ড দিয়াটো সাধাৰণ কথা হৈ পৰিছিল। সকলোতকৈ চৰা আছিল পেট চোচোৰাই যোবাৰ আদেশ। মিচ চেৰউদ নামে কোনো এগৰাকী মিছনেৰী লেডী ডাক্তৰক কোনো এটা গলিযেদি যাওঁতে কিছুমান মানুহে আক্ৰমণ কৰিছিল। ইয়াৰ প্ৰতিশোধ ল'বলৈ ডাযাৰে আদেশ দিলে যে সেই গলিয়েদি যিয়েই যাব সেযেই পেটটো মাটিত পেলাই সেইখিনি বাট চুচৰি যাব লাগিব। ভাৰতীয মাত্ৰেই এই অপমান সহ্য কৰিবলগা হৈছিল। যদিও তাৰ কিছুমান ভাল মানুহে মিছ চেৰউদক ৰক্ষা কৰিছিল তথাপি সেই ৰাস্তাত থকা সকলোবেই আদেশটো মানিবলগা হৈছিল। ৰেলত তৃতীয় শ্ৰেণীৰ টিকট দিয়া বন্ধ কৰা হৈছিল। ফলত যাতায়াত সাধাৰণতে বন্ধ হৈছিল। দুজনতকৈ বেছি মানুহ ৰাস্তাত একেশাৰীতে যাব নোৱাৰিছিল। য়ুৰোপীয়ৰ বাহিৰে আনৰ চাইকেল লৈ যোৱা হৈছিল। কোনোবাই দোকান বন্ধ কৰিলেও তেওঁৰ দোকান জোৰকৈ খুলি দিয়া হৈছিল। নগৰৰ বহুত ঠাইত বেত দিবলৈ ত্ৰিভুজৰ ব্যৱস্থা ৰখা হৈছিল। সামৰিক ত্ৰিবিউনেলত বিচাৰ হৈছিল। ২৯৮ টা অভিযোগৰ ভিতৰত ২১৮ টাৰে শাস্তি হয়। তাৰে ৫১ জনৰ মৃত্যুদণ্ড, ৪৬ জনৰ যাৱজ্জীৱন দ্বীপান্তৰ, দুজনৰ দহ বছৰ ফাটেক আৰু ৭৯ জনৰ ৭ বছৰ ফাটেক হয়। এইবিলাক বিবৰণ শুনি হাণ্টাৰ কমিছনৰ জাষ্টিচ ৰেনৃকিণে ডায়াৰক সুধিছিল, "জেনেৰেল, ই এটা বিভীষিকা নহয়নে?" ডায়াৰে উত্তৰ দিলে, "নহয়, মই এটা ভীষণ কৰ্তব্য কৰিবলগা আছিল। মোৰ মনৰে মই যি কৰিছোঁ, তাক দয়াপৰবশ হৈহে কৰিছো। গুলী নকৰা কৈয়ো জনতাক ছত্ৰভঙ্গ কৰাব পাৰিলোহেঁতেন, কিন্তু সিহঁতে আকৌ

আছি হাঁহিলেহেতেন।" ছাৰ মাইকেল অ' ডায়াৰে জেনেৰেল ডায়াৰৰ কাম সমৰ্থন কৰিলে। অমৃতসৰৰ ঘটনাৱলী এবছৰলৈকে ভালকৈ বাহিৰত জনাই নগৈছিল। ১৯১৯ চনৰ জুলাইতহে কলিকতাত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে এই বিষয়ে আলোচনা কৰিবলৈ সময় পায়।

অকল অমৃতসৰতেই যে এনে কাণ্ড হৈছিল এনে নহয়। লাহোৰ, গুজৰাণৱালা, কুশাৰ আদি ঠাইতো চৰকাৰে গা শিযৰি উঠা আক্ৰমণ চলায়। লাহোৰত কাৰফিউ অৰ্ডাৰ দিয়া হৈছিল। ১৬-২০ বছৰৰ ভিতৰৰ ছাত্ৰসকলৰ ওপৰত বিশেষ চকু ৰখা হৈছিল। লাহোৰৰ কেবাখনো কলেজৰ ছাত্ৰক দিনে চাৰিবাৰকৈ হাজিৰা দিবলৈ আদেশ দিয়া হৈছিল। কলেজৰপৰা কোনো কোনো হাজিৰা দিয়া ঠাই চাৰি মাইল দূৰ। এওঁলোকে দিনে লাহোৰৰ গৰমত—য'ত তাপমাত্ৰা ১০৮° ডিগ্ৰীৰো ওপৰ—১৯ মাইল খোজ কাটিবলগা হৈছিল। কিছুমান বাটত মূৰ্চ্ছা গৈ পৰিছিল। এখন কলেজত সামৰিক আইনৰ জাননী এখন কোনোবাই ফালি পেলায়। শাস্তি স্বৰূপে প্ৰিন্সিপাল আৰু প্ৰফেচাৰসকলক গ্ৰেপ্তাৰ কৰি নি তিনি দিন আটক কৰি ৰখা হৈছিল। গাৱঁৰ আন মানুহক ভয় খুৱাবলৈ গাওঁবুঢ়াক গছত বান্ধি প্ৰকাশ্যে বেত দিয়া হৈছিল। কৰ্ণেল জনূচন আছিল লাহোৰৰ সামৰিক অধ্যক্ষ। ছয় সপ্তাহ তেওঁ বিভীষিকাৰ সৃষ্টি কৰে। বিদায়ৰ ভোজত লাহোৰৰ য়ুৰোপীয়সকলে তেওঁক 'দুখীয়াৰ ৰক্ষক' নাম দিছিল।

গুজৰাণৱালাত বোমা পেলোৱা হয় আৰু জনতাৰ ওপৰত ২৫৫ ৰাউণ্ড মেচিনগান্ চলোৱা হয়। চৰকাৰী হিচাবত ৯ জন মৰে আৰু ১৬ জন আহত হয়। গুলীৰ সংখ্যালৈ চাই হতাহতৰ এই হিচাবটো অলপো বিশ্বাসযোগ্য নহয়। গুজৰাণৱালাৰ সামৰিক অধ্যক্ষ কৰ্ণেল অ' ব্ৰিয়েনে আদেশ দিয়ে যে ভাৰতীয়ই বৃটিছ বিষয়া দেখিলেই গাড়ীৰপৰা নামিব লাগিব, চেলাম দিব লাগিব, ছাতি নমাব লাগিব। এই আদেশ নমনাৰ কাৰণে মানুহক বেত দিয়া হৈছিল বা জৰিমনা কৰা হৈছিল। বিনা বিচাৰে ছয় সপ্তাহলৈকে তেওঁ বহুত মানুহ গ্ৰেপ্তাৰ কৰি ৰাখে। দলে দলে যাকে য'তে পায় গ্ৰেপ্তাৰ কৰি একেলগে বান্ধি লৈ যোৱা হৈছিল। পুতেকক ধৰাই দিব নোৱাৰাৰ কাৰণে বুঢ়া বাপেকক গ্ৰেপ্তাৰ কৰি নিয়া হৈছিল। নাঙঠ কৰি মানুহক বেত দিয়া হৈছিল। বৃটিছ পতাকা অভিবাদন কৰিবলৈ ছাত্ৰসকলে দিনে তিনিবাৰকৈ যাব লগা হৈছিল। ৫/৬ বছৰৰ ল'ৰাৰ ওপৰতো

সেই আদেশ জাৰি কৰা হৈছিল। অহা-যোৱাত ৰ'দৰ তাপ সহিব নোৱাৰি কোনো কোনো মৰিছিলো।

দীনবন্ধু চি এফ এণ্ড্ৰুজক পঞ্জাব সোমাবলৈ দিয়া নহৈছিল। বন্দীসকলৰ পক্ষে ওকালতি কৰিবলৈ নৰ্টন পঞ্জাবলৈ ওলাইছিল। তেওঁক যাবলৈ নিষেধ কৰা হল। লালা হৰিকৃষ্ণ লালক দ্বীপান্তৰ কৰা হ'ল আৰু তেওঁৰ ৪০ লাখ টকা মূল্যৰ সম্পত্তি বাজেয়াপ্ত কৰা হ'ল। ইতিমধ্যে তৃতীয় আফগান যুদ্ধ লগাত পঞ্জাবৰ অবস্থা জটিল হৈ পৰিল। চাৰি মে'ত সেনা সমাবেশ আৰম্ভ হ'ল। পঞ্জাবত সামৰিক আইন বেছিদিন থকাৰ প্ৰতিবাদ স্বৰূপে বৰলাটৰ কাউন্সিলৰ মেম্বৰ ছাৰ শঙ্কৰন্ নায়াৰে পদত্যাগ কৰিলে।

পঞ্জাবৰ অত্যাচাৰৰ তদন্ত কৰিবলৈ সকলো পিনৰপৰা দাবী হ'ল। ১৯১৯ চনৰ ছেপ্টেম্বৰত হাণ্টাৰ কমিটিৰ নিয়োগৰ কথা বৰলাটে ঘোষণা কৰিলে। কংগ্ৰেছে ভাৰতৰ ৰাজনৈতিক অবস্থাৰ গুৰুত্ব বুজাবলৈ এটা প্ৰতিনিধি দল নিয়োগ কৰিলে। ১৯১৯ চনৰ ২৯ এপ্ৰিলত তেওঁলোক ইংলণ্ডলৈ ৰাওনা হ'ল। বিথলভাই পেটেল আৰু কেলকৰ তাৰ সভ্য হ'ল। পঞ্জাবৰ ঘটনাৱলী তদন্ত কৰিবলৈ পণ্ডিত মতিলাল নেহৰু প্ৰমুখ্যে লোকক লৈ এটা তদন্ত কমিটিও কংগ্ৰেছে নিয়োগ কৰিলে। গান্ধীজীকো সেই কমিটিত লোবা হয়। নৰমপন্থীসকলৰ আৰু নিখিল ভাৰত হ'মৰুল লীগৰ (লীগৰ তেতিয়া দুটা ভাগ হৈছিল) প্ৰতিনিধি দল বেলেগে গৈছিল। মহাৰাষ্ট্ৰ হ'মৰুল লীগৰ প্ৰতিনিধি দলটো ইংলণ্ডলৈ যাবলৈ অনুমতি নোপোৱাত কলম্বোৰপৰা ঘূৰি আহিব লগা হয়। অবশ্যে ছাৰ চিৰিলৰ বিৰুদ্ধে মোকৰ্দমাত তিলকক ইংলণ্ডলৈ যাবলৈ দিবলগা হয়। মিঃ বেছান্তৰ প্ৰতিনিধি দলে কংগ্ৰেছৰ বিৰোধিতা কৰে। কংগ্ৰেছ প্ৰতিনিধি দলে দিল্লী প্ৰস্তাৱ মতে স্বায়ত্ত শাসনত জোৰ দিছিল। বেছান্তে মণ্টেগু আঁচনিৰ অলপ সংশোধন বিচাৰে।

১৯১৯ চনৰ পিচৰ ছমাহৰ ভাৰতৰ অৱস্থা থূলমূলকৈ এনেদৰে দিব পাৰি : (১) পঞ্জাবৰ ঘটনাৱলীৰ কাৰণে দেশব্যাপী বিক্ষোভ আৰু বিতৃষ্ণা। চৰকাৰে সেই বিষয়ে তদন্ত কৰিবলৈ হাণ্টাৰ আয়োগ নিয়োগ কৰিলে যদিও তাত কংগ্ৰেছৰ প্ৰতিনিধি নোলোৱাত অসন্তোষ ; (২) যুদ্ধৰ সময়ত বৃটিছ চৰকাৰৰ প্ৰধান মন্ত্ৰী লয়ড জৰ্জে ভাৰতক স্বায়ত্ত-শাসনৰ অধিকাৰ দিব বুলি প্ৰতিশ্ৰুতি দি কৈছিল যে যুদ্ধ জয়ত সহায় কৰাৰ কাৰণে ভাৰতত এটা নতুন দাবী হৈছে। সেই

দাবী নেমানি নোৱাৰি। কিন্তু যুদ্ধ জয়ৰ পিচত দায়িত্বপূর্ণ চৰকাৰৰ নাম গোন্ধ নথকা মণ্টেগু চাহাবৰ সংস্কাৰ বিলহে পার্লেমেণ্টত দাঙি ধৰা হৈছে। বিলাতলৈ যোৱা কংগ্ৰেছ প্ৰতিনিধি দলে বিবৃতি এটাত ভাৰতৰ ৰাজনৈতিক অৱস্থা বুজাই কয়। লয়ড জর্জে কোৱা 'নতুন দাবী'ৰ ফলত ভাৰতে কি পালে? সকলোতে দমন নীতিৰ তাণ্ডৱ লীলা। প্ৰেছৰ বা ব্যক্তিৰ কথা কোৱাৰ স্বাধীনতা নাইকিয়া হ'ল, পঞ্জাবত সামৰিক আইনৰ যথেচ্ছাচাৰ ইত্যাদি।

১৯১৯ চনৰ ডিচেম্বৰত অমৃতসৰতে কংগ্ৰেছ সভা বহিল। পণ্ডিত মতিলাল নেহৰু সভাপতি হ'ল। পঞ্জাবৰ বিষয়ে তদন্ত কমিটিৰ প্ৰতিবেদন তেতিয়া ওলোৱা নাছিল। কাজেই কংগ্ৰেছে ডাঙৰ সিদ্ধান্ত একো কৰিব নোৱাৰিলে। কিন্তু ইতিমধ্যে পার্লেমেণ্টত মণ্টেগু সংস্কাৰ বিল গৃহীত হৈছিল। এই বিলখন গৃহীত হোৱাত তিলকে ভাৰতবাসীৰ হৈ বৃটিছ মন্ত্ৰীসভাক অভিনন্দন জনাই তাঁৰ কৰিছিল। তেওঁ সংস্কাৰ আঁচনি একেবাৰে অসন্তোষজনক বুলি কৈছিল। কিন্তু তেওঁৰ মত আছিল যে যিখিনি পাইছে, তাকে লৈ বাকীখিনিৰ কাৰণে তেওঁ যুঁজ কৰিব। তিলকৰ কাৰণে অমৃতসৰেই শেষ কংগ্ৰেছ। তাৰ পিচতেই তেওঁ ঢুকায়। গান্ধীজীয়েও এই কংগ্ৰেছত যোগ দিয়ে। ৰাজনৈতিক বন্দীসকলক ৰাজ ক্ষমা দিয়া হয়। কেবাবছৰো জেল খটাৰ পিচত আলি ভ্ৰাতৃদ্বয়েও অমৃতসৰ কংগ্ৰেছত যোগ দিলেহি। মহম্মদ আলিয়ে কংগ্ৰেছ প্লেটফর্মত উঠি কয় যে তেওঁ ছিন্দৱাৰা জেলৰ পৰা 'ৰিটার্ণ টিকেট' লৈ আহিছে।

অমৃতসৰ কংগ্ৰেছত ভাৰতীয় ৰাজনৈতিকসকলৰ মাজত সংস্কাৰ লৈ মতানৈক্য দেখা দিয়ে। পণ্ডিত মালব্য আৰু গান্ধীয়ে সংস্কাৰ মতে কাম কৰিব খোজে এই চৰ্তত যে চৰকাৰে যিবিলাক বিষয়ে সহযোগ কৰিব, সেই বিষয়ে তেওঁলোকেও সহযোগিতা কৰিব। দেশবন্ধু চিত্তৰঞ্জন দাশ সংস্কাৰ আঁচনি অগ্ৰাহ্য কৰাৰ পক্ষে আছিল। দাশৰ প্ৰস্তাৱৰ সংশোধনী দিয়ে গান্ধীয়ে। শেষত দাশৰ প্ৰস্তাৱৰ লগতে গান্ধীজীৰ একাকি কথা যোগ দি কংগ্ৰেছে প্ৰস্তাৱটো গ্ৰহণ কৰে।

কংগ্ৰেছে মণ্টেগু সংস্কাৰ অসন্তোষজনক বুলি মত প্ৰকাশ কৰে আৰু দাবী কৰে যে পার্লেমেণ্টে সোনকালে আত্মনিয়ন্ত্ৰণৰ নীতি মতে ভাৰতত দায়িত্বপূর্ণ চৰকাৰ স্থাপনৰ ব্যৱস্থা কৰিব লাগে আৰু ইতিমধ্যে সম্পূর্ণ দায়িত্বশীল চৰকাৰ স্থাপনৰ উদ্দেশ্যে সংস্কাৰ লোৱা হ'ব। মিছেচ বেছান্তৰ প্ৰস্তাৱ নিটিকিল।

পঞ্জাব আৰু গুজৰাটত জনতাই যি হিংসাকাৰ্য কৰে, গান্ধীজীৰ মতে কংগ্ৰেছে তাৰ নিন্দা কৰিব লাগে। বিষয়-বাছনি কমিটিয়ে গান্ধীজীৰ সেই প্ৰস্তাৱ গ্ৰহণ নকৰিলে। গান্ধীজীয়ে নম্ৰ, কিন্তু দৃঢ়তাৰে জনালে যে তেওঁৰ মত গ্ৰহণ নকৰিলে তেওঁ কংগ্ৰেছত থাকিব নোৱাৰিব। কংগ্ৰেছে অৱশেষত তেওঁৰ মত গ্ৰহণ কৰিলে। প্ৰস্তাৱটো দাঙি ধৰি গান্ধীজীয়ে কৈছিল, "চৰকাৰ বলিয়া হৈছিল, আমিও বলিয়া হৈছিলোঁ। মই কওঁ যে বলিয়ালিৰ উত্তৰ বলিয়ালিৰে নিদিব, বলিয়ালিৰ উত্তৰ দিব স্থৈৰ্যৰে, তেতিয়া হ'লে গোটেই পৰিস্থিতিটো আপোনাৰ হাতৰ মুঠিত থাকিব।" গান্ধীজীৰ যুদ্ধ-নীতিৰ আভাস অমৃতসৰ কংগ্ৰেছত পোৱা যায়। চৰকাৰৰ অত্যাচাৰ বিচাৰ কৰাৰ আগতে নিজৰ দোষবিলাক চালি-জাৰি চোৱা তেওঁৰ ৰণ কৌশল আছিল। চৰকাৰৰ অশোভনীয় কাৰ্যৰ নিন্দা কৰাৰ লগে লগে তেওঁ ৰাইজৰ আভ্যন্তৰীণ দোষবিলাক আঙুলিয়াই, তাক গুচাবলৈ চেষ্টা কৰে। সহযোগৰ অলপো সুৰুঙাও তেওঁ নেৰে। তেওঁ সদায় সহযোগৰ হাত আগবঢ়াই দিয়ে। চৰকাৰে যেতিয়া তাক গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰে, তেতিয়া বাধ্য হৈহে তেওঁ অসহযোগ কৰে। অমৃতসৰ কংগ্ৰেছত পুৰণি কংগ্ৰেছ নেতাসকলৰ দিন ওৰ পৰে। ধীৰপন্থীসকলে ১৯১৯ চনৰ ডিচেম্বৰত কলিকতাত উদাৰনৈতিক নাম লৈ বেলেগ সভা পাতে। এই কংগ্ৰেছতে ভাৰতত গান্ধীযুগৰ সূত্ৰপাত হয়।

## অসহযোগ

১৯২০ চনত দুটা কথাই ভাৰতবৰ্ষত জুই জ্বলালে। অৱশ্যে ই উপস্থিত কাৰণহে হ'ল। বৃটিছ শাসনত ভাৰতবৰ্ষ আগতেই অতিষ্ঠ হৈ পৰিছিল। ক্ৰমে বেয়ালৈ যোৱা অৰ্থনৈতিক অৱস্থা আৰু জাতীয়তাৰ ভাবে ৰাজনৈতিক অধিকাৰ লাভৰ কাৰণে জাতিৰ প্ৰাণত তীব্ৰ হাবিয়াস সৃষ্টি কৰে। ১৯২০ চনৰ ১৪ মে'ত তুৰস্কৰ লগত কৰা শান্তিৰ চৰ্ত প্ৰকাশ হ'ল। লয়ড জৰ্জে ভাৰতীয় মুছলমানসকলক খিলাফট সম্পৰ্কে প্ৰতিশ্ৰুতি দিছিল আৰু সেই প্ৰতিশ্ৰুতিৰ ওপৰতে নিৰ্ভৰ কৰি ভাৰতীয় মুছলমান সেনাই ভাৰতৰ বাহিৰৰ মুছলমানসকলৰ লগতো যুঁজিছিল। মুছলমানসকলৰ কথা আছিল যে মেছোপটেমিয়া, আৰব, চিৰিয়া আৰু পেলেষ্টাইন খলিফাৰ (তুৰস্কৰ চুলতান) তলতে

থাকিব লাগিব। কিন্তু শান্তিৰ চৰ্তমতে তুৰস্ক সাম্ৰাজ্য খণ্ড-বিখণ্ড কৰা হ'ল। থে্‌চগ্ৰীচক পুৰস্কাৰ দিয়া হ'ল। এছিয়াত থকা তুৰস্কৰ সাম্ৰাজ্যখিনি বৃটেইন আৰু ফ্ৰান্সে মেণ্ডটৰ নামত ভাগ কৰি লয়। চুলতান বন্দী হোৱাদি হ'ল। তুৰস্কত দূতাবাস এটা মিত্ৰশক্তিয়ে নিয়োগ কৰিলে। আগৰ প্ৰতিশ্ৰুতিলৈ চাই বৃটিছ প্ৰধান মন্ত্ৰীয়ে ভাৰতীয় মুছলমানসকলৰ প্ৰতি বিশ্বাসঘাতকতা কৰিলে। খিলাফট্ সমস্যাৰ সন্তোষজনক সমাধান নহ'লে গান্ধীজীয়ে অসহযোগ আন্দোলন কৰিব বুলি ১৯২০ চনৰ ১০ মাৰ্চতে ঘোষণা কৰিছিল। খিলাফট্ কমিটিয়ে ১৯২০ চনৰ ২৮ মে'ত গান্ধীজীৰ অসহযোগ আঁচনি গ্ৰহণ কৰিলে। তুৰস্কৰ লগত বৃটিছে কৰা ব্যৱহাৰৰ পিচত মুছলমানসকলে বৃটিছ-ভাৰতত থকা উচিত নহয় বুলি ভাবি ভাৰতৰপৰা মুছলমানসকল আফগানিস্তানলৈ যাবলৈ আন্দোলন হয়। আগষ্ট মাহত ১৮,০০০ মুছলমান আফগানিস্তানলৈ বুলি ওলাই যায়। অলপ পিচতে আফগান চৰকাৰে তালৈ এনেকৈ মানুহ যোৱা বন্ধ কৰে। বহুত যাত্ৰীৰ জীৱন হানি হয়। তেওঁলোকৰ কষ্টৰ সীমা নাছিল।

সেই সময়তে ১৯২০ চনৰ ২৮ মে'ত হাণ্টাৰ কমিটিৰ প্ৰতিবেদন প্ৰকাশ হয়। প্ৰতিবেদনত কমিটি সৰ্বসম্মত নহ'ল। ইংৰাজ সদস্যসকলে পঞ্জাবত ৰাইজৰ ফালৰপৰা যি উৎপাত হৈছিল, তাত বিপ্লৱৰ ষড়যন্ত্ৰ দেখিলে। ভাৰতীয় সদস্যসকলে তাত সন্মতি নিদিলে। এওঁলোকৰ মতে সামৰিক আইন জাৰি কৰাৰ কোনো যুক্তি নাছিল। ভাৰতীয় সদস্যসকলৰ মতে অ'ডায়াৰে যুদ্ধৰ বৰঙণি আৰু সেনা সংগ্ৰহ কৰোতে যি জুলুম কৰিছিল তাৰ ফলতহে পঞ্জাবত দুই-এঠাইত গণ্ডগোল হয়। কমিটিৰ বেছিভাগ সদস্যই ডায়াৰ আদি সামৰিক কৰ্তৃপক্ষই কোনো কোনো ক্ষেত্ৰত ক্ষমতাৰ অপপ্ৰয়োগ কৰে বুলি মন্তব্য কৰে। বৃটিছ চৰকাৰে কমিটিৰ সেই মত গ্ৰহণ কৰি অনাবশ্যক কঠোৰতা দেখুৱাৰ কাৰণে কৰ্মচাৰীসকলৰ কিছুমান কামত অসন্তোষ প্ৰকাশ কৰে। মণ্টেগুৱে কয় যে জেনেৰেল ডায়াৰে সাধু ভাৱতেই কাম কৰিছিল। এনেকৈ হাণ্টাৰ কমিটিৰ বেছি ভাগৰ প্ৰতিবেদনে পঞ্জাবৰ পাশবিক অত্যাচাৰৰ কাৰণে যিসকল দায়ী, তেওঁলোকক ৰক্ষা কৰিলে। জেনেৰেল ডায়াৰৰ স্বীকাৰোক্তিৰপৰাও পঞ্জাবৰ ঘটনাৰাশিৰ কাৰণে কোন দায়ী ওলাই পৰিছিল। কমিটি আৰু চৰকাৰে তথাপিও দোষীসকলক ৰক্ষা কৰিলে—ভাৰতীয় জনতাক ফাকি দিবলৈ তেওঁলোকৰ দুই-এটা কামৰহে অসন্তোষ দেখুৱালে। বৃটিছ লৰ্ড সদনে

ডায়াৰক প্ৰশংসাহে কৰিলে। জেনেৰেল ডায়াৰে কামৰপৰা অৱসৰ লবলগা হ'ল, তাৰ ফলত তেওঁ পেন্‌চনো হেৰুৱালে, কিন্তু ভাৰতত থকা ইংৰাজ মহিলাসকলে তেওঁক তেওঁলোকৰ ৰক্ষক বুলি ভাবি চাঁদা তুলি ২০,০০০ পাউণ্ড দিছিল। ইংলণ্ড আৰু ভাৰতত তৰোৱাল পুৰস্কাৰ দি ইংৰাজসকলে তেওঁক সন্মান দেখুৱাইছিল। জালিয়ান-ৱালাবাগত হাজাৰ হাজাৰ নিৰ্দোষী ভাৰতীয় মানুহক নিষ্ঠুৰভাৱে যিজনে গুলী কৰি মাৰিলে আৰু আহত কৰিলে তেওঁৰ প্ৰতি ইংৰাজ-সকলৰ এনে ব্যৱহাৰত ভাৰতত কি প্ৰতিক্ৰিয়া হ'ব পাৰে তাক সহজে অনুমান কৰিব পাৰি।

১৯২০ চনৰ মাৰ্চ মাহত গান্ধীজীয়ে অসহযোগৰ যি ঘোষণা কৰিছিল সেই বিষয়ে ইতিমধ্যে ৰাজনৈতিকসকলৰ মাজত আলোচনা হ'ল। অসহযোগত যি পৰিমাণে ত্যাগ স্বীকাৰ কৰিব লাগিব, তাৰ কাৰণে দেশবাসী সাজু আছে নে নাই, সেই বিষয়ে তিলকে সন্দেহ প্ৰকাশ কৰে। কিন্তু তেওঁ গান্ধীজীক আশ্বাস দিয়ে যে আন্দোলনত তেওঁ বাধা নিদিয়ে আৰু কংগ্ৰেছৰ সমৰ্থন পালে তেৰোঁ আন্দোলনত আগ্ৰহেৰে যোগ দিব। দুৰ্ভাগ্যৰ কথা যে ১৯২০ চনৰ ৩১ জুলাইত তিলকৰ পৰলোক হ'ল।

এনে অৱস্থাৰ মাজত ১৯২০ চনৰ ৪ চেপ্টেম্বৰত কলিকতাত কংগ্ৰেছৰ বিশেষ অধিবেশন বহে। লালা লাজপতৰায় সভাপতি হয়। এই অধিবেশনত গান্ধীজীৰ অসহযোগ আন্দোলনৰ প্ৰস্তাৱ গৃহীত হয়। প্ৰস্তাবৰ পক্ষে ১৮৮৬ আৰু বিপক্ষে ৮৮৪ ভোট হয়। মতিলাল নেহৰুৰ বাহিৰে মুখিয়াল কংগ্ৰেছী নেতাসকলৰ ভিতৰত গান্ধীজীৰ প্ৰস্তাবৰ সমৰ্থক প্ৰথম অৱস্থাত কেও নাছিল বুলিব পাৰি। কিন্তু সাধাৰণ প্ৰতিনিধিসকলে গান্ধীজীৰ কাৰ্যপালিকা উৎসাহেৰে সমৰ্থন কৰিলে। মুছলমানসকলো বিশেষ উৎসাহী আছিল।

নাগপুৰত বহা কংগ্ৰেছৰ বছৰেকীয়া অধিবেশনে অসহযোগ প্ৰস্তাৱ সমৰ্থন কৰিলে। বিজয়ৰাঘৱাচাৰিয়াৰ সভাপতিত্বত নাগপুৰ কংগ্ৰেছ বহে। ১৪,৫৮২ জন প্ৰতিনিধিয়ে এই অধিবেশনত যোগ দিয়ে। তাৰ ভিতৰত কমেও ১০৫০ জন মুছলমান আৰু ১৬৯ গৰাকী মহিলা আছিল। অসহযোগ প্ৰস্তাৱ বাতিল কৰিবলৈ দেশবন্ধু চিত্তৰঞ্জন দাসে নাগপুৰলৈ বঙ্গৰপৰা ২৫০ জন প্ৰতিনিধি লৈ গৈছিল। নিজৰপৰা তেওঁ ৩৬,০০০ টকা খৰচো কৰে কলিকতাৰ সিদ্ধান্ত বদ কৰিবলৈ। বঙ্গৰ জিতেন্দ্ৰলাল বানাৰ্জী দেশবন্ধুৰ বিৰোধী আছিল।

কিন্তু নাগপুৰলৈ অহাৰ পিচত দেশবন্ধুৱে বিৰোধিতা নকৰি গান্ধীজীক সমৰ্থন কৰিলে। দাশ, নেহৰু আৰু লালাজী এইকেজনৰ সমৰ্থনত নাগপুৰত গান্ধীজী কলিকতাতকৈয়ো শক্তিশালী হৈ উঠিল।

অসহযোগৰ প্ৰস্তাবত কোৱা হয়ঃ "পঞ্জাব আৰু খিলাফটৰ অন্যায়ৰ প্ৰতিকাৰ নহ'লে ভাৰত সন্তুষ্ট হ'ব নোৱাৰে। জাতীয় সম্মান ৰক্ষা কৰাৰ আৰু ভবিষ্যতে এনে অন্যাযৰ পুনৰাবৃত্তিত বাধা দিয়াৰ একমাত্ৰ কাৰ্যকৰী পন্থা হৈছে স্বৰাজ প্ৰতিষ্ঠা।" খিলাফট আৰু পঞ্জাবৰ অন্যাযৰ প্ৰতিকাৰ আৰু স্বৰাজ লাভেই অসহযোগ আন্দোলনৰ উদ্দেশ্য আছিল।

অসহযোগ আন্দোলনৰ ভেটি হৈছে সত্য আৰু অহিংসা। পৃথিবীৰ ইতিহাসত সত্য আৰু অহিংসাৰ ভেটিত ৰাজনৈতিক আন্দোলন হোৱাৰ কথা ইয়াৰ আগতে দেখা নাযায়। পৃথিবীত সকলো পৰাধীন দেশেই যিকোনো উপায় অবলম্বন কৰিযেই স্বাধীনতা লাভ কৰিবলৈ চেষ্টা কৰা দেখা যায়। কিন্তু মহাত্মাজীয়ে ভাৰতত এক অভিনব পন্থা লয়। তেখেতে কয় যে অসৎ উপায়েৰে মহৎ উদ্দেশ্য সাধিত হ'ব নোৱাৰে। সেই কাৰণে জাতিৰ আত্মসম্মান ৰক্ষাৰ দৰে মহান উদ্দেশ্য সিদ্ধিৰ কাৰণে যি উপাযেৰে যুদ্ধ কৰা হয সেই উপায সৎ আৰু মহান হ'ব লাগিব বুলি তেওঁ জোৰ দিয়ে। ভাৰতবৰ্ষৰ ৰাইজক ইংৰাজে সম্পূৰ্ণ নিৰস্ত্ৰ কৰি ৰাখিছে। সাধাৰণ চিকাৰৰ বন্দুক এটা ল'বলৈযো ভাৰতত লাইচেঞ্চ লাগে। সেই লাইচেঞ্চ পোৱা সহজ নহয। পৃথিবীৰ কোনো দেশতে এনে আইন নাই। নিৰস্ত্ৰ ভাৰতবৰ্ষই ইচ্ছা কৰিলেও হিংসাৰ যুদ্ধ কৰা হযতো সম্ভৱ নাছিল। অলপ অস্ত্ৰ গোটাব পাৰিলেও বৃটিছ চৰকাৰৰ দৰে শক্তিশালী চৰকাৰ এটাৰ হিংসাৰ বিৰুদ্ধে হিংসাৰে যুদ্ধ কৰাটো কাৰ্যকৰী কথা নহয। ব্যক্তিগত কৰ্মচাৰীক বধ কৰা, সন্ত্ৰাসবাদ বা টেৰৰিজিমেও এটা শক্তিশালী চৰকাৰক লৰাব পৰা সম্ভৱ নহয। কৰ্মচাৰী কিছুমানক হত্যা কৰিলে ভয খাই চৰকাৰ সেও নহয। তদুপৰি স্বাভাৱিকতে সমগ্ৰ দেশবাসীৰ লগত এনে কাৰ্যৰ যোগ নেথাকে। দেশৰ সৰ্বসাধাৰণক জগাই তোলাত কাজেই এই প্ৰণালীয়ে কাম নিদিয়ে।

থূলমূলকৈ এনে যুক্তিৰ কথা ভাবিয়েই বোধহয় কংগ্ৰেছৰ বেছিভাগ মানুহে গান্ধীজীৰ অহিংস অসহযোগ সমৰ্থন কৰে। কিন্তু গান্ধীজীয়ে নিজে এনে যুক্তিৰ ওপৰত নিৰ্ভৰ নকৰিছিল। তেখেতৰ মতে অহিংসা দুৰ্বলৰ অস্ত্ৰ নহয়। হিংস যুদ্ধৰ সকলো সম্ভাৱ থকা-

হেতেনো গান্ধীজীয়ে অহিংসাকে প্রকৃষ্ট পন্থা বুলি বিশ্বাস কৰিলেহেতেন। গান্ধীজীৰ মতে অহিংসা এটা ধৰ্ম বিশ্বাস। কিন্তু কংগ্রেছে ভাৰতৰ অৱস্থালৈ চাই অহিংসা প্রণালীৰ যুদ্ধ সকলোতকৈ বেছি কাৰ্যকৰী বুলি ভাবিহে অহিংসানীতি গ্রহণ কৰে।

অসহযোগৰ মূল কথা হৈছে চৰকাৰৰ শাসন আৰু শোষণ কাৰ্যৰ লগত সকলো প্রকাৰৰ সহযোগ বৰ্জন কৰা। অসহযোগৰ কাৰ্যতালিকাত এইকেটা কথা আছিল; (১) উপাধিবৰ্জন (২) মনোনীত সদস্যপদ ত্যাগ (৩) চৰকাৰৰ দৰবাৰ বা আনকোনো চৰকাৰী বা আধাচৰকাৰী উৎসৱ বা ভোজ ভাতত যোগ নিদিয়া (৪) চৰকাৰ বা চৰকাৰী সাহায্য-প্রাপ্ত স্কুল-কলেজ বৰ্জন আৰু জাতীয় স্কুল-কলেজ স্থাপন (৫) আদালত বৰ্জন আৰু পঞ্চায়ত গঠন (৬) মণ্টেগু-চেমচফৰ্ড শাসনসংস্কাৰ বৰ্জন। কাউন্সিললৈ নিৰ্বাচন প্রাৰ্থী নোহোৱা আৰু ভোট নিদিয়া (৭) বিদেশী বস্ত্র বৰ্জন, খদ্দৰ গ্রহণ আৰু সূতা কটাৰ প্রচাৰ (৮) হিন্দু-মুছলমান ঐক্য আৰু অস্পৃশ্যতা বৰ্জন। শেষত সামৰিক আৰু অসামৰিক চাকৰি বৰ্জন আৰু খাজনা বন্ধ কৰাৰো কথা আছিল।

কংগ্রেছৰ নিয়মতন্ত্রৰো সালসলনি হ'ল। কংগ্রেছৰ উদ্দেশ্য হ'ল "শান্তি আৰু বৈধ উপায়েৰে স্বৰাজ লাভ। ভাষাৰ ভেটিত প্রদেশবিলাক সংগঠিত হ'ল। এফালে যেনেকৈ সামৰিক অনুষ্ঠান হিচাপে সহজে কাম চলাব পৰাকৈ, আনফালে তেনেকৈ সমূহ জনসাধাৰণৰ বহল ভেটিৰ ওপৰত কংগ্রেছ অনুষ্ঠানটো প্রতিষ্ঠা কৰিবলৈ উপযোগী নিয়মতন্ত্র ৰচনা কৰা হ'ল। ইংৰাজীৰ ঠাইত হিন্দুস্তানী কংগ্রেছৰ ঘাই ভাষা হয়।

গান্ধীজীয়ে মৌলানা মহম্মদ আলিৰে সৈতে দেশৰ ইমূৰৰপৰা সিমূৰলৈকে অসহযোগৰ বাণী প্রচাৰ কৰিলে। আসমুদ্রহিমাচল এক তুমুল আলোড়ন হ'ল। দিকচক্রবালৰ অন্তৰালত সকলোৰে উপেক্ষিত, নানাভাৱে নিপীড়িত, ভয় আৰু ভোকত জৰ্জৰিত, অন্ধকাৰৰ অতল গহ্বৰত পৰি থকা গাওঁখনৰ নিৰ্জীব প্রাণতো চেতনাৰ সঞ্চাৰ হ'ল। 'মহাত্মা গান্ধীজী কি জয়' ধ্বনিৰে আকাশ-পাতাল মুখৰিত হ'ল। সভাবিলাকত বিদেশী কাপোৰ পৰ্বত প্রমাণ স্তূপত গান্ধীজীয়ে অগ্নি সংযোগ কৰিলে। অতদিনে ভাৰতে কেৱল প্রতিবাদ কৰিছে, অভিযোগ কৰিছে, সমালোচনা কৰিছে। পঞ্জাব বা খিলাফত অন্যায়ৰ বিৰুদ্ধেও তাতকৈ বেছি একো কৰাৰ কথা কোনেও ভবা নাছিল। সকলোৰে প্রাণত এক অস্বস্তিৰ ভাব জন্মিছিল। পৰাধীনতাৰ গ্লানিয়ে বহুতকে পীড়িছিল। কিন্তু বৃটিছৰ পাশবিক শক্তিৰ ওচৰত সকলোৱে নিজক অসহায় আৰু

নিৰুপায় জ্ঞান কৰিছিল। গান্ধীজীয়ে প্ৰথম দেশবাসীৰ প্ৰাণত আত্ম-প্ৰত্যয়ৰ ভাব জন্মায়। ভাৰতীয়ৰ মনত প্ৰথম এই অনুভূতি হ'ল যে তেওঁলোকো অসহায় আৰু দুৰ্বল নহয়। আত্মত্যাগ কৰি, সকলো কষ্ট নিজে বৰণ কৰি লৈ জাতিৰ আত্মপ্ৰতিষ্ঠা কৰিবলৈ এদল কৰ্মী ওলাল। অতদিন কংগ্ৰেছৰ ৰাজনীতি আছিল ডাঙৰ বেৰিষ্টাৰ উকীলৰ অৱসৰ মতে কৰা কামত, কংগ্ৰেছৰ ৰাজনীতি যেন তেওঁলোকৰ আচুতীয়া সম্পত্তি। এতিয়া ই হ'ল সৰ্বসাধাৰণ সকলোৰে সম্পত্তি। এদিন আছিল বাক্‌চাতুৰ্যই ৰাজনীতি, তাৰ দিন এতিয়া উকলিল। কংগ্ৰেছৰ ৰাজনীতি হ'ল আত্মোৎসৰ্গকাৰী বীৰৰ ৰাজনীতি। দেশবন্ধু দাস আৰু পণ্ডিত মতিলালে মাহে বহুত হেজাৰ টকা উপাৰ্জন কৰা ওকালতি ব্যৱসায় এৰি অসহযোগত জাপ দিলে। তেওঁলোকৰ ত্যাগে দেশক প্ৰেৰণা দিলে। ঐশ্বৰ্যৰ মায়া এৰি, নগৰীৰ বিলাসিতা ত্যাগ কৰি বহুত কৰ্মী গাৱঁত সোমাল। কলেজ আৰু স্কুলৰ ছাত্ৰ দলে দলে ওলাই আহিল। তেওঁলোকৰ বহুতো অসহযোগৰ বাণী লৈ গাৱঁলৈ গ'ল। তিলকে স্বৰাজ ভঁড়ালৰ ধনতোলা, কংগ্ৰেছৰ সদস্য কৰা আদি গঠনমূলক কাম কৰি দেশক তেওঁলোকে জগাই তুলিলে। গাৱেঁ গাৱেঁ কংগ্ৰেছ কমিটী আৰু পঞ্চায়ত সংগঠন হ'ল। আন্দোলনৰ চাৰি মাহৰ ভিতৰতে আলিগড়ৰ মুছলমান বিশ্ববিদ্যালয়, গুজৰাট বিদ্যাপীঠ, বিহাৰ বিদ্যাপীঠ, কাশী বিদ্যাপীঠ, বঙ্গ জাতীয় বিশ্ববিদ্যালয, তিলক মহাৰাষ্ট্ৰ বিদ্যাপীঠ আৰু বহুতো জাতীয বিদ্যালয় প্ৰতিষ্ঠা হ'ল। আদালত বৰ্জনো বহুত পৰিমাণে কৃতকাৰ্য হয়। বহুতো উকীলে ওকালতি এৰি আন্দোলনত জাপ দিয়ে। কাউন্সিল বৰ্জন কাৰ্যতালিকা বিশেষকৈ কৃতকাৰ্য হয। কাউন্সিল নিৰ্বাচনত দেশৰ কোনো আগ্ৰহ নাছিল। জাতীয়তাবাদী ভাৰতে ইয়াক সম্পূৰ্ণ উপেক্ষা কৰিলে। কেণ্টৰ ডিউক ভাৰতলৈ আহিল। তেওঁ পুৰণি কথা পাহৰি শাসন-সংস্কাৰ গ্ৰহণ কৰিবলৈ গোহাৰি জনায়। দেশ তেওঁৰ কথাত ভোল যোৱা নাছিল। কংগ্ৰেছ আঁতৰি থকাত ধীৰপন্থীসকলে কাউন্সিলত সোমোৱাত কোনো বাধা পাবলগা ন'হল। আগৰ কংগ্ৰেছী নেতা দুই-চাৰিজনেও মোট সলাইছিল। পঞ্জাবত দ্বীপান্তৰৰ আদেশ হোৱা লালা হৰকৃষণ লাল মন্ত্ৰী হ'ল। সুৰেন্দ্ৰ বানাৰ্জীয়ে ছাৰ উপাধি পালে আৰু তেওঁ মন্ত্ৰী হ'ল। লৰ্ড সিংহ বিহাৰ-উৰিষ্যাৰ গবৰ্ণৰ হ'ল।

১৯২১ চনৰ ১ এপ্ৰিলত বিজয়ৱাডত নিখিল ভাৰত কংগ্ৰেছ কমিটি বহে আৰু তিলক স্বৰাজ ফাণ্ডলৈ এককোটি টকা তোলা,

এককোটি কংগ্ৰেছ মেম্বৰ কৰা আৰু ২০ লাখ চৰখা প্ৰৱৰ্তন কৰাৰ কাম জাতিৰ আগত দাঙি ধৰে। প্ৰদেশে প্ৰদেশে কাৰ ভাগত কিমান পৰিব ঠিক কৰি দিয়া হয়। স্বৰাজ ফাণ্ডৰ নিৰ্দ্ধাৰিত টকাতকৈ ১৫ লাখ বেছি উঠে। ইতিমধ্যে চৰকাৰে দমননীতি আৰম্ভ কৰে। কিন্তু তাৰ ফলত ৰাইজৰ উৎসাহ অলপো কমা নাছিল। ১৯২১ চনৰ ৮ জুলাইত কৰাচীৰ খিলাফট্ সভাত মৌলানা মহম্মদ আলিৰ সভাপতিত্বত এটা প্ৰস্তাৱ গৃহীত হয়। তাত কোৱা হয় যে ধৰ্মবিশ্বাসী মুছলমান-সকলে বৃটিছৰ সৈন্যবাহিনীত যোগ দিয়াটো অবৈধ। সেই উপলক্ষে মহম্মদ আলিয়ে দিয়া বক্তৃতাটো গোটেই ভাৰততে ১৯২১ চনৰ ১৬ অক্টোবৰত হাজাৰ হাজাৰ বক্তৃতা-মঞ্চৰপৰা পঢ়া হয়। চৰকাৰে উক্ত প্ৰস্তাৱ আৰু বক্তৃতাৰ কাৰণে আলিভ্ৰাতৃদ্বয়, ডাঃ কিচলু প্ৰমুখ্যে কেবাজনো বিশিষ্ট মুছলমান নেতাক গ্ৰেপ্তাৰ কৰাৰ উত্তৰ স্বৰূপে ১৬ অক্টোবৰত গোটেই ভাৰততে তাৰ পুনৰাবৃত্তি হয। গান্ধীজীয়ে নিজেও সেই বক্তৃতাটো পাঠ কৰে। নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে ১৯২১ চনৰ ৫ নবেম্বৰৰ অধিবেশনত নিজৰ দায়িত্বত প্ৰদেশবিলাকক খাজনা বন্ধকো লৈ আইন অমান্য কৰিবলৈ ক্ষমতা দিযে। পোনপটীয়া সম্বন্ধ নেথাকিলেও অসহ-যোগৰ ভিতৰত হোৱা কেটামান ঘটনা উল্লেখযোগ্য।

(১) অন্ধ্ৰৰ চিৰলা গাওঁখনত পৌৰসভা পতা প্ৰশ্ন লৈ কৰ্তৃপক্ষৰ লগত ৰাইজৰ মতানৈক্য হয়। চিৰলাৰ ৰাইজে পৌৰসভা এলেকা এৰি বাহিৰলৈ যায়। ৯ মাহ ঘৰ-বাৰী এৰি থৈ তেওঁলোকে নানা কষ্ট ভোগে। ইতিমধ্যে নেতাসকলক গ্ৰেপ্তাৰ কৰাত, তেওঁলোকক বহুত ভয় খুৱাই সেও কৰা হয়। কংগ্ৰেছে এই আন্দোলন চলোৱা নাছিল। কিন্তু অন্ধ্ৰত কংগ্ৰেছ কমিটী বহাত যি উৎসাহৰ সৃষ্টি হৈছিল, তাৰ ফলতেই কৰ্তৃপক্ষৰ অন্যায়ৰ বিৰুদ্ধে ৰাইজে সাহসেৰে থিয় দিয়ে। কৃতকাৰ্য নহ'লেও সাহ আৰু ত্যাগৰ স্কুলত ৰাইজ যে শিক্ষিত হৈছিল ই তাৰেই এটা প্ৰমাণ।

(২) চট্টগ্ৰামৰ বনুৱাসকলৰ মাজত এটা ডাঙৰ ধৰ্মঘট হয়। যতীন্দ্ৰমোহন সেনগুপ্তই ধৰ্মঘট চলায়। কংগ্ৰেছৰ একলাখ টকা তাত খৰচ হয়।

(৩) মালাবাৰত মোপ্লা নামে মুছলমান সম্প্ৰদায়ে বাস কৰে। তেওঁলোকে সৰুসুৰা কাৰবাৰ আৰু খেতি কৰে। মোপ্লাসকল উগ্ৰ স্বভাৱৰ লোক। জীৱন আৰু আৰামলৈ তেওঁলোকে ভ্ৰূক্ষেপ নকৰে। মাজে মাজে তাত বিদ্ৰোহ হয়। অসহযোগৰ চাট্ যেন তেওঁলোকে

নেপায় তাৰ কাৰণে চৰকাৰ সতৰ্ক আছিল। তথাপি আন্দোলন কেৰালাত সোমাল। অহিংসাৰ বাণী প্ৰচাৰ উদ্দেশ্যেৰে ৰাজা গোপলাচাৰিয়া আৰু য়াকুব ছুছেইন তালৈ যায়। অহিংসাৰ বাহিৰে আনকথা নকওঁ বোলাটো তেওঁলোকৰ ওপৰত তাত নোসোমাবলৈ আদেশ জাৰি কৰা হ'ল। য়াকুব ছুছেইন আদি চাৰিজন নেতা গ্ৰেপ্তাৰ হ'ল। নেতাসকলৰ গ্ৰেপ্তাৰত মালাবাৰত অসহযোগ আন্দোলনৰ তেজ বাঢ়িল। কিন্তু সকলোতে অহিংস অৱস্থাই বৰ্তিছিল। মোপ্‌লা থকা তালুক ছুখনৰ ওপৰত চৰকাৰে ১৪৪ ধাৰা জাৰি কৰিলে। কেইমাহমান পিচত অবস্থাৰ পৰিবৰ্তন হ'ল। ধৰ্মপ্ৰচাৰৰ প্ৰতি অপমান কৰাৰ খণ্ডত মোপ্‌লাসকলে হিংসাত্মকভাৱে বিদ্ৰোহ আৰম্ভ কৰিলে। তেওঁলোকৰ অলপ বন্দুক আৰু বহুতো তৰোৱাল আছিল। তেওঁলোকে গৰিলা যুদ্ধ আৰম্ভ কৰিলে। চৰকাৰে সামৰিক আইন জাৰি কৰিলে আৰু কঠোৰ অত্যাচাৰ চলালে। মোপ্‌লাসকলে চৰকাৰী অফিচ ধ্বংস কৰাৰ উপৰিও হিন্দুৰ ওপৰতো অত্যাচাৰ চলাইছিল। ইংৰাজৰ জীৱন বিপন্ন হৈছিল। মিঃ এম্ পি নাৰাযণ মেননে (কংগ্ৰেছ কৰ্মী) মোপ্‌লাসকলৰ ওপৰত তেওঁৰ প্ৰভাৱ খটুৱাই ইংৰাজসকলক ৰক্ষা কৰিছিল। সেইজন কৰ্মীকো চৰকাৰে গ্ৰেপ্তাৰ কৰে। ৰাজদ্ৰোহৰ অপৰাধত তেওঁৰ ওপৰত যাবজ্জীবন দ্বীপান্তৰৰ আদেশ হয়। ১৯২২ চনৰপৰা ১৯৩৪ চনলৈকে তেওঁ ফাটেক খাটে। মোপ্‌লা থকা বালভানদ তালুকত তিনি বছৰ নোসোমাওঁ বুলি প্ৰতিশ্ৰুতি দিযাহেতেন তেওঁক আগতে খালাচ দিলেহেতেন। কিন্তু তেনে প্ৰতিশ্ৰুতি দিবলৈ অস্বীকাৰ কৰি তেওঁ পূৰা ফাটেক খাটে।

(৪) মালৰ ওবাগণত প্ৰায ১০০ মোপাল বন্দী ভৰাই বেলাৰীলৈ পঠিওৱা হৈছিল। ১৯২১ চনৰ ১৯ নবেম্বৰত তাতে উশাহ বন্ধ হৈ ৭০ জন মৰে। তথাকথিত কলিকতাৰ অন্ধকূপ হত্যাকাণ্ড সঁচা হ'লেও ইয়াৰ তুলনাত তুচ্ছ ঘটনা।

সোতৰ নবেম্বৰত যুবৰাজ ভাৰত পালেহি। নতুন এছেম্বলী মুকলি কৰিবলৈ ১৯২০ চনতে তেওঁ অহাৰ কথা আছিল। কিন্তু সেইসময়ত ভাৰতৰ অৱস্থা অনিশ্চিত থকাত যুবৰাজক নপঠিয়াই ডিউকক পঠিওৱা হয়। বৃটিছ চৰকাৰৰ সম্মান ৰক্ষাৰ কাৰণে ১৯২১ চনৰ নবেম্বৰত যুবৰাজ ভাৰতলৈ আহিল। কংগ্ৰেছে আগতেই সিদ্ধান্ত কৰি থৈছিল যে যুৱৰাজৰ সম্বৰ্দ্ধনা বৰ্জন কৰিব। যুৱৰাজ অহাত সেইমতে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ কৰা সকলো আয়োজনৰ লগত কংগ্ৰেছে অসহযোগ কৰিছিল। লগতে বিদেশী কাপোৰ পোৰা হৈছিল। যুৱৰাজ বোম্বে

পোৱাৰ লগে লগে, ৰাইজ আৰু পুলিচৰ ভিতৰত সজ্ঘৰ্ষ আৰম্ভ হয়। তিনি-চাৰিদিন বিদ্ৰোহ আৰু ৰক্তপাত ঘটে। মুঠতে ৫৩ জন মানুহ মৰে, ৪শ মান আহত হয়। গান্ধীজী আৰু সৰোজিনী দেবীয়ে জনতাৰ মাজত সোমাই তেওঁলোকক শান্ত কৰিবলৈ চেষ্টা কৰিও কৃতকাৰ্য হ'ব পৰা নাছিল। গান্ধীজীয়ে এই ঘটনাৰ প্ৰায়শ্চিত্ত স্বৰূপে ৫ দিন অনশন কৰে।

ভলণ্টযাৰ সংগঠন বে-আইনী ঘোষণা হ'ল। হাজাৰ হাজাৰ গ্ৰেপ্তাৰ হ'ল। দেশবন্ধু দাশ আৰু তেওঁৰ পৰিবাৰ, পণ্ডিত মতিলাল আৰু জৱাহৰলাল নেহৰু, লালাজী প্ৰমুখ্যে নেতাসকল জেলত সোমাল। ২৫ডিচে-ম্বৰত যুবৰাজ কলিকতালৈ অহাৰ কথা হ'ল। বৰলাট লৰ্ড ৰিডিং আৰু যুবৰাজ খ্ৰীষ্টমাচত কলিকতাতে থকাৰ কথা আছিল। এই সুযোগকে লৈ কংগ্ৰেছ আৰু চৰকাৰৰ ভিতৰত আপোচ কৰিবলৈ জিন্না আৰু পণ্ডিত মদনমোহন মালবীয়ই চেষ্টা কৰিলে। ২১ ডিচেম্বৰত তেওঁলোকে বৰলাটক দেখা কৰিলে। লৰ্ড ৰিডিঙো উৎসুক আছিল। দেশবন্ধু আলিপুৰ জেলত আছিল। মধ্যস্থতাকাৰীসকলৰ লগত তেওঁৰ টেলিফোনৰে আলোচনা চলিল। গান্ধী আহ্‌মদাবাদত আছিল। তেওঁৰ লগত টেলিগ্ৰাফেৰে আলোচনা হয। চৰকাৰে স্বীকাৰ কৰে যে আইন অমান্য কৰা বন্দীসকলক খালাচ দিব, ১৯২২ চনৰ মাৰ্চত সংস্কাৰ আঁচনি আলোচনা কৰিবলৈ ঘূৰণীয়া-মেজ মেল বহুওৱা হ'ব আৰু তাত কংগ্ৰেছৰ ২২ জন প্ৰতিনিধি থাকিব। গান্ধীজীয়ে কৰাচীৰ বন্দীসকলৰ (মৌলানা মহম্মদ আলি) মুক্তি দাবী কৰিলে। আংশিকভাবে চৰকাৰে এই প্ৰস্তাবতো ৰাজী হৈছিল। কিন্তু ফটোৱা (খিলাফট সভাৰ কৰাচী প্ৰস্তাব সমৰ্থন কৰি কেজনমান উলেমাই 'ফটোৱা' দিছিল) বন্দীসকলক আৰু পিকেটিং চলাই থকাৰ অধিকাৰ মানিবলৈ চৰকাৰে স্বীকাৰ নকৰিলে। ইযাৰ উত্তৰ নৌ পাওঁতেই জিন্না আৰু মালবীযই ২৩ ডিচেম্বৰত কলিকতা এৰিলে। আপোচ-আলোচনা ব্যৰ্থ হ'ল। যুৱৰাজৰ সম্বৰ্দ্ধনা বৰ্জন কৰা কাৰ্য-তালিকা মতে সমগ্ৰ ভাৰততে কাম হ'ল। কলিকতাই সম্পূৰ্ণৰূপে হৰতাল কৰে। নিৰ্বাচিত সভাপতি দেশবন্ধু গ্ৰেপ্তাৰ হোৱাত, কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন হাকিম আজমল খাঁৰ সভাপতিত্বত আহ্‌মদাবাদত বহিল। দ্বিগুণ উৎসাহৰে অহিংস অসহযোগ চলাই থাকিবলৈ প্ৰস্তাৱ গৃহীত হয়। জিন্না, জয়াকৰ প্ৰমুখ্যে কংগ্ৰেছৰ বন্ধু কেজনমানে (তেওঁলোকে অসহযোগত যোগ দিয়া নাছিল) কংগ্ৰেছ আৰু চৰকাৰৰ

ভিতৰত আপোচ কৰিবলৈ পুনৰ চেষ্টা কৰিলে । বোম্বেত তেওঁ-লোকে ১৯২২ চনৰ ১৪ জানুৱাৰীত সৰ্বদলীয় সম্মিলন বহুৱালে। গান্ধীজীয়ে তাত ব্যক্তিগতভাৱে যোগ দিছিল। তেওঁ স্বৰাজৰ প্ৰশ্ন মীমাংসা কৰিবলৈ অসহযোগীৰ স্থিতি বুজাই কয়। সম্মিলনে চৰকাৰৰ দমন-নীতিৰ নিন্দা কৰে আৰু ঘূৰণীয়া-মেজ-মেলৰ দাবী কৰে। বৰলাটে সম্মিলনৰ দাবী অগ্ৰাহ্য কৰে।

ইয়াৰ পিচত ১-২-২২ তাৰিখে গান্ধীজীয়ে বৰলাটক জনায় যে তেওঁ গুজৰাটৰ বৰদলি তালুকত খাজনা বন্ধ আন্দোলন আৰম্ভ কৰিব। গান্ধীজীয়ে নিজৰ পৰিচালনাত বৰদলিৰ আন্দোলন চলাবলৈ স্থিৰ কৰিছিল। বৰদলিক অনুসৰণ কৰি খাজনা বন্ধৰ আন্দোলন চলাবলৈ সমগ্ৰ দেশে যেতিয়া উৎসাহৰে বাট চাই আছিল তেনেতে এটা ঘটনা ঘটিল। ১৯২২ চনৰ ৫ ফেব্ৰুৱাৰীত যুক্ত প্ৰদেশৰ গোৰখপুৰৰ ওচৰৰ চৌৰিচৌৰা নামে ঠাইত কংগ্ৰেছৰ শোভাযাত্ৰা হৈছিল। পুলিচ আৰু জনতাৰ মাজত সজ্ঘৰ্ষ হয। জনতাই পুলিচ ষ্টেচনত ২১ জন কনষ্টবল আৰু এজন চাব্ ইন্সপেক্টৰ সুমুৱাই লৈ তাত জুই লগাই দিযে। পুলিচৰ সেই আটাইখিনি মানুহ তাতে পুৰি মৰে। যুবৰাজ যোৱা উপলক্ষে মাদ্ৰাজ নগৰতো ১৫ জানুৱাৰীত কিছু হিংসাৰ কাৰ্য হৈছিল।

এই দুটা ঘটনাৰ কাৰণে গান্ধীজীয়ে গণ আইন অমান্য আন্দোলন বন্ধ কৰি দিবলৈ স্থিৰ কৰে। ১৯২২ চনৰ ১২ ফেব্ৰুৱাৰীত বৰদলিত কংগ্ৰেছ বাৰ্কিং কমিটী বহে আৰু গান্ধীজীৰ সিদ্ধান্ত সমৰ্থন কৰি গণ আইন অমান্য আন্দোলন বন্ধ কৰে। গঠনমূলক কামত জোৰ দিবলৈ ৱাৰ্কিং কমিটীয়ে নিৰ্দেশ দিযে। ২৪ ফেব্ৰুৱাৰীত দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটী বহি বাৰ্কিং কমিটীৰ বৰদলি প্ৰস্তাবকে সমৰ্থন কৰে। অৱশ্যে কমিটীয়ে ব্যক্তিগত আইন অমান্য চলাবলৈ অনুমতি দিছিল।

মাজসোঁতত আন্দোলন বন্ধ কৰি দিয়াত কংগ্ৰেছৰ বহুতো মানুহ অসন্তুষ্ট হ'ল। ৩০ হেজাৰ মানুহ জেললৈ গ'ল। দেশে নানা নিৰ্যাতন ভোগ কৰিলে। এতিয়া দেশৰ এচুকত কিছুমান মানুহে অহিংস নীতিৰ প্ৰতি অশ্ৰদ্ধা দেখুৱাৰ ফলত গোটেই দেশতে আন্দোলন বন্ধ হ'বনে? আন্দোলনৰ উদ্দেশ্য এতিয়াও সিদ্ধ হোৱা নাই। খিলাফট সমস্যা আপোনা-আপুনি নোহোৱা হৈছিল। কিয়নো ইতিমধ্যে কামাল পাছাই তুৰস্কত আগৰ ব্যৱস্থা লুটিযাই দিছিল। পঞ্জাব আৰু স্বৰাজৰ প্ৰশ্নৰ এতিয়াও কোনো মীমাংসাই হোৱা নাছিল। গান্ধীজীৰ কাৰ্যত কাজেই বহুতো বিৰক্ত হ'ল। পণ্ডিত মতিলাল আৰু লালাজীয়ে

জেলৰপৰাই গান্ধীজীৰ এই সিদ্ধান্তৰ ঘোৰ প্ৰতিবাদ কৰিলে। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভাত গান্ধীজীক ভীষণভাৱে আক্ৰমণ কৰা হৈছিল। ডাঃ মুঞ্জে গান্ধীজীৰ ওপৰত অনাস্থাৰ প্ৰস্তাৱো দাঙি ধৰে। কিছুমান বক্তাই বক্তৃতাৰে মুঞ্জেক সমৰ্থনো কৰিছিল। গান্ধীজীয়ে প্ৰস্তাৱটোৰ বিৰুদ্ধে কাকো একো ক'বলৈ নিদিলে। ভোটত অনাস্থাৰ প্ৰস্তাৱ উৰি গ'ল। ধুমুহা-গৰ্জনৰ মাজত গান্ধীজী অচল-অটল হৈ থাকিল।

পণ্ডিত জৱাহৰলালে গান্ধীজীৰ চৌৰিচৌৰাৰ ঘটনাৰ কাৰণে আন্দোলন বন্ধ কৰা সম্পৰ্কে আলোচনা কৰি কৈছে, "পিচৰ অৱস্থাৰ-পৰা বুজা গৈছে যে গান্ধীজীৰ সেই সিদ্ধান্ত নিৰ্ভুল আছিল।" চৌৰিচৌৰাৰ ঘটনাই প্ৰমাণ কৰে যে দেশবাসী অসহিষ্ণু হৈ পৰিছিল। ধৈৰ্য আৰু সহিষ্ণুতাৰ যেতিয়া অভাব ঘটে তেতিয়া অহিংসাৰ কথাই নাই, হিংস আন্দোলনো কৃতকাৰ্যতাৰে চলোৱা সম্ভৱ নহয়। গান্ধীজীৰ নাড়ীজ্ঞান বৰ ভাল। তেওঁ স্পষ্টকৈ বুজিছিল যে শৃঙ্খলাৰে আন্দোলন চলোৱাৰ ক্ষমতা দেশৰ হ্ৰাস হৈছিল। বিশৃঙ্খল অৱস্থাত আইন অমান্য কৰাহেতেন চৰকাৰে আইন আৰু শৃঙ্খলাৰ নামত বীভৎস অত্যাচাৰ চলাবলৈ চেলু পালেহেতেন। তেনে অত্যাচাৰৰ মাজতো ধীৰ স্থিৰভাৱে আন্দোলন চলাবলৈ যিখিনি সুসংগঠিত শক্তি লাগে দেশত সেই সময়ত তাৰ অভাৱ আছিল। যিখন যুঁজ কৰিবলৈ দেশৰ আবশ্যকীয় শক্তি নাছিল, তেনে এখন যুঁজ দেশবাসীৰ ওপৰত জাপি দিয়াহেতেন, প্ৰতিক্ৰিয়া বৰ বেয়া হ'লহেতেন। অসহযোগ আন্দোলনে দেশবাসীক—দেশবাসী বুলিলে আগৰ দৰে ধনী আৰু মজলীয়া শ্ৰেণীৰ শিক্ষিত মানুহখিনিকেই বুজাইছিল, খেতিয়ক আৰু বনুৱাও তাৰ ভিতৰত পৰিছিল—জগাই তুলিছিল। ই জাতিক আত্ম-সম্মানৰ ভাব দিলে, আত্ম-প্ৰতিষ্ঠাৰ কাৰণে এটা কাৰ্য-পদ্ধতি দিলে। দেশে এই শিক্ষাও পালে যে ভিক্ষাৰে স্বৰাজ লাভ নহয়, স্বৰাজ পাব লাগিলে জীৱন পণ কৰি যুঁজিব লাগিব—সকলো স্বাৰ্থ জলাঞ্জলি দিব লাগিব। অত দিন ভাৰতৰ গাওঁবিলাকলৈ কোনেও মন দিয়া নাছিল। অসহযোগ আন্দোলনে বুজাই দিলে যে ভাৰত মানে ভাৰতৰ ৭ লাখ গাওঁ। অসহযোগ আন্দোলনে দেশৰ সকলো কেন্দ্ৰতে একোদল নিঃস্বাৰ্থ দেশকৰ্মী আৰু বীৰযোদ্ধা উলিয়ালে।

আন্দোলন চলাই থকা অৱস্থাত চৰকাৰে গান্ধীজীক ধৰিবলৈ সাহ কৰা নাছিল। নিজে যেতিয়া গান্ধীজীয়ে আন্দোলন বন্ধ কৰিলে

আৰু তাৰ যি প্ৰতিক্ৰিয়া হ'ল তাৰ বাবে চাই চৰকাৰে ১৯২২ চনৰ ১৩ মাৰ্চ তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰিলে। ৰাজদ্ৰোহৰ অভিযোগত ১৮ মাৰ্চত বিচাৰ হ'ল। গান্ধীজীয়ে স্বীকাৰ কৰিলে যে চলিত শাসন পদ্ধতিৰ বিৰুদ্ধে তেওঁ অসন্তোষ জন্মাবলৈ চেষ্টা কৰি আহিছে। বিচাৰত গান্ধীজীয়ে দিয়া বিবৃতিটো ইতিহাস বিখ্যাত। চৌৰিচৌৰা আদিৰ ঘটনাৰ দায়িত্বও গান্ধীজীয়ে আদালতত নিজে কান্ধ পাতি লয়। জজে গান্ধীজীক ছবছৰ ফাটেক দিয়ে।

কংগ্ৰেছে আইন অমান্য তদন্ত কমিটী এখন নিযোগ কৰিলে। পণ্ডিত মতিলাল, (জেলৰপৰা তেতিয়া ওলাই আহিছিল) ডাঃ আন্সাৰি, ভি-জে পেটেল, ৰাজাগোপালাচাৰী আৰু সভাপতি হাকিম আজমল খান্ আৰু কস্তুৰীৰঙ্গ আযেঙ্গাৰৰে গঠিত তদন্ত কমিটীয়ে গোটেই ভাৰতবৰ্ষ ফুৰে। তেওঁলোকে একমত হৈ প্ৰতিবেদন দিয়ে যে গণ আইন অমান্যৰ কাৰণে দেশ বৰ্তমানে সাজু নহয়। কাউন্সিল বৰ্জন কৰা নকৰা প্ৰশ্ন লৈ কমিটীত দুটা ভাগ হ'ল। পণ্ডিত নেহৰু, হাকিম আজমল খান আৰু পেটেলে কাউন্সিল নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰাৰ পক্ষে মত দিয়ে। আন্সাৰি, ৰাজাজী আৰু আয়েঙ্গাৰে কাউন্সিল বৰ্জন কৰাৰ আগৰ নীতিকে বজাই ৰাখিবলৈ মত দিয়ে। কংগ্ৰেছৰ ভিতৰত এই লৈ দুটা দল হ'ল। কাউন্সিল বৰ্জন কৰাৰ পক্ষে প্ৰথমতে বেছি আছিল। ক্ৰমে ইটো দলৰ প্ৰভাব বাঢ়িল। দেশবন্ধু দাশে স্বৰাজ্য দল গঠন কৰিলে। পণ্ডিত মতিলালো তাৰ এজন গুৰিয়াল। দেশবন্ধু দাশৰ সভাপতিত্বত ১৯২২ চনৰ কংগ্ৰেছ সভা গযাত বহিল। কাউন্সিলত সোমোৱা প্ৰশ্নই গয়াত মুখ্য প্ৰশ্ন আছিল। কাউন্সিল বৰ্জনকাৰী দলৰ জয় হ'ল। দেশবন্ধুৱে সভাপতি পদ ইস্তফা দিছিল। কিন্তু বোম্বেত দুয়ো দলৰ ভিতৰত ১৯২৩ চনৰ এপ্ৰিললৈকে এটা আপোচ হয়। আপোচ মতে ইতিমধ্যে কাউন্সিল প্ৰবেশ নকৰিবলৈ আৰু নিজৰ নিজৰ কাৰ্য তালিকাৰ বাকীখিনি কাম কৰাত পৰস্পৰক বাধা নিদিবলৈ স্থিৰ কৰা হয়। ১৯২৩ চনৰ ছেপ্টেম্বৰত দিল্লীত কংগ্ৰেছৰ বিশেষ অধিবেশন বহিল। মৌলানা আজাদ সভাপতি হ'ল। যিসকল কংগ্ৰেছৰ মানুহ কাউন্সিল নিৰ্বাচনৰ প্ৰাৰ্থী হ'ব খোজে, তেওঁলোকক প্ৰাৰ্থী হ'বলৈ অনুমতি দি কংগ্ৰেছত এটা প্ৰস্তাৱ গৃহীত হ'ল। কাউন্সিলত সোমোৱাৰ বিৰুদ্ধে প্ৰচাৰ কাৰ্যও কংগ্ৰেছে বন্ধ কৰে। লগতে অৱশ্যে ইয়াকো কোৱা হ'ল যে গঠনমূলক কামত দুগুণ জোৰ দিব লাগে। দিল্লী কংগ্ৰেছত মূলতে স্বৰাজ্য দলৰ জয় হ'ল। কাউন্সিললৈ যাব নোখোজা দলটোৱে

কাউন্সিলত সোমোৱাত বাধা নিদি গঠনমূলক কামত মন দিবলৈ ৰাজী হ'ল। কাউন্সিল পন্থীসকলেও চৰকাৰৰ লগত সহযোগিতা কৰিবলৈ ওলোৱা নাছিল। কাউন্সিলৰ ভিতৰতো চৰকাৰৰ লগত যুঁজ দিয়া শাসনৰ আচল স্বৰূপটো ভেদ ভাঙি উলিয়াই দিয়াহে তেওঁলোকৰ উদ্দেশ্য আছিল। ১৯২৩ চনৰ মৌলানা মহম্মদ আলিৰ সভাপতিত্বত বহা কাকিনাড কংগ্রেছেও কাউন্সিলৰ ভিতৰৰপৰা অসহযোগ কৰা নীতি সমৰ্থন কৰে।

১৯২৩ চনত নিৰ্বাচন হ'ল। স্বৰাজ্য দলে যথেষ্ট কৃতকাৰ্যতা লাভ কৰে। প্ৰতিখন প্ৰদেশৰে কাউন্সিলতে স্বৰাজ্য দল গুটীয়া দল হিচাপে সংখ্যাগৰিষ্ঠ হয়। কিন্তু মনোনীত আৰু চৰকাৰী সদস্যসকল থকাত মুঠ সদস্যৰ ভিতৰত সংখ্যাগৰিষ্ঠ হ'ব পৰা নাছিল। আন দলৰ লগত, কাজেই, তেওঁলোকে কাউন্সিলত সংখ্যাগৰিষ্ঠ হ'বলৈ যোগ দিবলগা হৈছিল। ইযাৰ কাৰণে ৰাজনৈতিক দৰ কচাকচি কৰিবলগা হৈছিল। সি যি কি নহওক, স্বৰাজ্য দলে কাউন্সিলৰ ভিতৰত অসহযোগ আন্দোলন চলায়। ভোটত বাজেট তেওঁলোকে অগ্ৰাহ্য কৰে। বৰলাটে হস্তক্ষেপ কৰি বাজেট বলবৎ কৰে। তেওঁলোকে বহুতো ভাল প্ৰস্তাৱ গৃহীত কৰে কিন্তু চৰকাৰে তাক উপেক্ষা কৰে। স্বৰাজ্যদলৰ কাৰ্যাবলীয়ে প্ৰমাণ কৰে কাউন্সিলখন ভুৱা, শাসন সংস্কাৰৰ কোনো মূল্য নাই। নিজৰ মনোমত নহ'লে ৰাইজৰ নিৰ্বাচিত সভ্যসকলৰ মতামতলৈ চৰকাৰে কাণ নিদিয়ে। কাউন্সিলৰ কাৰ্যাবলীলৈ সেই সময়ত দেশে যথেষ্ট আগ্ৰহেৰে লক্ষ্য কৰিছিল যদিও দেখিলে যে তাৰপৰা দেশৰ বাস্তৱতে একো লাভ নহয়।

১৯২৪ চনৰ ১২ জানুৱাৰীত য়াৰবেদা জেলত গান্ধীজী অসুস্থ হৈ পৰে। ৰাতি কৰ্ণেল মেডকে 'এপেন্‌ডিচাইটিচৰ' কাৰণে তেওঁৰ ওপৰত অস্ত্ৰোপচাৰ কৰে। ৫ ফেব্ৰুৱাৰীত বিনাচৰ্তে গান্ধীজীক ম্যাদ শেষ নৌহওঁতেই খালাচ দিয়া হয়। বোম্বেৰ ওচৰৰ জুহুত গান্ধীজী কিছুদিন আছিল। তাতে কাউন্সিলত সোমোৱা প্ৰশ্ন লৈ পণ্ডিত মতিলাল আৰু দেশবন্ধুৰ লগত তেওঁৰ আলোচনা হয় আৰু তিনিওজনে বিবৃতি দিয়ে। গান্ধীজীয়ে কয় যে কাউন্সিলৰ কাৰ্য-তালিকাত তেওঁ বিশ্বাস নকৰে। কিন্তু তেওঁ সেই কামত কোনো বাধা নজন্মায়। 'নচেঞ্জাৰ'সকলক গান্ধীজীয়ে গঠনমূলক কামত মন দিবলৈ পৰামৰ্শ দিয়ে।

১৯২৪ চনত গান্ধীজীৰ সভাপতিত্বত বেলগাওঁ কংগ্ৰেছ বহে। 'নচেঞ্জাৰ' আৰু স্বৰাজ্য দলে পৰস্পৰক বাধা নিদিয়াকৈ নিজৰ নিজৰ

মতে কাম কৰি যাবলৈ সন্মত হয়। নিজে হাতে কটা সূতা দি কংগ্ৰেছৰ সদস্য হোৱা নিয়ম স্বৰাজ্য দলে মানি লয়। আনপক্ষে গান্ধীজীয়ে কাউন্সিলত কৰা স্বৰাজ্য দলৰ কামত সন্মতি দিয়ে। কংগ্ৰেছৰ ভিতৰত দুটা দল হৈ ফাট্ মেলো মেলো হৈছিল। এতিয়া তেওঁলোকৰ ভিতৰত পাৰ্থক্য থাকিল যদিও গান্ধীৰ মধ্যস্থতাত অবিয়া-অবি ভাবৰ সমাপ্তি হ'ল। আইন অমান্য উঠাই লোৱা হ'ল।

১৯২৫ চনটো স্বৰাজ্য দলৰ বছৰ। কংগ্ৰেছত স্বৰাজ্য পন্থীসকল সংখ্যাগৰিষ্ঠ হয়। গান্ধীজীয়ে নিজক আঁৰত ৰাখি স্বৰাজ্য দলক প্ৰাধান্য দিছিল। স্বৰাজ্য দলে প্ৰাদেশিক আৰু কেন্দ্ৰীয় আইন সভাত বহুতো চমক লগোৱা কাম কৰে। বঙ্গ আৰু মধ্যপ্ৰদেশত দ্বৈত শাসন অচল হৈ পৰে। এই সময়তে দেশবন্ধুৱে তেওঁৰ সমুদায় সম্পত্তি জাতিৰ নামত উৎসৰ্গ কৰে। তেওঁৰ প্ৰতিপত্তি আৰু সন্মান বাঢ়ে। দেশবন্ধুৱে সেই সময়ত আশা কৰিছিল যে চৰকাৰৰ লগত তেওঁ এটা আপোচ কৰিব পাৰিব। গান্ধী-ৰিডিং আপোচ আলোচনাত গান্ধীজীয়ে ভুল কৰিলে বুলি দেশবন্ধুৱে মন্তব্য কৰে। ফৰিদপুৰত বহা বঙ্গীয় প্ৰাদেশিক সন্মিলনত দেশবন্ধুৱে সহযোগৰ কেটামান চৰ্ত দিয়ে। হিংস-কাৰ্য নীতিবিগৰ্হিত আৰু অকাৰ্যকৰী বুলি তেওঁ ঘোষণা কৰে। গান্ধীজীৰ বিশ্বাস আছিল যে আপোচৰ কাৰণে চৰকাৰৰ অন্তঃকৰণৰ যি পৰিবৰ্তন লাগে তেনে পৰিবৰ্তন হোৱা নাই। দেশবন্ধুৰ বিশ্বাস বেলেগ আছিল। তেওঁৰ মতে চৰকাৰৰ অন্তৰ কুমলিছিল।

দেশৰ দুৰ্ভাগ্য যে ১৯২৫ চনৰ ৬ জুনত দেশবন্ধু পৰলোকপ্ৰাপ্ত হ'ল। গান্ধীজী তেতিয়া তাতে আছিল। গান্ধীজীয়ে দেশবন্ধুক কোনো কোনো কথাত মতৰ অমিল হলেও শ্ৰদ্ধা কৰিছিল। গান্ধীজীয়ে বঙ্গদেশত থাকি দহ লাখ টকা তোলে। সেই টকাৰে চিত্তৰঞ্জন সেৱা-সদনৰ পাতনি তোৰা হয়।

দেশবন্ধুৰ পিচত স্বৰাজ্য দলৰ নেতা পণ্ডিত মতিলালেও আপোচৰ চেষ্টা চলাইছিল। চৰকাৰে দেশবন্ধুৰ ফৰিদপুৰ বক্তৃতাৰ যেনেকৈ কোনো উত্তৰ দিয়া নাছিল তেনেকৈ এতিয়াও গা এৰা দি থাকিল। চৰকাৰে তেওঁলোকৰ চৰ্তত স্বৰাজ্য দলৰ সহযোগ পাবলৈ চেষ্টা কৰি আছিল। ক্ৰমে স্বৰাজ্য দলে সকলো কথাতে বিৰোধিতা কৰা পূৰ্বৰ নীতি কিছু ঢিলাই দিছিল। কেলকৰে লেখিছিল "এদিন আছিল যেতিয়া আমি এছেম্বলীত কোনো গঠনমূলক প্ৰস্তাৱ আনিব নোৱাৰি-ছিলোঁ।—যেনে বিল এখন চিলেক্ট কমিটীলৈ দিয়া বিষয়ে। পিচত এনে

প্ৰস্তাৱ দিব পৰা হ'লো। ক্ৰমে কমিটীত নিৰ্বাচিত হৈ আসন ল'বলৈ আমি অনুমতি পালোঁ। শেষত এনে সময় আহিছে যেতিয়া মনোনীত হৈয়ো কমিটীৰ সভ্য হ'ব পৰা হ'লোঁ।" পণ্ডিত মতিলালে স্কিন কমিটীৰ সভ্য পদ গ্ৰহণ কৰাত কংগ্ৰেছ মহলত যথেষ্ট সমালোচনা হয়। কিংছ কমিছনৰ কাৰণে উপযুক্ত ভাৰতীয় প্ৰাৰ্থী কেনেকৈ বেছিকৈ পোৱা যাব পাৰে আৰু তেওঁলোকক কেনেকৈ শিক্ষা দিয়া যাব সেই সম্পৰ্কে তদন্ত কৰাই স্কিন কমিটীৰ উদ্দেশ্য আছিল, অৰ্থাৎ ভাৰতত মিলিটেৰী কলেজ স্থাপন কৰিবৰ সময় হৈছে নে নাই তাকে চোৱাই কমিটীৰ কাম আছিল।

১৯২৬ চনত আগৰ চাঞ্চল্য নেথাকিলেও কাউন্সিল কাৰ্য-সূচীয়েই যাই প্ৰশ্ন আছিল। এই বছৰ শ্ৰীনিবাস আয়েঙ্গাৰৰ সভাপতিত্বত গুৱাহাটীত কংগ্ৰেছ বহিল। কাউন্সিলৰ কাম সম্পৰ্কে গুৱাহাটী কংগ্ৰেছে নিৰ্দেশ দিয়ে যে জাতীয় দাবী পূৰণ নকৰালৈকে কংগ্ৰেছৰ মানুহে মন্ত্ৰী বা চৰকাৰে দিয়া কোনো পদ ন'লব। গাঁৱৰ কামত গুৱাহাটী কংগ্ৰেছে জোৰ দিয়ে আৰু কংগ্ৰেছ নিৰ্বাচনত ভোট দিয়াৰ যোগ্যতাৰ কাৰণে নিয়মমতে খদ্দৰ পিন্ধাটো বাধ্যতামূলক কৰে। ১৯২৩ চনৰপৰা ১৯২৭ চনলৈকে কাউন্সিলৰ প্ৰশ্নই কম-বেছি পৰিমাণে মুখ্য হৈ থাকে। কিন্তু ই মজলীয়া শ্ৰেণীৰহে ৰাজনীতি। সৰ্বসাধাৰণ ৰাইজ ১৯২১ চনৰ আন্দোলনৰ পিচত নীৰৱ নিস্তব্ধ হৈ পৰে। আন্দোলনত কাম কৰাসকলৰ ভিতৰতো কিছুমান নিজৰ নিজৰ ঘৰুৱা লেঠাত জৰ্জৰিত হৈ পৰে। কিন্তু অৱসাদৰ এই সময়তো আজীৱন দেশসেৱা ব্ৰতলোৱা এদল কৰ্মীয়ে নীৰৱে গাঁৱে গাঁৱে সোমাই গঠনমূলক কাম কৰি জনসাধাৰণৰ লগত সংস্পৰ্শ ৰাখিছিল। যেতিয়াই উপদেশ নুশুনে, তেতিয়াই গান্ধীজীয়ে নিজৰ মতে কাম কৰিবলৈ কংগ্ৰেছক বাট এৰি দিয়ে। এই কেবছৰ গান্ধীজীয়ে স্বৰাজ্য দলক বাট এৰি দি নিজে আঁতৰি আছিল। ১৯২৬।২৭ চনত কাউন্সিলৰ ভিতৰত বিৰোধিতাৰ কাৰণে বিৰোধিতা কৰি ভাগৰ লগাৰ চিন দেখা যায়। লাজপত ৰায়ে কয় যে এছেম্বলীত জাতীয় শক্তিৰ অপচয়হে কৰা হৈছে। ১৯২৪ চনৰপৰা আৰম্ভ কৰি কেবাবছৰো সাম্প্ৰদায়িক গণ্ডগোলে ভাৰতত অশান্তিৰ বতৰ সৃষ্টি কৰে।১৯২৪ চনত দিল্লী, নাগপুৰ, লক্ষ্ণৌ, এলাহাবাদ, জব্বলপুৰ আৰু কোহাটত শোচনীয় সাম্প্ৰদায়িক গণ্ডগোল ঘটে। এই ঘটনাবিলাকৰ কাৰণে গান্ধীজীয়ে নিজকে দোষী কৰে। আত্মশুদ্ধিৰ কাৰণে তেওঁ ২১ দিন অনশন কৰে। মৌলানা মহম্মদ আলিৰ ঘৰত

দিল্লীত তেওঁ এই অনশন আৰম্ভ কৰিছিল। মহাত্মাজীৰ অনশনে সাম্প্ৰদায়িক ঐক্য সাধনৰ কাৰণে চেষ্টা কৰিবলৈ দেশক প্ৰেৰণা দিছিল। কিন্তু চৰকাৰৰ ভেদ-নীতিয়ে তেতিয়াৰেপৰা আজিলৈকে সাম্প্ৰদায়িক ঐক্য স্থাপনত বাধা দি আহিছে। মৰ্লি-মিণ্টো শাসনতে চৰকাৰে সাম্প্ৰদাযিক অনৈক্যৰ বীজ সিঁচে। বঙ্গ বিচ্ছেদো সেই উদ্দেশ্যেৰেই কৰা হৈছিল। নানা কূট-কৌশলেৰে বৃটিছে হিন্দুৰ বিৰুদ্ধে মুছলমানক আৰু মুছলমানৰ বিৰুদ্ধে হিন্দুক উচটাই দি মাজতে সাধুকথাৰ বান্দৰৰ দৰে ভাৰতবৰ্ষখন ভোগ কৰিছিল। চৰকাৰী চাকবিযাল আৰু চোৰাং-চোবা বিভাগে সাধু আৰু ফকীৰৰ পোছাক পিন্ধাই তেওঁলোকৰ এজেণ্ট পঠিয়াই দি সাম্প্ৰদাযিক গণ্ডগোলৰ সৃষ্টি কৰে। ভাৰতত গাৱেঁ-ভূঁঞে হিন্দু মুছলমান মিলা-প্ৰীতিৰেই ওচৰা-উচৰিকৈ বাস কৰি আহিছে। তেওঁলোকে ইজনে সিজনক ককাই-ভাই বুলি সম্বোধন কৰে। তেওঁ-লোকৰ অৰ্থনৈতিক স্বাৰ্থও একে। এতিযা ভাৰতত যিবিলাক সাম্প্ৰ-দায়িক মাৰপিট হ'বলৈ ধৰিলে তাৰ প্ৰাযবিলাকেই নগৰতহে হৈছিল। বিভিন্ন সম্প্ৰদায়ৰ স্বাৰ্থপৰ আৰু সাম্প্ৰদায়িক মনোবৃত্তিসম্পন্ন ধনী শ্ৰেণীযে ভাড়াটীয়া গুণ্ডা লগাই এনে গণ্ডগোল সৃষ্টি কৰে। ধৰ্ম বিপন্ন হৈছে বুলি দুয়ো পক্ষই চিঞৰ-বাখৰ কৰে। দুয়ো পক্ষৰ সাধাৰণ ৰাইজে এই চক্ৰান্ত ধৰিব নোবাৰি বিমোৰত পৰে। এনে এটা সাময়িক উত্তেজনা সৃষ্টি হয় যে দূৰত নিৰপেক্ষ হৈ থাকিব নোবাৰি, কিছুমানে তাত জাপ দিয়ে। কিহৰ কাৰণে, কি দোষত যে ইজনে সিজনৰ বুকুত ছুৰী বহুৱাই দিযে, তেওঁলোকে ক'ব নোৱাৰে। কিছুমান মুখিয়াল লোকে তেওঁলোকৰ প্ৰাধান্য বৃজাই ৰাখিবলৈকে সাম্প্ৰদাযিক ঐক্য স্থাপনত বাধা দিযে। ব্যক্তিগত স্বাৰ্থৰ কাৰণে বৃটিছ চৰকাৰৰ হাতত এওঁলোকে পুতলা স্বৰূপে কাম কৰিছে।

অসহযোগ আন্দোলনত সকলো সম্প্ৰদায়ে আন্তৰিকভাৱে যোগ দিছিল। চৰকাৰে তেতিয়াৰপৰা সাম্প্ৰদায়িক অনৈক্য ঘটাবলৈ বেছিকৈ মন দিলে। আন্দোলন শাম কটাৰ পিচত, প্ৰতিক্ৰিয়া হৈছিল। ষড়যন্ত্ৰৰ কাৰণে তেতিযা অৱস্থা অনুকূলো আছিল। আগতে অচেতন হৈ পৰিথকা মানুহক আন্দোলনে সচেতন কৰি তুলিছিল। কিন্তু সাৰপাই উঠি তেওঁলোকে তেওঁলোকৰ বৃহৎ স্বাৰ্থসিদ্ধি কৰিবলৈ কোনো ক্ষমতা নেপালে। জাতীয স্বাৰ্থতকৈ প্ৰত্যেকৰে উপস্থিত স্বাৰ্থই তেতিয়া মুখ্য হৈ উঠিল। দুৰ্ভাগ্যজনক হ'লেও ই স্বাভাৱিক। অসহযোগে ভাৰতক জোকাৰণি এটা দিয়ে। ফলত সকলো দল সাৰপাই উঠি অৰ্থনৈতিক

দুৰৱস্থাৰ কাৰণে বৃটিছ চৰকাৰৰ বিৰুদ্ধে সকলো দলৰ মাজত এটা উমৈহতীয়া আক্ষেপৰ ভাব আৰু স্বৰাজৰ অস্পষ্ট ধাৰণা সৃষ্টি কৰিছিল, তাৰ ভেটিতে অসহযোগ আন্দোলন হৈছিল। বৃটিছৰ বিৰুদ্ধে সাৰ্বজনীন যিটো বেয়া ভাব সিয়েই সকলোকে এক কৰিছিল। কিন্তু প্ৰতিটো দলৰ কাৰণে স্বৰাজৰ অৰ্থ বেলেগ আছিল। নিবমুৱা মজলীয়া শ্ৰেণীয়ে স্বৰাজ বিচাৰিছিল চাকৰি পাবলৈ। খেতিয়কৰ মানত স্বৰাজৰ অৰ্থ হৈছে কৰ-কাটলৰ বোজাৰপৰা ৰেহাই পোৱা আৰু জমিদাৰৰ উৎপীড়নৰপৰা মুক্ত হোৱা। ধৰ্মৰ দলৰ ফালৰপৰা চালে দেখা যাব যে মুছলমানসকলে একগোট হৈ আন্দোলনত যোগ দিছিল খিলাফট্ সমস্যাৰ কাৰণে। ই এটা পুৰামাত্ৰাই ধৰ্মৰ প্ৰশ্ন। অমুছলমানসকলৰ এই প্ৰশ্নৰ লগত সম্পৰ্ক নাছিল। গান্ধীজীয়ে অসহযোগত এই প্ৰশ্নটো এই কাৰণেহে লয় যে তেওঁৰ মতে বিপদত এজন ভায়েকে সিজনক সহায় কৰা কৰ্তব্য। অসহযোগত মুছলমানৰ দৃষ্টিভঙ্গী আছিল মুছলমান জাতীযতা বা মুছলমান আন্তৰ্জাতীযতা। প্ৰকৃততে ই ভাৰতীয় জাতীযতা নাছিল। আনপক্ষে হিন্দুৰ জাতীযতাৰ ধাৰণাও হিন্দু জাতীযতাহে আছিল। হিন্দু জাতীয়তা প্ৰকৃত ভাৰতীয় জাতীযতাৰপৰা বিচ্ছিন্ন কৰি দেখুওৱা সহজ নহয়। হিন্দু ভাৰতত সংখ্যাগৰিষ্ঠ দল। কাজেই তেওঁলোকক ষোলঅনা জাতীয়তাবাদী যেন দেখুওৱা বেছি সম্ভৱপৰ। যেয়ে যিপিনেই পাৰিলে সেয়ে সেইপিনেই খেপিয়ালে। আগতে সকলো শুই আছিল কাৰণে সাম্প্ৰদাযিক অনৈক্য এনে তীব্ৰভাবে দেখা দিয়া নাছিল। ক্ৰমবৰ্দ্ধমান জাতীয় চেতনা ৰোধ কৰিবলৈ চৰকাৰে এতিয়া যি পৰিমাণে সাম্প্ৰদায়িক প্ৰশ্নটো মুখ্য কৰা প্ৰয়োজন হৈছিল, আগতে সিমান প্ৰয়োজন নাছিল। মুছলমানসকল সংখ্যালঘিষ্ঠ আছিল কাৰণে এটা সঙ্কোচ আৰু সন্দেহৰ ভাবত আছিল আৰু তেওঁলোকৰ জাতীয়তাৰ ভাবত সেই সন্দেহ আৰু সঙ্কোচ ফুটি ওলায়।

অৱশ্যে প্ৰকৃত জাতীয়তাবাদী দল এটা আছিল। এই দলত হিন্দু, মুছলমান আদি সকলো সম্প্ৰদায়ৰে মানুহ আছে। কংগ্ৰেছ এই দলৰ অনুষ্ঠান। অসহযোগ আন্দোলনত নিজৰ নিজৰ স্বকীয়া অস্তিত্ব বজাই ৰাখিও সকলো দলে প্ৰকৃত জাতীয়তাবাদীদলক কেন্দ্ৰ কৰি একেলগে কাম কৰিছিল। আন্দোলনৰ পিচত যি প্ৰতিক্ৰিয়া আৰম্ভ হ'ল, তাৰ ফলত আৰু চৰকাৰৰ ষড়যন্ত্ৰৰ গুণত দলবিলাক ফাটি গ'ল। প্ৰতিটো দলেই নিজৰ নিজৰ স্বাৰ্থলৈ মন দিলে। অসহযোগত

আন্দোলনৰ ঢৌত সাম্প্ৰদায়িক নেতাসকল ডুব গৈ আছিল। এতিয়া তেওঁলোক মূৰ দাঙি উঠিল। মুছলমান মজলীয়া শ্ৰেণীৰ নিবন্ধুৱা-সকলে ভাবিলে যে হিন্দুসকলে সকলো চাকৰি লৈ বহি আছে আৰু তেওঁলোকৰ উন্নতিত বাধা দিছে। গতিকে সকলো ক্ষেত্ৰতে তেওঁলোকে ৰক্ষা কৰচ বিচাৰিলে— স্বকীয়া ব্যৱহাৰ দাবী কৰিলে। ৰাজনৈতিক ক্ষেত্ৰত হিন্দু-মুছলমানৰ প্ৰশ্নটো সকলো সম্প্ৰদায়ৰে মজলীয়া শ্ৰেণীৰ কথা। খেতিয়ক বা বনুৱা শ্ৰেণীৰ—যি সম্প্ৰদায়েৰে নহওক, ইয়াৰ লগত স্বাৰ্থৰ কোনো সম্পৰ্ক নাছিল। সাম্প্ৰদায়িক আন্দোলন কৰোঁতা-সকলে সৰ্বসাধাৰণ ৰাইজৰ অৰ্থনৈতিক উন্নতি কেনেকৈ হ'ব, ক'ব নোৱাৰে। তেওঁলোকে মুছলমান সম্প্ৰদায় বুলি যেতিয়া চিঞৰ বাখৰ কৰে তেতিয়া এমুঠি শিক্ষিত মুছলমানৰ কথাহে কয়, মুছলমান খেতিয়কৰ কথা নেভাবে। সেইদৰে হিন্দু সাম্প্ৰদায়িক নেতাসকলে, হিন্দু খেতিয়কৰ কথা নেভাবে। যি ধৰ্মৰেই নহওক খেতিয়ক আৰু বনুৱা শ্ৰেণীৰ স্বাৰ্থ, যি ধৰ্মৰেই নহওক ধনী জমিদাৰ আৰু কাৰখানা মালিকৰ স্বাৰ্থৰ বিৰোধী। ধৰ্মৰ নামত হিন্দু জমিদাৰে হিন্দু খেতিয়কক মুছলমান খেতিয়কৰ বিৰুদ্ধে আৰু মুছলমান জমিদাৰে মুছলমান খেতিয়কক হিন্দু খেতিয়কৰ বিৰুদ্ধে উত্তেজিত কৰে। সাম্প্ৰদায়িক নেতাসকল প্ৰায়ে জমিদাৰ বা ধনী-মজলীয়া শ্ৰেণীৰ মানুহ। সৰ্বসাধাৰণ খেতিয়ক বনুৱাই নিজৰ স্বাৰ্থ বুজিব নোৱাৰি, প্ৰকৃত বন্ধুৰ বুকুত ছুৰী বহুৱাই দিয়ে। সৰ্বসাধাৰণৰ সৰলতা, ধৰ্ম বিষয়ে গোড়ামী আৰু নিৰক্ষৰতাৰ কাৰণেহে ই সম্ভৱ হৈছে।

ভাৰতত হিন্দু-মুছলমান সমস্যাৰ কাৰণে বৃটিছ চৰকাৰক সম্পূৰ্ণ দায়ী কৰিলে ভুল হ'ব। বিদেশী চৰকাৰ এটাই প্ৰজাৰ ইচ্ছাৰ বিৰুদ্ধে শাসন কৰিলে ভেদনীতি চলাবই, কিন্তু তেওঁলোকৰ ভেদনীতি যে সফল হৈছে, সিয়েই প্ৰমাণ কৰে যে আমাৰ ৰাইজ পিচ পৰা আৰু দুৰ্বল। বৃটিছে যে আমাক ভাগ ভাগ কৰি থৈছে আৰু পৰস্পৰৰ লগত যুঁজাব পাৰিছে, তাৰপৰা প্ৰমাণ হয় যে তেওঁলোকৰ সংগঠন ভাল। আমি তেওঁলোকৰ ফান্দত ভৰি দিয়াৰপৰা আমাৰ মূৰ্খামি ওলাই পৰিছে। হিন্দু-মুছলমানৰ অন্তৰত অলপো সাম্প্ৰদায়িক ভাব নেথাকিলে বৃটিছৰ ষড়যন্ত্ৰ সফল ন'হলহেতেন। সাম্প্ৰদায়িক ঐক্য প্ৰচেষ্টাত তেওঁলোকৰ ভেদ-নীতিয়েই যে বাধা দি আহিছে, তাত অলপো সন্দেহ নাই, যদিও বৃটিছে সাম্প্ৰদায়িক সমস্যা জীয়াই ৰাখিব পৰাৰ কাৰণে আমি নিজকো দোষী নকৰি নোৱাৰো। ধৰ্মবিশ্বাস ব্যক্তিগত কথা।

ৰাজনীতিত হিন্দু বা মুছলমান বুলি কোনো কথা নাই। যি ধৰ্মৰেই নহওক ভাৰতীয় বুলি কান্ধত কান্ধ মিলাই থিয় দিবলৈ নিশিকাৰ কাৰণে বৃটিছে ভাৰতক পৰাধীন কৰি ৰাখিবলৈ সুবিধা পাইছে।

শিখ জাতীয়তাৰ অভ্যুত্থানো হয় এই সময়তে। পূৰ্বতে হিন্দু আৰু শিখসকলৰ ভিতৰত ব্যৱধান বৰ বেছি নাছিল। জাতীয় জাগৰণে শিখসকলকো সজাগ কৰিলে। তেওঁলোকে নিজক এটা সুনিৰ্দিষ্ট দল সংঘবদ্ধ কৰিলে। শিখসকলৰ ভিতৰত আকালি দলে তেওঁলোকৰ সমাজ সংস্কাৰত-মন দিলে। তেওঁলোকে ক'লা পাগুৰি মাৰিছিল। 'সৎশ্ৰী আকাল' তেওঁলোকৰ ধ্বনি। শিখ ধৰ্মস্থানৰ সম্পত্তি দখল কৰিবলৈ তেওঁলোকে গুৰুদ্বাৰ আন্দোলন আৰম্ভ কৰে। সেই লৈ চৰকাৰৰ লগত তেওঁলোকৰ সজ্ঘৰ্ষ হয়।

অমৃতসৰৰ সোণৰ মন্দিৰ শিখসকলৰ কেন্দ্ৰীয় ধৰ্মস্থান। ১৮৪৯ চনত ইংৰাজে পঞ্জাব লয়। তেতিয়া তাত বিশৃঙ্খল ঘটে। শিখসকলৰ এখন কমিটী মন্দিৰৰ ট্ৰাষ্টি হয়, চৰকাৰে এজন অভিভাৱক নিয়োগ কৰে। তেওঁলোকৰ এজন মেনেজাৰ আছিল। বছৰি মন্দিৰৰ কেবা-লাখো টকা তেওঁ চলায়। ১৮৮১ চনত কমিটীখন নোহোৱা হ'ল। মেনেজাৰ সৰ্বেসৰ্বা হ'ল। এফালে মেনেজাৰ আৰু পুৰোহিত আনফালে শিখ ৰাইজৰ মনোমালিন্য চলি আছিল। সংস্কাৰপন্থী আকালিসকলৰ লগত সজ্ঘৰ্ষ হ'ল। কেবাজনো শিখ আহত হ'ল, দুজন মৰিল। ১৯২১ চনৰ মাৰ্চ মাহৰ পহিলা সপ্তাহতে শান্তিপ্ৰিয় যাত্ৰী কিছুমান 'নানকানা চাহিব'ত (গুৰুদ্বাৰ) গোট খাইছিল। পুলিচে তাতে গুলী চলায়। ৰাইজৰ হিচাবমতে ১৯৫ জন মৰে। চৰকাৰৰ হিচাবমতেও ৭০ জন মৰে। অসহযোগৰ সময়ত চৰকাৰ যে কেনেকৈ বলিয়া হৈ পৰিছিল ই তাৰেই এটা দৃষ্টান্ত। ধৰ্মস্থানলৈ যোৱা যাত্ৰীৰ ওপৰত নৃশংসভাৱে গুলী কৰা হয়। গুলী মৰাৰ পিচত অলপ প্ৰাণ থকা অৱস্থাতে মানুহবিলাক জ্বলি থকা একুৰা ডাঙৰ জুইত পেলাই দিয়া হৈছিল। পুলিচে ধৰি লয় যে গুৰুদ্বাৰৰ সম্পত্তি হাত কৰিবলৈ আকালিসকলে আন্দোলন কৰিছে। সন্তসকল তেতিয়া উৎসাহিত হ'ল। তেওঁলোকৰ কিছুমানে আকালিসকলৰ লগত কৰা বন্দৰৱস্তৰপৰাও পিচ হোঁহকি আছে। সংস্কাৰপন্থী শিখসকলৰ বিৰুদ্ধে চৰকাৰে কঠোৰ দমননীতি চলালে। ১৯২১ চনৰ মে'ত শ শ শিখ ফাটেকত দিয়া হ'ল। তেতিয়া সংস্কাৰৰ প্ৰশ্ন লৈ চৰকাৰৰ লগত আকালিসকলে অহিংস অসহযোগ চলালে। নিৰ্দিষ্ট জোখতকৈ বেছি দীঘল কৃপাণ

ল'লে শিখসকলক অভিযুক্ত কৰা হ'ল। ভাই কৰ্তাৰ সিং আৰু ভাই ৰাজা সিঙৰ বিৰুদ্ধে ১৮ আৰু ৭ বছৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ হ'ল। ১৯২১ চনৰ ছেপ্টেম্বৰত এওঁলোকক খালাচ দিয়া হ'ল। কিন্তু চৰ্দাৰ শাৰ্দুল সিং কাভেশ্বীৰ, আৰু বহুতো গুৰুদ্বাৰ কৰ্মীয়ে খালাচ নাপালে। এনেতে হঠাৎ ১৯২১ চনৰ ৭ নবেম্বৰত সোণৰ মন্দিৰৰ জোৰাখানাৰ চাবি চৰকাৰে কাঢ়ি নিয়ে। চৰকাৰে এজন মেনেজাৰ মনোনীত কৰিলে। গুৰুদ্বাৰ কমিটীয়ে তেওঁক কাৰ্যভাৰ ল'বলৈ নিদিলে। তেতিয়াৰপৰা চাবি লৈ আন্দোলন আৰম্ভ হ'ল। চৰকাৰে 'ছেডিচাচ মিটিংছ এক্ট' প্ৰয়োগ কৰি তাৰ উত্তৰ দিলে।

১৯২২ চনৰ মাৰ্চৰপৰা এপষৰ ভিতৰত চৰকাৰে ক'লা পাগুৰি মৰা ১৭০০ জন শিখক গ্ৰেপ্তাৰ কৰে। ১৫ জুনৰ ভিতৰত ২০০০ শিখ ধৰা পৰে। কৃপাণ ল'বলৈ লাইচেন্স ল'ব লাগে বুলিও চৰকাৰে আদেশ শুনায়। শিখসকলে কৃপাণ ৰখাটো ধৰ্মৰ কথা।

১৯২২ চনৰ আগষ্টত আকালিসকলে গুৰুকাবাগ পীঠ ল'বলৈ সত্যাগ্ৰহ কৰে। এজোপা গছ তেওঁলোকে কাটে। আকালিসকলে অহিংসা ব্ৰত লৈছিল। যিবিলাক মানুহে য়ুৰোপত জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ কৰি জয় লাভ কৰিছিল, তেওঁলোকে এতিয়া অহিংস সত্যাগ্ৰহ চলাই পুলিচৰ নিৰ্যাতন মূৰ পাতি লৈছিল। দলে দলে আকালিসকল আগবাঢ়ি গৈছিল আৰু পুলিচৰ নিষ্ঠুৰ বেত পিঠি পাতি লৈছিল। আকালিসকলৰ শৃঙ্খলা আৰু আত্মনিয়ন্ত্ৰণ চৰকাৰেও স্বীকাৰ কৰিছিল। এই সত্যাগ্ৰহত ২১০ জন গ্ৰেপ্তাৰ হয়। এজন অনাৰেৰী মেজিষ্ট্ৰেটেই ৪ বাৰ বহি ১,২৭,০০০ টকা জৰিমনা কৰে। স্বামী শ্ৰদ্ধানন্দৰ ১৮ মাহ কাটেক হয়। আহতসকলক শুশ্ৰূষা কৰা তিৰোতা এগৰাকীও আহত হয়। ২২ অক্টোবৰত ১০১ জন মিলিটেৰী পেন্সনভোগীৰ এটা দল মিলিটেৰী বেশলৈ গুৰুকাবাগলৈ যায়। তেওঁলোকৰ লগত ৫০,০০০ জন মানুহ গৈছিল। তেওঁলোকক গ্ৰেপ্তাৰ কৰি লৈ আহোঁতে খোৱা বস্তু দিবলৈ এটা ষ্টেচনত বহুতো মানুহ বৈ আছিল। তাত ট্ৰেইন ন'ৰব বুলি জানি, ৰেল লাইনৰ ওপৰতে কিছুমান বহি পৰিল। তথাপি ট্ৰেইন ৰখা ন'হল। ফলত দুজন মৰিল। এঘাৰজন আহত হ'ল। ৰাজদ্ৰোহ আন্দোলনৰ হেঁচাত আকালিসকলক দলে দলে খালাচ দিয়া হ'ল। কিন্তু খালাচ হোৱাৰ পিচতো নিৰ্দিষ্ট ৰাস্তাইদি নোযোৱাৰ কাৰণে আকালি কিছুমানক বাৰ্মলপিণ্ডিত পুলিচে মাৰি-পিটি জখম কৰি দিয়ে।

১৯২৩ চনত নাভাৰ মহাৰজাই সিংহাসন ত্যাগ কৰে। গুৰুদ্বাৰ কমিটিয়ে ভাবে যে তেওঁক চৰকাৰে সিংহাসনচ্যুত কৰাইছেহে। এই লৈয়ে শিখসকলে আন্দোলন কৰে। এই প্ৰসংগত দিয়া বক্তৃতাবিলাক ৰাজদ্ৰোহমূলক বুলি ধৰি বহুতকে গ্ৰেপ্তাৰ কৰা হয়। অখণ্ড পন্থ পঢ়োতে গ্ৰেপ্তাৰ কৰা হৈছিল। জৈতিয়া দিনে ২৫ জনৰ একোটা জাঠা নাভা ষ্টেটৰ জৈইটোলৈ গৈ অখণ্ড পন্থ পঢ়ে। এবাৰ ৫০০ জনৰ এটা জাঠা যায়। পুলিচে গুলী চলায়, কেইজনমান মৰে, হাজাৰ হাজাৰ আকালি জেলত পৰে। আকালি জাঠাবিলাকক পুলিচে নিষ্ঠুৰভাবে কোবায়। কিন্তু তেওঁলোকে এখোজো পিচ নোহোঁহকে বা পুলিচৰ বিৰুদ্ধে কোনেও কেএটা আঙুলি এটাও নোতোলে। আকালি দলৰ সত্যাগ্ৰহ দেখি এন্দ্ৰুজ চাহাব মুগ্ধ হৈছিল। তেওঁ কয় "অহিংসাৰ ইয়াত যোল অনা জয় হৈছে।"

অৱশেষত গুৰুদ্বাৰ নিয়ন্ত্ৰণৰ কাৰণে এখন আইন হয়। আকালি-সকলৰ আন্দোলন সফল হয়। এনেকৈ ধৰ্ম সংস্কাৰৰ আন্দোলনৰ মাজেদি শিখ সম্প্ৰদায় সুসংগঠিত হ'ল। তেওঁলোকে তাৰ পিচত ৰাজনৈতিক দাবী কৰিবলৈ ধৰিলে। কিন্তু ভাৰতীয় জাতীয়তাৰ কথা নেভাবি বহুতেই শিখ জাতীয়তাৰ নামত অতিৰঞ্জিত দাবী কৰিছিল।

১৯২৭ চনৰ শেষৰ পিনে বৃটিছ চৰকাৰে ঘোষণা কৰিলে যে ভবিষ্যত শাসনতন্ত্ৰ সম্পৰ্কে তদন্ত কৰিবলৈ ভাৰতলৈ চাইমন কমিছন পঠিওৱা হ'ব। এই ঘোষণাত ভাৰতৰ সকলো ৰাজনৈতিক দলেই বিৰক্ত হ'ল। কংগ্ৰেছে ইয়াৰ বিৰোধিতা কৰিছিল, কাৰণ ভাৰত স্বায়ত্ত-শাসনৰ কাৰণে উপযুক্ত হয় নে নহয়, মাজে মাজে তাকে তদন্ত কৰি থকা কথাটো কংগ্ৰেছৰ কাৰণে অসহনীয় আছিল। কংগ্ৰেছে বহুত আগৰেপৰা আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দাবী কৰি আহিছে। বৃটিছ পাৰ্লামেণ্টে ভাৰতৰ শাসনতন্ত্ৰ ৰচনা কৰা কথাত নীতি হিচাপেই কংগ্ৰেছৰ আপত্তি আছিল। নৰমপন্থী দলবিলাকে আয়োগ বহুৰাত আপত্তি কৰিছিল আন কাৰণত। আয়োগত ভাৰতীয় সদস্য এজনো নথকাটোৱেই তেওঁলোকৰ আপত্তিৰ কাৰণ। যি কাৰণতেই নহওক, ভাৰতৰ সকলো দলেই— নৰমপন্থী ৰাজনৈতিকসকলেও চাইমন কমিছনক নিন্দা কৰিছিল আৰু তাক 'বয়কট' সমৰ্থন কৰিছিল।

১৯২৭ চনৰ ডিচেম্বৰত মাদ্ৰাজত ডাঃ আনচাৰিৰ সভাপতিত্বত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন বহিল। সেই কংগ্ৰেছতে স্বাধীনতা লক্ষ্য বুলি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। কংগ্ৰেছে স্বাধীনতাৰ প্ৰস্তাৱ এক্ষে

প্ৰথম নয়। চাইমন কমিছন বৰ্জন কৰিবলৈ সিদ্ধান্ত লয়। আনপক্ষে নিজে ভাৰতৰ সংবিধান ৰচনা কৰিবলৈ মাদ্ৰাজ কংগ্ৰেছে সকলো ভাৰতীয় দল বা অনুষ্ঠানৰে সহযোগ বিচাৰে। এই উদ্দেশ্যে সৰ্বদল সন্মিলন পতা হয়। সন্মিলনে কিছুদিন বৰ তৎপৰতাৰে কাম কৰে।

১৯২৮ চনৰ ডাঙৰ ঘটনা হৈছে ৩ টা— (১) চাইমন কমিছন বৰ্জন। (২) সৰ্বদল সন্মিলন। (৩) বৰদলি সত্যাগ্ৰহ। ১৯২৮ চনৰ ৩ ফেব্ৰুৱাৰীত চাইমন কমিছন বোম্বেত নামিলহি। সেইদিনা সমগ্ৰ ভাৰতত হৰতাল পালন কৰি কমিছন বৰ্জন কৰা হয়। মাদ্ৰাজত শোভাযাত্ৰা কৰা জনতাৰ ওপৰত পুলিচে গুলী চলায়। তিনিজন মৰে। কমিচন 'বয়কট'ৰ কৃতকাৰ্যতা দেখি চৰকাৰে দমনমূলক নীতি ল'লে। লাহোৰত লালাজীৰ নেতৃত্বত কমিছন বৰ্জন উপলক্ষে শোভাযাত্ৰা হৈছিল। পুলিচে শোভাযাত্ৰাৰ ওপৰত লাঠী চলায়। পঞ্জাৱ কেশৰী লালাজীৰ বুকত লাঠীৰ কোব পৰে। কেমাহমান পিচতে লালাজী ঢুকায়। ডাক্তৰসকলে ভাবে যে পুলিচৰ লাঠীৰ কোবে তেখেতৰ মৃত্যু ওচৰ চপাই আনিলে। চাইমন ঘূৰি যোৱা কথাবাৰ কোৱা কাৰণেও কৰ্মীসকলক গ্ৰেপ্তাৰ কৰা আৰু বেত দিয়া হৈছিল। লক্ষ্ণৌত চাৰি দিন ধৰি পুলিচে পাশবিক আক্ৰমণ কৰে। ১৯২৮ চনৰ ফেব্ৰুৱাৰী আৰু মাৰ্চত দিল্লীত সৰ্বদল সন্মিলন বহিল। কংগ্ৰেছ আৰু আন অনুষ্ঠানৰ সন্মতি মতে 'পূৰা দায়িত্বপূৰ্ণ' চৰকাৰৰ ভেটিত ভাৰতৰ সংবিধান ৰচনা কৰিবলৈ স্থিৰ কৰা হয়। দ্বিতীয় প্ৰশ্ন আছিল সাম্প্ৰদায়িক সম্পৰ্ক। দুমাহৰ ভিতৰত সন্মিলন ২৫ বাৰ বহে। ৰ্ষ্ট ভাগ কথাত সকলো একমত হয। ডাঃ আন্সাৰিৰ সভাপতিত্বত ১৯ মে'ত সন্মিলন বহে আৰু সংবিধানৰ এখন খচৰা তৈয়াৰ কৰিবলৈ পণ্ডিত মতিলালৰ সভাপতিত্বত এখন কমিটী নিয়োগ কৰে। ১৯২৮ চনৰ এক জুলাইৰ আগতে খচৰা দাখিল কৰিবলৈ দিন ধাৰ্য হ'ল।

আগষ্টৰ অধিবেশনত সন্মিলনে নেহৰু প্ৰতিবেদন প্ৰকাশ কৰিলে। নেহৰু প্ৰতিবেদনে ডমিনিয়ন ষ্টেটাচ ৰাজনৈতিক লক্ষ্য ৰূপে ঘোষণা কৰে। কিছুদিন পিচত সৰ্বদল সন্মিলন ছিন্নভিন্ন হ'ল। ইংলণ্ডৰপৰা জিন্না পালেহি। তেওঁ নেহৰু প্ৰতিবেদনৰ বিৰোধিতা কৰিলে। সৰ্বদল সন্মিলন ব্যৰ্থ হ'ল। কলিকতা কংগ্ৰেছৰ লগতে সৰ্বদল সন্মিলনো বহিল। কিন্তু প্ৰতিটো দলে ইমান দাবী কৰিবলৈ ধৰিলে যে সন্মিলন বিমোৰত পৰিল। অনিৰ্দিষ্ট কাললৈ সন্মিলন বন্ধ কৰি দিব লগা হ'ল।

নতুন ছেটলমেণ্টত চৰকাৰে বৰদলিৰ ৰায়তৰ শতকৰা ২৫ ভাগ খাজনা বঢ়াই দিয়ে। ৰায়তে কয় যে তেওঁলোকৰ খাজনা বঢ়োৱাৰ কোনো যুক্তি নাই। তেওঁলোকে এই বিষয়ে তদন্ত কৰিবলৈ নিৰপেক্ষ কমিটী বহুৱাবলৈ দাবী কৰে। চৰকাৰে তালৈ কাণ নিদিয়ে। তেতিয়া ৰায়তে তেওঁলোকৰ ওপৰত অন্যায়কৈ খাজনা বঢ়োৱাৰ প্ৰতিবাদ স্বৰূপে চৰ্দাৰ পেটেলৰ নেতৃত্বত সত্যাগ্ৰহ কৰে। ৰায়তে খাজনা দিবলৈ অস্বীকাৰ কৰিলে। চৰকাৰে তালৈ পাঠান চিপাহী আমদানি কৰিলে। ৰায়তৰ ওপৰত নানা প্ৰকাৰে অত্যাচাৰ হ'ল। ৰায়ত-সকলে নিজৰ তালুক এৰি ঘৰ-দুৱাৰ বন্ধ কৰি থৈ আন ঠাইলৈ গুচি গৈছিল। অৱশেষত ৰায়তৰ জয় হ'ল। চৰকাৰে এখন আদা-লত বহুৱালে। আদালতে ৰায় দিলে যে শতকৰা ৬⅞ ভাগতকৈ খাজনা বেছি বঢ়োৱা উচিত নহয়। সেই হাৰ দুয়ো পক্ষই মানি ল'লে। অৱশ্যে আন কেইটামান কাৰণ দেখুৱাত বৰদলি ৰায়তে ছেটলমেণ্টৰ আগৰ হাৰতকৈ অলপো বেছি খাজনা দিব লগা ন'হল। নিলামত দিয়া মাটিবিলাক কিনোতাই ঘূৰাই দিয়ে। যিবিলাকে সত্যা-গ্ৰহত কাম এৰিছিল, তেওঁলোকে পুনৰ কাম পালে।

১৯২৮ চনত পণ্ডিত মতিলালৰ সভাপতিত্বত কলিকতাত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন বহিল। নেহৰু প্ৰতিবেদন কলিকতা কংগ্ৰেছে গ্ৰহণ কৰিলে। মাদ্ৰাজ কংগ্ৰেছত স্বাধীনতাৰ প্ৰস্তাৱ লৈ কলিকতাৰ কংগ্ৰে-ছত নেহৰু প্ৰতিবেদন লোৱাত, কংগ্ৰেছ অলপ নামি অহা হ'ল। পণ্ডিত জৱাহৰলাল নেহৰু আৰু সুভাষ চন্দ্ৰ বসুৱে পূৰ্ণ স্বাধীনতা লক্ষ্য বুলি পুনৰ ঘোষণা কৰি এটা সংশোধনী প্ৰস্তাৱ দিছিল। গান্ধীজীয়ে এইকেবছৰ কংগ্ৰেছৰ আলোচনাত বিশেষ যোগ দিয়া নাছিল। কলিকতা অধিবেশনত একালে স্বাধীনতা লীগ (জৱাহৰলাল ইয়াত আছিল, বসুৰ নেতৃত্বত বঙ্গৰ বেলেগ স্বাধীনতা লীগ আছিল) আৰু আনফালে ডমিনিয়ন ষ্টেটাচৰ পৃষ্ঠপোষকতা কৰা নেহৰু প্ৰতিবেদনৰ পক্ষপাতী দলৰ ভিতৰত মহাত্মাজীয়ে মধ্যস্থৰ দৰে কাম কৰিবলগা হয়। গান্ধী-জীৰ পৰামৰ্শ মতে কংগ্ৰেছে এবছৰলৈহে নেহৰু প্ৰতিবেদন গ্ৰহণ কৰে: এবছৰৰ ভিতৰত সেই প্ৰতিবেদনৰ ভেটিত যদি বৃটিছ চৰকাৰৰ লগত চুক্তি নহয়, তেনেহ'লে কংগ্ৰেছে পুনৰ স্বাধীনতাৰ লক্ষ্য ঘোষণা কৰিব। ওচৰৰ ৫০,০০০ বনুৱাই কলিকতা কংগ্ৰেছলৈ শৃঙ্খলাৰে শোভাযাত্ৰা কৰি আহিছিল। পেণ্ডেলত দুঘণ্টা থাকি স্বাধীনতাৰ প্ৰস্তাৱ লৈ তেওঁলোক ওলাই যায়।

১৯২৮।২৯ চনত বনুৱাসকলৰ মাজত সাম্যবাদ বা কমিউনিজিমৰ ভাৰ প্ৰচাৰ হয়। বনুৱাসকল আগতকৈ সংগঠিত আৰু শক্তিশালী হয়। বোম্বাইত কেবাটাও ডাঙৰ ডাঙৰ ধৰ্ম্মঘট হয়। ১৯২৯ চনৰ আৰম্ভণিতে চৰকাৰে হঠাতে বোম্বাই, পঞ্জাব আৰু যুক্ত প্ৰদেশত বহুতো বনুৱা নেতাক গ্ৰেপ্তাৰ কৰে। ইয়াৰ ৮ জন নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভ্য আছিল। তেওঁলোকৰ বিৰুদ্ধে এটা ডাঙৰ ষড়যন্ত্ৰৰ মকৰ্দ্দমা খিয় কৰা হয়। 'মিৰাট মামলা' নামে ই প্ৰসিদ্ধ। তিনি বছৰ তিনি মাহমান বিচাৰ কৰি প্ৰত্যেকজনকে দীঘলীয়া দিনলৈ ফাটেক দিয়া হয়। বহস্যজনক কথা যে এজনো আচামীৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ বা শান্তিভঙ্গৰ অভিযোগ নাছিল। কমিউনিজিমৰ কথা প্ৰচাৰ কৰাকে দোষণীয় বুলি ধৰা হৈছিল যেন অনুমান হয়। কংগ্ৰেছে মীৰাট বন্দী-সকলক সহায় কৰিবলৈ ১৫,০০০ টকা মঞ্জুৰ কৰিছিল। বোম্বাইৰ কাপোৰ কলৰ ১৫০,০০০ বনুৱাই সাধাৰণ ধৰ্ম্মঘট কৰিছিল। ছমাহৰো ওপৰ ই চলে।" বঙ্গৰ পাট কলৰ বনুৱা আৰু জামছেদপুৰৰ ওচৰৰ গোলমুৰিৰ প্ৰশিক্ষিত বনুবাৰ ধৰ্ম্মঘটো হয়। গোলমুৰিৰ ধৰ্ম্মঘট ৮½ মাহ চলে। ১৯২৮ চনত দক্ষিণ ভাৰতৰ ৰেলবে ধৰ্ম্মঘট হয়। তাৰ পিচত বহুতকে গ্ৰেপ্তাৰ কৰা হয়। ১৫ জনৰ দহ বছৰকৈ ফাটেক হয়।

শান্তিপূৰ্ণ উপায়েৰে ভাৰতৰ আশা-আকাঙ্ক্ষা পূৰণ নোহোৱা যেন দেখি ১৯২৯ চনত এদল ডেকা কৰ্মীয়ে হিংসামূলক বিপ্লৱ কৰিবলৈ চেষ্টা কৰে। পঞ্জাব, যুক্ত প্ৰদেশ আৰু বিশেষকৈ বঙ্গ দেশতে এনে চেষ্টা কৰা হয়। বৃটিছ চৰকাৰে বহুত প্ৰকাৰে ইয়াক দমন কৰিবলৈ চেষ্টা কৰে। কেবাটাও ষড়যন্ত্ৰৰ মকৰ্দমা হয়। সন্দেহ হলেই বিনা বিচাৰে ফাটেকত ৰাখিবলৈ বঙ্গ অৰ্ডিনেন্স নামে বিশেষ আইন এখন চৰকাৰে ঘোষণা কৰে। এই অৰ্ডিনেন্সৰ বলত শ শ বঙ্গ যুৱকক গ্ৰেপ্তাৰ কৰি আটক কৰি ৰখা হয়। এওঁলোকক 'ডিটেন্যু' বোলা হয়। তেওঁলোকৰ ফাটেক কাল নিৰ্দিষ্ট নাছিল। ইংলণ্ডত যেতিয়া বনুৱা চৰকাৰ আছিল, তেতিয়াই এই অত্যাচাৰমূলক আইনখন বঙ্গদেশত প্ৰয়োগ হয়।

বিপ্লৱীসকলে সন্ত্ৰাসমূলক বহুতো কাম কৰে। তাৰ বেছিভাগেই হয় বঙ্গদেশত। তলৰ ঘটনা কেইটা বিশেষ উল্লেখযোগ্য :

(১) লাহোৰৰ পুলিচ চুপাৰিণ্টেণ্ডেণ্ট মিঃ ছাণ্ডাৰ্ছক ১৯২৮ চনৰ ১৭ ছেপ্তেম্বৰত হত্যা কৰা হয়। এইজন কৰ্মচাৰীয়ে লালাজীক আক্ৰ-

কৰে বুলি মানুহে ভাবিছিল। এই ঘটনাটোকে লৈ লাহোৰ ষড়যন্ত্ৰ মকৰ্দমা হৈছিল। যতীন দাস আৰু ভগত সিং এই মকৰ্দমাত আছিল।

(২) ভগত সিং আৰু বটুকেশ্বৰ দত্তই দিল্লীৰ এছেম্বলী হলত এটা বোমা পেলায়। কাকো আহত কৰিবলৈ নহয়, দেশৰ মনোযোগ আকৰ্ষণ কৰিবলৈহে বোমা পেলায় বুলি আচামীয়ে জবানবন্দী দিয়ে। তেওঁলোকৰ যাবৎজীৱন ফাটেক হয়।

(৩) চিত্তাগং, আৰ্মাৰী ৰেইডকেচ বা চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন মকৰ্দমা: ১৯৩০ চনৰ আইন অমান্য আন্দোলন আৰম্ভ হোৱাৰ সময়ত সূৰ্য সেনৰ পৰিচালনাত এদল সশস্ত্ৰ ডেকা ল'ৰাই অস্ত্ৰাগাৰ ভাল ভাৱে আক্ৰমণ কৰে। কিছু পৰিমাণে তেওঁলোকে কৃতকাৰ্যতাও লাভ কৰিছিল।

(৪) ১৯২৯ চনৰ ২৩ ডিচেম্বৰত বৰলাট আৰউইন চকৰবৰপৰা দিল্লীলৈ আহোঁতে বাটত নতুন দিল্লী পাওঁ পাওঁ হোৱাত তেওঁৰ ট্ৰেইনত বোমা দুৰ্ঘটনা হয়। আৰউইন কথমপি সাৰিল। এজন চাকৰ আহত হ'ল। খোৱা চেলুনখন নষ্ট হ'ল। সেই দিনাই গান্ধী আৰু মতিলালজীয়ে বৰলাটৰ লগত দেখা-সাক্ষাৎ কৰাৰ দিন আছিল। বোমা দুৰ্ঘটনা হ'লেও, তেওঁলোকৰ দেখা-সাক্ষাৎ হ'ল। গান্ধীজীয়ে বৰলাটৰপৰা প্ৰতিশ্ৰুতি বিচাৰে যে ঘূৰণীয়া-মেজ-মেলে ডমিনিয়ন ষ্টেটাচকে ভেটি কৰি আলোচনা চলাব। বৰলাটে তেনে প্ৰতিশ্ৰুতি দিবলৈ অস্বীকাৰ কৰিলে। তেওঁ কেবল ইয়াকেহে কয় যে বৃটিছ মন্ত্ৰীসভাই পিচত পাৰ্লামেণ্টত যি প্ৰস্তাৱ দিব, তাত ভাৰতৰ বিভিন্ন শ্ৰেণী আৰু সম্প্ৰদায় যাতে একমত হয়, তাৰ কাৰণে চেষ্টা কৰিবলৈ তেওঁ ভাৰতীয় দলসমূহক আহ্বান কৰিব। ৩১ অক্টোবৰৰ বিবৃতিত বৰলাটে কৈছিল যে ডমিনিয়ন ষ্টেটাচ্ যে ভাৰতৰ নিয়মতান্ত্ৰিক উন্নতিৰ স্বাভাৱিক প্ৰশ্ন, সেই কথা ১৯১৭ চনৰ ঘোষণাতে সোমাই আছে, কিন্তু প্ৰস্তাৱিত ঘূৰণীয়া-মেজ-মেলত সেই ডমিনিয়ন ষ্টেটাচৰ ভেটিত শাসনতন্ত্ৰ ৰচনাৰ কথা তেওঁলোকে নকয়। আনপক্ষে বৰলাটে পিচত স্পষ্টকৈ কয় যে লক্ষ্য আৰু লক্ষ্য পোৱা একে কথা নহয়। তেওঁ ইয়াকে অৰ্থ কৰে যে ডমিনিয়ন ষ্টেটাচৰ বাটত ভাৰত আগ বাঢ়িব বুলিহে তেওঁ কৈছে।

এনে মকৰ্দমাৰ উপৰিও ১৯২৯ চনত সকলোতে গ্ৰেপ্তাৰৰ ধুম পৰিছিল। চৰ্দাৰ মঙ্গল সিং, মৌলানা জাফৰ আলিখান, মোতালিকক ৭ বছৰ জেল খাটি অহাৰ পিচত পুনৰ গ্ৰেপ্তাৰ কৰা হয়। ডাঃ শাস্ত্ৰমূৰ্তি আৰু সত্যপালকো ফাটেক হয়। দেশৰ সকলোতে জাতীয় দাবী পূৰণৰ কাৰণে হাবিয়াস দেখা দিছিল। কলিকতা কংগ্ৰেছে যি প্ৰস্তাৱ

সময় দিছিল সিয়ো শেষ হও হও। গান্ধী-বৰলাট সাক্ষাতৰপৰাও একো লাভ ন'হ'ল। কাজেই দেশ অলপ অস্থিৰ হৈ পৰিছিল।

চৰকাৰে জাতীয় আকাঙ্ক্ষা দমনৰ কাৰণে দমন-নীতিৰ আশ্ৰয় ল'লে। লাহোৰ মকৰ্দমাত আত্মপক্ষ সমৰ্থনৰ কাৰণে চাঁদা তোলা ৭ জন ডেকাক জিলা মেজিষ্ট্ৰেটৰ সাক্ষাততে পুলিচে কোবায়, কেজন-মান অজ্ঞান হৈ পৰে। তেওঁলোকৰ একমাত্ৰ অপৰাধ এয়ে আছিল যে তেওঁলোকে 'বিপ্লৱ দীৰ্ঘজীৱী হওক', 'সাম্ৰাজ্যবাদ ধ্বংস হওক' ধ্বনি কৰিছিল। লাহোৰ ষড়যন্ত্ৰ মকৰ্দমাৰ আচামীক আদালততে মেজিষ্ট্ৰেটৰ আগতে পুলিচে বেত দিয়ে।

জেলত ৰাজনৈতিক বন্দীসকলৰ প্ৰতি অকল অসন্মানজনকেই নহয়, অমানুষিক ব্যৱহাৰ কৰা হৈছিল। যুৰোপীয়সকলক বেলেগ ব্যৱহাৰ কৰা হয়। এনেবিলাক কথাৰে প্ৰতিবাদ কৰি যতীন দাস প্ৰমুখ্যে কেবাজনেও অনশন কৰে। যতীন দাসে শেষলৈকে অনশন নেৰিলে। ৬১ দিন অনশন কৰাৰ পিচত ১৯২৩ চনৰ ১৩ ছেপ্টেম্বৰত যতীন দাসৰ মৃত্যু হ'ল। এওঁৰ আত্মাহুতিত দেশৰ সকলোতে এক চাঞ্চল্যই দেখা দিয়ে। বাৰ্মাত ৰেভাৰেণ্ড উজিযাই অনশন কৰি ১৬৪ দিনৰ মূৰত প্ৰাণ দিয়ে। এওঁ হৈছে এজন বৌদ্ধ সন্ন্যাসী। ২১ মাহ জেল খটাৰ পিচত ১৯২৯ চনৰ ২৮ ফেব্ৰুৱাৰীত তেওঁ খালাচ হয়। ৪ এপ্ৰিলত ৰাজদ্ৰোহমূলক বক্তৃতা দিয়াৰ অপৰাধত তেওঁক পুনৰ গ্ৰেপ্তাৰ কৰা হয। ৩ বছৰ ফাটেক হয়। জেলত ভাল ব্যবহাৰ পাবলৈ তেওঁ অনশন আৰম্ভ কৰে। ১৬৪ দিন অনশন কৰাৰ পিচত ১৯-৯-২৯ তাৰিখে তেওঁ ঢুকায়।

১৯২৯ চনত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন লাহোৰত বহিল। পণ্ডিত জৱাহৰলাল নেহৰু সভাপতিৰ আসনত বহে। এবছৰ হৈ গ'ল, কলিকতা কংগ্ৰেছৰ দাবী বৃটিছ চৰকাৰে নেমানিলে। তেওঁলোকে অস্পষ্ট ভাষাত ভাৰতক ভৱিষ্যত সম্পৰ্কে কিছু আশা দিছিল। কংগ্ৰেছে কেইটামান চৰ্ত্ত সাপেক্ষে তাতো ৰাজী হৈছিল। সেই চৰ্ত্তও যেতিয়া তেওঁলোকে পূৰণ নকৰিলে, তেতিয়া বাধ্য হৈ কলিকতা কংগ্ৰেছে দিয়া সময় উকলি যোৱাৰ পিচত ১৯২৯ চনৰ ৩১ ডিচেম্বৰ তাৰিখে ৰাতি ১২ বজাত কংগ্ৰেছে নেহৰু ৰিপৰ্ট বাতিল কৰি পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। তাৰ কাৰণে আৱশ্যক মতে আইন অমান্য আন্দোলন কৰিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটীক ক্ষমতা দিয়া হয়। প্ৰস্তাৱ লোৱাৰ পিচত গোটেই কংগ্ৰেছ সভাই সেই ৰাতিয়েই স্বাধীনতাৰ

পতাকা উৰায়গৈ। কাউন্সিল বৰ্জন কৰিবলৈয়ো কংগ্ৰেছে সিদ্ধান্ত কৰে। ডিচেম্বৰত কংগ্ৰেছ সভা বহিলে দুখীয়া ৰায়তৰ কাৰণে বেছি খৰচ পৰে কাৰণে কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন ফেব্ৰুৱাৰী বা মাৰ্চত বহুৱাবলৈ লাহোৰ কংগ্ৰেছতে স্থিৰ কৰা হয়। ইংৰাজী শিক্ষিত উকীল বেৰিষ্টাৰৰ সুবিধাৰ কাৰণে আগতে কংগ্ৰেছ বৰদিনৰ বন্ধত বহিছিল। এতিয়া কংগ্ৰেছৰ দৃষ্টিকোণৰ আমুল পৰিবৰ্তন হৈছে। দুখীয়াৰ প্ৰতিনিধিৰেই কংগ্ৰেছ সভা হয়, কাজেই সাধাৰণ ৰায়তৰ কাৰণে যি সময়ত সুবিধা সেই সমযত বহুৱাবৰ প্ৰযোজন হয়।

আইন অমান্যৰ সম্ভাবনা আৰু উৎসাহ-উদ্দীপনা লৈ ১৯৩০ চন আৰম্ভ হ'ল। কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে নিৰ্দ্ধাৰণ কৰা মতে ২৬ জানুৱাৰী পূৰ্ণ স্বাধীনতাৰ দিৱস হিচাপে গোটেই ভাৰতে পালন কৰিলে। স্বাধীনতা লাভ নোহোৱালৈকে সমযে সমযে কংগ্ৰেছে দি থকা পৰামৰ্শ মতে কাম কৰিবলৈ দেশবাসীযে সুগভীৰ প্ৰতিজ্ঞা ল'লে। সেই বছৰৰপৰা প্ৰতিবছৰে ২৬ জানুৱাৰী তাৰিখে স্বাধীনতা দিৱস পালন কৰা হয়। পণ্ডিত মতিলালে কেবালাখ টকাৰ তেওঁৰ আনন্দভৱন কংগ্ৰেছক দান দিয়ে।

১৪।১৫।১৬ ফেব্ৰুৱাৰীত কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে আইন অমান্য আৰম্ভ কৰিবলৈ গান্ধীজীক ক্ষমতা দিয়ে। মাৰ্চত নিখিল ভাৰত কংগ্ৰেছ কমিটীযে সেই প্ৰস্তাৱ সমৰ্থন কৰে। গান্ধীজীয়ে নিমখ আইন ভঙ্গ কৰিবলৈ স্থিৰ কৰে। ১৮৩৬ চনতে বহা নিমখ আয়োগ এটাই পৰামৰ্শ দিছিল যে যাতে বৃটিছৰ নিমখ ভাৰতত বিক্ৰী হ'ব পাৰে তাৰ কাৰণে ভাৰতীয় নিমখৰ ওপৰত কৰ বহুৱাব লাগে। নিমখৰ কৰটো বেছিকৈ পৰিছিল দুখীয়াৰ ওপৰত। ১২ মাৰ্চৰ দিনা ব্ৰহ্মমুহূৰ্ত্ততে গান্ধীয়ে বাছকবনীয়া ৭৫ জন সত্যাগ্ৰহী লগত লৈ ২০০ মাইল দুৰৰ সাগৰৰ দাঁতিৰ দাণ্ডি নামে এখন গাঁৱলৈ নিমখ তৈয়াৰ কৰাৰ উদ্দেশ্যে সৱৰমতী আশ্ৰমৰপৰা ৰাওনা হয়। নিমখ তৈয়াৰ কৰাটো প্ৰচলিত আইন মতে নিষিদ্ধ। সেই কাৰণে গান্ধীজীয়ে নিজে সেই আইন ভাঙি নিমখ তৈয়াৰ কৰিবলৈ দাণ্ডি যাত্ৰা কৰি ওলাল। পাঁচ এপ্ৰিল তাৰিখে তেওঁ দাণ্ডি পালেগৈ। মোজেচৰ তলত ইজৰাইল বাসীয়ে দেশ এৰি যোৱাৰ লগত বা জাৰ্মান বাহিনীয়ে ১৯১৪ চনৰ প্ৰথম হেঁচাতে মাৰ্ণেলৈ আগবাঢ়ি যোৱাৰ লগত, গান্ধীজীৰ এই অভিযানৰ আংশিক তুলনা হ'ব পাৰে। অহিংস বাহিনী লৈ গান্ধীজী যেতিয়া আগবাঢ়িছিল, গাৱঁৰ পিচত গাওঁ যেন তেওঁ জয় কৰি গৈছিল। দেশময়

এক অভূতপূৰ্ব ভাবৰ সঞ্চাৰ হয়। অহিংস যুদ্ধত দেশ মতলীয়া হৈ উঠে। দাণ্ডিৰ পাৰত গান্ধীজীয়ে নিমখ তৈয়াৰ কৰিলে। তাৰ পিচত সমগ্ৰ দেশত নিমখ আইন ভঙ্গ হ'বলৈ ধৰিলে। ইয়াৰ পিচত গান্ধীজীয়ে গুৰাটৰ ধৰসনা আৰু ছাৰচদাৰ নিমখ কাৰখানা আক্ৰমণ কৰিব বুলি বৰলাটক জনায়। এইকেইটা নিমখৰ গুদাম চৰকাৰী আছিল। ধৰসনা আক্ৰমণ কৰাৰ আগতে ৫ মে' তাৰিখে গান্ধীজীক গ্ৰেপ্তাৰ কৰি য়াৰবেদা জেললৈ লৈ যোৱা হয়।

আইন অমান্য আন্দোলনৰ বেগ ক্ৰমে বাঢ়িবলৈ ধৰে। ধৰসনা আক্ৰমণ কৰিবলৈ গৈ সৰোজিনী নাইডু আৰু বহুতো কংগ্ৰেছ কৰ্মী গ্ৰেপ্তাৰ হয। চৰকাৰী প্ৰহৰীৰে পৰিবেষ্টিত কৰ্ণাটকৰ শানিকাট্টা নিমখ গুদাম কেবাবাৰো ১০।১৫ হেজাৰ জনতাই আক্ৰমণ কৰে আৰু প্ৰতিবাৰেই হাজাৰ হাজাৰ মোন নিমখ তাৰপৰা লৈ যায।

গুজৰাটৰ বৰদলি, বোৰচাঁদ আৰু জাম্বুচাৰ তালুকত খাজনা বন্ধ আন্দোলন চলিল। চৰকাৰে এনে অত্যাচাৰ কৰে যে ৮০,০০০ মানুহে বৃটিছ ৰাজ্য এৰি বৰোদা ষ্টেটলৈ গুচি যায। যুক্ত প্ৰদেশত ব্যাপক-ভাৱে খাজনা বন্ধ কৰা হয।

আন্দোলন শান্তিপূৰ্ণভাৱে চলিছিল। আন্দোলনৰ সফলতা দেখি চৰকাৰৰ ধৈৰ্য হেৰাল। তেওঁলোকে অমানুষিক অত্যাচাৰ আৰম্ভ কৰিলে। প্ৰেছ অৰ্ডিনেন্সৰ বলত দুলাখ ৪০ হাজাৰ টকা ১৩১ খন কাগজৰপৰা আদায় কৰা হয। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ দুৰ্দমনীয় সুনিপুণ যুঁজাৰু পাঠানসকলে খান আব্দুল গফ্ফৰ খাঁৰ নেতৃত্বত সকলো হিংসা ভাব এৰি অহিংস যুদ্ধৰ যি দৃষ্টান্ত দেখুৱায় সি সদায় জিলিকি থাকিব।

চোলাপুৰত কংগ্ৰেছ ভলন্টিয়াৰসকলে নগৰৰ শান্তি আৰু শৃঙ্খলা ৰক্ষা কৰিছিল। কাৰ্যতঃ তেওঁলোকে পুলিচৰ ঠাই লৈছিল। চৰকাৰৰ পক্ষে এনে দৃশ্য অসহনীয় আছিল। ফলত তেওঁলোকৰ পুলিচৰ লগত সঙ্ঘৰ্ষ হয় আৰু সঙ্ঘৰ্ষত ৪।৫ জন পুলিচ মৰে। ইয়াৰ প্ৰতিশোধ ল'বলৈ তাত সামৰিক আইন জাৰি কৰা হ'ল। ৪ জনৰ ফাঁচি হ'ল। বহুতো দীঘলীয়া দিনলৈ কাটেকত পৰিল। পেচোৱাৰত শোভাযাত্ৰাকাৰী জনতাৰ ওপৰত পুলিচে গুলী চলায়। চৰকাৰী হিচাব মতে ৩০ জন মৰে, ৩৩ জন আহত হয়। বাইজৰ হিচাব মতে তাৰ ৭।১০ গুণ হতাহত হয়। সীমান্ত প্ৰদেশৰ আৰু এটা ঘটনা উল্লেখযোগ্য। কিছুমান গাড়োৱালী সেনাক

এখন মিছিওৰ ওপৰত গুলী চলাবলৈ আদেশ দিয়া হয়। নিৰস্ত্ৰ আৰু শান্তিপ্ৰিয় মানুহৰ ওপৰত তেওঁলোকে গুলী চলাবলৈ আপত্তি কৰিলে। সেনাবিলাকক কৰ্ট মাৰ্ছিয়েল কৰি ১০ বছৰৰপৰা ১৪ বছৰলৈ ফাটেক দিয়া হ'ল। গান্ধী-আৰউইন চুক্তিৰ সময়ত এওঁলোকক খালাচ দিয়া প্ৰশ্ন সম্পৰ্কে বহুতো আলোচনা হৈছিল। কিন্তু সেই চুক্তিমতে তেওঁলোকে খালাচ নেপালে। এই আন্দোলনত নাৰী জাগৰণ বিশেষ মনকৰিবলগীয়া। হাজাৰ হাজাৰ তিৰোতাই ওৰণি গুচাই আলি বাটলৈ ওলাল। পুৰুষৰ লগত সমানে তেওঁলোকে জাতীয় যুদ্ধৰ ভাগ ল'লে। বোৰচাঁদত তিৰোতাসকলে শোভাযাত্ৰা কৰি ওলায়। ঠায়ে ঠায়ে তেওঁলোকে খাবলৈ পানী বন্ধ হৈছিল। পুলিচে সেইবিলাক ভাঙি পেলায়। জোৰেৰে তিৰোতাসকলক ছত্ৰভঙ্গ কৰা হয়। যিবিলাক তিৰোতা পৰি গ'ল, পুলিচে তেওঁলোকৰ বুকুৰ ওপৰেদি বুট জোতাৰে গৰকি গ'ল। বহুত ঠাইত গুলী চলোৱা হয়। লাঠী চালনা আৰু গ্ৰেপ্তাৰৰ সীমা নাছিল। প্ৰায় এক লাখ মানুহ গ্ৰেপ্তাৰ হয়। বঙ্গৰ মেদিনীপুৰত বিশেষ অত্যাচাৰ হয়। কংগ্ৰেছ ভলন্টিয়াৰক পানী, খোৱা বস্তু বা আশ্ৰয় দিয়াৰ কাৰণেও গৃহস্থৰ ফাটেক হয়। কোণ্টাইত নিমখ তৈয়াৰ কৰা চাই থকা জনতাৰ ওপৰত গুলী কৰা হয়। পঁচিশজন আহত হয়। চেচনাত গুলী চলে, ছয়জন মৰে। কলিকতাত শান্তিপ্ৰিয় জনতাক পুলিচে বেত মৰা দেখি বিশ্ববিদ্যালয় ঘৰৰপৰা কেজনমান ছাত্ৰই 'কাপুৰুষ' বুলি চিঞৰি উঠিছিল। অলপ পিচতে ইংৰাজ অফিচাৰৰ তলত পুলিচ আহি বিশ্ববিদ্যালয় ঘৰ সোমাই সকলো ছাত্ৰকে কোবাই যায়। বিশ্ববিদ্যালয়ে পিচত প্ৰতিবাদ কৰাতো কাৰো শাস্তি ন'হল। লাহোৰত ইংৰাজ অফিচাৰৰ তলতে পুলিচে কলেজত সোমাই অকল ছাত্ৰকে নহয় অধ্যাপককো কোবাই যায়।

১৯৩০ চনৰ আন্দোলনত আৰু এটা মনকৰিবলগীয়া কথা এই যে খেতিয়কে এই আন্দোলনত তেওঁলোকৰ উপস্থিত স্বাৰ্থ স্পষ্টকৈ দেখিবলৈ পায়। ১৯৩০ চনত পৃথিবীব্যাপী অৰ্থনৈতিক অৱস্থা বেয়া হ'বলৈ ধৰে। খেতিয়কৰ বস্তুৰ দাম বৰকৈ কমি যায়। খেতিয়কৰ উৎপন্ন বস্তুৰ দাম পৰাত তেওঁলোকৰ দুৰ্দশা হৈছিল। এনে সময়ত খাজনা বন্ধৰ কথাষাৰ তেওঁলোকৰ দুৰ্দশাৰ লগত খাপ খাইছিল। স্বৰাজ তেওঁলোকৰ কাৰণে দূৰণিবটীয়া ৰাজনৈতিক আকাঙ্ক্ষা হৈ নেথাকিল। ই তেওঁলোকৰ কাৰণে উপস্থিত অৰ্থনৈতিক প্ৰশ্ন হৈ

পৰিল। গতিকে এই আন্দোলনটোৰ তেওঁলোকৰ কাৰণে এক নতুন অৰ্থ আছিল।

ইফালে ভাৰতত যেতিয়া আইন অমান্য আন্দোলন চলিছিল, সিফালে লণ্ডনত প্ৰথম ঘূৰণীয়া-মেজ-মেল বহিল। কংগ্ৰেছৰ লগত তাৰ কোনো সম্পৰ্ক নাছিল। যিসকল ভাৰতীয় মেজ-মেললৈ যায় তেওঁলোক সকলো চৰকাৰৰ মনোনীত। ভাৰতীয় ৰাইজৰ প্ৰতিনিধি তাত কোনো নাছিল। চৰকাৰে সাম্প্ৰদাযিক প্ৰশ্নটো মুখ্যকৈ ৰাখে। তেওঁলোকে উগ্ৰ সাম্প্ৰদায়িকতাবাদী আৰু প্ৰতিক্ৰিয়াশীল লোকসকলক মেজ-মেললৈ মনোনীত কৰি নিছিল। এওঁলোকৰ মুখেদি ভাৰতৰ অনৈক্যৰ কথা কোৱাই পৃথিবীৰ জনমতক ফাঁকি দিয়া হয়। বৃটিছে ভাৰতক পৰাধীন কৰি ৰাখিবলৈ সদায় এনে চেষ্টাকে কৰি আহিছে। মেজ-মেলৰ কামত ভাৰতৰ কোনো আগ্ৰহ নাছিল। দেশে আত্ম-প্ৰতিষ্ঠাৰ কাৰণে অহিংস যুদ্ধত আত্মনিয়োগ কৰে।

১৯৩১ চনৰ ২৬ জানুৱাৰী তাৰিখে গান্ধীজীক আৰু ৱাৰ্কিং কমিটীৰ মেম্বৰসকলক বিনাচৰ্তে খালাচ দিয়ে আপোচ-আলোচনা চলাবলৈ। মেজ মেলৰপৰা ঘূৰি আহি সাপ্ৰু আৰু শাস্ত্ৰীয়ে গান্ধীজীক দেখা কৰিলে। তাৰ পিচৰপৰা আপোচ-আলোচনা আৰম্ভ হয়। চৰকাৰ আৰু কংগ্ৰেছৰ ভিতৰত হোবা আলোচনা কেবাবাৰো ভাগো ভাগো হৈছিল। সাপ্ৰু জয়াকৰে আলোচনা যাতে সফল হয়, তাৰ কাৰণে চেষ্টা কৰিছিল।

অৱশেষত ১৯৩১ চনৰ ৫ মাৰ্চত গান্ধী-আৰউইন চুক্তি হ'ল। আইন অমান্য বন্ধ কৰা হ'ল। আইন অমান্য কৰি জেললৈ যোৱা-সকলক খালাচ দিযা হ'ল। অধ্যাদেশবিলাকো উঠাই লোৱা হ'ল। শান্তিপূৰ্ণ পিকেটিঙৰ অধিকাৰ চৰকাৰে মানি ল'লে। বেপাৰৰ কাৰণে নহয় নিজৰ ব্যৱহাৰৰ কাৰণেহে নিমখ কৰি ল'বলৈ দিয়া হয়। অৱশ্যে নিমখ আইন থাকিলেই। কিন্তু বহুতো ৰাজনৈতিক বন্দী তেতিয়াও জেলত থাকিল।

১৯১৪ চনৰ ষড়যন্ত্ৰ মকৰ্দমাৰ, পঞ্জাৱ সামৰিক আইনৰ মকৰ্দমাৰ, মীৰাট মামলাৰ আৰু অন্যান্য ষডযন্ত্ৰ মকৰ্দমাৰ বন্দীসকল বন্দী হৈয়েই থাকিল। লাহোৰ ষড়যন্ত্ৰ মকৰ্দমাত ভগত সিং, ৰাজগুৰু আৰু শুক-দেৱৰ ফাঁচিৰ হুকুম হৈছিল। এওঁলোক কেজনৰ জীৱন ৰক্ষা কৰিবলৈ দেশ অতিশয় উৎকণ্ঠিত হৈ পৰিছিল। গান্ধী বৰলাট আলোচনাৰ সময়ত এওঁলোকক ফাঁচি নিদিয়া সম্পৰ্কে আলোচনা হৈছিল। বৰলাটে

কোনো প্ৰতিশ্ৰুতি দিয়া নাছিল, কিন্তু তেওঁ কৈছিল যে পঞ্জাব চৰকাৰক তেওঁ এই বিষয়ে ক'ব। গান্ধী-আৰউইন চুক্তিৰ পিচত এওঁলোকৰ ফাঁচি হ'ল। দেশত এই ঘটনাই ভীষণ অসন্তোষৰ সৃষ্টি কৰে। কৰাচী কংগ্ৰেছে ভগত সিং আৰু তেওঁৰ লগৰ কিজনৰ ত্যাগ আৰু বীৰত্বৰ শলাগ লয়। পট্টভিয়ে তেখেতৰ কংগ্ৰেছ ইতিহাসত লেখিছে যে সেই সময়ত ভগত সিঙৰ নাম গান্ধীৰ নামৰ দৰে গোটেই ভাৰতত জনাজাত হৈ পৰিছিল।

কংগ্ৰেছ আৰু চৰকাৰৰ আপোচ-আলোচনা আৰম্ভ হোৱাৰ সময়তে পণ্ডিত মতিলালৰ অসুখ টান হৈ পৰিল। ১৯৩১ চনৰ ছয় ফেব্ৰুৱাৰীত মতিলালজীৰ মৃত্যু হ'ল।

১৯৩১ চনৰ মাৰ্চ মাহত চৰ্দাৰ-পেটেলৰ সভাপতিত্বত কৰাচীত কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন বহিল। কংগ্ৰেছ অধিবেশন বহি থকা সময়তে কাণপুৰত হিন্দু-মুছলমানৰ মাজত সজ্ঘৰ্ষ হ'ল। ১৬৬ জন মৰিল। ৪৮০ জন আহত হ'ল। সেই সজ্ঘৰ্ষৰ মাজত সোমাই দুয়োপক্ষক শান্ত কৰিবলৈ গৈ যুক্তপ্ৰদেশ কংগ্ৰেছ কমিটীৰ সভাপতি গণেশ শঙ্কৰ বিদ্যাৰ্থীয়ে উত্তেজিত জনতাৰ হাতত প্ৰাণ দিলে। বহুতো মুছলমান পৰিয়াল তেওঁ ৰক্ষা কৰিছিল। নিজৰ বুকৰ তেজ দি তেওঁ হিন্দু-মুছলমানৰ মিলনৰ কাৰণে প্ৰকৃত সত্যাগ্ৰহীৰ দৰে আত্মাহুতি দিছিল। মহাপ্ৰাণ বিদ্যাৰ্থীৰ আত্মাহুতিত কংগ্ৰেছে গৰ্ব অনুভৱ কৰে।

কংগ্ৰেছৰ ভিতৰত ১৯৩০ ৩২ চনৰপৰা সমাজতন্ত্ৰী দল এটা গঢি উঠিছিল। পণ্ডিত জৱাহৰলাল সমাজতন্ত্ৰী। তেওঁৰ সমৰ্থনত সমাজতন্ত্ৰী দলে বল পাইছিল। জয়প্ৰকাশ নাৰায়ণে কংগ্ৰেছ সমাজতন্ত্ৰী দল গঠন কৰে। প্ৰথমে নিখিল ভাৰত সমাজতন্ত্ৰী সন্মিলন পাটনাত বহে ১৯৩৪ চনৰ ১৭ মে' তাৰিখে। কিছু পৰিমাণে এওঁলোকৰ হেঁচাত কংগ্ৰেছে স্বৰাজ মানে কি বুজাই কৰাচীত তাৰ এটা ব্যাখ্যা দিয়ে আৰু মৌলিক অধিকাৰসমূহ ঘোষণা কৰে। কৰাচী প্ৰস্তাৱত কোৱা হয় যে জনসাধাৰণৰ শোষণ বন্ধ কৰিবলৈ ৰাজনৈতিক স্বাধীনতাৰ নিপীড়িত লোকসকলে অৰ্থনৈতিক স্বাধীনতাও পাব লাগিব। মৌলিক অধিকাৰৰ ভিতৰত এইকেইটা উল্লেখযোগ্য। (১) সংখ্যালঘিষ্ঠৰ ভাষা-সংস্কৃতি ৰক্ষা কৰা হৈছে। মূল শিল্পবিলাক (key industries) ৰাষ্ট্ৰৰ হাতত থাকিব—যেনে, ৰেল, জাহাজ আদি। (৩) সকলো ধৰ্ম সম্পৰ্কে ৰাষ্ট্ৰ সম্পূৰ্ণ নিৰপেক্ষ থাকিব। (৪) ৰাষ্ট্ৰই শিল্প-বনুৱাৰ স্বাৰ্থ ৰক্ষা কৰিব।

সমাজতন্ত্ৰীৰ কাৰণেপৰা মৌলিক অধিকাৰসমূহ সন্তোষজনক হোৱা নাছিল, কিয়নো মূলধনী প্ৰথাৰ প্ৰধান আসোঁৱাহকেইটা দূৰ কৰিবলৈ কংগ্ৰেছ সন্মত হোৱা নাছিল। উপাৰ্জনৰ উপায়বিলাক সামূহিক সম্পত্তি কৰিবলৈ আৰু লাভৰ কাৰণে শিল্প ব্যৱসায় চলাব নোৱাৰিব বুলি কৰাচী কংগ্ৰেছে ঘোষণা কৰা নাছিল।

১৯৩১ চনৰ ১৮ এপ্ৰিলত আৰউইনে ভাৰতবৰ্ষ এৰিলে। ১৭ তাৰিখে লৰ্ড উইলিংডনে বৰলাটৰ কাৰ্যভাৰ ল'লে। অলপ পিচতে দেখা গ'ল যে উইলিংডন চুক্তিৰ মনোভাৱ লৈ অহা নাছিল। চুক্তিৰ চৰ্তত নেথাকিলেও সকলো ৰাজনৈতিক বন্দীৰ মুক্তি সম্পৰ্কে উদাৰভাৱে বিবেচনা কৰিবলৈ আৰউইনে গাত লৈছিল। কিন্তু চৰকাৰে এতিয়া সেইবিলাক কথা পাহৰি পেলালে। আইন অমান্য কৰা বন্দীসকলৰ বাহিৰে আন ৰাজনৈতিক বন্দীক মুক্তি দিয়াৰ প্ৰশ্ন তল পেলোৱা হ'ল। ভাৰতীয় শাসনৰ 'ষ্টীল-ফ্ৰেম' চিভিলিয়ানসকলে গান্ধী আৰউইন চুক্তি ভাল পোৱা নাছিল। মুক্তি পোৱা সত্যাগ্ৰহী বন্দীসকলক বিৰাট জনতাই শোভাযাত্ৰা কৰি আগবঢ়াই নিছিল, কংগ্ৰেছ ভলণ্টিয়াৰে নিয়ম মতে পিকেটিঙো চলাইছিল। চুক্তি মতে এনে কাৰ্যত কোনো বাধা নাছিল। কিন্তু অতদিন ভলণ্টিয়াৰ দেখিলেই জপিয়াই পৰা পুলিচৰ চকুত কংগ্ৰেছৰ ওচৰত এনে আত্মসমৰ্পণ অসহনীয় আছিল। তেওঁলোকে নানা চেলু লৈ চুক্তিৰ চৰ্ত ভঙ্গ কৰিবলৈ ধৰিলে। জাতীয় পতাকা উৰুৱাৰ কাৰণেও যুক্ত প্ৰদেশত কিছুমান খেতিয়কক গ্ৰেপ্তাৰ কৰা হৈছিল।

চুক্তিৰ পিচতো অকল যুক্ত প্ৰদেশতে ৭০০ মানুহ ধৰা হয়। বৰদলিত খাজনা আদায় কৰাত কংগ্ৰেছৰ মানুহে সহায় কৰা সত্ত্বেও ৰাইজৰ ওপৰত যথেষ্ট জুলুম কৰা হৈছিল। গান্ধীজীয়ে বৰলাটৰ লগত এনেবিলাক কথা লৈ লেখা-লেখি কৰিলে। চুক্তি মতে কাম হৈছে নে নাই তদন্ত কৰিবলৈ কমিটী এখন বহুৱাবলৈ গান্ধীজীয়ে দাবী কৰিলে। চৰকাৰ তাত ৰাজী ন'হল। এই লৈ গান্ধীজী মেজ-মেললৈ নোযোৱা-টোৱেই স্থিৰ হৈছিল। গান্ধীজী ইংলণ্ডলৈ যাব নোখোজাৰ আৰু এটা কাৰণ আছিল এয়ে যে আৰউইনে মেজ-মেললৈ মালবীয়জী, সৰোজিনী দেৱী আৰু ডাক্তৰ আন্সাৰি—এই তিনিজনক মনোনীত কৰিবলৈ গাত লৈছিল। আগৰ দুজনক বথা হ'ল; কিন্তু ডাক্তৰ আন্সাৰিক মেজ-মেললৈ চৰকাৰে মনোনীত নকৰিলে। মেজ-মেললৈ চৰকাৰে এনে মুছলমানক বাছি নিছিল যি বৃটিছ চৰকাৰৰ কথাকে

হয়ৰাতৰ দিব আৰু কংগ্ৰেছৰ স্বাধীনতাৰ দাবীৰ লগত যোগ নিদিব। ডাঃ আন্সাৰি ভাৰতীয় মুছলমানসকলৰ এজন প্ৰধান নেতা। তেওঁ গৈ যদি মেজ-মেলত গান্ধীজীৰ লগত যোগ দিয়ে তেনেহলে চৰকাৰৰ ষড়যন্ত্ৰ নষ্ট হৈ যায়। সেই কাৰণে আন্সাৰিক তেওঁলোকে মনোনীত নকৰিলে। কংগ্ৰেছৰ লগত মুছলমান নাই বুলি মেজ-মেলত দেখুৱাবলৈ চৰকাৰে এনে ষড়যন্ত্ৰ কৰিলে। যি কি নহওক, অৱশেষত বৰলাটে বিশেষ বিধান প্ৰয়োগ নকৰিবলৈ আশ্বাস দিয়াত গান্ধীজী ২৯ আগষ্টত ইংলণ্ডলৈ যাত্ৰা কৰিলে। কংগ্ৰেছৰ ফালৰ একমাত্ৰ প্ৰতিনিধি আছিল গান্ধী। এডেনত আৰবসকলে গান্ধীজীক সম্বৰ্দ্ধনা জনায়। ইজিপ্টৰ বাফড্‌দলৰ সভাপতি নাহাজ পাশাই ইজিপ্টৰ নামত গান্ধীজীলৈ সম্বৰ্দ্ধনা-পত্ৰ পঠিয়ায়। বিলাতত গান্ধীজী মিছ্‌ লিষ্টাৰৰ ঘৰত দুখীয়া মানুহৰ মাজত থাকিলগৈ। মেজ-মেলত গান্ধীজীয়ে কেইটামান ঐতিহাসিক বক্তৃতা দিয়ে। সাম্প্ৰদায়িক প্ৰশ্নটো প্ৰথমে দুতুলি বুটিছে ভাৰতক কি দিব সেই সম্পৰ্কে খোলোচা কথা ক'বলৈ মহাত্মাজীয়ে দাবী জনায়। কংগ্ৰেছ ভাৰতৰ ৭ লাখ গাঁৱৰ প্ৰতিনিধি আৰু মেজ-মেললৈ চৰকাৰে যিসকলক মনোনীত কৰি নিছে তেওঁ-লোক ভাৰতীয় ৰাইজৰ প্ৰতিনিধি নহয় বুলি মহাত্মাজীয়ে ঘোষণা কৰে।

মহাত্মাজীয়ে বিলাতত যেতিয়া বৃটিছ চৰকাৰৰ কূটনীতি ভেদ কৰি ভাৰতৰ দাবী পূৰণৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল, ইফালে ভাৰতৰ ৰাজনৈতিক অৱস্থা ক্ৰমে বেয়ালৈ গৈছিল। গান্ধী আৰউইন চুক্তিৰ সুযোগ লৈ ভাৰত আৰু বৃটেইনৰ মাজত সৌহাৰ্দ্য স্থাপনৰ কাৰণে চেষ্টা কৰক ছাবি, চৰকাৰে সেই চুক্তি ভঙ্গ কৰি কংগ্ৰেছক পুনৰ যুদ্ধলৈ আহ্বান কৰাৰহে চিন দেখা গ'ল। সন্ত্ৰাসবাদ নিৰ্মূল কৰাৰ চেলু লৈ চৰকাৰে বঙ্গত ৰাজনৈতিক কৰ্মীমাত্ৰকে দমাবলৈ চেষ্টা কৰিলে। অসীম ক্ষমতা থকা নতুন অৰ্ডিনেন্স জাৰি হ'ল। চুক্তি হোৱা সত্ত্বেও ৰাজই অলপো শান্তি নেপালে।

দ্বিতীয়তে, সীমান্ত প্ৰদেশত গফৰ খাঁৰ নেতৃত্বত শান্তিপূৰ্ণভাৱে এটা ডাঙৰ সংগঠন হৈছিল। খুদাই খিদ্‌মট্‌গাৰ বা ৰেডচাৰ্ট হৈছে এই সংগঠনৰ নাম চৰকাৰে এই সংগঠন ভাল পোৱা নাছিল। ইয়াতো এখন অৰ্ডিনেন্স জাৰি হ'ল। খান আব্দুল গফৰ খাঁ প্ৰমুখ্যে মুখিয়াল কংগ্ৰেছ নেতাসকল গ্ৰেপ্তাৰ হ'ল। গুলী চলিছিল। বহুতো মানুহ মৰে আৰু আহত হয়।

তৃতীয়তে যুক্তপ্ৰদেশৰ খেতিয়কসকলৰ অৱস্থা ক্ৰমে বেয়ালৈ গৈছিল। খেতিৰ বস্তুৰ দাম পৰি যোৱাত তেওঁলোকে খাজনা দিয়া টান হৈ পৰিল। যুক্তপ্ৰদেশৰ কংগ্ৰেছে খেতিয়কৰ অৱস্থা তদন্ত কৰিবলৈ পন্তৰ সভাপতিত্বত এখন কমিটী বহুৱালে। খেতিয়কৰ সমস্যা সমাধান কৰিবলৈ যুক্তপ্ৰদেশৰ কংগ্ৰেছে চৰকাৰৰ লগত সহযোগিতা কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। কিন্তু কোনো ফল নধৰিলে। খাজনা আদায় কৰিবলৈ জোৰ খটুৱা হ'ল; খাজনা অনাদায়ত খেতিয়কৰ দখল উচ্ছেদ কৰা হ'ল। ১৯৩১ চনৰ নবেম্বৰত খাজনা তোলাৰ সময়ত অৱস্থা গুৰুতৰ হৈ পৰিছিল। চৰকাৰ কোনো আপোচলৈ নহাত এলাহাবাদ জিলাতে আৰম্ভ কৰি কংগ্ৰেছে ৰায়তক আৰু জমিদাৰকো খাজনা দিয়া স্থগিত ৰাখিবলৈ পৰামৰ্শ দিলে। খাজনা ৰেহাই নিদিয়া সম্পৰ্কে কোনো আপোচ নোহোৱালৈকে খাজনা দিয়া স্থগিত ৰখা হয়। অৱশ্যে তেতিয়াও কংগ্ৰেছে খাজনা বন্ধ আন্দোলন কৰা নাছিল। চৰকাৰে যুক্ত প্ৰদেশত তৎক্ষণাৎ এখন অধ্যাদেশ প্ৰয়োগ কৰিলে। কংগ্ৰেছ নেতাসকল গ্ৰেপ্তাৰ হ'বলৈ ধৰিলে। শেৰৱানী আৰু জৱাহৰলাল গান্ধীজী বিলাতৰপৰা আহি পোৱাৰ আগতে ফাটেকত পৰিল।

এনে অৱস্থাত ১৯৩১ চনৰ ২৪ ডিচেম্বৰ তাৰিখে গান্ধী মেজ-মেলৰপৰা ঘূৰি বোম্বাই পালেহি। মেজ-মেলত গান্ধীজীয়ে সাম্প্ৰদায়িক প্ৰশ্নৰ মীমাংসাৰ কাৰণে চৰকাৰ মনোনীত মুছলমান প্ৰতিনিধিসকলক 'ব্লেঙ্ক চেক' বা চহী কৰা উকা কাগজ দিছিল। ভাৰতৰ স্বাধীনতাৰ দাবীত কংগ্ৰেছৰ লগত যোগ দিলে মুছলমানসকলে যিহকে বিচাৰে তাকে দিবলৈ তেওঁ স্বীকাৰ কৰিছিল। বৃটিছ ৰাজনীতিজ্ঞসকলৰ কূটনীতি আৰু নীচ ষড়যন্ত্ৰৰ ফলত মহাত্মাজীৰ এই চেষ্টা সফল ন'হ'ল। ভাৰতক কিমানখিনি ৰাজনৈতিক স্বাধীনতা দিব, সেই কথাটো তল পেলাই, গান্ধীজীৰ প্ৰতিবাদ সত্ত্বেও সাম্প্ৰদায়িক প্ৰশ্নটো মুখ্য কৰি তুলিছিল। মহাত্মাজীৰ উদ্দেশ্য সিদ্ধ ন'হল। তেওঁ বিফল হৈ লণ্ডনৰপৰা ঘূৰি আহিল। মেজ-মেল যে কিয় এনেকৈ ব্যৰ্থ হ'ল তাৰ প্ৰকৃত কাৰণৰ কিছু আভাস পাব পাৰোঁ। ভাৰতত ইংৰাজ ব্যৱসায়ীসকলৰ প্ৰতিনিধি মিঃ বেন্থাল আৰু লগৰীয়াসকলৰ এখন গোপন চাৰ্কুলাৰত। মিঃ বেন্থাল মেজ-মেললৈ ভাৰতীয় বাণিজ্যৰ প্ৰতিনিধি হৈ গৈছিল। সেই চাৰ্কুলাৰত লেখা হয়ঃ "আমি লণ্ডনলৈ এটা মীমাংসা কৰিবলৈ গৈছিলোঁ। কিন্তু সেই বুলি য়ুৰোপীয় এছোচিয়েটেড চেম্বাৰ্চ অৱ

কমাৰ্চে কাইনেন্‌চিয়েল আৰু কমাৰ্চিয়েল ৰক্ষা কৱচৰ সম্পৰ্কে আৰু য়ুৰোপীয় এছোচিয়েচনে সাধাৰণ নীতি সম্পৰ্কে যি সিদ্ধান্ত কৰিছে, তাৰ মূল কথা অলপো নেৰিবলৈ আমি দৃঢ়সংকল্প আছিলোঁ। আমি জানিছিলোঁ যে কংগ্ৰেছ, হিন্দু মহাসভা আৰু ভাৰতীয় ফেডাৰেটেড্‌ চেম্বাৰচ্‌ অব কমাৰ্চে প্ৰস্তাবিত ৰক্ষা কৱচবিলাক বদ কৰিবলৈ চেষ্টা কৰিব।" ভাৰতত বৃটিছৰ বাণিজ্যগত স্বাৰ্থ ৰক্ষা কৰিবলৈ তেওঁলোকে যে কি মনোভাব লৈ কাম কৰিছিল এই কথাৰপৰাই সেইটো ওলাই পৰিছে। বিলাতত সেই সময়তে সাধাৰণ নিৰ্বাচনো হৈ গৈছিল। নিৰ্বাচিত ৰক্ষণশীল দল বেছি বলী হ'ল। বৃটিছ চৰকাৰৰ সোঁহাতৰ দলে তেতিয়া মেজ-মেল ভাঙি দিবলৈ স্থিৰ কৰিলে। তেওঁলোকে কংগ্ৰেছৰ বিৰুদ্ধে যুদ্ধ দিবলৈযো সিদ্ধান্ত কৰিলে। বেন্থালৰ গোপনীয় চাৰ্কুলাৰতো এই কথা আছিল। গান্ধী আৰউইন চুক্তিৰ সময়ত চৰকাৰে যেনে মনোভাৱ দেখুৱাইছিল পিচত তাৰ পৰিবৰ্তন হ'ল। বিলাতৰ সাধাৰণ নিৰ্বাচনত ৰক্ষণশীল দলে শ্ৰমিক দলৰ ওপৰত নিৰ্ভৰ নকৰাকৈ চৰকাৰ চলাব পৰা হ'ল। বিলাতৰ চৰকাৰৰ প্ৰতিক্ৰিয়াশীল দলে ভাৰতৰ লগত আপোচ কৰা নীতি বদলি কৰিলে। কংগ্ৰেছক ধ্বংস কৰা নীতি লোৱা হ'ল। উইলিংডনে সেই নতুন নীতি মতে কাম কৰিছিল।

বেন্থাল চাৰ্কুলাৰত আৰু এষাৰ মনকৰিবলগীয়া কথা আছিল: "মুছলমানসকলে (মেজ-মেললৈ যোৱা) আমাক সমৰ্থন কৰিবলৈ প্ৰতিশ্ৰুতি দিছিল। তেওঁলোকে সেই প্ৰতিশ্ৰুতি পূৰাকৈ ৰাখিছিল। মুছলমানসকল য়ুৰোপীয়সকলৰ পৰম মিত্ৰ হৈ পৰিছে।" মেজ-মেলত আগা খাঁ মুছলমান দলৰ নেতা আছিল। জিন্না আছিল যদিও তেতিয়া তেওঁ সিমান প্ৰধান নাছিল। মেজ-মেলত কৰা সহায়ৰ পুৰস্কাৰ স্বৰূপে আগা খাঁই ভাৰতত কোনো এখন ৰাজ্যৰ ৰাজপদ দাবী কৰিছিল। ইয়াৰপৰা প্ৰমাণ হয় বৃটিছ চৰকাৰে কেনে খেল খেলিছিল।

সেই চাৰ্কুলাৰতে আৰু আছিল: "সাপ্ৰু, জয়াকৰ, পেট্ৰো আদি যিসকলে হিন্দুৰ প্ৰতিনিধিত্ব কৰে, তেওঁলোকক আমাৰ লগত নিয়াও জৰুৰী।" ভাৰতৰ প্ৰতিক্ৰিয়াশীল নৰমপন্থী, সাম্প্ৰদায়িকতাবাদী আৰু সঙ্কীৰ্ণ গাইগুটীয়া স্বাৰ্থ বিচৰা লোকসকলক হাত কৰি চৰকাৰে কংগ্ৰেছক মষিমূৰ কৰা নীতি লোৱাৰ কথা এই কথাষাৰে প্ৰকাশ কৰে। দৰাচলতে চুক্তিৰ সময়ৰ ভিতৰতে চৰকাৰে কংগ্ৰেছৰ লগত পুনৰ যুদ্ধ কৰিবলৈ সাজু হৈছিল। য়ুৰোপীয় বেপাৰী সম্প্ৰদায়ে যে

গান্ধীৰ স্বদেশী আন্দোলনত ভয় খাইছিল আৰু সেই কাৰণে তেওঁক আৰু কংগ্ৰেছক ধ্বংস কৰিব খুজিছিল, ইয়াৰ স্পষ্ট আভাস বেম্বালৰ চাৰ্কুলাৰত পোৱা যায়।

গান্ধীজী যেতিয়া লণ্ডনৰপৰা ঘূৰি আহি ভাৰত পালেহি তেতিয়া তিনিখন প্ৰদেশত অধ্যাদেশৰ শাসন চলিছে। তেওঁৰ কেবাজনো সহকৰ্মী কাটেকত। গান্ধীজীয়ে বৰলাটক দেখা কৰিবলৈ বিচাৰিলে। বৰলাটে জনালে যে তেওঁ গান্ধীজীক দেখা কৰিব পাৰে, কিন্তু বঙ্গ, যুক্তপ্ৰদেশ আৰু সীমান্তৰ কথা আলোচনা নকৰে। গান্ধীজীয়ে এনে অসম্মানজনক চৰ্তত বৰলাটক দেখা কৰিবলৈ ৰাজী ন'হ'ল।

গান্ধীজী বিলাতৰপৰা আহি পোৱাৰ এসপ্তাহৰ ভিতৰতে কংগ্ৰেছে আইন অমান্য আন্দোলন ঘোষণা কৰিবলগা হ'ল। চৰকাৰে তাৰ উত্তৰত কংগ্ৰেছ কমিটীবোৰক বে-আইনী ঘোষণা কৰিলে। ১৯৩২ চনৰ ৪ জানুৱাৰী তাৰিখে গান্ধী আৰু চৰ্দাৰ পেটেল গ্ৰেপ্তাৰ হ'ল। বৰ্বৰোচিত দমন-নীতি আৰম্ভ হ'ল। পাইকাৰী জৰিমনা বহুওবা হ'ল। অধ্যাদেশৰ বেপৰোৱা শাসন চলিল। দমন-নীতি অগ্ৰাহ্য কৰি আন্দোলন জোৰেৰে চলিছিল। চৰকাৰৰ নিষেধাজ্ঞা সত্ত্বেও ১৯৩২ চনৰ এপ্ৰিলত আৰু ১৯৩৩ চনত দিল্লী আৰু কলিকতাত কংগ্ৰেছ বহিছিল। পুলিচৰ তীব্ৰ পহৰা সত্ত্বেও সভাত বহুতো প্ৰতিনিধি গোট খাইছিল। দিল্লী কংগ্ৰেছৰ নিৰ্বাচিত সভাপতি মালব্যজীক বাটতে গ্ৰেপ্তাৰ কৰা হয়। মুখিযাল নেতাসকলৰ ভিতৰত অকল মালব্যজী ধৰা নপৰাকৈ আছিল। ভগ্ন স্বাস্থ্য আৰু বুঢ়া বয়সলৈযো মালব্যজীয়ে মেজ মেলৰপৰা ঘূৰি অহাৰপৰা অক্লান্তভাবে দেশসেবা কৰিছিল।

এইবাৰৰ আন্দোলনত চৰকাৰে কংগ্ৰেছ অনুষ্ঠান আৰু গাই-গুটীয়া মানুহৰ ঘৰ বাৰী, মটৰ, বেঙ্কত থকা টকা আদি বাজেয়াপ্ত কৰিছিল। কংগ্ৰেছৰ মজলীয়া শ্ৰেণীৰ সমৰ্থকসকলক ভয় খুৱাবলৈ চৰকাৰে তেওঁলোকৰ গুটীযা সম্পত্তিত হাত দিছিল। ল'ৰা-ছোৱালীৰ দোষৰ কাৰণে মাক-বাপেক আৰু অভিভাৱকক শাস্তি দিয়া হৈছিল।

ভাৰতত যেতিয়া এনেকৈ আইন অমান্য আন্দোলন চলি আছিল, তেতিয়া বৃটিছ প্ৰচাৰ বিভাগে পৃথিবীত প্ৰচাৰ কৰিছিল যে ভাৰতবৰ্ষ বৃটিছৰ তলত বৰ সুখ আৰু শান্তিত আছে। ভাৰতবৰ্ষক তেওঁলোকে স্বায়ত্ত-শাসনৰ পিনে লৈ যাব লাগিছে, ইত্যাদি। ভাৰতীয় কাগজে সঁচা কথা উলিয়াব নোৱাৰিছিল। গ্ৰেপ্তাৰ হোৱা মানুহৰ নাম প্ৰকাশ কৰাও দোষৰ কথা আছিল।

মেজ-মেলবিলাক কেৱল ভেকোভাওনা। চৰকাৰৰ মনোনীত মানুহ কিছুমান চৰকাৰী খৰছত তালৈ অহা-যোৱা কৰে, মহলা মাৰে, আকৌ গুচি আহে। দ্বিতীয় মেজ-মেলত গান্ধীজীয়ে তাৰ ভেদ ভাঙি দিয়ে যে ভাৰতৰ জনমত মতে ভাৰতৰ সংবিধান ৰচনা কৰাৰ উদ্দেশ্যে মেজ-মেল বহুওৱা হোৱা নাই। তেওঁলোকে নিজে যি সিদ্ধান্ত কৰি থৈছে, তাকে মেজ-মেলত গৃহীত কৰি লোৱাই তেওঁলোকৰ উদ্দেশ্য। মেজ-মেলখন সেই উদ্দেশ্যে তেওঁলোকে যি কয়, তাতে হয়ভৰ দিয়া মানুহেৰে গঠিত। পৃথিবীক তেওঁলোকে দেখুৱাব খোজে যে চোৱা, এইবিলাক ভাৰতৰ প্ৰতিনিধি। এওঁলোকৰ মত লৈয়েই আমি ভাৰতৰ সংবিধান ৰচনা কৰিছোঁ। গান্ধীয়ে যেতিয়া মেজ-মেলত অকাট্য যুক্তিৰে ভাৰতৰ প্ৰকৃত দাবী দাঙি ধৰিলে, তেতিয়া বৃটিছ ৰাজনীতিজ্ঞসকল বৰ বিমোৰত পৰিছিল। সকলো লাজ-কাজ কাটি কৰি থৈ সাম্প্ৰদায়িক সেই পুৰণি অস্ত্ৰপাতকে তেওঁলোকে প্ৰয়োগ কৰিলে। দ্বিতীয় মেজ-মেল যিমান সোনকালে পাৰে তেওঁলোকে ভাঙি দিলে। কিয়নো, গান্ধীজীৰ উপস্থিতিত তেওঁলোকে বৰ অস্বস্তি বোধ কৰিছিল। তাৰ পিচত গান্ধী আৰু কংগ্ৰেছৰ প্ৰতি তেওঁলোকে কেনে নীতি ল'লে, ওপৰত সেই বিষয়ে আমি আলোচনা কৰিছোঁ। গান্ধী আৰু কংগ্ৰেছক আঁতৰাই লৈ বৃটিছ চৰকাৰে তেওঁলোকৰ মনোমত সংবিধানৰ আঁচনি ভাৰতৰ ওপৰত জাপি দিবলৈ স্থিৰ কৰিলে। বৃটিছে ভাৰতক শাসন সংস্কাৰ দিয়া মানে পৰিবৰ্তিত অৱস্থালৈ চাই নতুন ফন্দি খটুৱাই ভাৰতক পৰাধীন কৰি ৰখাৰ পৰিকল্পনা। তেওঁলোকে ভাবিলে উইলিংডনৰ জবৰদস্ত শাসনে কংগ্ৰেছক কাবু কৰি পেলাব আৰু সেই সুযোগতে এনে এখন নতুন শাসন সংস্কাৰ আঁচনি ভাৰতক দিয়া হ'ব, যিখন গ্ৰহণ কৰিলে ইংৰাজৰ খুঁৱলিত ভাৰতে নিজৰ কাৰুখন পাতি দিয়াৰ দৰে হ'ব। ভাৰতৰ জাতীয় জীৱনত বিচ্ছেদ সৃষ্টি কৰিবলৈ সেই শাসন সংস্কাৰৰ আঁচনিত যথেষ্ট কূটনীতি খটুওৱা হ'ল। ভাৰতৰ সকলো মানুহৰ বিৰাগভাজন হৈ আৰু সকলো দলে অসহযোগ কৰিলে শাসন কৰিব নোৱাৰে বুলি তেওঁলোকে জানে। তেওঁলোকৰ নীতি আছিল একালে কংগ্ৰেছক বে-আইনী কৰি নানা ৰকমে অত্যাচাৰ কৰি ফাটেকত থৈ জব্দ কৰা আৰু আনফালে প্ৰতিক্ৰিয়াশীল আৰু নৰমপন্থী দলবিলাক হাত কৰা, তাতোকৈ ডাঙৰ কথা হৈছে সাম্প্ৰদায়িক ভেদ সৃষ্টি কৰি ভাৰতৰ জাতীয় জীৱন ছিন্ন-ভিন্ন কৰা। তেওঁলোকে হিন্দু, মুছলমান, শিখ, য়ুৰোপীয় খ্ৰীষ্টান, এংলো-ইণ্ডিয়ান

এইকেইটা ভাগ কৰিয়েই সন্তুষ্ট হোৱা নাছিল। হিন্দুৰ ভিতৰতো উন্নত অৱনত দুটা সুকীয়া ভাগ কৰিবলৈ আৰু ট্ৰাইবেলসকলকো ফালি এটা বেলেগ সমষ্টি কৰিবলৈ ষড়যন্ত্ৰ চলাইছিল।

১৯৩২ চনৰ ১৭ আগষ্টত বৃটিছ প্ৰধানমন্ত্ৰী মেক্‌ডনাল্ডে এনে উদ্দেশ্যেৰেই কল্পনা কৰা সাম্প্ৰদায়িক বাটোৱাৰাৰ কথা ঘোষণা কৰিলে। এই ঘোষণাই ভাৰতৰ জাতীয় জীবনত কুঠাৰাঘাত কৰিছিল। সুকীয়া সুকীয়া নিৰ্বাচকমণ্ডলী সৃষ্টি কৰি ভাৰতখন কোঠালি কোঠালি কৰা হ'ল। তথাকথিত অৱনত সম্প্ৰদায়খিনি হিন্দুৰপৰা ফালি নিয়া হ'ল। গান্ধীজীয়ে মেজ-মেলতে কৈছিল যে উন্নত-অৱনত সম্প্ৰদায় হিচাপে দুভাগ কৰি ভাৰতৰ অসংখ্য গাওঁবিলাক ফ্ৰালি পেলাই অনৈক্য আৰু বিদ্বেষৰ গুটি সিঁচিলে, তেওঁ প্ৰাণ দিয়ো তাৰ বিৰোধিতা কৰিব।

বৃটিছ চৰকাৰে গান্ধীজীৰ সেই সতৰ্ক বাণীলৈ কাণ নিদিলে। জেলত যেতিয়া গান্ধীজীয়ে মেকডনাল্ডৰ সাম্প্ৰদাযিক সিদ্ধান্ত পালে আৰু অৱনতসকলক হিন্দুৰপৰা ফালি নিয়াৰ পৰিকল্পনা দেখিলে, তেতিয়া তেওঁ আমৰণ অনশন কৰিবলৈ সংকল্প কৰিলে। ১৯৩২ চনৰ ২০ ছেপ্টেম্বৰৰপৰা অনশন কৰিব বুলি তেওঁ কৰ্তৃপক্ষক জনাই দিলে। অনশন আৰম্ভ হ'ল। দেশ উদ্‌গ্ৰীৱ হৈ পৰিল। পুণাত নেতাসকলৰ সম্মিলন বহিল। অৱনত সম্প্ৰদাযৰ নেতা আম্বেদকাৰ আৰু ৰাজাই তাত যোগ দিলে। অনশনৰ পঞ্চম দিনা সকলো দলে আপোচৰ এখন আঁচনি কৰিলে। এই মতে স্থিৰ কৰা হ'ল যে অৱনত সম্প্ৰদায়ে মেকডনাল্ডে দিয়া সুকীয়া নিৰ্বাচকমণ্ডলীৰ সুবিধা এৰি দিব আৰু সাধাৰণ হিন্দু নিৰ্বাচকমণ্ডলীৰ ভিতৰতে থাকিব আৰু উচ্চবৰ্ণৰ হিন্দুৱে তেওঁলোকক কিছুমান সুবিধা এৰি দিব। তাৰ ভিতৰত প্ৰধান হৈছে যে বিভিন্ন আইন সভাত মেকডনাল্ড ওৱাৰ্ড মতে যিমানখিনি আসন সাধাৰণ হিন্দু সমষ্টিয়ে পাইছে, তাৰপৰাও কিছু কিছু কাটি নি অৱনত সম্প্ৰদায়ৰ কাৰণে নিৰূপিত সংখ্যাৰ আসন আছুতীয়াকৈ ৰাখিব লাগিব। নিয়ম হ'ল যে অৱনত সম্প্ৰদায়ে প্ৰথমে তেওঁলোকৰ নিজৰ ভিতৰত বাছনি কৰি প্ৰাৰ্থী থিৰ কৰাৰ আৰু পিচত সাধাৰণ হিন্দু নিৰ্বাচক-মণ্ডলীৰ লগত তেওঁলোকে সমানে ভোট দিব। ছাব্বিছ ছেপ্টেম্বৰত পুণা চুক্তি বৃটিছ চৰকাৰে মানি ল'লে। মেকডনাল্ডে অৱনত সম্প্ৰদায়ক যিমান আসন দিছিল পুণা চুক্তিমতে তেওঁলোকে তাৰ দুগুণ আসন পালে। অসমত মেকডনাল্ডে ৪ খন আসন দিছিল, পুণা চুক্তিমতে ৭ খন আসন পালে। পুণা পেক্ট বৃটিছে মানি লোৱাত গান্ধীজীয়ে

অনশন ভাঙিলে। এই অনশনৰ ফলত দেশত অস্পৃশ্যতা দূৰ কৰিবলৈ প্ৰবল আন্দোলন আৰম্ভ হ'ল। মালব্যজীৰ সভাপতিত্বত ২৫ ছেপ্টেম্বৰত বোম্বাইত এখন সভা বহিল। তাত অস্পৃশ্যতা নিবাৰণৰ কাৰণে এখন কমিটী নিয়োগ কৰা হ'ল। গান্ধীজীয়ে অস্পৃশ্যতা দূৰ কৰিবলৈ গোহাৰি জনালে। অনশনৰ সময়ত গান্ধীজীক বাহিৰৰ মানুহৰ লগত দেখা সাক্ষাৎ কৰিবলৈ আৰু কথা ক'বলৈ সুবিধা দিয়া হৈছিল। তেওঁ জেলৰপৰা তেতিয়া হৰিজনৰ কাম কৰিছিল। কিন্তু অনশন ভঙাৰ কিছু পিচতে চৰকাৰে সেই সুবিধা উঠাই ল'লে। এনেকৈ হঠাৎ হৰিজনসকলক সেবা কৰা কামৰপৰা তেওঁক বঞ্চিত কৰাত গান্ধীজীয়ে তাৰ প্ৰতিবাদ কৰিলে। তেওঁৰ মতে পুণা চুক্তিৰ ই বিৰোধী। বহুত লেখা-লেখিৰ পিচত চৰকাৰে গান্ধীক অস্পৃশ্যতাৰ বিৰুদ্ধে প্ৰচাৰ কাম চলাবলৈ অনুমতি দিলে।

গান্ধীজীয়ে অস্পৃশ্যতাৰ আন্দোলনত জোৰ দিয়াত আইন অমান্য আন্দোলনৰ প্ৰতি স্বাভাৱিকতেই দেশৰ আগ্ৰহ কমি গৈছিল। অৱশ্যে তেতিয়াও আইন অমান্য আন্দোলন চলি আছিল। ১৯৩৩ চনৰ মাৰ্চত নিষেধাজ্ঞা সত্বেও কলিকতাত কংগ্ৰেছ বহিছিল। পণ্ডিত মালব্যজী এইবাৰো সভাপতি নিৰ্বাচিত হৈ আহিছিল। বাটতে তেওঁক, স্বৰূপৰাণী নেহৰুক আৰু ডাঃ চৈয়দ মামুদক গ্ৰেপ্তাৰ কৰা হয়। কংগ্ৰেছৰ এক্টিং প্ৰেছিডেণ্ট এনেও গ্ৰেপ্তাৰ হয়। এওঁ পিচত কংগ্ৰেছ এৰি যায় আৰু বৰলাটৰ কাউন্সিলত সোমায়।

কংগ্ৰেছৰ বিশিষ্ট নেতাৰ ভিতৰত কতজনে সামান্য পদমৰ্য্যদা আৰু টকাৰ লোভত দেশৰ স্বাৰ্থ জলাঞ্জলি দিছে যদিয়ো ইয়াৰ দ্বাৰা কোনো কালেই কংগ্ৰেছ দুৰ্বল হোৱা নাই। বৰঞ্চ প্ৰতিটো আন্দোলনেই চালি-জাৰি সুবিধাবাদী লোকসকলক বাদ দিয়াত কংগ্ৰেছ ক্ৰমে বেছি শক্তিশালী হৈ উঠিছে। পুৰণি নেতা বাগৰি পৰিব পাৰে, নতুন নেতা জনসাধাৰণৰপৰা সদায় ওলাই আছে। জনসাধাৰণ যি পৰিমাণে আগবাঢ়িছে, কংগ্ৰেছ যি পৰিমাণে সাধাৰণ প্ৰতিনিধিমূলক অনুষ্ঠান হৈ উঠিছে, কিছুমান নেতাই তাৰ লগত খোজ মিলাই আগবাঢ়িব নোৱাৰি থহি পৰিছে। একাৰ থহি পৰিলে তেওঁলোক হয় নৰমপন্থী বা সাম্প্ৰদায়িক দলত যোগ দিয়ে, নিজৰ বিবেকক ফাঁকি দি আত্ম-সন্তুষ্টি লভিবলৈ কংগ্ৰেছৰ প্ৰগতিশীল আৰু সক্ৰিয় ৰাজনীতিতকৈ তেওঁলোকৰ সুবিধাবাদী নীতি ভাল বুলি প্ৰতিপন্ন কৰিবলৈ খোৰা যুক্তিৰ অৱতাৰণা কৰে। চৰকাৰে সুযোগ বুজি এনে লোকৰ আগত

টোপ, দাড়ি ধৰে। সেই লোভ সামৰিব নোৱাৰি তেওঁলোক ৰৰশীত লাগে।

হৰিজন আন্দোলনৰ কাম পবিত্ৰভাৱে চলাবলৈ কৰ্মীসকলক শক্তি দিয়াৰ উদ্দেশ্যে আৰু নিজৰ আত্মশুদ্ধিৰ কাৰণে মহাত্মাজীয়ে ১৯৩৩ চনৰ ৪ মে'ত পুনৰ ২১ দিনৰ অনশন আৰম্ভ কৰে। সেই দিনাই গধূলি তেওঁক খালাচ দিয়ে। খালাচ হৈ মহাত্মাজীয়ে ছসপ্তাহৰ কাৰণে আইন অমান্য আন্দোলন বন্ধ কৰে। ভিয়েনাৰপৰা বিথলভাই পেটেল আৰু সুভাষ বসুৱে গান্ধীৰ এই কাৰ্যৰ প্ৰতিবাদ কৰিছিল। তেওঁলোকৰ মতে আইন অমান্য বন্ধ কৰি গান্ধীজীয়ে পৰাজয় স্বীকাৰ কৰিলে। উনত্ৰিশ মে'ত গান্ধীজীৰ অনশন শেষ হ'ল। ১৯৩৩ চনৰ ১২ জুলাইত বাহিৰত থকা কংগ্ৰেছ কৰ্মীসকলৰ এখন সভা পুণাত হ'ল। সভাই গান্ধীক বৰলাটৰ লগত দেখা কৰি চৰকাৰৰ লগত মীমাংসালৈ আহিবলৈ ক্ষমতা দিয়ে। কংগ্ৰেছে আইন অমান্য আন্দোলন তুলি ন'ললে বৰলাটে গান্ধীজীক দেখা কৰিবলৈ অসন্মত হয়। গান্ধীজীৰ শান্তিৰ চেষ্টা ব্যৰ্থ হ'ল। চৰকাৰে জাতিক আন্দোলন চলাই থাকিবলৈ বাধ্য কৰিলে। অৱশ্যে ব্যাপক আইন অমান্য আন্দোলন বন্ধ কৰা হ'ল, যিসকল ইচ্ছুক তেওঁলোকক ব্যক্তিগতভাৱে আইন ভাঙিবলৈ নিৰ্দেশ দিয়া হ'ল। ১৯৩৩ চনৰ ১ আগষ্টত গান্ধীজীক আকৌ গ্ৰেপ্তাৰ কৰা হ'ল। তেওঁৰ পিচত ব্যক্তিগত আইন অমান্য আন্দোলনত শ শ মানুহ গ্ৰেপ্তাৰ হ'ল। আগৰবাৰ মে'ত খালাচ দিয়াৰ আগতে গান্ধীজীক হৰিজন আন্দোলন চলাবলৈ যি সুবিধা দিয়া হৈছিল, এইবাৰ সেই সুবিধা নিদিয়াত তেওঁ পুনৰ অনশন কৰে। অনশনৰ পঞ্চম দিনা গান্ধীজীক বন্দী হিচাপেই পুণাৰ ছেচুন হস্পিতাললৈ নিয়া হ'ল। জীৱন বিপন্ন হোৱা যেন দেখি ২৩ আগষ্টত তেওঁক খালাচ দিয়া হ'ল। এইবাৰ খালাচ হৈ গান্ধীজীয়ে ১৯৩৩ চনৰ নবেম্বৰপৰা সমগ্ৰ ভাৰতত হৰিজন আন্দোলনৰ কাৰণে ভ্ৰমণ আৰম্ভ কৰে। ভ্ৰমণত তেওঁ মুঠ ৮ লাখ টকা হৰিজন পুঁজিলৈ বৰঙণি হিচাপে পায়। ১৯৩৪ চনৰ ২৫ জুনত পুণাৰ এখন ৰাজহুৱা সভাত কোনোবাই গান্ধীজীলৈ বুলি এটা বোমা পেলায়। ভুলতে সেই বোমা আন এখন মটৰত পৰে। কেবাজনো আহত হয়। গান্ধীজীৰ হৰিজন আন্দোলনৰ বিৰোধী দলৰ কোনো মানুহৰে এই কাম বুলি বিশ্বাস হয়। হৰিজন আন্দোলনৰ বিৰোধী বাৰাণসীৰ পণ্ডিত লালনাথৰ মূৰ লাঠীৰে মাৰি ফালি দিয়া হয়। গান্ধীজীয়ে এই ঘটনাৰ বাবে সাত দিন অনশন কৰি প্ৰায়শ্চিত্ত কৰে।

হৰিজন আন্দোলনৰ ফলত দেশত অস্পৃশ্যতা নিবাৰণৰ কাৰণে প্ৰবল চেষ্টা হয়। বহুতো মন্দিৰৰ দুৱাৰ অন্নতসকলৰ কাৰণে খোলা হ'ল। সকলোতকৈ ডাঙৰ কথা, কিছু পৰিমাণে হলেও বহুতৰে হৃদয়ৰ দুৱাৰো মুকলি হ'ল।

ৰাজনৈতিক আন্দোলনৰপৰা দেশৰ মনোভাৱ হৰিজন আন্দোলনে আনফালে লৈ গৈছিল বুলি পণ্ডিত জৱহৰলাল নেহৰুৱে তেওঁৰ আত্মজীবনীত গান্ধীজীক সমালোচনা কৰিছে, কিন্তু তেতিয়া আইন অমান্যৰ কাৰণে দেশত যে বিশেষ উৎসাহ আছিল, এনে নহয়। ব্যক্তিগত আইন অমান্য কৰিবলৈ যথেষ্ট মানুহ নোলাল। এবাৰ জেলৰপৰা ওলাই গৈ দ্বিতীয়বাৰ জেললৈ যাবলৈ বহুতে সঙ্কোচ কৰিছিল।

১৯৩৪ চনৰ ১৫ জানুৱাৰীত বিহাৰৰ ভূমিকম্পত ২০ হাজাৰ মানুহ মৰে, ১০ লাখ ঘৰ ধ্বংস বা ক্ষতিগ্ৰস্ত হয়, ৬৫,০০০ টা কুঁৱা আৰু পুখুৰী নষ্ট হয়, ১০ লাখ বিঘা মাটিৰ খেতি বালিৰে পুতি বা আন প্ৰকাৰে নষ্ট হয়। এই বিৰাট বিপৰ্যয়ত ২৫৮ টা কেন্দ্ৰৰ ২০০০ জন কৰ্মীয়ে সাহায্য দানৰ কাম কৰে। কংগ্ৰেছ কৰ্মীসকলে সাহায্য দানৰ কামত বিশেষ দক্ষতা দেখুৱায়। এই বিপৰ্যয়ত সমগ্ৰ ভাৰতে আশাশুধীযাভাবে বিশেষ সহায় কৰে। ইয়াৰ ১৮ মাহ পিচত কোৱেটা ভূমিকম্প হয়। গান্ধী বা কংগ্ৰেছ সভাপতিক তালৈ সাহায্য-মূলক কাম কৰিবলৈ যাবলৈ অনুমতি দিয়া ন'হল।

১৯৩৪ চনৰ ২৬৷২৮ অক্টোবৰত বোম্বাইত ৰাজেন্দ্ৰ প্ৰসাদৰ সভাপতিত্বত কংগ্ৰেছ সভা বহিল। ইয়াৰ পিচত গান্ধীজী কংগ্ৰেছৰ-পৰা ওলাই যায়। তেতিয়াৰপৰা তেওঁ কংগ্ৰেছৰ চাৰিঅনীয়া সভ্যও নহয়। কিন্তু সেই বুলি কংগ্ৰেছৰ জৰুৰী কোনো কথাতে তেওঁ আঁতৰি থকা নাই। আৱশ্যক মতে সদায় তেওঁ কংগ্ৰেছক পৰামৰ্শ দি আছিল। গান্ধীজীৰ পৰামৰ্শ নোলোৱাকৈ কংগ্ৰেছে লেখত ল'বলগীয়া একো কৰাও নাই। গান্ধীজী কংগ্ৰেছৰপৰা ওলাই যোৱাৰ কাৰণ হৈছে বহুতো। কংগ্ৰেছৰ মানুহৰ লগত দৃষ্টিভঙ্গীৰ বিশেষ পাৰ্থক্য দেখা দিছিল বুলি তেওঁ অনুভৱ কৰিছিল। গান্ধীজীয়ে কয়, "কংগ্ৰেছৰ শিক্ষিত লোকসকলৰপৰা মই যি আনুগত্য পাইছোঁ, কোনো নেতাই তাতকৈ বেছি আশা কৰিব নোৱাৰে। কিন্তু মোৰ প্ৰতি তেওঁলোকৰ অনুৰাগ সত্বেও, মই মন নকৰাকৈ থাকিব নোৱাৰো যে কংগ্ৰেছ শিক্ষিত শ্ৰেণী আৰু মোৰ ভিতৰত মৌলিক পাৰ্থক্য আছে।" সুতাকটা

আদি গঠনমূলক কাম আৰু অহিংসা সম্পৰ্কে মহাত্মাজীৰ ধাৰণা আৰু বিশ্বাসৰ লগত বহুত শিক্ষিত কংগ্ৰেছীৰ আন্তৰিক যোগ নাছিল। মুখেৰে মানিলেও এনেবিলাক তেওঁলোকে আন্তৰিকভাৱে কৰা নাছিল। গান্ধীজীয়ে সেই কাৰণে তেওঁলোকক বাট এৰি দিছিল। সদায় হাতত ধৰি লৈ ফুৰিলে নিজে চিন্তা কৰি কাম কৰাৰ ক্ষমতা লাভ কৰিব নোৱাৰিব, তাৰ লৈ চায়ো মহাত্মাজীয়ে কংগ্ৰেছক তেওঁৰ প্ৰভাৱৰপৰা মুক্ত কৰি দিবলৈ আঁতৰি গৈছিল। তেওঁৰ প্ৰতি কংগ্ৰেছীসকলৰ যি শ্ৰদ্ধা আৰু দেশৰ ওপৰত তেওঁৰ যি অসীম প্ৰভাৱ, সি যাতে কংগ্ৰেছৰ স্বাতন্ত্ৰ্য নষ্ট নকৰে তাৰ প্ৰতি এজন প্ৰকৃত গণতান্ত্ৰিক হিচাপে গান্ধীজীৰ সদায় তাৰ লৈ চকু আছিল। তেওঁ কংগ্ৰেছত থাকিলে গান্ধীজীৰ মতৰ বিৰুদ্ধে ইচ্ছা থাকিলেও কংগ্ৰেছে একো কৰিব নোৱাৰে, এনে অৱস্থা হৈছিল। তেওঁৰ যে কিবা বাহিৰা জোৰ আছিল এনে নহয়। ক্ষীণ-দুৰ্বল মানুহ তেওঁ, কিন্তু তেওঁৰ ওপৰত সকলোৰে অচল অটল বিশ্বাস। সেই বিশ্বাসৰ সুযোগ লৈ গান্ধীয়ে কংগ্ৰেছৰ মানুহক তেওঁৰ মতে চলাব খোজা নাছিল। লোকে অন্ধৰ দৰে তেওঁক অনুসৰণকৰক, গান্ধীয়ে তাক নিবিচাৰিছিল। স্বাধীনভাৱে সমালোচনা কৰিলে আৰু অকপট বিশ্বাসত তেওঁৰ মতৰ লগত পাৰ্থক্য আছে বুলি ক'লে গান্ধীজী সন্তুষ্ট হৈছিল। তেওঁক সমৰ্থন কৰিলেও গান্ধীয়ে বিচাৰিছিল যে আন্তৰিক বিশ্বাসত সকলো কথা নিজে ভাবি-চিন্তি চাইহে সমৰ্থন কৰিব লাগে।

বোম্বাই অধিবেশনৰ পিচতে কেন্দ্ৰীয় বিধানসভাৰ নিৰ্বাচন হয়। কংগ্ৰেছে নিৰ্বাচনত যোগ দিয়ে। মুঠতে কংগ্ৰেছে ৫৫ খন আসন লাভ কৰে। কংগ্ৰেছ জাতীয় দল এটাও হ'ল। সাম্প্ৰদায়িক সিদ্ধান্তৰ বাহিৰে আন কথাত এওঁলোক কংগ্ৰেছৰ সৈতে একমত আছিল। মেকডনাল্ডৰ সাম্প্ৰদায়িক বাটোৱাৰা সম্পৰ্কে কংগ্ৰেছে বৰ্জনো নকৰা গ্ৰহণো নকৰা নীতি লৈছিল। কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ প্ৰস্তাৱত কোৱা হয়, "ভাৰতীয় জাতিৰ সকলো সম্প্ৰদায়ৰে প্ৰতিনিধিত্ব কংগ্ৰেছে দাবী কৰে। সাম্প্ৰদায়িক এৱাৰ্ড সম্পৰ্কে বিভিন্ন সম্প্ৰদায়ৰ ভিতৰত মতানৈক্য আছে। সেই কাৰণে যেতিয়ালৈকে এনে মতানৈক্য থাকে, তেতিয়া-লৈকে কংগ্ৰেছে সেই এৱাৰ্ড বৰ্জনো নকৰে গ্ৰহণো নকৰে।" কংগ্ৰেছৰ কোনো কোনো মানুহ ইয়াত সন্তুষ্ট ন'হ'ল। তেওঁলোক এই এৱাৰ্ড সম্পূৰ্ণৰূপে বৰ্জন কৰাৰ পক্ষপাতী আছিল। তেওঁলোকে জাতীয় দল গঠন কৰি কেন্দ্ৰীয় এছেম্বলীৰ নিৰ্বাচনত যোগ দিছিল। বঙ্গত

কংগ্ৰেছ জাতীয়তা দলেহে সকলো সাধাৰণৰ আসন দখল কৰে। অসমত দেশভক্ত তৰুণৰাম ফুকন আৰু কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ ভিতৰত এই নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা হৈছিল। ফুকন কংগ্ৰেছ প্ৰাৰ্থী হিচাপে থিয় হোৱা নাছিল। বৰদলৈ কংগ্ৰেছ প্ৰাৰ্থী আছিল। বৰদলৈ নিৰ্বাচনত জিকে। বৰদলৈ ঢুকুৱাৰ পিচত কুলধৰ চলিহা কংগ্ৰেছ-প্ৰাৰ্থী হৈ নিৰ্বাচিত হয়।

বিধানসভাত কংগ্ৰেছ দলে যথেষ্ট লেখত ল'বলগীয়া কাম কৰে। ভুলাভাই দেশাই কংগ্ৰেছ দলৰ নেতা হয়। আয়ুস বঢ়াই বঢ়াই সেইখন এছেম্বলীকে দ্বিতীয় বিশ্বযুদ্ধৰ শেষলৈকে চলাই ৰখা হ'ল। নতুন নিৰ্বাচন ১৯৪৬ চনতহে হ'লগৈ।

১৯৩৫ চনৰ ২৯।৩১ জুলাইৰ অধিবেশনত কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে দেশীয় ৰাজ্যৰ প্ৰজাসকলৰ প্ৰতি কংগ্ৰেছৰ মনোভাব পৰিষ্কাৰকৈ ঘোষণা কৰে, "ভাৰতীয় কংগ্ৰেছ সভাই স্বীকাৰ কৰে যে ভাৰতীয় দেশীয় ৰাজ্যৰ প্ৰজাসকলৰো বৃটিছ ভাৰতৰ বাইজৰ দৰেই স্বৰাজ পোৱাৰ মৌলিক অধিকাৰ আছে। গতিকে কংগ্ৰেছে দেশীয় ৰাজ্যত দায়িত্বপূৰ্ণ চৰকাৰ প্ৰতিষ্ঠাৰ পক্ষপাতী।" তেওঁলোকৰ ৰাজ্যত দায়িত্ব-পূৰ্ণ চৰকাৰ প্ৰতিষ্ঠা কৰিবলৈ কংগ্ৰেছে ৰজাসকললৈ গোহাৰি জনায়। দেশীয় ৰাজ্যৰ প্ৰজাসকলে ধৈৰ্য আৰু শান্তিপূৰ্ণ উপায়েৰে পূৰা দায়িত্ব-পূৰ্ণ চৰকাৰ প্ৰতিষ্ঠা কৰিবলৈ যি যুদ্ধ কৰে, কংগ্ৰেছে তাত সহানুভূতি আৰু সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দি থৈছে। এতিয়াও কংগ্ৰেছে সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিব। মনত ৰখা উচিত যে দেশীয় ৰাজ্যত সেই যুদ্ধ চলোৱাৰ ভাৰ আৰু তাৰ দায়িত্ব প্ৰজাসকলেই ল'ব লাগিব। যদিও বৃটিছৰ তলতেই হওক বা ৰজাৰ তলতেই হওক ভাৰতৰ ৰাইজ ঐতিহাসিক আৰু ভৌগোলিক হিচাপে অখণ্ড আৰু অবিচ্ছিন্ন, তথাপি বৰ্তমান অৱস্থালৈ চাই দেশীয় ৰাজ্যৰ প্ৰজা আন্দোলনত কংগ্ৰেছে সহানুভূতি দেখুৱাৰ বাহিৰে আন একো কৰিব নোৱাৰে। ইয়াৰ বাহিৰে আন কিবা নীতি গ্ৰহণ কৰিলে দুয়োপক্ষৰ লোকচানহে হ'ব।

নতুন শাসন-আইনত ভাৰতীয় যুক্তৰাষ্ট্ৰৰ লগত দেশীয় ৰাজ্যৰ সম্পৰ্ক লৈ যি বিধান আছে, তাত প্ৰজাৰ মতামত লোৱাৰ কথা নাই, ৰজাসকলে সম্মতি দিয়া মতে দেশীয় ৰাজ্য যুক্তৰাষ্ট্ৰত ভৰ্তি হ'ব। এই বিধান মতে যদি ৰজাসকল সম্মত হয়, তেন্তে তেওঁলোক ভাৰতীয় যুক্তৰাষ্ট্ৰত সোমাব আৰু তেওঁলোকহে যুক্তৰাষ্ট্ৰৰ বিধান মণ্ডললৈ আহিব;

দেশীয় ৰাজ্যৰ প্ৰজাসকলে প্ৰতিনিধি পঠিয়াব নোৱাৰিব। দেশীয় ৰাজ্যৰ প্ৰজাসকলে ইয়াৰ প্ৰতিবাদ কৰে। সেই সম্পৰ্কে কংগ্ৰেছৰ মতো লোৰা হয়। কংগ্ৰেছে কয়, "আমি দেশীয় ৰাজ্যৰ প্ৰজাসকলক জনাও যে ৰজাসকলৰ সমৰ্থন লাভ কৰিবলৈ গৈ কংগ্ৰেছে কেতিয়াও প্ৰজাৰ স্বাৰ্থ ক্ষুণ্ণ নকৰে। যেতিয়াই সংৰক্ষিত স্বাৰ্থৰ লগত সজ্ঘৰ্ষ হৈছে তেতিয়াই কংগ্ৰেছে ভাৰতৰ জনসাধাৰণৰ অধিকাৰৰ ফালেহে থিয় দিছে।"

কংগ্ৰেছে সদায় জাতীয়তাবাদৰ ভেটিত কাম কৰি আহিছে। আইন অমান্য আন্দোলনো সেই ভেটিতে কৰিছে। ক্ৰমে সৰ্বসাধাৰণ ৰাইজে বেছি পৰিমাণে কংগ্ৰেছ আন্দোলনত যোগ দিছেহি আৰু সংৰক্ষিত স্বাৰ্থ থকাসকলে কংগ্ৰেছৰপৰা আঁতৰি গৈছে, যদিও কংগ্ৰেছৰ আইন অমান্য আন্দোলন শ্ৰেণী সজ্ঘৰ্ষ নহয়। এই আন্দোলন খেতিয়ক, বনুৱা আৰু নিম্নথাপৰ বুৰ্জোৱা বা মজলীয়া শ্ৰেণীয়ে কৰা। সক্ৰিয় আন্দোলন হোৱাৰপৰা ওপৰ শ্ৰেণীৰ বুৰ্জোৱাসকলে কংগ্ৰেছৰপৰা আঁতৰি কাটিছে। কংগ্ৰেছ সকলো শ্ৰেণীৰে জাতীয় অনুষ্ঠান হৈ আছে, যদিও দুখীয়া খেতিয়ক বনুৱা শ্ৰেণীৰ স্বাৰ্থৰ কাৰণেই কংগ্ৰেছে সদায় যুঁজিছে। এইটো ঠিক যে মহাত্মাজীৰ আদৰ্শ লৈ কংগ্ৰেছে দুখীয়া নিপীড়িতসকলৰ সেৱাকে ব্ৰত কৰি লৈছে। কংগ্ৰেছে যি স্বৰাজৰ কথা কয় সি মহাত্মাজীৰ মতে দুখীয়া, খাবলৈ নোপোৱাসকলৰ ভাত-কাপোৰৰ সমস্যা সমাধানৰ কাৰণে বিচৰা স্বৰাজ।

১৯৩৯ চনত যেতিয়া দেশীয় ৰাজ্যৰ প্ৰজা আন্দোলনে চূড়ান্ত ৰূপ লৈছিল, তেতিয়া কংগ্ৰেছৰ ভিতৰত কংগ্ৰেছৰ অহা অধিবেশনৰ সভাপতি পদৰ নিৰ্বাচনৰ কথা লৈ ভীষণ মতানৈক্য দেখা দিয়ে। সভাপতি পদৰ বাবে মৌলানা আবুল কালামআজাদ, সুভাষ চন্দ্ৰ বসু আৰু ডাঃ পট্টাভি সীতাৰামায়াৰ নাম উল্লেখ হৈছিল। মৌলানা আবুল কালামআজাদে স্বাস্থ্যৰ কাৰণে তেওঁৰ নাম উঠাই লৈছিল আৰু ডাঃ পট্টাভি সীতাৰামায়াৰ নাম সভাপতি পদৰ বাবে অনুমোদন কৰিছিল। সুভাষ চন্দ্ৰ বসুৱে দ্বিতীয় বাৰৰ কাৰণে কংগ্ৰেছ সভাপতি পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰিব বুলি জনায়। ২৪ জানুৱাৰীত গান্ধীজীৰ পৰামৰ্শমতে কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সাতজন সদস্যই—ছৰ্দাৰ পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ, যমুনালাল বাজাজ, জয়ৰাম দাস, দৌলতৰাম, শঙ্কৰ ৰাও দেও, ভুলাভাই দেশাই আৰু আচাৰ্য জে. বি. কৃপালনীয়ে বসুৰ

দ্বিতীয়বাৰ কংগ্ৰেছ সভাপতি পদৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰাৰ যুক্তিৰ বিৰোধী যুক্তি দেখুৱাই বিবৃতি দিয়ে।

ত্ৰিপুৰী কংগ্ৰেছত সুভাষ বসু নিৰ্বাচিত হয়। ডাঃ পট্টাভি হাৰে। ৩১ জানুৱাৰীত গান্ধীয়ে এটা বিবৃতি লেখে :

"শ্ৰীবসুৱে তেওঁৰ প্ৰতিদ্বন্দ্বী ডাঃ পট্টাভিক পৰাজিত কৰিছে। মই স্বীকাৰ কৰিব লাগিব যে প্ৰথমৰেপৰা শ্ৰীবসু দ্বিতীয়বাৰ নিৰ্বাচিত হোৱাৰ মই বিৰোধী আছিলোঁ। মৌলানা আজাদে তেওঁৰ নাম উঠাই লোৱাৰ পিচত, পট্টাভিক তেওঁৰ নাম উঠাই ল'বলৈ যিহেতু ময়েই বাধা দিছিলোঁ, পট্টাভিৰ পৰাজয় এই ক্ষেত্ৰত মোৰেই পৰাজয়। মোৰ কোনো অস্তিত্বই নাই, যদি মই কিছুমান নীতি-নিয়মৰ প্ৰতিনিধিত্ব নকৰো। সেই কাৰণে এই কথাটো এতিয়া পৰিষ্কাৰ হৈ পৰিছে যে কংগ্ৰেছ প্ৰতিনিধিসকলে মই যি নীতিৰ কাৰণে থিয় দিছো, তাক সমৰ্থন নকৰে।" বসুৱে দুখ প্ৰকাশ কৰে যে পট্টাভিৰ পৰাজয় গান্ধীজীয়ে তেওঁৰ ব্যক্তিগত পৰাজয় হিচাপে লৈছে। তেওঁ লেখিছিল, "মোৰ কাৰণে ইয়াতকৈ দুখৰ কথা নাথাকিব যদি মই আন লোক-সকলৰ সমৰ্থন লাভ কৰোঁ, কিন্তু ভাৰতৰ সৰ্বশ্ৰেষ্ঠ নেতাজনৰ সমৰ্থন লাভ কৰিব নোৱাৰো।"

ত্ৰিপুৰী কংগ্ৰেছৰ আগতে ১৯৩৯ চনৰ ৬ মাৰ্চত গান্ধীজীয়ে লেখিছিল, "মোৰ মনেৰে কংগ্ৰেছৰ সমুখত একমাত্ৰ কাম হৈছে কংগ্ৰেছ অনুষ্ঠানৰ ভিতৰত প্ৰমাণিতভাৱে যি দুৰ্নীতি আৰু অপবিত্ৰতা আছে তাক দূৰ কৰাটোৱেই। কংগ্ৰেছে যিমানেই উগ্ৰ প্ৰস্তাৱ গৃহীত নকৰক, তাৰপৰা কাম নহয়, যদি তাক কাৰ্যকৰী কৰিবলৈ কোনো দুৰ্নীতিয়ে বিন্ধিব নোৱাৰা পবিত্ৰ অনুষ্ঠান নেথাকে।"

সাত মাৰ্চত ত্ৰিপুৰীত কংগ্ৰেছ অধিবেশন বহে। শ্ৰীবসুৱে অসুস্থ শৰীৰেৰে সভাত সভাপতিত্ব কৰে। গান্ধীজী সেই অধিবেশনত উপস্থিত হ'ব নোৱাৰিছিল। ত্ৰিপুৰী অধিবেশনত কংগ্ৰেছৰ ভিতৰত ডাঙৰ বিভেদ সৃষ্টি হোৱাৰ আশংকাই দেখা দিছিল। পণ্ডিত গোবিন্দবল্লভ পন্থে নিখিল ভাৰত কংগ্ৰেছ কমিটীত দাঙি ধৰা প্ৰস্তাৱত, পুৰণি কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ ওপৰত আস্থা জ্ঞাপন কৰে আৰু নতুন কংগ্ৰেছ ৱাৰ্কিং কমিটী মহাত্মাজীৰ ইচ্ছা অনুসৰি গঠন কৰিবলৈ সভাপতিক নিৰ্দেশ দিয়ে। চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীয়ে এই প্ৰস্তাৱ সমৰ্থন কৰে। এই প্ৰস্তাৱৰ ওপৰত এখন যুদ্ধই চলে বুলিব লাগে। শেষত প্ৰস্তাৱটো গৃহীত হয়। ১৯৩৯ চনৰ এপ্ৰিল মাহত সুভাষ চন্দ্ৰ বসুৰ নিমন্ত্ৰণ

ক্ৰমে কলিকতাত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত যোগ দিবলৈ গান্ধীজী গৈছিল। ২৯ এপ্ৰিলত নিখিল ভাৰত কংগ্ৰেছ কমিটী বহে। গান্ধীজী তাত উপস্থিত নাছিল। গান্ধীজীয়ে পন্তৰ প্ৰস্তাব অনুসৰি কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ সদস্যৰ নাম দিবলৈ অসম্মতি জনায়। গান্ধীজীয়ে বসুলৈ লেখে যে তেওঁ কংগ্ৰেছ সভাপতি হিচাপে তেওঁৰ ইচ্ছানুযায়ী ৱাৰ্কিং কমিটীলৈ মনোনীত কৰিব পাৰে। বসুৱে কয়, "ত্ৰিপুৰী কংগ্ৰেছৰপৰা ইমানদিন কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ সদস্যৰ নাম ঘোষণা কৰিব নোৱাৰি মই দুখ পাইছো।" তেওঁ পদত্যাগ পত্ৰ দাখিল কৰে। পণ্ডিত নেহৰুৱে বসুৰ পদত্যাগ পত্ৰ উঠাই ল'বলৈ কয় আৰু পন্তৰ ত্ৰিপুৰী প্ৰস্তাবৰ ফলত দেখা দিয়া পৰিস্থিতিৰপৰা ৰক্ষা পাবলৈ এটা মধ্যপন্থা উলিয়াব লাগে বুলি কয়। কিন্তু সেই প্ৰস্তাব গ্ৰহণীয় নহ'ল। সৰোজিনী নাইডুৰ সভানেত্ৰীত্বত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশনত বসুৰ ঠাইত ডঃ ৰাজেন্দ্ৰ প্ৰসাদ নতুন সভাপতি নিৰ্বাচিত হয়। পুৰণি কংগ্ৰেছ বাৰ্কিং কমিটীকে তেওঁ মনোনীত কৰে। গান্ধীজীয়ে তাত সম্মতি দিয়ে। সুভাষ চন্দ্ৰ বসু আৰু পণ্ডিত নেহৰু সেই কমিটীত থাকিবলৈ অসম্মত হ'ল। বসুৱেও মে' মাহত কংগ্ৰেছৰ ভিতৰতে 'ফৰৱাৰ্ড ব্লক' স্থাপন কৰে। কিছুদিনৰ পিচত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ দুটা প্ৰস্তাৱৰ বিৰুদ্ধে আন্দোলন কৰাৰ কাৰণে কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে বসুৰ বিৰুদ্ধে শৃঙ্খলাভঙ্গ কৰা বুলি শাস্তিমূলক ব্যৱস্থা লয়। দুটা প্ৰস্তাৱৰ ভিতৰত এটা আছিল—প্ৰদেশ কংগ্ৰেছ কমিটীৰ অনুমতি নোলোৱাকৈ কোনো কংগ্ৰেছৰ মানুহে সত্যাগ্ৰহ কৰিব নোৱাৰিব আৰু আনটো আছিল কংগ্ৰেছ মন্ত্ৰীসভা আৰু প্ৰদেশ কংগ্ৰেছৰ সম্পৰ্কৰ ওপৰত। বসুৱে ইয়াৰ বিৰোধিতা কৰিছিল।

ইতিমধ্যে, আন্তৰ্জাতিক পৰিস্থিতি বৰ বেয়ালৈ গ'ল। য়ুৰোপৰ আকাশত যুদ্ধৰ ক'লা ডাৱৰে দেখা দিলে। হিট্‌লাৰে পোলেণ্ডক চৰম-পত্ৰ দিলে। জাৰ্মান আৰু ছোভিয়েট ৰাছিয়াৰ ভিতৰত অনা-আক্ৰমণ চুক্তি হ'ল। ১৯৩৯ চনৰ তিনি ছেপ্তেম্বৰত ইংলণ্ডই জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। সেই তাৰিখেই ভাৰতৰ কাৰো লগত আলোচনা নকৰাকৈ ভাৰতৰ বৰলাটে ঘোষণা কৰিলে যে ভাৰতো যুদ্ধত নামিল। তাৰ পিচত বৰলাটে ভাৰতীয় নেতাসকলক আলোচনাৰ কাৰণে মাতিলে। পাচ ছেপ্টেম্বৰত গান্ধী চিমলা পালেগৈ। গান্ধীজীয়ে বৰলাটক কংগ্ৰেছৰ হৈ একো মত দিব নোৱাৰে বুলি কৈ এটা বিবৃতিত লেখিছিল :

"মানৱতাৰ স্বাৰ্থপৰা মোৰ সহানুভূতি ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰতি। মই বৰলাটক কৈছিলো যে ইমান দিন অভেদ্য বুলি পৰিগণিত হৈ থকা লণ্ডন ধ্বংস হৈ যোৱাটো মই ভাবিবই নোৱাৰো। যেতিয়া পাৰ্লিয়ামেণ্ট হাউচ, 'ওৱেষ্ট মিনিষ্টাৰ এবি' মোৰ চকুৰ আগত ভাহি উঠিছিল আৰু সেইবিলাক ধ্বংস হৈ যাব পাৰে বুলি ভাব হৈছিল, তেতিয়া মই ভাগি পৰিছিলো। মই অস্থিৰ হৈ পৰিছিলো। মোৰ অন্তৰত মই অনবৰত ঈশ্বৰৰ লগত এই বুলি কন্দল কৰিছো যে তেওঁ কিয় এনেবিলাক কথা হ'বলৈ দিছে। মোৰ অহিংসাও নিষ্ফল যেন লাগিছিল। দিনটো এনেকৈ কাজিয়া কৰাৰ পিচত, উত্তৰ পাইছিলো যে ঈশ্বৰ বা অহিংসা নিষ্ফল নহয়, নিষ্ফলতা মানুহৰ হে। ভাগি পৰিবলগা হ'লেও, বিশ্বাস নেহেৰুৱাই মই চেষ্টা কৰিব লাগিব।"

গান্ধীজীৰ এই বিবৃতিৰ নানাভাৱে সমালোচনা হৈছিল। ইংলণ্ড আৰু ফ্ৰান্সৰ প্ৰতি গান্ধীজীৰ কিয় এনে সহানুভূতি? প্ৰথম মহাযুদ্ধত মিত্ৰশক্তিয়ে জাৰ্মানীৰ ওপৰত কৰা ধ্বংস কাৰ্যৰ উত্তৰ হিটলাৰ নহয়নে? —ইত্যাদি প্ৰশ্ন কৰা হৈছিল। তাৰ উত্তৰত গান্ধীজীয়ে লেখিছিল, "ইংৰাজৰ অপকৰ্মৰ বিষয়ে মোতকৈ কোনেও বোধহয় বেছি জোৰ দি কোৱা নাই। মোতকৈ বেছি কাৰ্যকৰী হিচাপে ইংলণ্ডক বাধাও বোধহয় কোনেও দিয়া নাই। সেই বাধা দিয়াৰ ইচ্ছা আৰু শক্তি মোৰ কমা নাই। কিন্তু ভাষণ আৰু কামৰ যেনেকৈ সময় আছে, তেনেকৈ মৌনতা আৰু কৰ্মবিৰতিৰো সময় আছে।"

ভাৰত সচিব লৰ্ড জেটলেণ্ডে, হাউচ অৱ লৰ্ডচত বৰলাটে দিয়াৰ ধৰণেই বিবৃতি দিয়ে। গান্ধীজীয়ে তাৰ উত্তৰত কয় যে বৰলাটৰ ঘোষণা গভীৰভাৱে হতাশাজনক। তেওঁ কয়, "বৰলাটৰ ঘোষণাৰপৰা ইয়াকে বুজা যায় যে পুৰণি 'Divide and Rule'—ভেদ নীতিয়েই চলিব। মোৰ বোধেৰে কংগ্ৰেছে এই ঘোষণা নেমানিব আৰু কংগ্ৰেছৰ ভাবৰ ভাৰত হিটলাৰৰ লগত যুদ্ধত বৃটেইনৰ সঙ্গী ন'হব। তেওঁৰ ঘোষণাৰপৰা এইটো স্পষ্ট হৈছে যে যদি বৃটেইনে বাধা দিব পাৰে, তেন্তে ভাৰতে গণতন্ত্ৰৰ অধিকাৰ নেপাব।"

গান্ধীজীৰ উপস্থিতিত ৱাৰ্দ্ধাত ২৩ অক্টোবৰত কংগ্ৰেছ ৱাৰ্কিং কমিটী বহি বৰলাটৰ ঘোষণা অসন্তোষজনক বুলি ঘোষণা কৰে। কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী পাৰ্টিয়ে প্ৰাদেশিক কংগ্ৰেছ গভৰ্ণমেণ্টবিলাকক ৩১ অক্টোবৰৰ ভিতৰত পদত্যাগ কৰিবলৈ নিৰ্দেশ দিয়ে আৰু দেশবাসীক যি কোনো পৰিস্থিতিৰ সম্মুখীন হ'বলৈ সাজু হ'বলৈ কয়:

গান্ধীজীয়ে বিদেশী কাগজলৈ দিয়া এটা বিবৃত্তিত এইদৰে কয়: "ভাৰতৰ জাতীয় কংগ্ৰেছে যুদ্ধৰ ভিতৰত সংবিধানৰ পৰিবৰ্তন বিচৰা নাই। কংগ্ৰেছৰ দাবী হৈছে, বৃটেইনে যুদ্ধৰ উদ্দেশ্য যি বুলি ঘোষণা কৰিছে, তাৰ ভিতৰত ভাৰতৰ স্বাধীনতাও থাকিব লাগে। সেই স্বাধীনতাৰ ৰূপ ভাৰতৰ নিৰ্বাচিত প্ৰতিনিধিসকলে যুদ্ধৰ পিচত নিৰ্ণয় কৰিব। যিমানদূৰসম্ভৱ যুদ্ধৰ ভিতৰতো এই ঘোষণা মতে কাম হ'ব লাগে। সংখ্যালঘুৰ প্ৰশ্নটো এটা অজুহাত মাত্ৰ। এই প্ৰশ্নটো যে নাই এনে নহয়, কিন্তু ইয়াৰ সু-মীমাংসা হ'ব পাৰে, প্ৰস্তাৱিত গণ পৰিষদতহে।"

১৯৩৯ চনৰ এক নবেম্বৰত বৰলাটে গান্ধী, ৰাজেন্দ্ৰ প্ৰসাদ আৰু মিঃ জিন্নাক মাতি নিয়ে। বৰলাটৰ প্ৰস্তাৱ আছিল একজিকিউটিভ কাউন্সিলৰ পৰিসৰ বৃদ্ধি কৰা। কংগ্ৰেছৰ নেতাসকলে এনেধৰণৰ সহযোগিতা দিবলৈ অস্বীকাৰ কৰে। কংগ্ৰেছৰ ভিতৰত এটা দল সক্ৰিয় আন্দোলনৰ কাৰণে অধৈৰ্য হৈ পৰিছিল। কংগ্ৰেছ অধিবেশনৰ আগমুহূৰ্তত মাৰ্চ মাহত লণ্ডনত ছাৰ মাইকেল অ'ডায়াৰক লণ্ডনৰ ৰাজপথত গুলী কৰি মৰা হয়। ভাৰত সচিব লৰ্ড জেটলেণ্ডো আহত হয়। গান্ধীজীয়ে এই কাম উন্মাদনাৰ কাম বুলি অভিহিত কৰে। তেওঁৰ মতে এনে কামে অহিংসাৰ যুদ্ধত বাধাৰহে সৃষ্টি কৰে। গান্ধীজীয়ে লেখিছিল: "যদি নিৰুপদ্ৰৱ আইন অমান্য আন্দোলন ঘোষণা কৰিব লাগে, ই আগতকৈয়ো নিৰুপদ্ৰৱ আৰু অহিংস হ'ব লাগিব, যাতে যুদ্ধলিপ্ত ডাঙৰ শক্তিবিলাকে বুজে যে ভাৰতৰ মহান জাতিয়ে স্বাধীনতাৰ কাৰণে অহিংসভাৱে যুঁজিব পাৰে। সেইকাৰণে মই আন্দোলনত নামিবলৈ দৃঢ়ভাৱে তেতিয়ালৈ অসম্মত থাকিম, যেতিয়ালৈকে মোৰ বিশ্বাস নজন্মে যে কংগ্ৰেছৰ মানুহে নিৰুপদ্ৰৱ আইন অমান্য আন্দোলনৰ প্ৰতি নিশ্চিতভাৱে আনুগত্য দেখুৱাবলৈ প্ৰস্তুত আছে।"

১৯৪০ চনৰ ১৯ মাৰ্চত মৌলানা আবুল কালামআজাদৰ সভাপতিত্বত ৰামগড় কংগ্ৰেছ অধিবেশন বহে। সেই সভাত সভাপতি হিচাপে দিয়া মৌলানা আজাদৰ অভিভাষণ বাগ্মিতাৰ শ্ৰেষ্ঠ নিদৰ্শন আছিল। মুছলীম লীগে সেই সময়ত সংখ্যালঘুৰ প্ৰশ্ন লৈ যি আন্দোলন কৰিছিল আৰু বৃটিছ চৰকাৰে যেনেকৈ তাৰে সুবিধা লৈছিল, সেই সম্পৰ্কেই বিশেষকৈ আজাদে কৈছিল:

"ভাৰত-ভূমিত হিন্দু ধৰ্মৰ দৰে ইচলামৰো বিশেষ দাবী আছে। যদি কেবাহেজাৰো বছৰ ধৰি হিন্দু ভাৰতৰ মানুহৰ ধৰ্ম; ইচলামো

তেওঁলোকৰ এহেজাৰ বছৰৰ ধৰ্ম। যেনেকৈ হিন্দুৱে গৰ্ব কৰি ক'ব পাৰে যে তেওঁ ভাৰতীয়, সেইদৰে আমিও কব পাৰোঁ যে আমিও ভাৰতীয় আৰু ইচ্‌লাম ধৰ্ম অনুসৰণ কৰোঁ। এই পৰিধি মই আৰু অলপ বহলাব খোজোঁ। ভাৰতীয় খ্ৰীষ্টানসকলেও সমান গৰ্বৰেই ক'ব পাৰে যে তেওঁলোকো ভাৰতীয় আৰু তেওঁলোকে ভাৰতৰে এটা ধৰ্ম—খ্ৰীষ্টান ধৰ্ম অনুসৰণ কৰিছে।"

১৯৪০ চনৰ আঠ আগষ্টত বৰলাটে এটা ঘোষণা কৰে। তাত কোৱা হয়, ভাৰতৰ নতুন সংবিধান প্ৰধানতে ভাৰতীয় মানুহে ৰচনা কৰিব। কিন্তু তাত ইয়াকো কোৱা হয় যে যেতিয়ালৈকে যুদ্ধ চলি থাকে, তেতিয়ালৈকে সংবিধান ৰচনাৰ কাম হাতত ল'ব নোৱাৰিব।

কংগ্ৰেছে এই ঘোষণা প্ৰত্যাখ্যান কৰে। কংগ্ৰেছ সভাপতি মৌলানা আজাদে এই বিষয়ে আলোচনাৰ কাৰণে আগবঢ়োৱা বৰলাট লৰ্ড লিন্‌ লিঠ্‌গোৰ নিমন্ত্ৰণ গ্ৰহণ নকৰিলে। গান্ধীজীয়ে মৌলানা আজাদৰ এই প্ৰত্যাখ্যান সমৰ্থন কৰে। মুছলীম লীগে এই ঘোষণাৰ এনে অৰ্থ কৰিছিল যে মুছলীম লীগৰ মত নোহোৱাকৈ ভাৰতৰ কোনো সংবিধান সি মধ্যকালীনেই হওক বা চূড়ান্ত ৰূপেই হওক, গ্ৰহণ কৰা নহ'ব। কিন্তু তেওঁলোকে এই ঘোষণাত অখণ্ড ভাৰতৰ কথা ধৰি কোৱা বুলি ভাবিছিল আৰু সেই কাৰণে এই ঘোষণা প্ৰত্যাখ্যান কৰিছিল। মুছলীম লীগে ভাৰত বিভাজনেই মীমাংসাৰ একমাত্ৰ সূত্ৰ বুলি ভাবিছিল। হিন্দু মহাসভাই নতুন প্ৰস্তাৱৰ অনুকূল মত পোষণ কৰিছিল আৰু যুদ্ধ পৰিচালনা কৰিবলৈ কেন্দ্ৰত সহযোগিতা আগবঢ়োৱা যুক্তিযুক্ত বুলি ভাবিছিল।

১৯৪০ চনৰ ১৫ ছেপ্তেম্বৰত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহে। এই কমিটীয়ে এই বুলি ঘোষণা কৰে, "বৃটিছ গৱৰ্ণমেণ্টে তেওঁলোকৰ কামৰ দ্বাৰা ভাৰতত এনে এটা অসহনীয় অৱস্থাৰ সৃষ্টি কৰিছে যে ভাৰতীয় জাতীয় কংগ্ৰেছে ভাৰতীয় জনতাৰ সাধাৰণ মৌলিক অধিকাৰ আৰু সন্মান ৰক্ষা কৰিবৰ কাৰণে যুদ্ধ কৰিবলৈ বাধ্য হ'বলগা হৈছে।" নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে গান্ধীজীক সক্ৰিয় আন্দোলন পৰিচালনা কৰিবলৈ অনুৰোধ কৰে। গান্ধীজীয়েও নেতৃত্ব গ্ৰহণ কৰে।

১০ ছেপ্তেম্বৰত বহা হিন্দু মহাসভাৰ ৱৰ্কিং কমিটীয়ে যুদ্ধ সম্পৰ্কে লোৱা প্ৰস্তাৱত শ্ৰেটবৃটেইনক সমৰ্থন জনায়।

১৮ ছেপ্তেম্বৰত বহা মুছলীম লীগৰ সভাই এটা প্ৰস্তাৱৰ জৰিয়তে কয় যে দুটা চৰ্ত্তত হে মুছলমানসকলে যুদ্ধত বৃটিছ চৰকাৰক সহায় দিব পাৰে—কংগ্ৰেছে প্ৰদেশসমূহত মুছলমানৰ প্ৰতি ন্যায় বিচাৰ কৰিব লাগিব আৰু মুছলীম লীগৰ সম্মতি নোহোৱাকৈ কোনো শাসন সংস্কাৰ কৰিব নেলাগিব বা নতুন সংবিধান ৰচনা কৰিব নোৱাৰিব। The Liberal Federation, All India Christian Conference আৰু ভাৰতীয় ৰাজন্যবৰ্গই বিনাচৰ্তে বৃটিছ চৰকাৰক যুদ্ধত সহায় দিয়াৰ পক্ষে মত দিয়ে।

কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে চাৰি দিন ধৰি আলোচনা কৰাৰ পিচত পণ্ডিত জৱাহৰলাল নেহৰুৱে প্ৰস্তুত কৰা খচৰা এটিৰে দীঘলীয়া বিবৃতি প্ৰকাশ কৰে। সেই বিবৃতিত বৃটিছ চৰকাৰে ভাৰতৰ মানুহৰ মতামত নোলোৱাকৈ ভাৰতকো যুদ্ধত লিপ্ত হোৱা দেশ বুলি ঘোষণা কৰাত গভীৰ উদ্বেগ প্ৰকাশ কৰা হয়। সেই বিবৃতিত কোৱা হয়, "কংগ্ৰেছে বাৰে বাৰে ঘোষণা কৰিছে যে 'নাজীজীম' আৰু 'ফেচিজীম'ৰ আদৰ্শ আৰু ব্যৱস্থাৰ কংগ্ৰেছ সম্পূৰ্ণ বিৰোধী। যি সাম্ৰাজ্য-বাদৰ নীতিৰ বিৰুদ্ধে ভাৰতে বহু বছৰ ধৰি যুঁজিছে, ফেচিজীম আৰু নাজীজীম তাৰেই উগ্ৰমূৰ্ত্তি। কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে সেই কাৰণে নাজী চৰকাৰৰ পোলাণ্ডৰ বিৰুদ্ধে কৰা আক্ৰমণৰ নিন্দা কৰে আৰু যিসকলে সেই আক্ৰমণৰ বিৰোধিতা কৰিছে তেওঁলোকলৈ সহানুভূতি জ্ঞাপন কৰে।"

গান্ধীজীক প্ৰশ্ন কৰা হয়, "মুছলীম লীগে ভাৰতৰ বিভাজনৰ প্ৰস্তাৱ লোৱাৰ পিচতো আপুনি আইন অমান্য আন্দোলন আৰম্ভ কৰিব খোজেনে।" গান্ধীজীয়ে তাৰ উত্তৰত কৈছিল, "লাহোৰত মুছলীম লীগে লোৱা প্ৰস্তাৱৰ ফলত বিমোৰত পেলোৱা ধৰণৰ পৰিস্থিতিয়ে দেখা দিছে। কিন্তু ই ইমান বিমোৰত পেলোৱা নহয় যে আইন অমান্য আন্দোলন কৰা অসম্ভৱ।"

সেই সময়ত ডাঃ লোহিয়াকৈ আদি কৰি ছটিয়েলিষ্ট নেতাসকলে অবিলম্বে আইন অমান্য আন্দোলন কৰিব লাগে বুলি দাবী কৰিলে। কিন্তু গান্ধীজীয়ে ক'লে, "এতিয়াও নৌ হয়।"

মে' মাহত বৃটেইন নৰওৱেত পিচ হুহকিব লগা হয়, জাৰ্ম্মানীয়ে হলেণ্ড আৰু লাক্সেমবাৰ্গ আক্ৰমণ কৰে। ইফালে চেম্বাৰলেনৰ ঠাইত চাৰ্চিল বৃটেইনৰ প্ৰধানমন্ত্ৰী হয়। লৰ্ড জেটলেণ্ডৰ ঠাইত মিঃ আমেৰি ভাৰত সচিব হয়। ২৩ মে' তাৰিখে বৃটিছ পাৰ্লিয়ামেণ্টত এটা প্ৰস্তাৱ

উত্তৰত ভাৰত সচিব মিঃ আমেৰিয়ে কয় যে বৃটিছৰ নীতি হৈছে কমন ওৱেলথত ভাৰতক স্বাধীন আৰু সহযোগী হিচাপে মৰ্য্যদা দিয়া। আমেৰিৰ বিবৃতি সম্পৰ্কে গান্ধীজীয়ে কয়, "পশ্চিমত যেতিয়া প্ৰতিমুহূৰ্ত্তে নৰহত্যা চলিছে, শান্তিপূৰ্ণ ঘৰবিলাক ভাঙি পেলোৱা হৈছে, তেতিয়া মিঃ আমেৰিৰ ঘোষণা সম্পৰ্কে ৰাজহুৱাভাৱে একো ক'বলৈ মোৰ মত নাযায়। বৰ্ত্তমানৰ অচল অৱস্থাৰ এটা শান্তিপূৰ্ণ আৰু সম্মানজনক মীমাংসা কৰিবলৈ মই চেষ্টাৰ ত্ৰুটী নকৰো।"

১৯৪০ চনৰ ১৭ জুনত ফ্ৰান্সে যুদ্ধত আত্মসমৰ্পণ কৰিলে। গান্ধীজীয়ে তাৰ পিচদিনা লেখিছিল, "How to combat Hitlarism?" তেখেতে লেখিছিল, "আমাৰ সমুখত আজি যি ঘটিছে সি প্ৰমাণ কৰিছে হিংসাৰ, তথা হিটলাৰিজীমৰ ব্যৰ্থতা।"

কংগ্ৰেছৰ বিবৃতিত কোৱা হয়, "ভাৰতৰ কাৰণে যুদ্ধ আৰু শান্তিৰ প্ৰশ্ন ভাৰতৰ মানুহেহে স্থিৰ কৰিব। কোনো বাহিৰা শক্তিয়ে নিজৰ মতে কৰা সিদ্ধান্ত ভাৰতৰ ওপৰত জাপি দিব নোৱাৰিব। ভাৰতে সাম্ৰাজ্যবাদৰ উদ্দেশ্যে ভাৰতৰ ধন-সম্পদ ব্যৱহাৰ হ'বলৈয়ো দিব নোৱাৰে। যি গণতান্ত্ৰিক স্বাধীনতাৰ কাৰণে যুদ্ধ কৰা হৈছে বুলি কোৱা হৈছে, ভাৰত যেতিয়া সেই স্বাধীনতাৰপৰাই বঞ্চিত হৈ আছে তেতিয়া ভাৰতে সেই যুদ্ধৰ লগত সম্পৰ্ক ৰাখিব নোৱাৰে।"

গান্ধীজীয়ে এটা বিবৃতিত আশা প্ৰকাশ কৰে যে কংগ্ৰেছৰ ভিতৰৰ সকলো দলেই যেন সৰ্বসম্মতিক্ৰমে এই বিবৃতি সমৰ্থন কৰিব। তেখেতে কয়, "জাতিৰ ইতিহাসৰ এই চৰম মুহূৰ্ত্তত কংগ্ৰেছে বিশ্বাস কৰা উচিত যে সক্ৰিয় ব্যৱস্থা ল'বৰ প্ৰয়োজন দেখা দিলে, তাৰ কাৰণে শক্তিৰ অভাৱ নহ'ব।"

ন অক্টোবৰত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে ১৪ ছেপ্তেম্বৰৰ কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ বিবৃতিৰ আলোচনা কৰে। যুদ্ধ সঙ্কট সম্পৰ্কে নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে লোৱা প্ৰস্তাৱত কোৱা হয়: কমিটীৰ বিশ্বাস যে সকলো উপনিবেশবোৰকে শান্তি আৰু স্বাধীনতা, গণতন্ত্ৰ আৰু আত্মনিয়ন্ত্ৰণৰ অধিকাৰ দান কৰিব লাগিব। কমিটীয়ে ফেচিজীম আৰু নাজীজীমৰ আক্ৰমণৰ তীব্ৰ নিন্দা কৰে।

১৯৩৯ চনৰ ১৭ অক্টোবৰত লৰ্ড লিনলিথ গোৱে, মুছলীম লীগে ভাৰতত বাস কৰা সকলো মুছলমানকে প্ৰতিনিধিত্ব কৰে বুলি লীগৰ যি দাবী তাক মানি লৈছিল। ভাৰতৰ স্বাধীনতা সম্পৰ্কে তেওঁ কৈছিল যে ভাৰতত উপনিবেশিক স্বায়ত্বশাসনেই বৃটিছৰ নীতি। লেই

উদ্দেশ্যে ১৯৩৫ চনৰ ভাৰত শাসন আইনৰ সংশোধনৰ কথা যুদ্ধৰ পিচত বিবেচনা কৰা হ'ব বুলি বৰলাটে আশ্বাস দিয়ে। সেই সংশোধন ভাৰতীয় জনমতৰ পোহৰত আৰু সংখ্যালঘুসকলৰ মতামতলৈ লক্ষ্য ৰাখি কৰা হ'ব বুলি তেওঁ কয়। গান্ধী আৰু অন্যান্য ভাৰতীয় নেতাসকলৰ লগত বৰলাটে আকৌ আলোচনা কৰে।

তিনি জুলাইত গান্ধীজীয়ে 'To every Briton' নামে বিখ্যাত গোহাৰি জনায়। তেওঁ লেখে, "মই প্ৰতিজন বৃটেইনলৈকে গোহাৰি জনাওঁ যে তেওঁ যতেই নেথাকক, জাতিবিলাকৰ ভিতৰত সম্পৰ্ক নিৰূপণ কৰোতে আৰু অন্যান্য বিষয়েও তেওঁ যেন অহিংসাৰ প্ৰণালী গ্ৰহণ কৰে।"

এই সময়তে অহিংসাৰ প্ৰয়োজনৰ সীমাৰেখালৈ মহাত্মা গান্ধী আৰু কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ ভিতৰত মতানৈক্য ঘটে। কংগ্ৰেছ ৱাৰ্কিং কমিটীয়ে কয় যে স্বাধীনতাৰ যুদ্ধত কংগ্ৰেছে অহিংসা নীতি অনুসৰণ কৰিব। কিন্তু স্বাধীন ভাৰতে দেশ ৰক্ষাৰ ক্ষেত্ৰত সেই অনুসৰণ কৰা সদায় সম্ভৱ নহ'ব পাৰে, হিংসাৰ উপায়েৰে হ'লেও দেশ ৰক্ষা কৰিব লাগিব। খান আব্দুল গফুৰ খানৰ বাহিৰে কংগ্ৰেছৰ অন্যান্য নেতা-সকল এই প্ৰশ্নত গান্ধীজীৰ লগত নাছিল। গান্ধীজীয়ে তেতিয়া কংগ্ৰেছ ৱাৰ্কিং কমিটীৰপৰা সদস্যপদ ইস্তফা দিয়ে। এই প্ৰসঙ্গ লৈ মৌলানা আজাদে কয়, "কংগ্ৰেছৰ ভিতৰত এনে কোনো এজনো নাই, যি মহাত্মাজীৰ লগত সম্পূৰ্ণভাৱে থাকিব নোখোজে, কিন্তু আমাৰ এই সাহস নাই যে এনে এখন ৰাষ্ট্ৰ আমি গঢ়ি তুলিম য'ত সশস্ত্ৰ বাহিনী নাথাকিব। গান্ধীজীৰ কথা পৃথক। তেওঁ পৃথিবীক অহিংসাৰ বাণী দিব লগা আছে, কিন্তু কংগ্ৰেছে ভাৰতীয় জনতাৰ প্ৰতিনিধি হিচাপে ভাবিব লগা আছে।"

ভাৰত ৰক্ষা আইন মতে সেই সময়ত বাওঁপন্থীসকলৰ মাজৰপৰা কিছুমানক গ্ৰেপ্তাৰ কৰা হয়। Holwell Monumentৰ আন্দোলনৰ সম্পৰ্কত সুভাষ বসুকো গ্ৰেপ্তাৰ কৰা হয়।

ৰামগড় কংগ্ৰেছৰ লগতে আপোচ-বিৰোধ সন্মিলনো বহিছিল। সুভাষচন্দ্ৰ বসুৱে সেই সভাৰ সভাপতিত্ব কৰিছিল। তেওঁ এইবুলি অভিমত প্ৰকাশ কৰিছিল যে গান্ধীজী আৰু কংগ্ৰেছৰ সোঁপন্থী নেতা-সকলে যেনেকৈ কৈছে তাৰপৰা বৃটিছ চৰকাৰে ভাবিছে যে কংগ্ৰেছে কোনো সক্ৰিয় ব্যৱস্থা নল'ব। আন পক্ষে, গান্ধীজীয়ে ২৫ মাৰ্চত লেখিছিল যে প্ৰতিখন কংগ্ৰেছ কমিটী সত্যাগ্ৰহ কমিটীত পৰিণত হ'ব লাগে।

১৯৪০ চনৰ মাৰ্চৰ শেষৰ ফালে লাহোৰত মুছলীম লীগৰ অধিবেশন বহে। তাত লীগে পাকিস্তান তেওঁলোকৰ 'creed' বুলি ঘোষণা কৰে। সভাপতি হিচাপে মিঃ জিন্নাই দুটা জাতিৰ তথ্যৰ কথা কয়। তেখেতে কৈছিল, "ইচ্‌লাম আৰু হিন্দুধৰ্ম প্ৰকৃত অৰ্থত দুটা ধৰ্ম নহয়; কিন্তু দৰাচলতে ই দুটা সম্পূৰ্ণ বেলেগ সমাজ ব্যৱস্থা (social order)। ই এটা সপোনহে যে হিন্দু-মুছলমানক এটা জাতি হিচাপে গঢ়ি তুলিব পাৰি। মুছলমানসকল এটা জাতি। জাতিৰ যিকোনো সূত্ৰ মতেই তেওঁলোকে তেওঁলোকৰ এখন দেশ, এখন ৰাজ্য আৰু ৰাষ্ট্ৰ পাব লাগে।" মুছলীম লীগে পাকিস্তানৰ প্ৰস্তাৱ গ্ৰহণ কৰে। এপ্ৰিল মাহত জাতীয়তাবাদী মুছলমানসকল দিল্লীত সমবেত হয়। সিন্ধু প্ৰদেশৰ প্ৰধানমন্ত্ৰী আল্লা বক্সে সেই সভাত সভাপতিত্ব কৰে। তেওঁলোকে পাকিস্তানী ধাৰণাৰ বিৰোধিতা কৰে। তেওঁলোকে কয় যে ভাৰতৰ ভৌগলিক আৰু ৰাজনৈতিক সীমা অবিভাজ্য। তেওঁলোকে ইয়াকো কয় যে ভাৰতৰ পূৰ্ণ স্বাধীনতাৰ কাৰণে তেওঁলোক আন ভাৰতীয়ৰ লগত কান্ধত কান্ধ মিলাই যুঁজিবলৈ দৃঢ়প্ৰতিজ্ঞ।

দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ এনে এটা অৱস্থাতে গান্ধীজীয়ে সক্ৰিয় আন্দোলনৰ পৰিকল্পনা কৰে। সেইমতে ব্যক্তিগতভাৱে সত্যাগ্ৰহ আৰম্ভ কৰা হয়। এই সত্যাগ্ৰহ আন্দোলনৰ প্ৰথম সত্যাগ্ৰহী আছিল আচাৰ্য বিনোৱা ভাবে।

১৯৪০ চনৰ ১৭ অক্টোবৰত বিনোৱা ভাবেই ৱাৰ্দ্ধাৰ ওচৰৰ পৌনাৰ নামে গাঁৱত যুদ্ধ-বিৰোধী বক্তৃতা দি ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। ২১ অক্টোবৰত তেওঁক গ্ৰেপ্তাৰ কৰা হয় আৰু তিনিমাহ জেলৰ হুকুম হয়।

ইতিমধ্যে চৰকাৰে সত্যাগ্ৰহীসকলৰ যুদ্ধ-বিৰোধী বক্তৃতা প্ৰকাশ কৰিবলৈ খবৰ কাগজৰ ওপৰত নিষেধাজ্ঞা জাৰি কৰে। দ্বিতীয় সত্যাগ্ৰহী হিচাপে মনোনীত পণ্ডিত নেহৰুক ৩১ অক্টোবৰত গ্ৰেপ্তাৰ কৰে। তেওঁৰ চাৰি বছৰ জেলৰ হুকুম হয়। ১৯৪১ চনৰ এক জানুৱাৰীত মৌলানা আবুল কালাম আজাদক গ্ৰেপ্তাৰ কৰা হয়। তেওঁৰ ১৮ মাহ জেল হয়। যুদ্ধত ধন আৰু জনৰে সহায় নকৰিবলৈ ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন এইদৰে চলিছিল।

১৯৪১ চনৰ জুনৰ মাজ ভাগত জাৰ্মানীয়ে ৰাছিয়া আক্ৰমণ কৰিলে। জুলাই মাহত বৰলাটে তেওঁৰ কাউন্সিলৰ সম্প্ৰসাৰণ আৰু নেচনেল ডিফেন্স কাউন্সিল গঠন কৰিব বুলি ঘোষণা কৰে। ইয়াৰ

সম্পৰ্কে আলোচনা কৰি গান্ধীজীয়ে লেখা তলৰ কথাখিনি বিশেষ গুৰুত্বপূৰ্ণ :

"A non-violent system of Government is clearly an impossibility so long by the wide gulf between the rich and the hungry million persists. The contrast between the palaces of New-Delhi and the miserable hovels of the poor labouring class can't last a day in a free India in which the poor will enjoy the same power as the richest in the land. A violent and bloody revolution is a certainity one day, unless there is voluntary abdication of riches and the power that riches give and sharing them for the common good"

১৯৪১ চনৰ ডিচেম্বৰৰ ২৩ তাৰিখে বৰদলৈত কংগ্ৰেছ ৱাৰ্কিং কমিটী বহে। সেই সভাত গান্ধীজীৰ লগত কংগ্ৰেছৰ অন্যান্য নেতাৰ অহিংসাৰ প্ৰশ্ন লৈ আকৌ অনৈক্যই দেখা দিয়ে। গান্ধীজীয়ে অহিংসাৰ যুক্তিত সকলো অৱস্থাতে যুদ্ধত যোগ দিয়াৰ বিৰোধী আছিল। ১৯৪১ চনৰ ডিচেম্বৰৰ মাজ ভাগত গান্ধীজীয়ে যেতিয়া সক্ৰিয় আন্দোলনৰ নেতৃত্ব দিছিল, তেতিয়া গঠনমূলক আঁচনিৰ ওপৰত এখন পুস্তিকা লেখিছিল। তাত তেওঁ লেখিছিল, "যদি গঠনমূলক আঁচনিয়ে কংগ্ৰেছৰ মানুহৰ মন আকৰ্ষণ নকৰে, তেন্তে মোক বাদ দিয়া উচিত। কিয়নো গঠনমূলক আঁচনিৰ অবিহনে আইন অমান্য আন্দোলন পৰিচালনা কৰাটো মোৰ কাৰণে পক্ষাঘাত হোৱা হাত এখনেৰে চামোচ এখন দাঙি ধৰাৰ দৰে হ'ব।" তেখেতে তেতিয়া সাম্প্ৰদায়িক ঐক্য, অস্পৃশ্যতা নিবাৰণ, মাদক দ্ৰব্য নিবাৰণ, খাদী, গাঁৱলীয়া শিল্প, গাঁৱৰ স্বাস্থ্য, বুনিয়াদী শিক্ষা, বয়সীয়াৰ শিক্ষা, স্ত্ৰী জাগৰণ, শাৰীৰিক স্বাস্থ্য, ৰাষ্ট্ৰভাষা প্ৰচাৰ, মাতৃ-ভাষাৰ প্ৰীতি আৰু অৰ্থনৈতিক সমতা—এই ১৩ দফীয়া গঠনমূলক আঁচনি দেশবাসীৰ সম্মুখত দাঙি ধৰিছিল। তেখেতে অৰ্থনৈতিক সমতাৰ তাৎপৰ্য সম্পৰ্কে লেখিছিল, "This last is the master key to non-violent independence. Working for the economic equality means abolishing the eternal conflict between capital and labour It means the levelling down of the few rich in whose hands is

concentrated the bulk of the nations wealth on the one hand, and a levelling up of the Semi-Starved naked millions on the other."

ৱাৰ্কিং কমিটীয়ে গান্ধীজীৰ নীতিগত প্ৰশ্ন লৈ মন কৰি বোম্বে প্ৰস্তাৱ অনুসৰি আন্দোলন পৰিচালনা কৰাৰ দায়িত্বৰপৰা গান্ধীজীক অব্যাহতি দিয়ে; কিন্তু লগতে এই আশ্বাস দিয়ে যে স্বৰাজৰ কাৰণে গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছে যি অহিংসাৰ নীতি অনুসৰণ কৰি আহিছে, কংগ্ৰেছে তাক মানি চলিব। চৌবিশ ডিচেম্বৰত গান্ধীজীয়ে হিটলাৰলৈ এখন মুকলি চিঠি লেখে। তাত তেওঁ লেখিছিল, "হিটলাৰে জেকো-শ্লোভাকিয়া, পোলেণ্ড আৰু ডেনমাৰ্ক জয় কৰি গৰ্ব অনুভৱ কৰিব পাৰে, কিন্তু আমি সকলোৰেপৰা শিকি আহিছো যে এনে কাম মানুহৰ কাৰণে হীনাত্মক।"

ইতিমধ্যে যুদ্ধৰ অৱস্থা বিদ্যুৎ গতিত আগবাঢে। মিত্ৰ শক্তিয়ে তেতিয়াও এছিয়া আৰু য়ুৰোপত পৰাজয়ৰ সম্মুখীন হৈ থাকিবলগা হয়। এজন সাংবাদিকে গান্ধীজীক প্ৰশ্ন কৰে, "ভাৰত যুদ্ধত নমা নাই, কিন্তু সেই বুলি হিটলাৰে ভাৰতক এনেয়ে এৰিবনে?" তাৰ উত্তৰত গান্ধীজীয়ে কৈছিল, "যদি নাজী ভাৰতলৈ আহে, কংগ্ৰেছে বৃটেইনৰ লগত যেনেকৈ যুঁজিছে, তেওঁলোকৰ লগতো তেনেকৈ যুঁজিব।" গান্ধীজীয়ে মহাভাৰতৰ যুদ্ধ মানুহৰ সৰ্বকালীন ইতিহাস বুলি কৈ লেখিছিল, "বৰ্তমান যুদ্ধৰ ধ্বংসলীলাৰপৰা নতুন শৃঙ্খলাৰ জন্ম হ'ব, যি শৃঙ্খলাৰ কাৰণে শোষিত জনতা ইমানদিন পিপাসাতুৰ হৈ আছে। শান্তিকামী প্ৰাৰ্থনা অথলে যাব নোৱাৰে। সত্যাগ্ৰহোক্লিষ্ট আমাৰ মৌন প্ৰাৰ্থনাহে।"

যুদ্ধ প্ৰশান্ত মহাসাগৰলৈকে বিয়পিল। জাপানে দক্ষিণ-পূব এছিয়া দখল কৰিলে। ভাৰত যুদ্ধৰ দুৱাৰ মুখত। মিত্ৰপক্ষৰ ভাৰত মহাসাগৰ ৰক্ষাৰ কাৰণে ভাৰত মুখ্য স্থান হৈ পৰিল। যুক্তৰাষ্ট্ৰ আৰু বৃটেইনৰপৰা যুদ্ধৰ সমল চীনলৈ পঠিওৱাৰ প্ৰধান ৰাস্তা হ'ল ভাৰত। এনে পৰিস্থিতিত ১১ মাৰ্চত (১৯৪২ চন) বৃটেইনৰ যুদ্ধকালীন মন্ত্ৰীসভাই ভাৰতৰ্ষৰ কাৰণে এখন আঁচনি ল'বলৈ সম্মতি জনাইছে আৰু ছাৰ ষ্টেফৰ্ড ক্ৰীপছ এই আঁচনি সম্পৰ্কে আলোচনা কৰিবলৈ ভাৰতলৈ আহিব বুলি বৃটিছ প্ৰধান মন্ত্ৰী চাৰ্চিলে ক'য়। ১৯৪২ চনৰ ২২ মাৰ্চত ছাৰ ষ্টেফৰ্ড ক্ৰীপছ ভাৰত পালেহি। ক্ৰীপছে লৈ অহা আঁচনিৰ মুখ্য কথা আছিল—

(১) ভাৰতত যিমান পৰা যায় সোনকালে স্বায়ত্ত-শাসন প্ৰৱৰ্তনৰ

কাৰণে বৃটিছ গৱৰ্ণমেণ্টে প্ৰস্তাৱ কৰে যে এখন নতুন ভাৰত ইউনিয়ন গঠন কৰিবলৈ ব্যৱস্থা লোৱা হ'ব, যি ইউনিয়নে কমনওৱেলথৰপৰা ওলাই যাবও পাৰিব, ভাৰত এনে ক্ষমতা থকা উপনিবেশ হ'ব।

(২) যুদ্ধ বন্ধ হোৱাৰ পিচত বৃটিছ-ভাৰত আৰু দেশীয় ৰাজ্য-বিলাকৰ প্ৰতিনিধিসকলক লৈ অবিলম্বে গণপৰিষদ গঠন কৰা হ'ব। বৃটিছ চৰকাৰে দুটা চৰ্ত সাপেক্ষে সেই গণপৰিষদে ৰচনা কৰা শাসন-তন্ত্ৰ মানি লবলৈ ৰাজী হয়। তাৰে এটা হৈছে, যদি এখন বা অধিক প্ৰদেশে সেই সংবিধান মানিব নোখোজে তেন্তে সেই প্ৰদেশে নিজৰ সংবিধান ৰচনা কৰিব পাৰিব। ভাৰতীয় ইউনিয়নৰে সৈতে এনেকুৱা কাটি যোৱা ৰাজ্যৰ সমান মৰ্যাদা থাকিব। সেই গণপৰিষদত বৃটিছ চৰকাৰৰ লগত এখন সন্ধি কৰাৰ কাৰণে আলোচনা হ'ব, যি সন্ধিমতে বৃটিছৰপৰা দায়িত্ব ভাৰতীয়ৰ হাতলৈ হস্তান্তৰিত কৰা হ'ব।

(৩) ইতিমধ্যে বৃটিছ চৰকাৰে তেওঁলোকৰ বিশ্ব যুদ্ধৰ প্ৰচেষ্টাৰ এটা অংশ হিচাপে ভাৰত ৰক্ষাৰ কৰ্তৃত্ব ৰক্ষা কৰিব।

নতুন প্ৰস্তাৱটোৱেও ভৱিষ্যতৰ কথা কৈছিল। এই প্ৰস্তাৱৰ ওপৰত আলোচনা হয় মাৰ্চৰ ২৫ তাৰিখে আৰু শেষ হয় এপ্ৰিলৰ ১০ তাৰিখে। মুছলীম লীগে এই প্ৰস্তাৱৰ বিৰোধিতা কৰে। তেওঁলোকে সুনিৰ্দ্দিষ্টভাৱে পাকিস্তানৰ সপক্ষে ঘোষণা বিচাৰিছিল। গান্ধীজীয়ে এই প্ৰস্তাৱক 'post dated cheque' বুলি অভিহিত কৰে।

কংগ্ৰেছে ক্ৰীপছ স্কীম প্ৰত্যাখ্যান কৰে দুটা কাৰণত। প্ৰথম, দেশীয় ৰাজ্যৰ ৯ কোটি মানুহক এই আঁচনি মতে অগ্ৰাহ্য কৰা হৈছে। কাৰণ, গণপৰিষদত তেওঁলোকক কোনো ঠাই দিয়া হোৱা নাছিল। দ্বিতীয়তে, কোনো কোনো প্ৰদেশ ভাৰতীয় ৰাষ্ট্ৰৰ বাহিৰত থাকিব পৰা নীতিটো ভাৰতীয় ঐক্যৰ ধাৰণাত ভীষণ আঘাত হানিছিল। আলোচনাৰ শেষৰ দিনালৈকে কংগ্ৰেছে এটা মীমাংসালৈ আহিবলৈ চেষ্টা কৰিছিল। সেই সময়ত ভাৰত আক্ৰমণ আসন্ন যেন অনুমান হৈছিল। সেই কাৰণে যুদ্ধৰ প্ৰশ্নই আছিল সৰ্বপ্ৰধান। কংগ্ৰেছে দাবী কৰিছিল যে ভাৰতৰ মানুহৰ দেশপ্ৰেম সম্পূৰ্ণভাৱে যুদ্ধৰ কামত লগাব লাগিলে এজন ভাৰতীয়ক প্ৰতিৰক্ষা মন্ত্ৰী কৰিব লাগিব। বৃটিছৰ পক্ষৰপৰা সেইটো প্ৰস্তাৱ মানিছিল, কিন্তু তেওঁলোকে ইয়াকো কৈছিল যে যুদ্ধৰ মাজত কমাণ্ডাৰ-ইন্-চীফে অসামৰিক মন্ত্ৰীক তেওঁৰ প্ৰধান দায়িত্ব এৰি দিব নোৱাৰে। বৃটিছ আৰু কংগ্ৰেছৰ মাজত

থকা পাৰ্থক্যৰ অৱসান ঘটাবৰ কাৰণে ৰুজভেল্টৰ বিশেষ প্ৰতিনিধি কৰ্ণেল জনচন ভাৰতলৈ আহিছিল। কংগ্ৰেছৰ দাবী আছিল যে বৰলাটে তেওঁৰ নতুন কাউন্সিল, মন্ত্ৰী-সভাৰ দৰে ব্যৱহাৰ কৰিব আৰু সেই মন্ত্ৰীসভাৰ সিদ্ধান্ত মানি ল'ব। ছাৰ ষ্টেফৰ্ড ক্ৰীপছ ইয়াত সন্মত নহ'ল আৰু ১২ এপ্ৰিলত তেওঁ লণ্ডনলৈ উভতি গ'ল।

তেৰ এপ্ৰিলত গান্ধীজীয়ে ইয়াৰ ওপৰত লেখে, "বৰ দুৰ্ভাগ্যৰ কথা যে বৃটিছ চৰকাৰে ভাৰতৰ ৰাজনৈতিক প্ৰশ্ন নিৰাকৰণৰ বাবে এনে এটা প্ৰস্তাৱ পঠিয়াইছিল, যিটো কোনো দলৰপৰাই গ্ৰহণ কৰা সম্ভৱ নহয়। ইযো দুখৰ কথা যে এই প্ৰস্তাৱৰ বাহক হ'ল এনে এজন লোক—ষ্টেফৰ্ড ক্ৰীপছ, যিজন বাওঁপন্থীৰ ভিতৰতো বাওঁপন্থী আৰু ভাৰতৰ এজন বন্ধু। ক্ৰীপছৰ সজ ইচ্ছা সম্পৰ্কে মোৰ সন্দেহ নাই। তেওঁ বিশ্বাস কৰিছিল যে ভাৰতৰ কাৰণে তেওঁতকৈ কোনেও আৰু বেছি ভাল একো আনিব নোৱাৰে। কিন্তু তেওঁ অন্ততঃ এই কথা জানিব লাগিছিল যে কংগ্ৰেছে উপনিবেশিক স্বায়ত্ত-শাসন মানি ল'ব নোৱাৰে যদিও কমনওৱেলথৰপৰা ওলাই যোৱাৰ অধিকাৰ তাত দিয়া থাকে। তেওঁ ইয়াকো নিশ্চয় জানিছিল যে সেই প্ৰস্তাৱটো মতে ভাৰতক তিনিটা ভাগত বিভক্ত কৰিব খোজা হৈছে। প্ৰত্যেকটো ভাগতে পৃথক চৰকাৰৰ ধাৰণা আছে। ই পাকিস্তানৰ কথাই ভাবিছিল, যদিও মুছলীম লীগৰ পাকিস্তান নাছিল। সকলোতকৈ ডাঙৰ কথা যে দায়িত্বশীল মন্ত্ৰীক দেশৰক্ষাৰ প্ৰকৃত কৰ্তৃত্ব দিয়া হোৱা নাছিল।"

ৰাজাগোপালাচাৰীয়ে ১৯৪২ চনৰ ২৩ এপ্ৰিলত এটা বক্তৃতাত কয় যে কংগ্ৰেছ আৰু মুছলীম লীগৰ ভিতৰত মীমাংসাৰ সূত্ৰ হিচাপে পাকিস্তানে নীতি হিচাপে মানি ল'ব লাগে। ৰাজাজীয়ে ২৯ এপ্ৰিলত নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ সভাত তেওঁৰ প্ৰস্তাৱ দাঙি ধৰিছিল। কিন্তু সপক্ষে ৫ টা আৰু বিপক্ষে ১২০ টা ভোটত প্ৰস্তাৱটো অগ্ৰাহ্য হয়। নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ এটা প্ৰস্তাৱত কোৱা হয় যে দেশৰ কোনো অংশক ভাৰতৰ বাহিৰলৈ যাবলৈ দিয়াৰ অধিকাৰ থকাটো দেশৰ কাৰণে মঙ্গলজনক নহয় আৰু কংগ্ৰেছে তাক মানিব নোৱাৰে।

গান্ধীজীয়ে এপ্ৰিল মাহৰ শেষভাগৰপৰা 'হৰিজন' পত্ৰিকাত 'ভাৰত ত্যাগ'ৰ বিষয়ে তেওঁৰ মত ব্যাখ্যা কৰি লেখিছিল। তেওঁৰ এই প্ৰবন্ধবিলাক পঢ়ি পঢ়ুৱৈৰ মাজৰপৰা কোনোজনে প্ৰশ্ন কৰিছিল, "বৃটিছ শাসকক ভাৰতৰপৰা যাবলৈ কৈ আপুনি জাপানক

ভাৰত আক্ৰমণ কৰিবলৈ আমন্ত্ৰণ কৰা নাইনে ?" গান্ধীজীয়ে পাঁচ মে তাৰিখৰ 'হৰিজন' পত্ৰিকাত তাৰ উত্তৰত লেখিছিল, "মই সেইটো কৰা নাই। মোৰ বিশ্বাস যে ভাৰতত বৃটিছৰ উপস্থিতিয়েই জাপানক ভাৰত আক্ৰমণ কৰাৰ ইন্ধন যোগাইছে। যদি বৃটিছে সুবিবেচক হিচাপে ভাৰত এৰি যায় আৰু ভাৰতক নিজৰ কথা চলাবলৈ এৰি দিয়ে, সেই কাৰ্যই জাপানক তেতিয়া তেওঁলোকৰ আঁচনি পৰিবৰ্তন কৰিবলৈ ভাবিবলগীয়া কৰিব।"

ছয় জুলাইত ৱাৰ্ধাত কংগ্ৰেছ ৱাৰ্কিং কমিটী বহে। গান্ধীজী তাত উপস্থিত আছিল। কমিটীৰ প্ৰস্তাবত কোৱা হয় যে প্ৰতি দিনৰ ঘটনাৱলীয়ে প্ৰমাণ কৰিছে ভাৰতত বৃটিছ শাসনৰ অবিলম্বে ওৰ পৰিব লাগে। পৰাধীনতা সাধাৰণ অবস্থাতো দোষণীয়। পৰাধীনতা জাতিৰ প্ৰতি অনিষ্টজনক। কিন্তু শৃঙ্খলিত ভাৰতে আত্মৰক্ষা কৰিবলৈ যথেষ্টভাৱে ব্যৱস্থা লোৱা সম্ভৱ নহয়। সেই বাবে ভাৰতৰ স্বাৰ্থৰ কাৰণেই ভাৰতৰ স্বাধীনতাৰ যে প্ৰয়োজন এনে নহয়, পৃথিবীৰ নিৰাপত্তাৰ কাৰণেও প্ৰযোজন। 'নাজীজীম', 'ফেচিজীম', 'মিলিটেৰী-জীম' আৰু অন্য প্ৰকাৰৰ সাম্ৰাজ্যবাদৰ আৰু আক্ৰমণৰ ওৰ পেলাবলৈ ভাৰত স্বাধীন হোৱা প্ৰয়োজন।

বিশ্বযুদ্ধ আৰম্ভ হোৱাৰেপৰা কংগ্ৰেছে ভাবি-চিন্তি যুদ্ধৰত শক্তিক ব্যতিব্যস্ত নকৰা নীতি লৈ আহিছে। কংগ্ৰেছে আশা কৰিছিল যে ৰাইজৰ প্ৰতিনিধিৰ হাতলৈ ক্ষমতা হস্তান্তৰিত কৰা হ'ব। বৃটেইনৰ লৌহ শৃঙ্খল অধিকতৰ কটকটীয়া কৰা নহ'ব বুলি আশা কৰা হৈছিল। কিন্তু এই সকলো আশা মৰিমুৰ হৈছে। কমিটীয়ে এই আশা প্ৰকাশ কৰে যে এতিয়াও বৃটিছে কংগ্ৰেছৰ যুক্তিযুক্ত প্ৰস্তাৱ মানি ল'ব। কিন্তু যদি সেয়ে নহয়, কংগ্ৰেছে বৰ্তমানৰ অবস্থা চলি থাকিবলৈ দিব নোৱাৰে। কমিটীয়ে কয় যে তেতিয়া কংগ্ৰেছে ১৯২০ চনৰপৰা যি অহিংস শক্তি সঞ্চয় কৰিছে, তাৰ প্ৰয়োগ কৰিবলৈ বাধ্য হ'ব। কমিটীয়ে ইয়াকো কয় যে এনে আন্দোলন নিশ্চয় গান্ধীজীৰ নেতৃত্বত পৰিচালিত হ'ব। এই প্ৰস্তাৱৰ বিবেচনাৰ কাৰণে বোম্বেত ১৯৪২ চনৰ সাত আগষ্টত নিখিল ভাৰত কংগ্ৰেছ কমিটী আহ্বান কৰা হয়। কংগ্ৰেছৰ এই প্ৰস্তাৱে ভাৰতৰ জনসাধাৰণৰ মাজত নতুন আলোড়ন সৃষ্টি কৰে। কিন্তু কোনো কোনো পক্ষই ইয়াত আতঙ্কও বোধ কৰে। মিঃ জিন্নাই এই সম্পৰ্কে কয়, "বৃটিছ চৰকাৰক কংগ্ৰেছ ৰাজৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ বাধ্য কৰাৰ ই চেষ্টা।"

ভাৰতীয় কমিউনিষ্ট দলৰ জেনেৰেল ছেক্রেটাৰী পি চি. যোশীয়ে লেখে, "আমি ভাৰতীয় কমিউনিষ্টসকলে আমাৰ নগৰীয়া দেশ-প্রেমিকসকলক বুজাবলৈ চেষ্টা কৰিছো যে কংগ্রেছ নেতৃত্বই যি কাৰ্যসূচীৰ কথা ভাবিছে, সি স্বাধীনতাৰপিনে আগ নবঢাব, কিন্তু জাতিক স্বাধীনতাৰ যুদ্ধৰপৰা আঁতৰাই নিব আৰু বৃটেইন আৰু ভাৰতৰ প্রগতিশীল শক্তি-সমূহৰ ভিতৰত বিভেদ সৃষ্টি কৰিব।"

ছাৰ ষ্টেফৰ্ড ক্রীপছে অনাতাঁৰ ভাষণত কৈছিল, "গান্ধীয়ে দাবী কৰিছে যে আমি ভাৰত এৰি আহিব লাগে—ধৰ্ম বিভাগ গভীৰভাৱে শিপাই থকা, কোনো সাংবিধানিক চৰকাৰ নথকা আৰু সংগঠিত শাসন নথকা ভাৰতক কোনো দায়িত্বপূর্ণ চৰকাৰে এইদৰে এৰি আহিব নোৱাৰে।" বিশেষকৈ বৃটিছ চৰকাৰে সতর্কবাণী শুনালে যে বিদ্রোহৰ লগত কোনো আপোচ কৰা নহ'ব।

১৯৪২ চনৰ সাত আগষ্ট তাৰিখে নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ অধিবেশন বহে। আঠ আগষ্টৰ দিনা বিখ্যাত 'ভাৰত ত্যাগ' প্ৰস্তাৱ গৃহীত হয়। গান্ধীজীয়ে দুঘণ্টা ধৰি বক্তৃতা দিয়ে। প্ৰস্তাবটোত কোৱা হয়: "নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে ১৯৪২ চনৰ ১৪ জুলাইত কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ প্ৰস্তাব আৰু তাৰ পিচত ঘটা ঘটনাৱলী- বৃটিছ চৰকাৰৰ দায়িত্বপূর্ণ লোকসকলৰ উক্তি সম্পর্কে ভাৰত আৰু ভাৰতৰ বাহিৰত হোৱা তাৰ ক্রিয়া-প্রতিক্রিয়াৰ বিষয়ে মনোযোগেৰে আলোচনা কৰে। কমিটীয়ে কংগ্ৰেছ ৱাৰ্কিং কমিটীৰ প্ৰস্তাৱ অনুমোদন কৰি এই মত প্ৰকাশ কৰে যে, তাৰ পিচৰ ঘটনাৱলীয়ে পৰিষ্কাৰকৈ বুজাইছে যে ভাৰতৰ কাৰণে আৰু মিত্ৰ শক্তিৰ উদ্দেশ্যৰ কৃতকাৰ্যতাৰ কাৰণে ভাৰতত বৃটিছ শাসন অবিলম্বে অৱসান হোৱাৰ প্রয়োজন। বৃটিছ শাসন চলি থকাটোৱেই ভাৰতৰ কাৰণে অধিকতৰ দুৰ্বলতা আৰু অপমানৰ কাৰণ। ই ভাৰতক আত্মৰক্ষাৰ সামৰ্থ্য আৰু পৃথিবীৰ স্বাধীনতাৰ কাৰণে অৱদান দিয়াৰ ক্ষমতা ক্রমে কমাই আনিছে।"

কমিটীয়ে ৰুছ আৰু চীনৰ যুদ্ধৰ পৰিস্থিতি বেয়ালৈ যোৱাত উদ্বেগ প্ৰকাশ কৰে আৰু ৰাছিয়া আৰু চীনৰ ৰাইজে স্বাধীনতা ৰক্ষাৰ কাৰণে দেখুওৱা বীৰত্বৰ শলাগ লয়। এনে ক্রমবর্ধমান বিপদলৈ চাই, যিসকলে স্বাধীনতাৰ কাৰণে যুঁজিছে আৰু যিসকল আক্রান্তসকলৰ প্রতি সহানুভূতিশীল, তেওঁলোকে অত দিন মিত্ৰ শক্তিয়ে যি নীতি অনুসৰণ কৰি আহিছে আৰু যেয়ে পুনঃ পুনঃ ধ্বংসকাৰী ব্যৰ্থতাৰ পিনে লৈ গৈছে, সেই নীতিৰ বুনিয়াদ পৰীক্ষা

কৰি তোলাৰ প্ৰয়োজন। এনে উদ্দেশ্য, নীতি আৰু প্ৰণালীত খামুচি ধৰি থাকি, ব্যৰ্থতা সফলতাত পৰিণত কৰিব নোৱাৰি। কিয়নো পুৰণি অভিজ্ঞতাই দেখুৱাইছে যে ব্যৰ্থতা তাতে অন্তৰ্নিহিত হৈ আছে। এই নীতিবিলাকৰ ভেটি স্বাধীনতা নহয়, বৰং পৰাধীন আৰু উপনিবেশবিলাকৰ ওপৰত কৰ্তৃত্ব কৰা আৰু সাম্ৰাজ্যবাদী পদ্ধতি আৰু প্ৰণালী জীয়াই ৰখাহে। সাম্ৰাজ্য, শাসকৰ শক্তি বঢ়োৱাতকৈ এটা বোজা আৰু অভিশাপহে হৈছে। আধুনিক সাম্ৰাজ্যবাদৰ প্ৰধান কেন্দ্ৰস্থান ভাৰতৰ ওপৰত এটা প্ৰশ্ন নিৰ্ভৰ কৰিছে। কিয়নো, ভাৰতৰ স্বাধীনতাৰ দ্বাৰাইহে বৃটেইন আৰু মিত্ৰ শক্তিৰ বিচাৰ হ'ব আৰু এছিয়া আৰু আফ্ৰিকাৰ জনসাধাৰণৰ মনত আশা আৰু উৎসাহ সৃষ্টি হ'ব।

এই দেশত বৃটিছ শাসনৰ অৱসান, সেই কাৰণে, এটা মুখ্য প্ৰশ্ন। ইয়াৰ ওপৰত যুদ্ধৰ ভবিষ্যত আৰু স্বাধীনতা আৰু গণতন্ত্ৰৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে। ভাৰতৰ বিপুল ঐশ্বৰ্য স্বাধীনতাৰ কাৰণে, নাজীজীম, ফেচীজীম আৰু সাম্ৰাজ্যবাদৰ আক্ৰমণৰ বিৰুদ্ধে যুদ্ধ প্ৰচেষ্টাত নিয়োগ কৰি স্বাধীন ভাৰতে এই কৃতকাৰ্যতা নিশ্চিত কৰি তুলিব। ই যে অকল যুদ্ধৰ ভাগ্যহে বিশেষভাৱে পৰিবৰ্তিত কৰিব এনে নহয়, পৰাধীন আৰু নিপীড়িত জনতাক মিত্ৰ পক্ষৰ ফাললৈ লৈ আহিব আৰু পৃথিবীৰ এই শক্তিসমূহক—যি ভাৰতৰ মিত্ৰ হ'ব, নৈতিক আৰু আধ্যাত্মিক নেতৃত্ব দিব। পৰাধীন ভাৰত বৃটিছৰ সাম্ৰাজ্যবাদৰ প্ৰতীক হৈ থাকিব আৰু সেই সাম্ৰাজ্যবাদৰ চেকাই মিত্ৰ শক্তিক দুৰ্বল কৰিব।

আজিৰ ধ্বংসাত্মক পৰিস্থিতিৰপৰা উদ্ধৰ হোৱা প্ৰয়োজন হৈছে ভাৰতৰ স্বাধীনতা আৰু বৃটিছ কৰ্তৃত্বৰ অৱসান। ভবিষ্যতৰ প্ৰতিশ্ৰুতি আৰু আশ্বাসে বৰ্তমানৰ পৰিস্থিতি আৰু দেখা দিয়া বিপদৰ লগত বুজা-পৰা কৰিব নোৱাৰে, জনসাধাৰণৰ মনত সি প্ৰয়োজনীয় মনস্তাত্বিক প্ৰভাৱ পেলাবও নোৱাৰে। স্বাধীনতাৰ জ্যোতিয়েহে কোটি কোটিজনৰ সেই শক্তি আৰু উৎসাহৰ উঁহ মুকলি কৰিব পাৰে আৰু সিয়েই অচিৰে যুদ্ধৰ প্ৰকৃতি বেলেগ কৰি দিব।

নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে সেই কাৰণে সকলো গুৰুত্বৰে সৈতে ভাৰতৰপৰা বৃটিছ শক্তি উঠাই নিবলৈ দাবী কৰে। ভাৰতৰ স্বাধীনতা ঘোষণা কৰিলে এটা অস্থায়ী চৰকাৰ গঠন কৰা হ'ব আৰু স্বাধীন ভাৰত মিত্ৰ শক্তিৰ মিত্ৰ দেশ হ'ব আৰু তেওঁলোকৰ লগত স্বাধীনতাৰ যুদ্ধৰ উমৈহতীয়া প্ৰচেষ্টাৰ সকলো দুখ-কষ্টৰ সমভাগী হ'ব।

অস্থায়ী চৰকাৰ দেশৰ প্ৰধান দল আৰু গোটবিলাক লৈহে হ'ব পাৰিব। সেই কাৰণে ভাৰতীয় ৰাইজৰ সকলো প্ৰধান অংশৰ প্ৰতিনিধি লৈ, ই হ'ব সম্মিলিত চৰকাৰ। এই চৰকাৰৰ প্ৰধান কাম হ'ব ভাৰত ৰক্ষা কৰা আৰু মিত্ৰ শক্তিৰ সহযোগত সশস্ত্ৰ আৰু অহিংসাৰ সকলো শক্তিৰে আক্ৰমণ প্ৰতিৰোধ কৰা। এই চৰকাৰৰ কাম হ'ব পথাৰত আৰু কাৰখানাত বা অন্য ঠাইত কাম কৰা শ্ৰমিক-সকলৰ মঙ্গল সাধন, যিসকলৰ ওপৰত মূলতঃ সকলো ক্ষমতা ন্যস্ত থাকিব।

ভাৰতৰ স্বাধীনতা বিদেশী শাসনৰ তলত থকা এছিয়াৰ আন দেশৰ মুক্তিৰ প্ৰতীক আৰু আগজাননী হ'ব। বাৰ্মা, মালয়, ইণ্ডো-চাইনা, ডাট্‌ছ্‌ ইষ্ট ইণ্ডিজ, ইৰাণ আৰু ইৰাকে সম্পূৰ্ণ স্বাধীনতা পাব লাগিব। যিখিনি দেশ এতিয়া জাপানৰ কৰ্তৃত্বলৈ গৈছে সেইখিনি পিচত আন কোনো ঔপনিবেশিক শক্তিৰ কৰ্তৃত্বলৈ যাব নালাগিব।

কমিটীয়ে শেষ বাৰৰ কাৰণে পুনৰ গোহাৰি জনায় যে তেওঁলোকে কংগ্ৰেছৰ পূৰ্ণ স্বাধীনতাৰ দাবী যেন মানি লয়, কিন্তু কমিটীয়ে ইয়াকো কোৱা প্ৰয়োজন বোধ কৰে যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰপৰা জাতিক বিৰত কৰি ৰখা উচিত নহয়। সেয়ে কমিটীয়ে স্বাধীনতা লাভৰ কাৰণে অহিংস উপায়েৰে গণ-আন্দোলন কৰিবলৈ সিদ্ধান্ত কৰে। কমিটীয়ে দেশবাসীলৈ আহ্বান জনায় যে তেওঁলোকে যেন গান্ধীজীৰ নেতৃত্বত এই আন্দোলনত সাহস আৰু দৃঢ়তাৰে সকলো বিপদ আৰু দুখ-কষ্টৰ সন্মুখীন হ'বলৈ ঐক্যবদ্ধভাৱে থিয় দিয়ে।

গান্ধীজীয়ে তেখেতৰ বক্তৃতাত কয়ঃ "মই আপোনাসকলক এটা মন্ত্ৰ দিম—চমু মন্ত্ৰ। আপোনাসকলে নিজ নিজ অন্তৰত ইয়াৰ চাপ মাৰি লওক। আপোনাসকলৰ প্ৰতি নিশ্বাস-প্ৰশ্বাসত ই ধ্বনিত হওক। মন্ত্ৰটো হৈছে—'কৰিম বা মৰিম'। আমি হয় ভাৰতক স্বাধীন কৰিম বা সেই চেষ্টাতে প্ৰাণ দিম। দেশৰ পৰাধীনতা চাই থাকিবলৈ আমি জীয়াই নাথাকিম। কংগ্ৰেছৰ প্ৰতিজন মুনিহ-তিৰোতাই এই আন্দোলনত এনে এটা দৃঢ়সঙ্কল্প লৈ যোগ দিব যে তেওঁ দেশ পৰাধীন হৈ থকা চাবলৈ জীয়াই নাথাকে। এইটোৱেই আপোনাসকলৰ প্ৰতিজ্ঞা হওক।"

গান্ধীজীয়ে এই বক্তৃতা দি কৈছিল, "যোৱা ২২ বছৰ মই ভাষণ বা লেখাৰ ওপৰত নিয়ন্ত্ৰণ কৰিছো। তেৱেঁই প্ৰকৃত ব্ৰহ্মচাৰী যি তেওঁৰ শক্তিৰ অপচয় নকৰে। তেওঁ সেই কাৰণে তেওঁৰ কথাও নিয়ন্ত্ৰণ কৰিব। অত বছৰ মোৰ এনে চেষ্টা আছিল। কিন্তু আজিৰ এটা

অৱস্থা আহিছে, যেতিয়া মই মোৰ অন্তৰ আপোনাসকলৰ আগত ঢালি দিবলগা হৈছে। মোৰ বাণী মই আপোনাসকলক আৰু আপোনাসকলৰ জৰিয়তে সমগ্ৰ ভাৰতক দিলোঁ।"

সভাপতিৰ আসনৰপৰা মৌলানা আজাদে এই ঐতিহাসিক অধিবেশনৰ সামৰণি মাৰি কয় যে তেওঁ কংগ্ৰেছৰ দাবী সম্পৰ্কে মিত্ৰ শক্তিক জনাব আৰু এটা মীমাংসালৈ আহিবলৈ শেষলৈকে চেষ্টা ৰাখিব।

এই প্ৰস্তাৱ গ্ৰহণ হোৱাৰ পিচতে, বৰলাটে কংগ্ৰেছৰ প্ৰস্তাৱ দুখজনক বুলি অভিমত প্ৰকাশ কৰে আৰু এই প্ৰস্তাৱৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলৈ দৃঢ়সঙ্কল্প বুলি জনায়।

ন আগষ্টৰ পুৱা চাৰি বজাত গান্ধীজীয়ে তেওঁৰ প্ৰাৰ্থনা কৰিবলৈ শুই উঠিল। সেই সময়তে তেওঁক গ্ৰেপ্তাৰ কৰা হয়। তাৰ লগে লগে সমগ্ৰ ভাৰতত তড়িৎ গতিত বিপ্লৱৰ ঢৌ উঠিল—বিয়াল্লিছৰ গণ বিপ্লৱ।

# অসম বুৰঞ্জীৰ টোকা

## প্ৰাক্ ঐতিহাসিক যুগ

মহাভাৰত, অন্যান্য পুৰাণ, তন্ত্ৰ আৰু পুৰণি সাহিত্যৰ নানা উপাখ্যান আদিৰপৰা প্ৰমাণ হয় যে প্ৰাক্ ঐতিহাসিক যুগতো—পুৰা কালতো ভাৰতৰ অন্যান্য ঠাইৰ লগত এতিয়াৰ অসমৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। ইয়ো প্ৰমাণিত কথা যে বহুতো ৰজাই বিভিন্ন ঠাইত ৰাজত্ব কৰিলেও বিভিন্ন লোক-গোষ্ঠীৰ নানা সংস্কৃতি মিলি যি সৰ্বভাৰতীয় সংস্কৃতি গঢ়ি উঠিছিল, অসমতো তাৰ ধাৰা প্ৰবাহিত হৈছিল। মহাভাৰতৰ যুদ্ধত প্ৰাগজ্যোতিষপুৰৰপৰা হস্তীবাহিনী লৈ গৈ মহাৰাজ ভগদত্তই যোগ দিয়া, তেজপুৰৰ বাণৰজাৰ লগত শ্ৰীকৃষ্ণৰ যুদ্ধ, অনিৰুদ্ধৰ লগত উষাৰ বিয়া, উত্তৰ গুৱাহাটীৰ অশ্বক্লান্তত শ্ৰীকৃষ্ণ নমা আৰু কানাই বৰশী শিলত বহি বৰশী বোৱা, পৰশুৰামৰ শদিয়াৰ ব্ৰহ্মকুণ্ডত স্নান, ভগদত্তৰ ভনীয়েক ভানুমতীক দুৰ্যোধনে বিয়া কৰোৱা, শ্ৰীকৃষ্ণই ভীষ্মক ৰজাৰ জীয়ৰী ৰুক্মিণীক বিয়া কৰোৱা আদি নানা কাহিনীয়ে ভাৰতৰ অন্যান্য ঠাইৰ লগত অসমৰ সম্পৰ্কৰ কথা প্ৰমাণ কৰে। কালিদাসৰ ৰঘুবংশতো উল্লেখ আছে যে ৰঘুৱে লোহিত অৰ্থাৎ ব্ৰহ্মপুত্ৰ পাৰ হৈ প্ৰাগজ্যোতিষলৈকে আহে। কোনো কোনো ঠাইত পুৰণি ভগ্নাৱশেষ কিছু কিছু আছে যদিও অসমত পুৰণি ঘৰ-দুৱাৰ আৰু বস্তু আদি পোৱা এই কাৰণেই হয়তো টান যে ভূমিকম্প বানপানী আৰু গৰাখহনীয়াই সদায়েই ইয়াত ধ্বংস-কাৰ্য চলাই আছে। ইয়াত ১৮৬৯, ১৮৭৫ আৰু ১৮৯৭ চনত ডাঙৰ ভূমিকম্প হৈছিল। প্ৰবাদ আছে যে ব্ৰহ্মপুত্ৰই বহুতো মন্দিৰ আদি ভাঙি চূৰমাৰ কৰাত, ঋষি বশিষ্ঠই খং কৰি, ব্ৰহ্মপুত্ৰক এই বুলি শাপ দিছিল যে ব্ৰহ্মপুত্ৰৰ পানীয়ে মান্যতা নেপাব। ব্ৰহ্মপুত্ৰই স্তুতি-মিনতি কৰি কোৱাত, ঋষিয়ে কেৱল এই বুলি ব্ৰহ্মপুত্ৰক সান্ত্বনা দিছিল যে অশোকাষ্টমীত ব্ৰহ্মপুত্ৰত স্নান, বিশেষ পুণ্য কাম বুলি গণ্য হ'ব। এই কিম্বদন্তিৰ তাৎপৰ্য হৈছে এয়ে যে অসমত ব্ৰহ্মপুত্ৰৰ বানপানী আৰু গৰাখহনীয়াই আৰু মাজে মাজে ভূমিকম্পই বিশেষ অনিষ্ট

কৰিছিল। কোনোবা কালতে তেজপুৰৰ বিশ্বনাথ মন্দিৰ ব্ৰহ্মপুত্ৰই খহাই নিয়ে। সেই মন্দিৰৰ বিৰাট শিলৰ দুৱাৰ ব্ৰহ্মপুত্ৰৰ এৰা সুঁতিত দেখিবলৈ পোৱা যায়। এতিয়াৰ বিশ্বনাথ মন্দিৰ পিচত সজা। সেই কাৰণে, পুৰণি কালৰ বহুতো মূল্যবান চিন, হয়তো মাটিৰ তলত পোত খাই আছে। খনন কাৰ্যৰদ্বাৰা সেইবিলাক উদ্ধাৰ কৰি অধ্যয়ন কৰিলে বহুতো ঐতিহাসিক তথ্য ওলাব পাৰে। পুৰাণৰ মতে মহীৰঙ্গদানব কামৰূপৰ ৰজা আছিল। তাৰ পিচত নৰকাসুৰ ৰজা হয়। তেওঁক শ্ৰীকৃষ্ণই বধ কৰে। তেজপুৰৰ ৰজা বাণ নৰকাসুৰৰ সমসাময়িক। শ্ৰীকৃষ্ণৰ অসমলৈ অহাৰ ঐতিহাসিক ব্যাখ্যা কৰি গেট চাহাবে লেখিছে: "The story of Krishna's invasion may, perhaps, be taken to indicate an expedition by some ancient Aryan chief" — 'শ্ৰীকৃষ্ণৰ আক্ৰমণৰ কাহিনীয়ে, হয়তো কোনো পুৰণি আৰ্য ৰজাৰ অভিযানৰ সূচনা কৰে।'

উপাখ্যান আছে যে আৰিমত্ত ব্ৰহ্মপুত্ৰৰ ঔৰসত, ৰামচন্দ্ৰৰ পত্নীৰ গৰ্ভত জন্ম হয়। আৰিমত্তই বাপেক ৰামচন্দ্ৰক বধ কৰি সিংহাসনত বহে। এসময়ত পৃথিবীৰ সকলো দেশতে, আনুষ্ঠানিক ধৰ্মৰ অনুশাসন আৰু সমাজৰ নিয়মৰ বান্ধোনৰ জোৰ বৰ বেছি আছিল। সেইদিনা সমাজৰ শক্তি পৰাক্ৰমী ৰজাতকৈয়ো বেছি আছিল। অতি পুৰণি যুগৰ কথাই নাই, মধ্যযুগ'তো, আনকি কিছুমান দেশত বৰ্তমান যুগৰ আগভাগতো সমাজৰ জোৰ বেছি আছিল। য়ুৰোপত ৰোমান কেথলিক চাৰ্চৰ ক্ষমতাৰ ওচৰত ৰজাসকলেও সেও মানিব লগা হৈছিল। আমাৰ দেশতো ৰজা যিমানেই স্বেচ্ছাচাৰী নহওক, ধৰ্ম আৰু সমাজৰ কিছুমান নিয়ম মানিবলৈ বাধ্য আছিল। পিতৃবধী বুলি আৰিমত্তৰ কথাটো অলপ বেলেগ যদিও, যেনেকৈ ৰজাৰ নিমন্ত্ৰণ প্ৰজাই প্ৰত্যাখ্যান কৰিছিল, তাৰপৰা সমাজৰ শক্তিৰ প্ৰমাণ পোৱা যায়। কথিত আছে যে আৰিমত্তই তেওঁৰ পিতৃ-শ্ৰাদ্ধলৈ বহুতো খোৱা বস্তু যোগাৰ কৰিছিল, কিন্তু কোনো খাবলৈ নাহিল আৰু সেইবিলাক পিঠাগুৰিৰ দ'ল হৈ আজিও আছে।

তন্ত্ৰমতে কামৰূপক চাৰি পীঠত ভাগ কৰা হয়। কাম পীঠ, ৰত্ন পীঠ, সুবৰ্ণ পীঠ আৰু সৌমাৰ পীঠ। কৰতোৱা নদীৰপৰা স্বৰ্ণকোষ নদীলৈকে কাম পীঠ। ই হৈছে এতিয়াৰ গোৱালপাৰা জিলা আৰু কোচবিহাৰ। স্বৰ্ণকোষৰপৰা ৰূপহী নদীলৈকে ৰত্নপীঠ। ৰূপহীৰপৰা ভৈৰবী নদীলৈকে সৌমাৰ পীঠ।

সেই যুগত পৃথিবীৰ সকলো দেশৰ দৰে, ভাৰত বা অসমতো বহুতো স্বাধীন ৰজাই বেলেগে বেলেগে ৰাজত্ব কৰিছিল। মাজে মাজে একোজন দিগ্বিজয়ী ৰজাই অন্য ৰজাক যেতিয়া যুদ্ধত পৰাস্ত কৰিছিল, তেতিয়া তেওঁলোকে বিজেতাৰ ওচৰত আনুগত্য প্ৰকাশ কৰিলেই হৈছিল। শাসনকাৰ্য আগৰদৰেই চলিছিল।

## কুমাৰ ভাস্কৰ বৰ্মন

ইতিহাস প্ৰসিদ্ধ চীন পৰিব্ৰাজক হিয়েনচাঙ্ ভাৰতলৈ আহে সপ্তম শতিকাৰ আগভাগত। ভাৰতত সেই সময়ত গুপ্ত বংশৰ ৰাজত্ব চলিছিল। গুপ্ত বংশৰ ৰজাসকলৰ ভিতৰত বিখ্যাত ৰজা হৰ্ষবৰ্দ্ধনে তেতিয়া মগধত ৰাজত্ব কৰিছিল। মগধত গুপ্তসকলৰ দৰে কামৰূপত সেই সময়ত বৰ্মন ৰজাসকল প্ৰখ্যাত হৈ উঠিছিল। কুমাৰ ভাস্কৰ বৰ্মন সেই সময়ত বৰ্মন ৰজাসকলৰ ভিতৰত সৰ্বভাৰতীয় খ্যাতিসম্পন্ন আছিল। ৬৫০ খ্ৰীষ্টাব্দলৈকে তেওঁ ৰাজত্ব কৰিছিল। কুমাৰ ভাস্কৰ বৰ্মা মগধৰ ৰজা হৰ্ষবৰ্দ্ধনৰ বিশেষ বন্ধু আছিল। ভাস্কৰ বৰ্মনৰ নিমন্ত্ৰণ মতে হিউয়েনচাঙ্ অসমলৈ আহে। উত্তৰ ভাৰতৰ সেই সময়ৰ ৰাজনৈতিক অৱস্থা এনে আছিল যে হৰ্ষবৰ্দ্ধন আৰু ভাস্কৰ বৰ্মন দুয়োৰে মিত্ৰতা দুয়ো পক্ষৰ কাৰণে লাভজনক আছিল। গৌড়ৰ ৰজা শশাঙ্কৰ বিৰুদ্ধে হৰ্ষবৰ্দ্ধন আৰু ভাস্কৰ বৰ্মন দুয়ো যুদ্ধ কৰে আৰু ৰজা শশাঙ্ক পৰাজিত হোৱাৰ পিচত শশাঙ্কৰ ৰাজ্যৰ এক অংশ হৰ্ষই আৰু আন অংশ ভাস্কৰ বৰ্মনে নিজ নিজ ৰাজ্যৰ ভিতৰ সুমুৱাই লয়। অসম সম্পৰ্কে হিউয়েনচাঙৰ বিৱৰণত আছে: "দেশখন দ আৰু বতাহত জলীয় ভাপ বেছি। খেতি নিয়ম-মতে হয়। বতৰ ভাল। নগৰলৈকে বহুতো সুঁতি আৰু পুখুৰী আছে। নাগৰিকসকল সাধু প্ৰকৃতিৰ। ভাষা মধ্যভাৰতৰ ভাষাৰপৰা কিছু বেলেগ। ছাত্ৰবিলাক বুদ্ধিসম্পন্ন। বহুতো দেৱমন্দিৰ আছে। ৰজাৰ নাম ভাস্কৰ বৰ্মন। এইজনা ৰজাৰ শিক্ষাৰ প্ৰতি ধাউতি বেছি। প্ৰজাসকলেও তেওঁকে অনুসৰণ কৰে। দূৰ দেশৰপৰা প্ৰতিভাশালী লোক ইয়ালৈ শিক্ষা-ল'বলৈ আহে। ৰজা বৌদ্ধ নহ'লেও তেওঁ বৌদ্ধ পণ্ডিতসকলক সন্মান কৰে।"

চাৰ এডওৱাৰ্ড গেইটে লেখিছে, "বহুত কাৰণৰপৰা অসম এখন আকৰ্ষণীয় ৰাজ্য। অসম বুৰঞ্জীৰ দুটা কথালৈ তেওঁ বিশেষভাৱে মনোযোগ আকৰ্ষণ কৰে।" তেওঁ লেখিছে:

"Assam is one State through which 'successive hordes of immigrants from the great hive of Mongolian races in Western China' have come just as there were successive invasions through the north-west " 'অসম এনে এখন ৰাজ্য, যিখন ৰাজ্যৰ মাজেদি পশ্চিম চীনৰ মঙ্গোলীয় জাতিৰ বিভিন্ন গোষ্ঠীৰ এটাৰ পিচত আনটো পমুৱা দল আহি আছিল, যেনেকৈ উত্তৰ-পশ্চিম পিনে উপৰ্যুপৰি আক্ৰমণ হৈছিল।' তেখেতে আৰু লেখিছে:

"Another claim to notice is supplied by the circumstances that Assam was one of the few countries in India whose inhabitants beat back the tide of Mughal conquest and maintained their independence in the face of repeated attempt to subvert it "— 'আন যিটো কথাই মনোযোগ আকৰ্ষণৰ দাবী ৰাখে, সি হৈছে এয়ে যে ভাৰতৰ দেশসমূহৰ ভিতৰত যি দুই এখন দেশৰ লোকসকলে মোগলৰ বিজয়বাহিনী পৰাস্ত কৰি ওভোতাই পঠাব আৰু উপৰ্যুপৰি কৰা চেষ্টা ব্যৰ্থ কৰি, তেওঁলোকৰ স্বাধীনতা ৰক্ষা কৰিব পাৰিছিল সেইখন দেশ হৈছে অসম।'

গেইট চাহাবে কোৱা দুয়োটা কথাই, অসমৰ বুৰঞ্জী অধ্যয়ন কৰোতে মন কৰিবলগীয়া। প্ৰথমটো অৰ্থাৎ লোক প্ৰব্ৰজন কথাটো অকল অসমৰ ক্ষেত্ৰতে নহয় মানুহজাতিৰ ইতিহাসতে এটা বিশেষ মন কৰিবলগীয়া বিষয়। আদি যুগৰেপৰা চামে চামে মানুহ এক ভূখণ্ডৰপৰা অন্য ভূখণ্ডলৈ অহা-যোৱা কৰি কেনেকৈ একো একো ঠাইত থিতি লৈছে বা লোৱাৰ অৱস্থাত আছে, সি এটা বিশেষকৈ অধ্যয়ন কৰিবলগীয়া বিষয়। প্ৰাকৃতিক দুৰ্যোগ, মাৰি-মৰক, খাদ্য অন্বেষণ, যুদ্ধ, আৰ্থিক আৰু ৰাজনৈতিক প্ৰভুত্বৰ কাৰণে দুঃসাহসিক অভিযান ইত্যাদি কাৰণত যুগে যুগে এঠাইৰপৰা অন্য ঠাইলৈ মানুহৰ সদায়ে প্ৰব্ৰজন ঘটি আছে। এখন দেশৰপৰা অন্য দেশলৈ পমুৱা হৈ গৈ আছে। কিন্তু অসমৰ ইতিহাস বুজিবলৈ প্ৰব্ৰজনৰ বিষয়টো বিশেষকৈ মন কৰিবলগীয়া। গেইট চাহাবে যি দুটা কথা কৈছে, তাৰ পিচটো অসমৰ কাৰণে পৰিব্ৰজন বিশেষকৈ অধ্যয়ন কৰিবলগীয়া এটা বিষয়। ১৯৫৬ চনৰ ৩ মাৰ্চৰ "অসম ট্ৰিবিউন"

কৰ্মবীৰ হেমচন্দ্ৰ বৰুৱাদেৱে 'The Population Problem of Assam' —'অসমৰ জনসমস্যা' নামে এটা প্ৰবন্ধত এই বিষয়ে আলোচনা কৰিছে। তাত তেখেতে লেখিছে:

"No reliable estimate of the total population of the province prior to 1872, the first year of regular census, is available In 1835, the population of entire Assam Valley was estimated to be 7,99,519 Sir Edward Gait who quotes this information says that it would not be safe to place much reliance on this estimate It is, however, on record that the Burmese invasion and the internal quarrel which took place before 1826 account between them for a loss of more than half the population of this province (Anandaram Dhekial Phukan quoted by Gait at page 289 in his history of Assam)

"The British who came to restore political order in the province brought with them forces which in a short time changed its Economic structure also Tea culture was started as early as 1837 By 1852, the industry passed its experimental state and entered upon a vigorous and prosperous career Coal and oil were discovered in the easternmost district of the province A part of the foreign capital was attracted to these industries

"The capitalistic industries so started with foreign capital and enterprise soon created a demand for increasing number of labourers At the same time the British Govt was perfecting its bureaucratic structure of administration for which an army of English knowing employees were necessary As the major part of the province, vigorous and able population was destroyed by the calamities prior to 1826, the scarcity in the labour market could not be removed without a supply from other parts of India

"Its (indigenous population) growth was further checked by the natural calamities which visited the people during the years following 'Kalazar' alone is reported to have taken a toll of 1,60,908 persons between 1882 and 1892 To supply the shortage created by these recurring calamities labourer had to be imported from outside

"But it was not so much a case of labour flowing to the population in response to the higher wage rates prevailing there as of ignorant workers being attracted here by the deceptive

promise of recruiting agents When these immigrants were disillusioned as to their prospects and status in the plantation where they were treated as virtual serfs, they took the earliest opportunity to come out of the gardens and settle as ordinary agriculturist on waste land that was still abundant The plantation whose profits depended on an abundant supply of cheap labour had, therefore, to renew their efforts to import labourers also every year that passed As a result of this process of unceasing import of immigrants partly to supply the vacancies, created by the exodus of old workers and partly to meet the demand of the expanding industry, the total population of the province began to increase by leaps and bounds In 1931 Mr Mullan in a note appended to his report on the census of Assam estimated the total of all tea garden labourers at 14,00,000, of these 10 5 lakhs were in Assam Valley and the rest in the Surma Valley Out of these 10 5 lakhs, 4 5 lakhs were ex-tea garden labourers residing as permanent cultivators

"This is not the whole of the story of immigration into the province A capitalistic industry like tea, usually brings in its train a host of professions and industries subsidiary to it The appearance of such industries and professions in Assam made a further demand for labour, this time for labour of skilled type

"As a result a new stream of immigration of skilled and educated men from outside entered the land and created further complexities in the problem of population

"There is a large Nepali population depending on grazing and cultivation in the province In 1931, 88,306 immigrants from Nepal were censused in the province

"The tea industry has contributed in a greater degree than any other single factor to the increasing variety of the population

"Before these streams of immigrants to the plantation and urban areas of the province could dry up, a new stream made its appearance on the scene The first news of its approach was reported in the census report of 1911

"In quarter of a century the current spread into the remotest part of the Assam Valley from Goalpara to Lakshimpur. These are the Muslim colonists from eastern Bengal They

are all agriculturists and have greedily taken up all waste land they have found on their way

"Where there is waste land thither flocked the Mymensinghias In fact the way in which they have seized up on the vacant areas in the Assam Valley seems almost uncanny Without tumult, without fuss, without undue trouble to the district revenue staff, a population which must account to over half a million has transplanted itself from Bengal to the Assam Valley during the last twentyfive years (Vide census of India 1931, Vol III, Part I)

" . The way in which the immigration of non-provincial has affected the character and volume of the provincial population is extra-ordinary As noted above, the immigrants were first attracted by the scarcity of labour of all kinds which made itself felt soon after the taking over of administration by the British It was, therefore, purely an economic phenomenon and should have been handled as such from the start But the attitude of Laissez-Faire which characterised the policy of our rulers in these days stood on the way of such treatment The result was that the population of the province went on growing both naturally and through immigration, while the standard of life fell, but strangely enough, without stopping or even weakening the current of immigration

"The committee which enquired into Assam labour conditions in 1922 found that on some gardens the wage had been unchanged for almost a quarter of a century

"The following statistics, compiled from census report will show that the stream of immigration was increasing at almost steady rate during the last 60 years

Gain by immigration

| | |
|---|---|
| In 1872— | 40,000 |
| ,, 1880-81 | 2,00,000 |
| ,, 1901-1911 | 77,799 |
| ,, 1911-1921 | 4,11,941 |
| ,, 1921-1931 | 1,21,648 |

Gain by natural increase

| | | |
|---|---|---|
| In 1880-81 | ... | 5,30,000 |
| ,, 1901-1911 | | 8,55,777 |
| ,, 1911-1921 | | 5,17,784 |
| ,, 1921-1931 | .. | 11,35,963 |

"In consequence of the growth indicated above the total population of the province rose from 40 lakhs to 92 lakhs between 1872 and 1931—23 5 p c of this total was of all India extraction

"It may be of interest here to note that Pandit Nehru during his visit to Assam in the capacity of the President of Indian National Congress said while referring to the problem of immigration

" 'The desire of the Assamese not to be overwhelmed by non–Assamese people and to preserve their language and culture is perfectly legitimate The real problem is how to control and organise immigration To talk in terms of stopping it is to ignore realities To talk in terms of allowing it a free place is also to ignore certain realities and at the same time to lay the basis for future problems which will be difficult of solution ' "

In conclusion, Barua has observed

"From a glance at the facts and statistics relating to the immigration to the province, it appears as though the province has already reached a point where its rate of absorption has far exceeded its assimilation capacity "

"১৮৭২ চনত, নিয়মমতে কৰা প্ৰথম পিয়লৰ আগতে প্ৰদেশখনৰ মুঠ জনসংখ্যা কিমান আছিল, তাৰ বিশ্বাসযোগ্য হিচাপ পোৱা নেযায়। এটা হিচাপ মতে ১৮৩৫ চনত অসম উপত্যকাৰ জনসংখ্যা আছিল ৭,৯৯,৫১৯। ছাৰ এডোৱাৰ্ড গেইটে এই খবৰটো দিছে, কিন্তু তেওঁ ইয়াকো কৈছে যে এই হিচাপৰ ওপৰত বৰ বেছি বিশ্বাস ৰাখিব নেলাগে। সি যি কি নহওক, ১৮২৬ চনৰ আগতে মানৰ আক্ৰমণ আৰু আভ্যন্তৰীণ অশান্তিৰ কাৰণে প্ৰদেশখনৰ আধাতকৈয়ো বেছি মানুহৰ প্ৰাণহানি হয়। (অসম বুৰঞ্জীৰ ২৮৯ পৃষ্ঠাত গেইটে আনন্দৰাম ঢেকিয়াল ফুকনৰপৰা উদ্ধৃত কৰা মতে)

"বৃটিছ অসমলৈ আহিছিল প্ৰদেশখনত ৰাজনৈতিক শৃঙ্খলা আনিবলৈ, কিন্তু তেওঁলোকে লগত এনেবিলাক শক্তি লৈ আহিছিল, যাৰ ফলত কম সময়ৰ ভিতৰতে অৰ্থনৈতিক গাঁথনিৰো পৰিবৰ্তন হ'ল। ১৮৩৭ চনতেই চাহ খেতি আৰম্ভ হ'ল। ১৮৫২ চন মানত পৰীক্ষা-মূলক অবস্থা অতিক্ৰম কৰি চাহশিল্প ঐশ্বৰ্যশালী আৰু ক্ৰান্তিকাৰী অধ্যায়ত অৱতীৰ্ণ হ'ল। প্ৰদেশখনৰ পূব সীমান্তৰ জিলাত কয়লা আৰু তেল ওলাল। এই শিল্পকিটাই বিদেশী মূলধনৰ এটা অংশ আকৰ্ষণ কৰিলে। বিদেশী মূলধনৰে এনেকৈ আৰম্ভ হোৱা পুঁজিবাদী শিল্পৰ কাৰণে শীঘ্ৰে বহুতো শ্ৰমিকৰ প্ৰয়োজনে দেখা দিলে, সেই একে সময়তে, বৃটিছ গবৰ্ণমেণ্টে তেওঁলোকৰ আমোলাতান্ত্ৰিক শাসন ভাল-ভাৱে গঢি তুলিব খুজিছিল আৰু তাৰ কাৰণে ইংৰাজী জনা কৰ্মচাৰীৰ প্ৰযোজন হৈছিল। যিহেতু ১৮২৬ চনৰ আগৰ দুৰ্যোগত, প্ৰদেশখনৰ কাৰ্যক্ষম মানুহৰ বেছিখিনি মৰি-হাজি নোহোৱা হ'ল, সেইকাৰণে শ্ৰমিকৰ বজাৰৰ অভাব, ভাৰতৰ অন্যান্য অংশৰপৰা মানুহ ননাকৈ পূৰণ কৰা সম্ভৱ নাছিল। তাৰ উপৰিও পিচৰ বছৰবিলাকত দেখা দিয়া প্ৰাকৃতিক বিপদেও থলুৱা মানুহৰ বৃদ্ধিত বাধা জন্মাইছিল। ১৮৮২ আৰু ১৮৯২ চনৰ ভিতৰত অকল ক'লা-জ্বৰতে ১,৬০,৯০৮ জন মানুহৰ মৃত্যু ঘটে। এটাৰ পিচত আনটো দুৰ্যোগৰ ফলত দেখা দিয়া অভাব দূৰ কৰিবলৈ বাহিৰৰপৰা শ্ৰমিক আনিব লগা হৈছিল। কিন্তু বেছি দৰ্মহাৰ কাৰণে যে বাহিৰৰ শ্ৰমিকৰ সোঁত বৈছিল এনে নহয়, শ্ৰমিক সংগ্ৰহ কৰি আনিবলৈ পঠোৱা কৰ্মচাৰীসকলৰ প্ৰৱঞ্চনামূলক ফুচুলনিত পৰিহে, সেই শ্ৰমিকসকল অসমৰ চাহ-বাগিচালৈ আহিছিল। নতুনকৈ অহা এই লোকসকলে যেতিয়া চাহ-বাগিচাত তেওঁলোকৰ ভৱিষ্যত আৰু মৰ্যাদা সম্পৰ্কে আচল অৱস্থাটো বুজিব পাৰে আৰু দেখে যে তেওঁলোকক আচলতে গোলামৰ দৰেহে ব্যৱহাৰ কৰা হয়, তেতিয়া তেওঁলোকে যিমানপাৰে সোনকালে বাগিচাৰপৰা ওলাই পতিত মাটি য'তে পাইছিল তাতে সাধাৰণ খেতিয়ক হিচাপে বহি গৈছিল। সেই সময়ত পতিত মাটিও পৰ্যাপ্ত পৰিমাণে আছিল। যিহেতু চাহ শিল্পৰ লাভ নিৰ্ভৰ কৰিছিল অপৰ্যাপ্ত সংখ্যাৰ সস্তীয়া শ্ৰমিকৰ যোগানৰ ওপৰত, সেইকাৰণে চাহমালিকসকলে প্ৰতিবছৰে নতুন নতুনকৈ শ্ৰমিক আমদানি কৰি আছিল। কিছু পৰিমাণে পুৰণি শ্ৰমিকে বাগিচা এৰি যোৱাৰ কাৰণে আৰু কিছু পৰিমাণে সম্প্ৰসাৰিত শিল্পৰ দাবী পূৰণৰ কাৰণে বাহিৰৰপৰা সদায় মানুহ আমদানি কৰি

থকা হৈছিল আৰু তাৰ ফলত প্ৰদেশখনৰ জনসংখ্যা বাঢ়িবলৈ ধৰিলে। ১৯৩১ চনত অসমৰ পিয়লৰ ওপৰত মন্তব্য কৰি মিঃ মুলানে লেখিছিল যে চাহ বাগিচাৰ শ্ৰমিকৰ মুঠ সংখ্যা আছিল ১৪,০০,০০০ আৰু তাৰ ভিতৰত ১০.৫ লাখ অসম উপত্যকাত আৰু বাকীখিনি সুৰমা উপত্যকাত। এই ১০.৫ লাখৰ ভিতৰত ৪.৫ লাখ আছিল প্ৰাক্তন চাহ মজদুৰ আৰু তেওঁলোক স্থায়ী খেতিয়ক হিচাপে গাঁৱত বহিছিল।

"অসম প্ৰদেশলৈ হোৱা প্ৰব্ৰজনৰ ইয়েই সম্পূৰ্ণ কাহিনী নহয়। চাহৰ দৰে পুঁজিবাদী শিল্পৰ লগত সাধাৰণতে আনুষঙ্গিক হিচাপে অন্য বহুতো শিল্প আৰু ব্যবসায় গঢ়ি উঠে। এনে শিল্প আৰু ব্যৱসায় গঢ়ি উঠাত, সেইবিলাকৰ কাৰণে আকৌ নতুন শ্ৰমিক দলৰ প্ৰয়োজনে দেখা দিলে। এইবাৰ শ্ৰমিকসকলৰ প্ৰয়োজন আছিল দক্ষতা আৰু শিক্ষা থকা বিধৰ। ইয়াৰ ফলত, শিক্ষা আৰু দক্ষতা থকা লোকৰ সোঁত এটা অসমলৈ ব'বলৈ ধৰিলে আৰু অসমৰ জনসমস্যাৰ জটিলতা আগতকৈয়ো বৃদ্ধি হ'ল।

"অসমত গ্ৰেজিয়াৰ আৰু খেতিযক হিচাপেও যথেষ্ট নেপালী মানুহ আছে। ১৯৩১ চনৰ পিয়লত নেপালৰপৰা অহা মানুহৰ সংখ্যা ধৰা হৈছিল ৮৮,৩০৬ জন।

"অসমৰ মানুহৰ ক্ৰমবৰ্দ্ধমান বিচিত্ৰতাত সকলোতকৈ বেছি বৰঙণি যোগাইছে চাহশিল্পই।

"অসমৰ চাহ-বাগিচালৈ আৰু নগৰবিলাকলৈ অহা পমুৱাৰ এনে সোঁত বন্ধ হোৱাৰ আগতেই, আকৌ এটা নতুন সোঁত ব'বলৈ ধৰিলে। এওঁলোক অহাৰ প্ৰথম খবৰ পোৱা গ'ল ১৯১১ চনৰ চেঞ্চাচ ৰিপোৰ্টত। পঁচিশ বছৰ মানৰ ভিতৰতে এই সোঁতটো গোৱালপাৰাৰপৰা লক্ষীম-পুৰৰ চুকে-কোণে বিয়পি পৰিছিল। এওঁলোক আছিল পূব বঙ্গৰপৰা অহা পমুৱা। তেওঁলোক খেতিয়ক আছিল আৰু বাটত আহোঁতে য'তে পতিত মাটি পাইছিল, তাতে তেওঁলোক উবুৰি খাই পৰিছিল। ১৯৩১ চনৰ চেঞ্চাচ ৰিপোৰ্টত লেখিছেঃ 'য'তে পতিত মাটি আছিল, তাত মৈমনসিঙীয়াসকল থূপ লৈছিলগৈ। দৰাচলতে, অসম উপত্যকাত, তেওঁলোকে যেনেকৈ পতিত মাটিবিলাক দখল কৰিছিল, তাক বিশ্বাস কৰিবলৈ টান। কোনো গণ্ডগোল নোহোৱাকৈ, উখল-মাখল নলগোৱাকৈ আৰু চৰকাৰৰ ৰাজহ বিভাগৰ কাৰণে বিশেষ কোনো সমস্যাৰ সৃষ্টি নকৰাকৈ বঙ্গৰপৰা পাঁচ লাখতকৈয়ো বেছি মানুহ আহি অসম উপত্যকাত বহিছিলহি।'

"অসমৰ বাহিৰৰ মানুহে আহি যেনেকৈ অসমৰ মানুহৰ পৰিমাণ আৰু প্ৰকাৰৰ ওপৰত প্ৰভাৱ পেলাইছে, সি অসাধাৰণ। আগতে উল্লেখ কৰাৰ দৰে, বৃটিছে শাসনভাৰ লোৱাৰ ঠিক পিচতে, বিভিন্ন ধৰণৰ শ্ৰমিকৰ অভাৱ পূৰণ কৰিবলৈ প্ৰথমতে অসমলৈ বাহিৰৰ মানুহ আহিবলৈ ধৰে। গতিকে, ই সম্পূৰ্ণৰূপে আছিল এটা অৰ্থনৈতিক প্ৰশ্ন আৰু আৱস্থণিবেশৰ তেনেধৰণে প্ৰশ্নটো চাব লাগিছিল। কিন্তু সেইদিনত আমাৰ শাসকসকলৰ নীতি আছিল 'অবাধ বাণিজ্য নীতি' আৰু সেইকাৰণে প্ৰদেশখনৰ অৰ্থনীতিৰ ফালৰপৰা তেওঁলোকে প্ৰশ্নটো চাব নোৱাৰিছিল। ইয়াৰ ফলত, স্বাভাৱিক আৰু প্ৰব্ৰজনৰ কাৰণত প্ৰদেশখনৰ জনসংখ্যা বাঢ়িল, কিন্তু জীৱন-ধাৰণৰ মান পৰিবলৈ ধৰিলে। আচৰিত কথা যে প্ৰব্ৰজন বন্ধও নহ'ল, নকমিলো। চেঞ্চাচৰপৰা দিয়া তলৰ হিচাপৰপৰা দেখা যায় যে যোৱা ৬০ বছৰত পমুৱাৰ সোঁত ক্ৰমে বাঢ়ি আছে।

"বাহিৰৰপৰা অহা মানুহৰ কাৰণে জনসংখ্যা বৃদ্ধি

| | |
|---|---|
| ১৮৭২— | ৪০,০০০ |
| ১৮৮০-৮১ | ২০০,০০০ |
| ১৯০১-১৯১১ | ৭৭,৭৯৯ |
| ১৯১১-১৯২১ | ৪১১,৯৪১ |
| ১৯২১-১৯৩১ | ১২১,৬৪৮ |

"স্বাভাবিকভাৱে জনসংখ্যা বৃদ্ধি

| | |
|---|---|
| ১৮৮০-৮১ | ৫৩০,০০০ |
| ১৯০১-১৯১১ | ৮৫৫,৭৭৭ |
| ১৯১১-১৯২১ | ৫১৭,৭৮৪ |
| ১৯২১-১৯৩১ | ১,১৩৫,৯৬৩ |

"ওপৰত উল্লেখ কৰা মতে জনসংখ্যা বৃদ্ধি হোৱাৰ ফলত প্ৰদেশ-খনৰ মুঠ মানুহ ১৮৭২ আৰু ১৯৩১ চনৰ ভিতৰত ৪০ লাখৰপৰা ৯২ লাখলৈ বাঢ়িছিল। ইয়াৰ শতকৰা ২৩.৫ ভাগ ভাৰতৰ বিভিন্ন ঠাইৰপৰা অহা।"

পণ্ডিত জবাহৰলাল নেহৰুৱে কংগ্ৰেছৰ সভাপতি হিচাপে অসমলৈ আহোঁতে, অসমৰ পমুৱা সমস্যা সম্পৰ্কে কৈছিল:

"নিজৰ ভাষা আৰু সংস্কৃতি ৰক্ষা কৰিবলৈ আৰু অনা-অসমীয়াৰদ্বাৰা পিহ খাই নেযাবলৈ অসমৰ যি হাবিয়াস সি সম্পূৰ্ণ বৈধ। আচল সমস্যা হৈছে বাহিৰৰ মানুহৰ সোঁত কেনেকৈ নিয়ন্ত্ৰিত আৰু সংগঠিত কৰিব পাৰি। ইয়াক সম্পূৰ্ণৰূপে বন্ধ কৰিবলৈ কোৱা মানে বাস্তৱ অবস্থা অস্বীকাৰ কৰা। পমুৱাৰ সোঁত অবাধে আহিবলৈ এৰি দিব লাগে বুলি কোৱা মানেও, কোনো বাস্তৱ অবস্থা অস্বীকাৰ কৰা আৰু ভৱিষ্যতে এনে সমস্যাৰ কাৰণ সৃষ্টি কৰা, যি সমস্যাৰ সমাধান সহজ নহ'ব।"

এই প্ৰবন্ধৰ সামৰণিত বৰুৱাদেৱে মন্তব্য কৰিছে:

"অসমলৈ পমুৱা অহা সম্পৰ্কে যিবিলাক হিচাপ-পত্ৰ, তাৰ ওপৰত এবাৰ চকু পেলালেই দেখা যাব যেন প্ৰদেশখন ইতিমধ্যেই এনে এটা অবস্থাত উপনীত হৈছে, যেতিয়া যি হাৰে পমুৱা আহিছে, সি প্ৰদেশখনৰ মিলাই গ্ৰহণ কৰিব পৰা ক্ষমতাৰ বহুত বেছি।"

অসম বুৰঞ্জীৰ এটা বিশেষ মন কৰিবলগীয়া কথা হিচাপে গেইট চাহাবে কৈছে যে ভাৰতৰ উত্তৰ-পশ্চিম পিনেদি যেনেকৈ আক্ৰমণকাৰী-সকল আহিছিল, তেনেকৈ ভাৰতৰ উত্তৰ-পূব পিনেদি প্ৰব্ৰজনৰ বা পমুৱাৰ সোঁতো বৈছিল। বৰুৱাদেৱৰ ওপৰত দিয়া তথ্যপূৰ্ণ কথাখিনিয়ে গেইট চাহাবৰ উক্তিৰ যুক্তিযুক্ততা প্ৰতিপন্ন কৰিছে। অসমলৈ পমুৱাৰ সোঁত কেতিয়া কেনেকৈ বৈছিল, সেই কথাৰ হিচাপ নোলোৱাকৈ, অসমৰ ইতিহাসৰ অধ্যয়ন সম্পূৰ্ণ হ'ব নোবাৰে। বিভিন্ন সময়ত, বিভিন্ন গোষ্ঠীৰ মানুহ আহি অসমত বসবাস কৰাৰ ফলত, যি জনসমস্যাই দেখা দিছে, সেই সমস্যা সমাধানৰ ওপৰত বিশেষ গুৰুত্ব দিবলগীয়া। অতীতত পমুৱা হৈ আহিছিল কাৰণেই তেওঁলোকে সদায় পমুৱা ভাব লৈ থাকিব নোৱাৰে। থলুৱা লোকসকলেও তেওঁলোকক মিলাই ল'বলৈ চেষ্টা কৰিব লাগিব। দুয়ো পক্ষৰপৰা আবেগিক ঐক্যৰ প্ৰয়োজন। বহিৰাগত সকলোকে লৈ, ভাৰতীয় জাতীয়তাৰ ভেটিত, অসমৰ মানুহখিনি এটা গোটৰ মানুহ হিচাপে গঢ়ি তোলাটো অসমৰ নেতৃত্বৰ বিশেষ দায়িত্ব।

গেইট চাহাবৰ অসম বুৰঞ্জীকে ভিত্তি কৰি কিছু কথা তলত দিয়া হ'ল। আহোমসকল অহাৰ আগতে, মধ্যযুগত অসমৰ পশ্চিম অংশত কোঁচসকলে, মধ্য অংশত কছাৰীসকলে আৰু পূবত চুটীয়াসকলে ৰাজত্ব

কৰিছিল। তাৰ উপৰি বাৰভূঞাসকলেও অসমত ৰাজত্ব কৰিছিল। তেওঁলোকৰ ভিতৰত ৰজা চণ্ডীবৰ প্ৰখ্যাত হৈ উঠিছিল। তেওঁ পিচত নগাঁৱৰ বৰদোৱাত থিতাপি লয়।

## কছাৰী ৰাজত্ব

১১৯৮ চন মানত মহম্মদ বকতীয়াৰ খিলিজীয়ে সেন ৰজাক পৰাস্ত কৰি, উত্তৰ পিনে অভিযান কৰে। তেওঁৰ সেই অভিযান ব্যৰ্থ হয়। ১৩৩৭ চনত মহম্মদ শ্বাহে একলাখ অশ্বাৰোহী সৈন্যবাহিনী অসমলৈ পঠিয়ায়। কিন্তু তেওঁলোকো নিৰ্মূল হয়। সেই সময়ত কৰতোৱা নদীয়েই অসমৰ পশ্চিমৰ সীমা আছিল। কছাৰী ৰাজ্য নগাওঁ জিলাৰ কোনো অংশত তেতিয়াও শক্তিশালী হৈ আছিল। চুটিয়া ৰজাই স্নোবণশিৰি আৰু দিছাঙৰ পূবে ৰাজত্ব কৰিছিল। কোঁচ ৰজাসকল যেতিয়া প্ৰধান হৈ উঠিল, তেতিয়া তেওঁলোকে সঙ্কোচ আৰু বৰনদীৰ মাজৰ বহুতো সৰু সৰু ৰজাক বশ কৰি, ৰাজত্ব সুদৃঢ় কৰে। বড়ো বা কছাৰী ৰজাসকল যে এসময়ত বিশেষ শক্তিশালী আছিল, তাত সন্দেহ নাই। গেইট চাহাবে লেখিছে :

"The Bodo domination is shown by the frequent occurrence of the prefix 'di' or 'ti', the Bodo word for water, in the river names of Brahmaputra valley and the adjoining country to the west e g Dibru, Dikhu, Dihing, Dihang, Dibang, Dishang etc" "পানীৰ বড়ো শব্দ 'দি' বা 'টি' ব্ৰহ্মপুত্ৰ উপত্যকাৰ আৰু পশ্চিম পিনে কাষতে থকা দেশৰ নদীবিলাকৰ নামৰ আগত ঘনাই ব্যৱহাৰ হোৱাৰ পৰাই যেনে—ডিব্ৰু, দিখৌ, দিহিং, দিহাং দিবাং, দিচাং ইত্যাদি বড়োসকলৰ প্ৰাধান্য বুজা যায়।" কছাৰীসকল অসমৰ আদি অধিবাসী। গেইটৰ মতে তেওঁলোক গোৱালপাৰা আৰু উত্তৰবঙ্গৰ মেচৰে সৈতে একে। ব্ৰহ্মপুত্ৰ উপত্যকাত তেওঁলোকক বড়ো বুলি জনা যায়, কাছাৰত তেওঁলোকক 'ডিমাচা' বুলি কয়।

ত্ৰয়োদশ শতিকাত কছাৰী ৰাজ্য ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে দিখৌৰপৰা কলঙলৈ আৰু তাৰোপৰা দূৰলৈ বিস্তাৰিত হৈ আছিল। ধনশিৰি উপত্যকা আৰু উত্তৰ কাছাৰ অঞ্চলো কছাৰী ৰাজ্যত পৰিছিল। ১৫২৬ চনত কছাৰী আৰু আহোমৰ যুদ্ধ হয়। প্ৰথমে কছাৰী জিকে, কিন্তু পিচত বেয়াকৈ হাৰে। আহোমসকল কছাৰী ৰাজধানী ডিমাপুৰলৈকে আগবাঢ়ে। কছাৰী ৰজা খুনখাৰা পলাই যায়। আহোমে

দেট্‌চুঙক ৰজা পাতে। ১৫৩৬ চনত দেট্‌চুঙৰ লগত আহোমৰ বিবাদ দেখা দিয়ে। আহোমবে সৈতে কছাৰীসকলৰ আকৌ যুদ্ধ লাগে। এই যুদ্ধত দেট্‌চুঙ বন্দী হয় আৰু তেওঁৰ প্ৰাণ নাশ কৰা হয়। ইয়াৰ পিচত কছাৰীসকল ডিমাপুৰ এৰি গুচি যায়। ডিমাপুৰৰ ধ্বংসাৱশেষৰপৰা বুজা যায় যে কছাৰী সভ্যতা বিশেষ উন্নত আছিল। তেওঁলোকে তেতিয়াই ইটাৰ ঘৰ সাজিব জানিছিল। ডিমাপুৰৰ নিৰ্মাণ আৰু গঠন ইমান সুদৃঢ় আছিল যে ভূমিকম্প আদিতো তাৰ বিশেষ হানি হোৱা নাছিল। আহোমে ডিমাপুৰ লোৱাৰ পিচত, কছাৰীসকল মাইবঙত থাকিবলৈ লয। উপেন্দ্ৰ নাৰায়ণ, শত্ৰুদমন, নৰনাৰায়ণ, ভীমদৰ্প, ইন্দ্ৰবল্লভ, বীৰদৰ্প নাৰায়ণ আদি কছাৰী ৰজাসকল প্ৰখ্যাত আছিল। ১৭০৭ চনত স্বৰ্গদেউ ৰুদ্ৰসিংহই কছাৰী ৰজা তাম্ৰধ্বজৰ বিৰুদ্ধে সৈন্য পঠিযায আৰু কছাৰী ৰাজধানী মাইবং দখল কৰে। তাম্ৰধ্বজ পলাই যায়। তেওঁ জয়ন্তীয়া ৰজাৰপৰা সহায বিচাৰে। কিন্তু ইতিমধ্যে, বেমাৰ-আজাৰত পৰি আহোম সৈন্য মাইবং এৰি গুচি যায়। এই কথা জানি তাম্ৰধ্বজে জয়ন্তীয়াৰ সহায় নেলাগে বুলি লেখে, কিন্তু জয়ন্তীয়া ৰজাই কছাৰী ৰাজ্য দখল কৰাৰ মনেৰে সৈন্য পঠিয়ায় আৰু তাম্ৰধ্বজক বন্দী কৰি লৈ যায়। তাম্ৰধ্বজে আহোম ৰজা ৰুদ্ৰসিংহলৈ ক্ষমা বিচাৰি চিঠি দিয়ে। ৰুদ্ৰসিংহই তাম্ৰধ্বজক মুকলি কৰিবলৈ শান্তিপূৰ্ণভাৱে জয়ন্তীয়া ৰজাৰ লগত আলোচনা কৰি সফল নোহোৱাত জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি দখল কৰে। ১৭০৮ চনত তাম্ৰধ্বজ ৰুদ্ৰসিংহৰ ৰাজসভালৈ যায় আৰু আনুগত্য স্বীকাৰ কৰে। তাৰ পিচত তেওঁ নিজৰ ৰাজ্যলৈ ঘূৰি যায। কছাৰী ৰজা কৃষ্ণচন্দ্ৰই হিন্দু ধৰ্ম লয়। তেওঁলোকক ক্ষত্ৰিয় জাতি হিচাপে স্বীকৃতি দিয়া হয়। ১৮১৩ চনত কৃষ্ণচন্দ্ৰৰ মৃত্যু হয়। তেওঁৰ পিচত গোবিন্দ চন্দ্ৰ ৰজা হয়। ১৮১৮ চনত মণিপুৰৰ ৰজাই কছাৰী ৰাজ্য আক্ৰমণ কৰে। গোবিন্দ চন্দ্ৰই ব্ৰহ্মদেশৰ সহায় বিচাৰে। বাৰ্মিজসকল এই কথালৈ বৃটিছৰ লগত সংঘৰ্ষলৈ আহে। বাৰ্মিজসকলক বহিষ্কাৰ কৰা হয। গোবিন্দ চন্দ্ৰই সিংহাসন ঘূৰাই পায়।

## কোঁচ ৰাজত্ব

এসময়ত কোঁচসকল বিশেষ ক্ষমতাশালী আছিল। কোঁচবিহাৰক কেন্দ্ৰ কৰি তেওঁলোকৰ ৰাজ্যও বিস্তৃত হৈ আছিল। পঞ্চদশ শতিকাৰ

শেষ ভাগত কমতাপুৰৰ শেষ ৰজা নীলাম্বৰৰ মৃত্যু হয়। তেওঁৰ পিচত বিশ্বসিংহ কমতাপুৰৰ ৰজা হয়। তেওঁ কোঁচবিহাৰলৈ ৰাজধানী তুলি নিয়ে। বিশ্বসিংহৰ মৃত্যুৰ পিচত তেওঁৰ পুতেক নৰনাৰায়ণ ৰজা হয়। কোঁচ ৰজাসকলৰ ভিতৰত নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক সেনাপতি চিলাৰায়ৰ নাম বিশেষভাৱে উল্লেখযোগ্য। ১৫৬২ চনত চিলাৰায়ৰ সেনাপতিত্বত কোঁচ সৈন্যই আহোমসকলক আক্ৰমণ আৰু পৰাস্ত কৰে। কছাৰী, মণিপুৰ আৰু ত্ৰিপুৰাৰ ৰজাৰ বিৰুদ্ধেও চিলাৰায়ৰ বিজয় অভিযান চমকপ্ৰদ আছিল। কিন্তু ১৫৬৮ চনত গৌৰৰ বাদচাহে চিলাৰায়ক পৰাস্ত কৰে আৰু সাময়িকভাৱে বন্দীও কৰে। মুছলমান সৈন্যৰ সেনাপতি আছিল কালাপাহাৰ। নৰনাৰায়ণে তেতিয়া আহোমৰ লগত বন্ধুত্ব স্থাপনৰ চেষ্টা কৰে। সেই সময়ত মোগল সম্ৰাট আকবৰে গৌৰৰ বাদচাহৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। নৰনাৰায়ণে এই যুদ্ধত আকবৰৰ পক্ষ লয়। চিলাৰায়ে পূবৰপৰা আৰু আকবৰৰ সৈন্যই পশ্চিমৰপৰা গৌৰদেশ আক্ৰমণ কৰে। গৌৰৰ বাদচাহ সেই যুদ্ধত পৰাস্ত হয়। তেতিয়া গৌৰদেশ দিল্লীৰ সম্ৰাট আৰু কোঁচ ৰজাৰ ভিতৰত ভাগ কৰি লোৱা হয়। কামাখ্যা মন্দিৰ কালাপাহাৰে ধ্বংস কৰাৰ পিচত ৰজা নৰনাৰায়ণে পুনৰ নিৰ্মাণৰ কাম হাতত লয়। তেতিয়া নৰনাৰায়ণ ভায়েক চিলাৰায়ৰে সৈতে কামাখ্যালৈ আহিছিল। তেওঁলোকৰ শিলৰ মূৰ্তি মন্দিৰৰ গাত কটা আছে। ৰজা নৰনাৰায়ণ, সাহিত্য-সংস্কৃতিৰ আৰু হিন্দু ধৰ্মৰ এজন প্ৰধান পৃষ্ঠপোষক আছিল। শঙ্কৰদেৱ মহাপুৰুষৰ প্ৰতি নৰনাৰায়ণে বিশেষ শ্ৰদ্ধা দেখুৱাইছিল। নৰনাৰায়ণৰ ৰাজসভাত বিশেষ প্ৰতিভাশালী পণ্ডিতসকল গোট খাইছিল। মহাপুৰুষ শঙ্কৰদেৱ, ৰত্নমালা ব্যাকৰণৰ লেখক পুৰুষোত্তম ভট্টাচাৰ্য, ৰামসৰস্বতী, বকুল কায়স্থ, শ্ৰীধৰ আৰু গণিতৰ পণ্ডিত লীলাৱতীৰ নাম উল্লেখযোগ্য। ১৫৬৮ চনত কোঁচবিহাৰতে শঙ্কৰদেৱৰ তিৰোভাৱ হয়। ৫০ বছৰ ৰাজত্ব কৰাৰ পিচত ১৫৮৪ চনত নৰনাৰায়ণৰ মৃত্যু হয়। তেওঁৰ পিচত কোঁচ ৰাজ্য দুৰ্বল হয়।

## আহোম ৰাজত্ব

১২২৮ খ্ৰীষ্টাব্দত আহোমসকল অসমলৈ আহে। তেওঁলোকে অসমত সাত শ বছৰ ৰাজত্ব কৰে। চুকাফাই তেওঁৰ লগত ৮ জন ডাঙৰীয়া আৰু ৯০০০ মুনিহ-তিৰোতা, ল'ৰা-ছোৱালী লৈ ১২১৫ চনত

তেওঁলোকৰ পিতৃভূমি মাউলং ( Maulong ) এৰি অসমলৈ আহে। তেওঁলোকে নিজক টাই ( স্বৰ্গীয় বংশজ ) বুলিছিল। গেইটৰ মতে খামৃটি, ফাকিয়াল, আইটনীয়া, টুৰুঙ আৰু খামজাঙ আদি গোটৰ লোকসকল 'শ্বান' জাতীয়। চুকাফাৰ লগত দুটা হাতী আৰু ৩০০ ঘোৰাও আছিছিল। ১৩ বছৰ কাল তেওঁ পাটকাই পৰ্বতৰ পাহাৰী অঞ্চলত ভ্ৰমণ কৰিছিল। চুকাফা ব্ৰহ্মপুত্ৰইদি আহি থাকে। সেই সময়ত সেই অঞ্চলত মৰাণসকলে ৰাজত্ব কৰিছিল। চুকাফাই তেওঁলোকক পৰাস্ত কৰি আগবাঢ়ে। সেই সময়ত জনজাতিবিলাক বেলেগ বেলেগ হৈ আছিল। চুকাফাই ৰাজনৈতিক দূৰদৰ্শিতাৰে বিজেতাৰ ভাব নেৰাখি তেওঁলোকৰ লগত সমান হিচাপে ব্যবহাৰ কৰে আৰু সকলোকে মিলাই এটা জাতি গঢ়ি তোলাৰ কাম আৰম্ভ কৰে। গেইটে মন্তব্য কৰিছে : "By treating them as equals and encouraging inter-marriage he welded them all into one nation" — 'তেওঁলোকক সমান হিচাপে ব্যবহাৰ কৰি আৰু বিভিন্ন গোষ্ঠী বা জাতিৰ মানুহৰ মাজত বিয়া-বাৰুৰ উৎসাহ দি, তেওঁ সকলোকে এটা জাতিত গঢ় দিছিল।' চুকাফাৰ মৃত্যুৰ পিচত তেওঁৰ পুতেক চুটেউফাই ১০৬৮ চনৰ পৰা ১২৮১ চনলৈকে ৰাজত্ব কৰে। তেওঁৰ দিনতে কছাৰীসকলে দিখৌ নদীৰ পূব ফালৰ দেশখণ্ড আহোমক এৰি দিবলগীয়া হয়। ১৩৮৯ চনৰপৰা ১৩৯৭ চনলৈকে আহোম ৰাজসিংহাসনত বহিবলৈ কোনো নথকাত, ডাঙৰীয়াসকলে ৰাজত্ব কৰে।

পঞ্চদশ আৰু ষোড়শ শতিকাত চুটিয়া আৰু কছাৰীসকলৰ লগত আহোমৰ কেবাবাৰো সংঘৰ্ষ হয়। অৱশেষত আহোমে সৰ্বময় কৰ্তৃত্ব লাভ কৰে। ১৫২৭ চনত অসমত মুছলমানৰ আক্ৰমণ হয়। ১৫৩২ চনত তুৰ্বকৰ সেনাপতিত্বত মুছলমানসকলে অসম আক্ৰমণ কৰে। এই যুদ্ধৰ পিচৰপৰা আহোমসকলে আগ্নেয়াস্ত্ৰ (firearms) ব্যৱহাৰ কৰিবলৈ লয়। তাৰ আগতে তৰোৱাল, যাঠি, ধেনুকাঁড় ব্যৱহাৰ কৰিছিল। অসমৰ সপ্তদশ শতিকাৰ ইতিহাস আহোম মোগলৰ সংঘৰ্ষৰ ইতিহাস বুলি গেইটে কৈছে। প্ৰধানকৈ দৰং, কামৰূপ, হাজো, পাণ্ডু, শৰাইঘাট, গোহাটী, কাজলিমুখ, শিঙৰী, ভাৰই, শিমলুগড় আৰু চামধৰাত যুদ্ধ হৈছিল। পাৰ্শিয়ান আৰু অসমীয়া দুয়োবিধ বুৰঞ্জীত এই যুদ্ধবিলাকৰ কথা উল্লেখ আছে।

চুচেঙফাই (প্ৰতাপ সিংহ) ১৬০৩ৰ পৰা ১৬৪১ চনলৈকে ৰাজত্ব কৰে। এওঁৰ দিনত কছাৰীসকলৰ লগত সংঘৰ্ষ হয়। মুছলমানসকলেও অসম আক্ৰমণ কৰে। মুছলমান আক্ৰমণকাৰীসকল কলং নদীয়েদি

কলিয়াবৰ পাইছিলগৈ। আহোম বাহিনী ভৰলুমুখত তেওঁলোকৰ সম্মুখীন হয়। প্ৰথম অৱস্থাত মুছলমানসকল কিছু আগবাঢ়ি যায়, কিন্তু পিচত তেওঁলোক পৰাস্ত হয়। প্ৰতাপ সিংহে পাণ্ডু দখল কৰে, মুছলমানসকল হাজোলৈ পিচুৱাই যায়।

১৬১৯ চনত মুছলমানসকলে পুনৰ আক্ৰমণ কৰে। আহোমসকলে বাঁতিৰ ভিতৰতে ৫০০ নাও লৈ শত্ৰুৰ নৌ বাহিনী আক্ৰমণ কৰে। আহোমসকলৰ জয় হয়। অসমৰপৰা মুছলমান আক্ৰমণকাৰী বিতাৰিত হয়, কিন্তু ঢাকাৰ নবাবে পুনৰ সৈন্য পঠিয়ায়। এইবাৰ মুছলমানসকলে জয় লাভ কৰে। তেওঁলোক পাণ্ডুৰ পিনে আগবাঢ়ি যায়। এই যুদ্ধৰ পিচত যি সন্ধি হয়, সেইমতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বৰনদী আৰু দক্ষিণে অসুৰৰ আলি আহোম আৰু মুছলমানৰ ৰাজ্যৰ সীমা নিৰ্দ্ধাৰিত হয়। পিচৰ বিশ বছৰ এই সীমাৰ পশ্চিমৰ দেশ খণ্ড মুছলমানৰ কৰলত থাকে।

আউৰংজেবে গভৰ্ণৰ পতাৰ পিচত ১৬৬২ চনত মিৰজুমলাই কোচবিহাৰ দখল কৰি অসম আক্ৰমণ কৰিবলৈ আগবাঢ়ি আহে। দুৰ্গম বাট কাৰণে, তেওঁ দিনে ৪।৫ মাইলতকৈ বেছি আগবাঢ়িব পৰা নাছিল। মিৰজুমলাই ১২ হেজাৰ ঘোঁৰা আৰু ৩০ হেজাৰ পদাতিক সৈন্য লৈ আহিছিল। মাৰি-মৰকৰ কাৰণে বিপৰ্যস্ত হোৱা আহোম বাহিনীয়ে যোগীঘোপা এৰি যাব লগা হয়। মিৰজুমলাই আগবাঢ়ি গৈ গোঁহাটী দখল কৰিছিল। তেতিয়া, ভৰলী নদীৰ মুখত চামধৰাত আহোম সৈন্য গোট ল'লে। কিন্তু আহোমসকলে এটাৰ পিচত আনটো ঘাটি এৰি দিব লগাত পৰিছিল। ১৭ মাৰ্চত নবাব গড়গাৱঁত সোমাল। নবাবে ভাবিছিল বাৰিষা তেওঁ লালুৱাতে থাকিব। কিন্তু ধাৰাসাৰে বৰষুণ হোৱাত তেওঁ তালৈ যাব নোৱাৰা হ'ল। আহোম সৈন্য পিচ হুহঁকিছিল যদিও পৰাজিত হোৱা নাছিল। আহোম সৈন্যই মিৰজুমলাৰ দখলত পৰা প্ৰায়বিলাক ঘাটি পুনৰ উদ্ধাৰ কৰিলে। কিন্তু স্বৰ্গদেউ জয়ধ্বজ সিংহ গড়গাৱঁৰ কিছু দূৰলৈ যাব লগা হয়। শেষত সন্ধি হ'ল আৰু ভৰলীৰ পশ্চিমে (ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে) আৰু কলঙৰ দক্ষিণপাৰে থকা দেশখণ্ড দিল্লীৰ সম্ৰাটে পায়। আহোমসকলে ক্ষতিপূৰণ দিবলগাও হয়। ১৬৬৩ চনৰ ৯ জানুৱাৰীত মিৰজুমলাই তেওঁৰ সৈন্যবাহিনীক বঙ্গদেশলৈ উভতি যাবলৈ আদেশ দিলে। বাটতে মিৰজুমলাৰ টান বেমাৰ হয় আৰু ঢাকা নৌ পাওঁতেই ১৬৬৩ চনৰ ৩০ মাৰ্চত তেওঁৰ মৃত্যু হয়।

১৬৬১ চনত বহিদখাঁনৰ পিচত ছৈয়দ ফিৰোজখান গুৱাহাটীৰ থানাদাৰ নিযুক্ত হয়। তেওঁ আহোম ৰজাৰ ক্ষতিপূৰণৰ অনাদায় টকা পৰিশোধ কৰিবলৈ টানকৈ লেখে। সেইচ চাহাবৰ হিচাপ মতে ১,১২,০০০ টকা অনাদায় হৈ আছিল। তেতিয়া চক্ৰধ্বজ সিংহ সিংহাসনত আছিল। তেওঁ মোগলৰ হাতৰপৰা গুৱাহাটী উদ্ধাৰ কৰিবলৈ স্থিৰ কৰে। যুদ্ধ লাগে আৰু লাচিত বৰফুকনৰ সেনাপতিত্বত শৰাই-ঘাটৰ ঐতিহাসিক যুদ্ধত মুছলমানসকল পৰাস্ত হয়। গুৱাহাটী উদ্ধাৰ হয়। শৰাইঘাটৰ যুদ্ধৰ পিচত লাচিত বৰফুকনৰ মৃত্যু হয়। এই সময়ত আটন বুঢ়াগোহাঁয়ে প্ৰধান মন্ত্ৰী হিচাপে বিশেষ দক্ষতাৰে ৰাজনৈতিক নেতৃত্ব দিছিল। মানাহ নদীলৈকে মুছলমানসকল পিচ হুহঁকি যাব লগাত পৰে। গুৱাহাটীৰ মণিকৰ্ণেশ্বৰৰ ওচৰত কানাই বৰশী শিলত এটা দুৰ্গ নিৰ্মাণৰ সম্পৰ্কে এইদৰে লেখা আছেঃ— "ছৈয়দ ফিৰোজৰ পৰাজয় আৰু মৃত্যুৰ পিচত।" ১৬৬৭ চনৰ ডিচেম্বৰ মাহত আউৰংজেবে ফিৰোজখানৰ পৰাজয় আৰু গৌহাটী পতনৰ খবৰ পায়। আউৰংজেবে তৎক্ষণাত ৰজা ৰামসিঙক গৌহাটী পুনৰ উদ্ধাৰ কৰিবলৈ পঠিয়ায়। ৰজা ৰামসিঙে আহোম ৰজাক এই বুলি জনায় যে পুৰণি সন্ধিমতে বৰনদী আৰু অসুৰৰ আলি সীমা। গতিকে সেইমতে আহোম ৰজাই ৰাজ্য এৰি দিব লাগে। আহোম ৰজাই ৰামসিঙৰ সেই চিঠি অগ্ৰাহ্য কৰে। তাৰ পিচত ৰামসিঙৰ সেনা-পতিত্বত মুছলমানসকলে পুনৰ আক্ৰমণ কৰে। যুদ্ধত ৰামসিঙে পৰাজয় স্বীকাৰ কৰিব লগা হয়। কিন্তু পিচৰ এখন যুদ্ধত ৰামসিঙে জয় লাভো কৰিছিল। এনেকৈ যুদ্ধ কৰি দুয়োপক্ষ ভাগৰি পৰে আৰু যুদ্ধ শাম কাটে। ১৬৭১ চনত ৰামসিং ইমান দুৰ্বল হৈ পৰিছিল যে তেওঁ পিচ হোঁহকে আৰু গোৱালপাৰাৰ বিপৰীতে হাদিৰা আহোমৰ সীমান্ত বুলি গণ্য হয়। ১৬৭০ চনত চক্ৰধ্বজ সিংহৰ মৃত্যু হয়। তেওঁৰ মৃত্যুৰ পিচৰ ১১ বছৰৰ ভিতৰত ৭ জন ৰজা হয়। এওঁলোকৰ এজনৰো স্বাভাৱিকভাৱে মৃত্যু হোৱা নাছিল। তেওঁলোকক ষড়যন্ত্ৰ কৰি হত্যা কৰা হয়। ১৬৮১ চনৰপৰা ১৬৯৬ চনলৈকে গদাপাণিয়ে ৰাজত্ব কৰে। তেওঁ গুৱাহাটী মুছলমানসকলৰ হাতৰপৰা উদ্ধাৰ কৰে। মুছলমানসকল মানাহৰ সিপাৰলৈ যায়। দুয়োপক্ষই মানাহকে সীমা বুলি মানি লয়। সেইসময়ত নতুনকৈ বৈষ্ণৱ হোৱা সকলে যুদ্ধত সৈন্য হোৱা, ৰাস্তা ঘাট নিৰ্মাণ, পুখুৰী আদি খন্দা কামৰপৰা ৰেহাই বিচাৰিছিল। কিন্তু স্বৰ্গদেউ গদাধৰ সিংহই সেইটো আৰু নেপাইছিল।

তেওঁ ভাবিছিল যে মানুহে যদি গোসাঁইসকলৰ কথা শুনি মাংস আদি খাবলৈ এৰে, তেন্তে শাৰীৰিক হিচাপে জাতি দুৰ্বল হ ব। গদাধৰ সিংহ পলৰীয়া অৱস্থাত থাকোতে মুখীয়াল গোসাঁই কেজনমানে তেওঁক আশ্ৰয় দিয়া নাছিল। সেই কথালৈয়ো তেওঁৰ খং আছিল। সেই কাৰণে গোসাঁইসকলৰ ক্ষমতা তেওঁ নাশ কৰিবলৈ চাইছিল। আউনী-আটি সত্ৰৰ গোসাঁই কেশবদেব চুটিয়া গাৰঁলৈ পলাই গৈহে সাৰিছিল। দক্ষিণপাট সত্ৰৰ ৰামবাপুক ধৰি শাস্তি বিহা হৈছিল আৰু তেওঁৰ সম্পত্তিও ৰাজেযাপ্ত কৰা হৈছিল। স্বৰ্গদেউ উদযাদিত্যৰ ৰাজত্বকালত (১৬৬৯-১৬৭৩) কামৰূপৰপৰা মুছলমানসকলক বহিষ্কাৰ কৰা হয়। এই সময়তে আহোমসকলে বৰটোপ (canon) তৈয়াৰ কৰিব পৰা হৈছিল।

স্বৰ্গদেউ ৰুদ্ৰসিংহৰ ১৬৯৪ চনৰপৰা ১৭১৪ চনলৈকে ৰাজত্বকাল আছিল। তেওঁৰ দিনত বৈষ্ণবপন্থীসকলৰ ওপৰত চলা উৎপীড়ন বন্ধ কৰা হয়। তেওঁৰ দিনতে আউনীআটি আদি সত্ৰ মাজুলীত নি স্থাপিত কৰা হয। স্বৰ্গদেব ৰুদ্ৰসিংহই ৰংপুৰ আৰু চৰাইদেওত কাৰেংঘৰ আদি সজায় জযসাগৰো তেওঁৰ দিনতে খন্দোবা হয়। তেওঁৰ ৰাজত্বকালত কছাৰীৰ লগত পুনৰ যুদ্ধ হয। জয়ন্তীযা ৰজাৰ লগতো সংঘৰ্ষ হয। ৰুদ্ৰসিংহ এজন বিশেষ বিচক্ষণ ৰজা আছিল। তেওঁ কছাৰী, জযন্তীযা, নগা আদি ওচৰৰ ৰাজ্যবিলাক জয় কৰি কৰতোৱা নদীৰ ইপাৰৰ সকলো ৰাজ্য তেওঁৰ দখললৈ আনিছিল। তাৰ পিচত তেওঁ বঙ্গদেশলৈ অভিযান কৰিবলৈ স্থিৰ কৰি সৈন্য সমাবেশ কৰিছিল। কিন্তু ১৭১৪ চনৰ ছেপ্তেম্বৰত গুৱাহাটীত তেওঁৰ হঠাৎ মৃত্যু হয। তেওঁৰ উত্তৰাধিকাৰীসকলৰ এনে যুদ্ধৰ কাৰণে মন নাছিল।

স্বৰ্গদেউ লক্ষ্মীসিংহই ১৭৬৯ চনৰপৰা ১৭৮০ চনলৈকে ৰাজত্ব কৰে। এওঁৰ দিনত মোৱামৰীয়া বিদ্ৰোহ হয। লক্ষ্মীসিংহ বন্দী হয়। মৰাণৰ এজন মুখীযাল লোকক এওঁলোকে ৰজা পাতে। কিন্তু ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ হয। লক্ষ্মীসিংহক আকৌ ঘূৰাই অনা হয। এইবাৰ মোৱামৰীয়াসকলৰ ওপৰত ভীষণ অত্যাচাৰ চলে। তাৰ পিচতো আকৌ বিদ্ৰোহৰ চেষ্টা নচলা নহয। স্বৰ্গদেউ লক্ষ্মীসিংহই তেওঁৰ কাৰেঙৰ একতলা ভাঙি, দিখৌ নদীৰ ওপৰত দলং সজোৱাৰ পৰিকল্পনা কৰিছিল। এওঁৰ পিচত স্বৰ্গদেউ গৌৰীনাথ সিংহ সিংহাসনত বহে। এওঁৰ দিনত পুনৰায় মোৱামৰীয়া বিদ্ৰোহ হয়। গৌৰীনাথ সিংহ

গুৱাহাটীলৈ পলাই যাব লগা হয়। সেই সময়ত কেন্দ্রীয় শাসন দুর্বল হৈ পৰাত, বহুতো সৰু-সুৰা ৰজাই মূৰ দাঙি উঠে। গৌৰীনাথে ৰংপুৰৰ (বঙ্গদেশ) ইংৰাজ কলেক্টৰ মিঃ লুমচদেনলৈ সহায় বিচাৰি গোহাৰি জনায়। ১৭৯২ চনত কেপ্তেইন ওৱেল্চৰ নেতৃত্বত গৌৰীনাথক সহায় কৰিবলৈ এটা বাহিনী পঠিওৱা হয়। যোৰহাটত এওঁলোকৰ সহায়ত মোৱামৰীয়া বিদ্রোহ দমন কৰা হয়। গভর্ণৰ জেনেৰেলৰ আদেশমতে ১৭৯৪ চনত ওৱেল্চ উভতি যায়। ১৭৯৯ চনত ডফলা আৰু মোৱামৰীযাসকলৰ পুনৰ বিদ্রোহ আৰম্ভ হয়। কামৰূপত দুজন ককাই-ভাই—হৰদত্ত আৰু বীৰদত্তই বিদ্রোহ কৰে।

## মানৰ উৎপীড়ন

১৮১০ চনৰপৰা ১৮১৮ চনলৈকে স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই ৰাজত্ব কৰে। তেওঁ তীক্ষ্ণধী পুৰুষ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰামৰ্শতকৈ তেওঁৰ বন্ধু সংৰামৰ পৰামৰ্শ লৈছিল। সংৰামে বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰি ধৰা পৰে। ষড়যন্ত্ৰত লিপ্ত থকা বহুতকে বধ কৰা হ'ল। সংৰামক নিৰ্বাসিত কৰা হয়। সেই সময়ত বদনচন্দ্ৰ বৰফুকন হৈছিল। বুঢ়াগোহাঁয়ে তেওঁক খেদোৱাৰ চেষ্টা কৰিছিল। বদন বৰফুকনক সংৰামৰ ষড়যন্ত্ৰত লিপ্ত আছিল বুলি সন্দেহ কৰা হৈছিল। বুঢ়া-গোহাঁইৰ ল'ৰাই বদন বৰফুকনৰ জীয়েকক বিয়া কৰাইছিল। বদন বৰফুকনৰ জীয়েকে গোপনে দেউতাকলৈ বাতৰি পঠিয়ালে যে বুঢ়াগোহাঁয়ে তেওঁক বন্দী কৰিবলৈ ঠিক কৰিছে। সেই কথা জানি বদন বৰফুকন বঙ্গদেশলৈ পলাই গ'ল। বৰফুকনে কলিকতাত ব্ৰহ্মদেশৰ গভৰ্ণমেণ্টৰ এজেণ্টৰ লগত সম্পৰ্ক স্থাপন কৰে। তেওঁৰ জৰিয়তে ব্ৰহ্মদেশৰ ৰজাৰ লগত সাক্ষাৎ কৰি বুঢ়াগোহাঁইৰ বিৰুদ্ধে কয়। ব্ৰহ্মদেশৰ ৰজাই সহায় কৰিবলৈ গাত লয়। ১৮১৬ চনৰ শেষৰ পিনে ব্ৰহ্মদেশৰপৰা এটা সৈন্যদল পঠিওৱা হয়। আঠ হেজাৰ সৈন্য ব্ৰহ্মদেশৰ পৰা আহিছিল, কিন্তু নামৰূপ আহি পাওঁতে তাৰ সংখ্যা ক্ৰমে বাঢ়ি গৈ ১৬ হেজাৰ হয়গৈ। বাটত আন বহুতো দলে যোগ দিছিল। এই সময়তে বুঢ়াগোহাঁইৰ পৰলোক হয়। তেওঁৰ ঠাই পূৰাব পৰা অভিজ্ঞলোক তেতিয়া নাছিল। মানসৈন্যই আগবাঢ়ি আহি যোৰহাট দখল কৰে। বদনক বৰফুকন পতা হয়। তেওঁ চন্দ্ৰকান্তকে ৰজা স্বীকাৰ কৰি বুঢ়াগোহাঁইৰ সম্পৰ্কীয় সকলোকে বধ কৰিবলৈ ধৰিলে।

১৮১৭ চনৰ এপ্ৰিলমাহত মানসৈন্যই যুদ্ধৰ ক্ষতিপূৰণ আৰু মানৰজাৰ কাৰণে এগৰাকী ৰাজকুমাৰী লৈ নিজ দেশলৈ উভতি গ'ল।

ইয়াৰ পিচত আকৌ ষড়যন্ত্ৰ হয়। বদন বৰফুকনক বিদেশী চুবেদাৰ ৰূপসিঙে হত্যা কৰে। গুৱাহাটীৰ বৰগোহাঁয়ে ৰজা ৰাজেশ্বৰ-সিংহৰ নাতিনীয়েক ব্ৰজনাথক ৰজা পাতিবলৈ ওলাল। কিন্তু ঘূণীয়া হোৱা কাৰণে সিংহাসনত বহিব নোৱাৰিলে। পুৰন্দৰ সিংহ ৰজা হয়। বদন বৰফুকনৰ বন্ধু এজনে ইতিমধ্যে ব্ৰহ্মদেশলৈ পলাই গৈ অসমৰ সকলো ঘটনা মানৰজাক ক'লেগৈ। ১৮১৯ চনত মানসেনা আকৌ অসমলৈ আহিল। মান অহা শুনি স্বৰ্গদেউ পুৰন্দৰ সিংহ পলাই যায়। চন্দ্ৰকান্ত সিংহক আকৌ ৰজা পতা হয়। কিন্তু প্ৰকৃততে ১৮১৯ চনৰপৰা ১৮২৪ চনলৈকে অসমত মানসকলৰ ৰাজত্ব বা অৰাজকতা চলিছিল। চন্দ্ৰকান্ত সিংহৰ লগতো মানসকলৰ সম্পৰ্ক বেয়া হয়। চন্দ্ৰকান্ত সিংহ বৃটিছৰ ৰাজ্যলৈ পলাই যায়। মানসকলে যোগেশ্বৰক ৰজা পাতে। চন্দ্ৰকান্তই কিছু সৈন্য-সামন্ত গোটাই লৈ আকৌ নিজ ৰাজ্যলৈ আহিল। মানসকলে তেওঁক প্ৰতিৰোধ কৰিব পৰা নাছিল। কিন্তু মিঙ্গিমাহা বন্দুলাৰ সেনাপতিত্বত ১৮২২ চনত নতুনকৈ মানসেনা অসমলৈ আহিল। চন্দ্ৰকান্ত সিংহ এইবাৰ পৰাজিত হয়। তেওঁ আকৌ বৃটিছৰ ৰাজ্যলৈ পলাই যায়। মান আৰু স্থানীয় দুষ্টলোকসকলে মিলি প্ৰজাৰ ওপৰত নানা অত্যাচাৰ চলাবলৈ ধৰে। চন্দ্ৰকান্ত সিংহক বাৰ্মিজসকলে আশ্বাস দি মতাই আনে, কিন্তু তেওঁ আহি পোৱাৰ লগে লগে তেওঁক বন্দী কৰা হয়। বন্দুলা ব্ৰহ্মদেশলৈ উভতি যায়।

## ইংৰাজ শাসনৰ আৰম্ভণি

ইতিমধ্যে ব্ৰহ্মদেশ বৃটিছৰ অধীনলৈ আহে। ইংৰাজে ব্ৰহ্মদেশৰ লগত কৰা ইয়াণ্ডাবু সন্ধিমতে (১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী) অসমক বৃটিছ ৰাজ্যৰ এখন প্ৰদেশ হিচাপে শাসন কৰিবলৈ লোৱা হয়। ডেভিদ স্কটক এই অঞ্চলত গভৰ্ণৰ জেনেৰেলৰ এজেণ্ট হিচাপে নিয়োগ কৰা হয়। মটক ৰাজ্য তেওঁলোকৰ ৰজাৰ তলতে ৰখা হৈছিল। মটক ৰাজ্যৰ ৰাজধানী আছিল ডিব্ৰু নদীৰ পাৰৰ ৰঙা গড়া। শদিয়াৰ খামটি-সকলৰ ৰজাকো বৃটিছে স্বীকৃতি দিয়ে। পিচত, এইবিলাক অঞ্চলো বৃটিছৰ তললৈ অনা হয়।

## স্বাধীনতাৰ যুদ্ধ

বৃটিছৰ সাম্ৰাজ্যবাদী শাসনৰ বিৰুদ্ধে ভাৰতৰ প্ৰথম বিদ্ৰোহ ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহ। অসমত তাৰ কিছু আগতে মণিৰাম দেৱান আৰু পিয়লী বৰুৱাই স্বাধীনতাৰ কাৰণে বিদ্ৰোহৰ সূচনা কৰে। ১৮৫৩ চনৰ মাৰ্চ মাহত মণিৰাম দেৱানে বৃটিছ কৰ্তৃপক্ষৰ ওচৰত কলিকতালৈ গৈ অসমৰ জনসাধাৰণৰ হৈ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ কাৰণে স্মাৰক-পত্ৰ দিয়ে। ৰাজদ্ৰোহৰ অপৰাধত তেওঁক ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীত ফাঁচি দিয়া হয়। পিয়লী বৰুৱাকো সেই তাৰিখেই ফাঁচি দিয়া হৈছিল বুলি জনা যায়।

দেশৰ স্বাধীনতাৰ কাৰণে নিজৰ যথা সৰ্বস্ব দিয়া এখেতসকলৰ দৃষ্টান্তই অসমৰ মানুহক সদায়েই প্ৰেৰণা যোগায় আহিছে। সেই প্ৰেৰণাকে লৈ, বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে মহাত্মাগান্ধীৰ নেতৃত্বত স্বাধীনতাৰ যি যুদ্ধ চলিছে, তাত জপিয়াই পৰিছে। অসমৰ ভীম-কৰ্মী স্বেচ্ছাসেৱকসকলে আত্মত্যাগৰ আৰু বীৰত্বৰ যি দৃষ্টান্ত দেখুৱাইছে, তাৰ তুলনা বিৰল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, চন্দ্ৰনাথ শৰ্মা, কুলধৰ চলিহা, ৰোহিণী হাতীবৰুৱা, ভুবন গগৈ প্ৰমুখ্যে নেতাসকলৰ নেতৃত্বত অসহযোগ আন্দোলনৰ দিনৰেপৰা অসমে ভাৰতৰ স্বাধীনতা আন্দোলনত আগ ঠাই লৈ আহিছে। ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসত অসমৰ অৱদানৰ কথা সোণালী আখৰেৰে লেখা থাকিব। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিচত, নিখিল ভাৰত কংগ্ৰেছ কমিটীয়ে নিয়োগ কৰা নিৰ্যাতন তদন্ত কমিটী অসমলৈয়ো আহিছিল। ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ আৰু ৰাজাগোপালাচাৰীৰ দৰে লোক তাত আছিল। অসমৰ যি ডেকা ল'ৰা দলটোৱে কলেজ এৰি অসহযোগ আন্দোলনত যোগ দিছিল, তেওঁলোকে সেই ডেকাদলটো তীক্ষ্ণ বুদ্ধিসম্পন্ন দেশপ্ৰেমিক বুলি ভূয়সী প্ৰশংসা কৰিছিল। কামৰূপৰ বকো আদি ঠাইত পুলিচে জনজাতীয় স্বাধীনতাৰ সৈনিকসকলৰ ওপৰত কৰা অবৰ্ণনীয় অত্যাচাৰৰ কথাও তেখেতসকলে উল্লেখ কৰিছিল। অসহযোগ আন্দোলনৰ পিচৰকেইটা আন্দোলনতো অসমৰ বৰঙণি লেখত লবলগীয়া।

## অসমীয়া সাহিত্যত শঙ্কৰী যুগ

দ্বাদশ শতিকাত, কমতাপুৰৰ ৰজা দুৰ্লভ নাৰায়ণৰ দিনত হেম সৰস্বতীয়ে 'প্ৰহ্লাদ চৰিত' অসমীয়ালৈ অনুবাদ কৰে বুলি জনা যায়।

কবি হৰিহৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলীয়ে মহাভাৰতৰ ভাঙনি কৰে। চতুৰ্দশ শতিকাত কছাৰী ৰজা মহামাণিক্যৰ দিনত মাধৱ কন্দলীয়ে ৰামায়ণ অসমীয়ালৈ ভাঙে।

পঞ্চদশ আৰু ষোড়শ শতিকা বৈষ্ণৱধৰ্মৰ অভ্যুত্থানৰ যুগ। ধৰ্ম বা দৰ্শনৰ যিবিলাক নিগূঢ় তত্ত্ব বা বিচাৰ কেৱল মাথোন সংস্কৃতজ্ঞ সকলৰ মাজতহে সীমাবদ্ধ আছিল, তাক সাধাৰণে বুজিব পৰাকৈ, স্থানীয় ভাষালৈ ভাঙি প্ৰকাশ কৰাৰ চেষ্টা সেই যুগৰ এটা বিশেষ লক্ষণ। এই ভাবৰ প্ৰেৰণা লৈ অসমীয়া সাহিত্যও নতুনভাৱে গঢ়ি উঠে। মহাপুৰুষ শঙ্কৰদেৱৰ জন্ম হয় ১৪৪৯ চনত আৰু তিৰোভাৱ হয় ১৫৬৮ চনত। শঙ্কৰদেৱে ধৰ্ম, সমাজ, সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত নৱজাগৰণৰ সৃষ্টি কৰে। সকলো ক্ষেত্ৰতে এইজনা পুৰুষৰ অবদান যুগমীয়া কীৰ্তি হৈ আছে। শঙ্কৰদেৱে ধৰ্মপ্ৰচাৰৰ উপৰিও নামঘৰকে কেন্দ্ৰ কৰি গাঁৱৰ সামাজিক জীৱন গঢ়ি তুলিছিল। মহাপুৰুষৰ সাহিত্য সৃষ্টিৰ তুলনা নাই। ভাগবত, কীৰ্তন, ঘোষা, ৰুক্মিণী হৰণ কাব্য, ৰুক্মিণীহৰণ নাট, ভক্তি ৰত্নাকৰ, ৰাম বিজয়, চিহ্নযাত্ৰা, উদ্ধৱ সংবাদ আদি তেখেতৰ অসংখ্য লেখাৰ ভিতৰত কেইখনমানৰ নাম উল্লেখ কৰা হ'ল। শঙ্কৰদেৱৰ লগে লগে তেখেতৰ প্ৰধান শিষ্য মাধৱদেৱৰ বিখ্যাত গ্ৰন্থ 'নাম ঘোষা'ৰ নাম উল্লেখযোগ্য। শঙ্কৰ-মাধৱৰ পিচতে অনন্ত কন্দলীৰ অৱদানৰ কথা সুঁৱৰিবলগীয়া। তেওঁ ভাগবতৰ দশম স্কন্ধ অসমীয়ালৈ ভাঙে আৰু কুমাৰ হৰণ, বৃত্ৰাসুৰ বধ আদি কিতাপ লেখে। অনিৰুদ্ধ, ৰাম সৰস্বতী, শ্ৰীধৰ কন্দলী, ৰত্নাকৰ কন্দলী আদি সেই সময়ৰ বৈষ্ণৱ সাহিত্যিক। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ পুতেক শিৱসিংহ আৰু তেওঁৰ তিনিগৰাকী ৰাণীয়ে সাহিত্য-সংস্কৃতিৰ প্ৰতি বিশেষ মনোযোগ দিয়ে।

মহাপুৰুষ শঙ্কৰদেৱে নাটত অসমীয়া গদ্য সাহিত্য ৰচনাৰ আৰম্ভণি কৰে। তাৰ এশ বছৰমান পিচত বৈকুণ্ঠনাথ ভট্টদেৱে কথা ভাগৱত আৰু কথা গীতা গদ্যত লেখে। গদ্য সাহিত্যই সাহিত্যৰ উন্নত স্তৰৰ সূচনা কৰে। অসমীয়া গদ্য সাহিত্য ভাৰতৰ অন্য প্ৰাদেশিক সাহিত্যৰ তুলনাত পুৰণি।

## অসমীয়া সাহিত্যৰ নৱজাগৰণৰ যুগ

বৃটিছ অহাৰ আগভাগত অসমৰ ৰাজনৈতিক অৱস্থা যে অতি বেয়া আছিল তাত সন্দেহ নাই। আহোমৰ কেন্দ্ৰীয় শাসন দুৰ্বল

হৈ পৰিছিল। মানৰ আক্ৰমণ আৰু মোৱামৰীয়া বিদ্ৰোহ আদিয়ে ভীষণ বিশৃঙ্খলৰ সৃষ্টি কৰিছিল। সমাজ, অৰ্থনীতি আৰু ভাষা-সাহিত্যৰ ক্ষেত্ৰত, ই কুঠাৰাঘাত কৰিছিল। সি আছিল অন্ধকাৰৰ যুগ। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ শাসনভাৰ লোৱাৰ সময়ত ইংৰাজী জনা বঙালী কৰ্মচাৰী তেওঁলোকৰ লগত অসমলৈ আহিছিল। হয়তো সেই বঙালীসকলৰ প্ৰভাৱত অসমীয়া আৰু বঙালী ভাষা একে বুলি ধৰি লৈ, তেতিয়া অসমৰ আদালত আৰু শিক্ষানুষ্ঠানত বঙালী ভাষা চলোৱা হৈছিল। বহুত চেষ্টাৰ ফলত ১৮৭৩ চনতহে পুনৰ অসমীয়া ভাষাই আদালতৰ ভাষা আৰু শিক্ষাৰ বাহন হিচাপে চৰকাৰৰ স্বীকৃতি পায়। আনন্দৰাম ঢেকিয়াল ফুকনে (১৮২৯-৫৯) প্ৰথম আদালত আৰু স্কুলত অসমীয়া নচলোৱাৰ বিৰুদ্ধে আন্দোলন কৰে। অসমীয়া-বঙালী ভাষাৰ বিসম্বাদ সম্পৰ্কে বঙ্গৰ এজন বিশিষ্ট লোক আই-চি-এচ আৰ, চি, দত্তই অসমীয়া ভাষা এটা সম্পূৰ্ণ পৃথক ভাষা আৰু বঙালীৰ লগত একে নহয় বুলি অভিমত দিছিল। ১৮৩৬-৩৭ চনত ৰেভাৰেণ্ড ব্ৰাউন, অলিভাৰ কাটাৰচ্ আৰু ডাঃ মাইলচ্ ব্ৰনচন প্ৰমুখ্যে আমেৰিকান খ্ৰীষ্টান মিছনেৰী অসমলৈ আহে। অসমত অসমীয়া ভাষাৰ ঠাইত বঙালী চলোৱাটো ভুল বুলি তেওঁলোকে সোনকালে ধৰিব পাৰিলে। আত্মাৰাম শৰ্মা নামে নগাৱঁৰ কলিয়াবৰৰ এজন অসমীয়া লোকৰ হতুৱাই, তেওঁলোকে বাইবেলৰ 'অল্ড টেষ্টামেণ্ট' অসমীয়ালৈ ভঙাই ছপাইছিল।

ৰেভাৰেণ্ড ব্ৰাউনে ১৮৪৮ চনত এখন অসমীয়া ব্যাকৰণ আৰু ডাঃ ব্ৰনচনে ১৮৬৭ চনত অসমীয়া অভিধান উলিয়াইছিল। ডাঃ ব্ৰাউনে ১৮৪৮ চনত 'নিউ টেষ্টামেণ্ট' পুৰাকৈ অসমীয়াত প্ৰকাশ কৰে। মিচেচ কাটাৰে 'অসমীয়া শব্দ আৰু যোজনা' নামে এখন কিতাপ উলিয়াইছিল। প্ৰথম অসমীয়া আলোচনী 'অৰুণোদয়' ১৮৪৬ চনত ওলায়। যজ্ঞৰাম বৰুৱা, কাশীনাথ তামুলী ফুকন, ৰাধানাথ বৰবৰুৱা আদিয়ে ১৮৪৪ চন মানত অসমীয়াত বুৰঞ্জী কিতাপ লেখিছিল। আনন্দৰাম ঢেকিয়াল ফুকনে অসমীয়া ভাষাৰ ওপৰত চৰ্চা কৰে। তেখেতৰ উপৰি হৰকান্ত শৰ্মা বৰুৱা (১৮১৩-১৯০০), হুতীৰাম হাজৰিকা (১৮০৬-১৯০৯) আদি লেখকৰ নাম উল্লেখযোগ্য। ১৮৪৬-৭৩ এই কালছোৱাৰ বিখ্যাত অসমীয়া লেখক হৈছে হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাস। তাৰ পিচত অসমীয়া ভাষা সাহিত্যে বৰ্তমান কালত নতুনকৈ প্ৰতিষ্ঠা কৰি, গুৰি ধৰোঁতাসকলৰ ভিতৰত

কেইজনমান হৈছে লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, কমলাকান্ত ভট্টাচাৰ্য, লম্বোদৰ বৰা, দণ্ডিনাথ কলিতা, মফিজুদ্দিন আহমদ, ৰঘুনাথ চৌধাৰী আৰু সত্যনাথ বৰা আদি।